# লক্ষ্মীনাথ বেজবৰুৱাৰ
# গল্প সমগ্ৰ

সংকলন আৰু সম্পাদনা
হৃদয়ানন্দ গগৈ




জ্যোতি প্ৰকাশন
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**LAKSHMINATH BEZBARUAR GALPA SAMAGRA** : an anthology of complete short stories of the father of Modern Assamese short story Sahityarathi Lakshminath Bezbarua, compiled and edited by Hridayananda Gogoi and published by Nagen Sarmah on behalf of **M/s Jyoti Prakashan**, Panbazar, Guwahati-781 001, first published on February, 2001.

***Second Edition** : January, 2007* ***Price** : Rs. 120.00 Only.*

**লক্ষ্মীনাথ বেজবৰুৱাৰ গল্প সমগ্ৰ**

সংকলন আৰু সম্পাদনা

**হৃদয়ানন্দ গগৈ**

**প্ৰকাশক :**

নগেন শৰ্মা : জ্যোতি প্ৰকাশন, পাণবজাৰ, গুৱাহাটী-১

**প্ৰচ্ছদ-পট :** পদ্ম সিংহ

**প্ৰথম প্ৰকাশ :** ফেব্ৰুৱাৰী, ২০০১

**দ্বিতীয় প্ৰকাশ :** জানুৱাৰী, ২০০৭

**অক্ষৰ-বিন্যাস :**

ময়ূৰ ডেস্কটপ, পাণবজাৰ, গুৱাহাটী-১

মাইক্ৰোছফট্ ডি টি পি এণ্ড প্ৰিণ্টাৰ্ছ

লখিমী পথ, আৰ জি বৰুৱা ৰোড, গুৱাহাটী-২৪

**মুদ্ৰক :** ত্ৰিনয়ন গ্ৰাফিক্স অফছেট, গুৱাহাটী-২১

মূল্য : ১২০.০০ টকা মাত্ৰ

## উছৰ্গা

অসমীয়া সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ কথাশিল্পী, সাহিত্যৰথী
লক্ষ্মীনাথ বেজবৰুৱাৰ সাৰ্থক উত্তৰাধিকাৰী, প্ৰথিতযশা
গল্পকাৰ-ঔপন্যাসিক প্ৰয়াত চৈয়দ আব্দুল মালিকৰ
পুণ্যস্মৃতিত শ্ৰদ্ধাৰ্ঘ স্বৰূপে এই গ্ৰন্থখন আগবঢ়োৱা হ'ল।

হৃদয়ানন্দ গগৈ

# নিবেদন

আধুনিক অসমীয়া চুটিগল্পৰ পিতৃস্বৰূপ লক্ষ্মীনাথ বেজবৰুৱা অসমীয়া সাহিত্যৰ সৰ্বাগ্ৰণী ব্যক্তি। তেওঁৰ অবিস্মৰণীয় অৱদান আজিও আধুনিক আৰু উজ্জ্বল হৈ আছে কেৱল প্ৰতিভাৰ কাৰণে নহয়, দূৰদৰ্শী বুদ্ধিদীপ্ত সচেতনতাৰ বাবেও। বেজবৰুৱাই প্ৰায় এক শতাব্দী পূৰ্বে আৰম্ভ কৰা গল্পসমূহৰ বিশেষত্ব অনন্য হোৱাৰ অন্যতম কাৰণ এইটোও। তদুপৰি তেওঁৰ ভাষাৰ সম্মোহনী শক্তি আৰু গুৰুত্ব অপৰিসীম। যিয়ে তেওঁৰ ভাষাৰ মাজত সোমাইছে সিয়ে অসমীয়া ভাষাৰ কালিকা আৰু মহিমা উপলব্ধি নকৰাকৈ থাকিব নোৱাৰে। হৃদয়ানন্দ গগৈয়ে সংকলন আৰু সম্পাদনা কৰা 'লক্ষ্মীনাথ বেজবৰুৱাৰ গল্প সমগ্ৰ'ত বেজবৰুৱাৰ সেই বৈশিষ্ট্য ফুটি উঠিছে। গ্ৰন্থখনে সদাশয় পঢ়ুৱৈ সমাজৰ সন্মুখত বেজবৰুৱাৰ স্বৰূপ, চিন্তা-চৰ্চা, প্ৰাচুৰ্য আৰু চেতনা উন্মোচন কৰাৰ লগতে মহৎ অৱদানৰ কথা দাঙি ধৰিব পাৰিব বুলি আমাৰ দৃঢ় বিশ্বাস। এনে এখন গ্ৰন্থ প্ৰকাশ কৰি শ্ৰদ্ধাৰে পঢ়ুৱৈ সমাজলৈ আগবঢ়াবলৈ পাই আমি নিজেও ধন্য অনুভৱ কৰিছোঁ।

**প্ৰকাশক**

# বিষয়-অনুক্ৰম

## তৃতীয় অধ্যায়

## জোনবিবি

## চতুৰ্থ অধ্যায়

## বাঁহী আৰু আন ঠাইত সিচঁৰতি হৈ থকা গল্প

# ভূমিকা

## লক্ষ্মীনাথ বেজবৰুৱাৰ চুটিগল্প ঃ এক পৰ্যালোচনা

### (এক)

অসমীয়া চুটি গল্পৰ জনক লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৪-১৯৩৮)। যি সময়ত তেওঁ চুটিগল্পৰ প্ৰবৰ্তন কৰিছিল তেতিয়া দেশত নালাগে জন্মস্থান পাশ্চাত্য জগততেই চুটিগল্পৰ অৱস্থা অত্যন্ত চালুকীয়া আছিল। ক'বলৈ গ'লে চুটিগল্পই তেতিয়াও শৈশৱতে আছিল। বেজবৰুৱাই তেনে এক সময়তে চুটিগল্পৰ ৰচনাত প্ৰবৃত্ত হ'ল। সেয়া প্ৰায় এক শতিকাৰো আগৰ কথা। তেতিয়াৰ পৰিবেশ, সমাজ আৰু মানুহৰ অৱস্থাও সুকীয়া আছিল। আজি তাৰ অনেক পৰিৱৰ্তন হ'ল, হয়তো ছবচ সলনিও হৈছে। গতিকে বেজবৰুৱাই যিখন সমাজ আৰু যিবোৰ মানুহক লৈ চুটিগল্প ৰচনা কৰিছিল সেইবোৰৰ বহুতেই আজি পৰিৱৰ্তিত হৈছে, কিছুমান দুৰ্লভ বুলিও ক'ব পাৰি। সময়ৰ লগে লগে সমাজ আৰু জীৱনৰ এই পৰিৱৰ্তন অৱশ্যম্ভাৱী। কিন্তু লেখকে নিজৰ কালছোৱাৰ প্ৰতিফলনহে ঘটায়। বেজবৰুৱায়ো নিজৰ কালৰে প্ৰতিফলন ঘটাইছে তেওঁৰ সৃষ্টিৰ মাজত। সেয়েহে তেওঁৰ চুটিগল্পৰ অধ্যয়নৰ বেলিকা কাল-চেতনাকো গুৰুত্ব দিব লাগিব।

বেজবৰুৱাৰ গল্পত স্থান পোৱা সমাজখনৰ পৰিধি বিশাল। সেয়া সুদূৰ উৰিষ্যা আৰু বংগৰ পৰা অসমলৈকে বিস্তৃত এক বৃহৎ সমাজ। সেই সমাজ প্ৰায় এশ বছৰৰ পূৰ্বৰ। তেতিয়াৰ মানুহৰ জীৱন-ধাৰণ পদ্ধতি, আচাৰ-ব্যৱহাৰ, আদব-কায়দা বেলেগ আছিল। বিজ্ঞান-প্ৰযুক্তি, চিন্তা-ভাবনা আদি অনেক দিশতে আজিৰ তুলনাত তেতিয়াৰ মানুহ আৰু তেওঁলোকে বসবাস কৰা সমাজখন বহুত পিছপৰা আছিল। মানুহৰ মন আৰু মগজুৰ বিকাশ আছিল সীমিত। নব্য দৃষ্টিভঙ্গী, উন্নত কৌশল আছিল দুষ্প্ৰাপ্য। শিক্ষাৰ সম্প্ৰসাৰণ বাদেই, শিক্ষাৰ প্ৰথম ৰ'দ চেৰেঙাও অ'ত-ত'ত অকণ অকণহে পৰিবলৈ আৰম্ভ কৰিছিল। মানুহৰ পেটৰ ক্ষুধা নিবাৰণেই আছিল ঘাই উদ্দেশ্য। তেতিয়াৰ চহকী আঢ্যৱন্ত দুই-চাৰিঘৰে বংগৰ সৈতে যোগাযোগ ৰক্ষাৰ কাৰণেই সামান্যভাৱে জ্ঞানৰ পোহৰ লাভ কৰিছিল। কিন্তু সাধাৰণ মানুহৰ নিৰানব্বৈ শতাংশই অজ্ঞান আন্ধাৰত ডুব গৈ আছিল। তেওঁলোকে খোৱা-লোৱা কৰিবৰ বাবেহে জীয়াই আছিল। মনুষ্যত্ব কি তেওঁলোকে ৰ জব নোৱাৰিছিল, তেনে ধাৰণাও নাছিল। গতিকে সমাজখনত অনেক ৰকমৰ সমস্যা থকাটো স্বাভাৱিক। তদুপৰি মানুহৰ কল্পনাজগতখন আছিল অতিশয় ঠেক। বহুতেই

কল্পনানো কি তাকে নাজানিছিল। অজস্র কল্পনাৰ অভাৱৰ হেতু মানুহে জীৱনৰ বহু কথা ঢুকি নাপাইছিল। জীৱন, জগত আৰু সমাজৰ প্ৰকৃত স্বৰূপ সৰ্বসাধাৰণে বুজিব নোৱাৰিছিল। মানুহ আৰু জীৱ-জন্তুৰ মাজত কেতবোৰ পাৰ্থক্য আছিল সঁচা, কিন্তু তেনে নিৰ্দিষ্ট সীমাৰেখা নাছিল। ফলত সেই সমাজখনত জীৱ-জন্তুৰ স্থানো মানুহৰ কিছু তলতে আছিল। আনকি চিলনীৰ সৈতেও মানুহৰ (চিলনীৰ জীয়েক) সম্পৰ্ক গঢ়ি উঠিছিল। মানুহে জীৱ-জন্তুক আদৰ কৰিছিল আৰু হিংস্ৰ জীৱ-জন্তুৰ দৰে মানুহ অতি হিংস্ৰ নাছিল। লাহে লাহে দিন সলনি হ'ল। মানুহ হ'বলৈ ধৰিলে অধিক হিংস্ৰ। সমাজৰ দ্ৰুত পৰিবৰ্তনৰ সোঁতত জীৱনৰ অভাৱ আৰু দাবীবোৰো সলনি হৈ গৈ থাকিল।

বেজবৰুৱা আছিল নিপুণ খনিকৰ। তেওঁৰ চৰিত্ৰবোৰেই তাৰ নিদৰ্শন। তেওঁ বাস্তৱ সমাজৰ পৰা চৰিত্ৰবোৰ আহৰণ কৰি সিবোৰক বাস্তৱিকভাৱেই উত্থাপন কৰে। বাস্তৱৰ লগত অৱশ্যে প্ৰয়োজনানুসাৰে খনিকৰৰ সুদক্ষ হাতৰ স্পৰ্শও পৰিছে। ফলত চৰিত্ৰবোৰ কেতিয়াবা অধিক আকৰ্ষণীয় হৈ উঠিছে। কিন্তু তেওঁৰ চৰিত্ৰ বাস্তৱৰ সামান্য স্কেচ্ নহয়। বাস্তৱত লেখকে যিটো দেখিছে সেইটো স্পষ্টভাৱে দাঙি ধৰিছে চৰিত্ৰবোৰৰ মাজেদি। এক কথাত ক'বলৈ গ'লে তেওঁৰ চৰিত্ৰবোৰ জীৱন্ত, তেজ-মঙহৰ চৰিত্ৰ আৰু সিবোৰে স্বকীয় বৈশিষ্ট্যৰে চলাচল কৰে। বেজবৰুৱাই গল্পবোৰত অংকণ কৰা প্ৰায়বোৰ চৰিত্ৰই এনেধৰণৰ বৈশিষ্ট্যৰে স্ব-সম্পাদিত আচৰণযুক্ত। বেজবৰুৱাৰ চৰিত্ৰ সাইলাখ বেজবৰুৱাৰ চৰিত্ৰহে। আনৰ সৈতে তেওঁৰ চৰিত্ৰৰ ৰিজনী সম্ভৱ নহয়। কিন্তু তেওঁৰ চৰিত্ৰবোৰৰ আৰু কি গুণ আছে! কল্পনাতীত নহয় যদিও সত্য কথা হ'ল বেজবৰুৱাৰ চৰিত্ৰবোৰৰ কেইটামান প্ৰধান বৈশিষ্ট্য আছে যাৰ বাবে চৰিত্ৰবোৰ একক। দৰাচলতে তেওঁৰ চৰিত্ৰৰ অস্তিত্বই সুকীয়া। চৰিত্ৰবোৰক বাস্তৱিকতা, মৌলিকতা, স্বাভাৱিক আৰু পৰিচিত দৈনন্দিন জীৱনৰ অংকণৰ বাবে সহজে চিনি পাব পাৰি। সূক্ষ্ম পৰ্যবেক্ষণ আৰু ৰসৰ প্ৰয়োগেও চৰিত্ৰবোৰক অধিক শক্তিশালী কৰিছে। তদুপৰি তেওঁৰ চৰিত্ৰবোৰ গোটা অথবা একোটা পৰিস্থিতিত হঠাৎ উদ্ভৱ হোৱা চৰিত্ৰ নহয়। চৰিত্ৰবোৰে সমাজৰ বিশেষ কিছুমান মানুহক প্ৰতিনিধিত্ব কৰে। কিন্তু সেই সমাজখন ঠেক নহয়, এখন বৃহৎ সমাজ আৰু সেয়ে প্ৰতিনিধিত্বমূলক চৰিত্ৰৰ সংখ্যাও সৰহ। এক অৰ্থত সমাজৰ সৰু-বৰ সকলো চৰিত্ৰই বেজবৰুৱাৰ কলমত ধৰা দিছে আৰু নিখুঁতকৈ উপস্থাপিত হৈছে। গতিকে চৰিত্ৰবোৰৰ একোটা নিজস্ব জীৱন আছে আৰু সেই জীৱন লেখকে অদৃশ্য হৈ থাকি অংকণ কৰিছে যদিও তাৰ এক নিয়ন্ত্ৰণ আছে। তদুপৰি সময় আৰু সমাজ সচেতনতাই চৰিত্ৰবোৰক উপযুক্ত কৰাত ইন্ধন যোগাইছে।

বেজবৰুৱাৰ গল্পৰ আন এক দিশ হ'ল তেওঁ সাধুকথা আৰু গল্পৰ মাজত পাৰ্থক্যৰ সীমাৰেখাডাল কমাই দিছে। জনগণৰ মুখে মুখে প্ৰচলিত অনেক কিংবদন্তী, সাধুকে তেওঁ গল্পৰ কাহিনীলৈ টানি আনিছে। ফলস্বৰূপে পাঠকে তেওঁৰ গল্পবোৰৰ মাজত এক বেলেগ আস্বাদো লাভ কৰিব।

গল্পকাৰ হিচাপে বেজবৰুৱাৰ সমাজ সচেতনতা প্ৰতিফলিত হৈছে বিভিন্ন গল্পৰ মাজত। সমাজৰ অনিষ্টকাৰক দিশবোৰত তেওঁ কেতিয়াবা কঠোৰ হৈছে। সমাজ সংস্কাৰৰ ভাব এটা তেওঁৰ মনত অহৰহ জাগ্ৰত হৈ থকাৰ বাবে কঠোৰ মন্তব্য আৰু নিৰ্মোহ সমালোচনা কৰিবলৈ

তেওঁ কুণ্ঠাবোধ কৰা নাই। অকল সেয়ে নহয়, ঠাট্টা, বিদ্ৰূপ বা শ্লেষ তেওঁ পূৰামাত্ৰাই প্ৰয়োগ কৰিছে। সমাজৰ কিছুমান ৰক্ষণশীলতা তেওঁ মানি ল'ব পৰা নাছিল। সেই ৰক্ষণশীলতাই মানুহৰ জীৱন কেনেদৰে বিপন্ন কৰে সেই কথা তেওঁ বহুতো গল্পৰ মাজেদি স্পষ্ট কৰিছে। এয়াও তেওঁৰ সমাজ সংস্কাৰক মনৰে প্ৰতিফলন। ইয়াকে কৰোতে বেজবৰুৱাই সমসাময়িক অসমীয়া সমাজখনৰ লগতে বঙালী সমাজ আৰু উড়িয়া সমাজখনৰো ওচৰ চাপিছিল। তেওঁৰ সূক্ষ্ম দৰ্শন আৰু সমালোচনাত্মক দৃষ্টিভংগীৰ গভীৰ ৰেঙনি এইদৰেই প্ৰকাশিত হৈছে। তেওঁৰ কিছুমান গল্পত ফুটি উঠিছে মধ্যবিত্ত শ্ৰেণী আৰু নতুনকৈ ইংৰাজী শিক্ষাপ্ৰাপ্ত লোকৰ অন্তঃসাৰশূন্য গৰ্ব অহংকাৰ ('মলক  গুইন্ গুইন্', ভোকেন্দ্ৰ বৰুৱা' ইত্যাদি। বেজবৰুৱাই বুজিছিল সমাজত এনেকুৱা মানুহৰ সংখ্যাই সৰহ যি মানুহে কন্তেকীয়া ভাল লগাটোত অধিক গুৰুত্ব দিয়ে অথচ যিটো ভাল লগা উচিত সেইটোৰ প্ৰতি পিঠি দিয়ে। মানুহৰ বিপন্ন জীৱনৰ অন্যতম কাৰণ এইটো। কিন্তু মানুহে তাক ভালকৈ নুবুজে ; কিছুমানে বুজিও নুবুজে। বেজবৰুৱাৰ সমাজ সচেতনতাই গল্পবোৰত এই কথাও পৰিস্ফুট কৰিছে।

বেজবৰুৱাৰ গল্পৰ এটা প্ৰধান দিশ মনুষ্যত্বৰ সন্ধান আৰু উত্থান। সমাজৰ অনেক সমস্যা বিবিধ চৰিত্ৰৰ মাজেদি দাঙি ধৰাৰ লগতে তেওঁ মানৱতাৰ জয় ঘোষণা কৰিছে। সমস্যা বিপৰ্যয়ে মানুহৰ জীৱন বিপন্ন কৰে সঁচা কিন্তু মানৱতা হেৰাই নাযায়। যাৰ গল্পবোৰত এনে বহু চৰিত্ৰ আছে যাৰ চৰম দুৰ্যোগ আহিছে, জীৱন নিঃশেষ হ'বৰ উপক্ৰম হৈছে অথবা কেতিয়াবা নিঃশেষ হৈছেও। কিন্তু তাৰ পাছতো মানৱতা বাচি আছে, মানৱতা ৰক্ষাৰ্থে কোনোবাই হয়তো জীৱন ত্যাগ কৰিছে। বেজবৰুৱাৰ দৃষ্টিকোণ প্ৰবলভাৱে মানৱতাবাদত আবদ্ধ। সেয়ে তেওঁৰ ব্যাপক বিষয়-বস্তু আৰু নানা গঢ়ৰ চৰিত্ৰবোৰৰ মাজেদি অনেক দিশ উন্মোচিত হোৱাৰ লগতে স্পষ্টভাৱে মানবিক দৃষ্টিভংগীৰ প্ৰকাশ ঘটিছে।

বেজবৰুৱাৰ প্ৰধান বৈশিষ্ট্য আৰু অৱদান অসমীয়া ভাষাৰ অপূৰ্ব ব্যৱহাৰ। তেওঁৰ ভাষাক চেৰ পেলাব পৰা কোনো অসমীয়া দ্বিতীয়জন লেখক নাই। অসমীয়া ভাষাৰ কালিকা সোমাই আছে তেওঁৰ ৰচনাত। গল্পবোৰৰ ভাষালৈ চালেই পাঠকসকলে সেইকথা উপলব্ধি কৰিব পাৰিব। তেওঁৰ কথনভংগী, বাক্য বিন্যাস, ফকৰা যোজনা-জঁতুৱা ঠাঁচৰ প্ৰয়োগ, ঘৰুৱা প্ৰচলিত শব্দৰ ব্যৱহাৰ, হাস্যৰস, ঠাট্টা-বিদ্ৰূপ ইত্যাদি গল্পবোৰৰ ভাষাৰ প্ৰধান বৈশিষ্ট্য। অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাই ক'বৰ দৰে ভাষাৰ বেজ বেজবৰুৱাই তেওঁৰ বহু গল্পত নিপুণ বেজালিৰ চিনাকি দিছে আৰু তাত অনুপানভেদে কৃপাবৰী ৰসায়নো প্ৰয়োগ কৰিছে।

সি যি নহওক বেজবৰুৱাই তেওঁৰ গল্পবোৰত প্ৰধানতঃ তিনিটা দিশক প্ৰত্যক্ষ বা পৰোক্ষভাৱে গুৰুত্ব দিছে। প্ৰথম, তেওঁ ব্যক্তিৰ শুদ্ধিকৰণ বিচাৰে। দ্বিতীয়তে, সমাজৰ শুদ্ধিকৰণ হ'বই লাগিব আৰু তৃতীয়তে ভণ্ডামিৰ স্বৰূপ উদঙাই দেখুৱাব লাগিব। আন ভাষাত, চৰিত্ৰৰ স্বৰূপ প্ৰকাশ বেজবৰুৱাৰ ঘাই উদ্দেশ্য। এই দিশৰ পৰা চালে সমাজ সংস্কাৰৰ চেতনাহে অধিক প্ৰবল। আংগিক-বৈচিত্ৰ্য তাৰ পিছত। তথাপি সমসাময়িক সমাজৰ বৰ্ণাঢ্য ৰূপ আৰু অননুকৰণীয় ৰচনাশৈলীৰে বেজবৰুৱাৰ গল্পবোৰ অপূৰ্ব আৰু অমূল্য।

## (দুই)

বেজবৰুৱাৰ প্ৰথম গল্প সংকলন সুৰভি ১৯০৯ চনৰ জানুৱাৰী মাহত প্ৰকাশিত হৈছিল। সংকলনখনৰ পাতনিতে লেখকে 'সুৰভি'ক অকালতে হেৰোৱা জীয়েকৰ স্মৃতিজ্ঞান কৰি 'পাপা'ৰ মৰম আৰু শুভেচ্ছা যাচিছে 'উৎসৰ্গ'ৰ মাজেদি। বেজবৰুৱাই তেওঁৰ ভাষাত লিখিছে এইদৰেঃ

"সৰগৰ শোভা তই সুৰভি আইটি,
নিঃকিনৰ ধন,
বিলালি সৌৰভ পিতৃ-মাতৃৰ হিয়াত,
আৰু বন্ধুজন।
দুদিনতে সমাপিলি মৰতৰ লীলা,
সপোনৰ প্ৰায়,
ভাঙ্গি নিলি এডোখৰ হৃদয় আমাৰ,
চিৰদিন হায়।
দেৱলোকে তৰাৰূপে পোহাৰিছ তই,
প্ৰিয় দৰশন,
অকণি হাতত ল উপহাৰ মোৰ,
সুৰভি ৰতন।
"পাপা"।

এই সংকলনখনত সৰ্বমুঠ বাৰটা গল্প অন্তৰ্ভুক্ত কৰা হৈছিল। ১৯৬৬ চনত সুৰভিৰ দ্বিতীয় প্ৰকাশ হৈছিল।

সুৰভিত স্থান পোৱা গল্পকেইটা হৈছে – গীতা, ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ, নিস্তাৰিণী দেবী বা ফাতেমা বিবি, বাপিৰাম, লম্বোদৰ ডেকা, লাওখোলা, মলক গুইন গুইন, মিষ্টৰ ফিপ্সন, ভুৰুকী বৌ, মাধৈমালতী, আৰু জাতিৰামৰ জাত।

সংকলনৰ প্ৰথম গল্প 'গীতা'। ইয়াত লেখকে কয়দী এজনৰ জীৱনৰ স্খলন কেনেকৈ সংঘটিত হৈছিল তাৰ ব্যাখ্যা আগবঢ়াইছে। কয়দীজনে নিজ মুখেৰে তাৰ অভিশপ্ত জীৱনৰ মৰ্মন্তুদ কাহিনী বৰ্ণনা কৰিছে। 'গীতা'ৰ শ্লোক শুনি কয়দীজনে নিজৰ কাহিনী বৰ্ণনা কৰিবলৈ সুৰুঙা পাইছে আৰু গল্পকাৰে ইয়াক সুন্দৰভাৱে ফুটাই তুলিছে। ঘটনাৰ উপস্থাপন অতি মিতব্যয়িতাৰে লেখকে সমাপণ কৰিবলৈ সক্ষম হোৱা বাবে গল্পটোৰ আকৰ্ষণো বৃদ্ধি পাইছে।

'ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ' গল্পত পোৱা যায় ভিন্ন দৃষ্টিভংগী। মানৱ জীৱনৰ সৰু সৰু ঘটনা বিন্দুৰ পৰা কেনেকৈ চৰম অনিষ্ট ঘটিব পাৰে তাকে গল্পকাৰে ইয়াত সূক্ষ্মভাৱে বিশ্লেষণ কৰিছে কেইবাটাও সংক্ষিপ্ত মনোগ্ৰাহী ৰস ঘন কাহিনীৰ মাজেদি। গল্পকাৰৰ বিশ্লেষণ আৰু হাস্যৰসৰ অপূৰ্ব প্ৰকাশে গল্পটোৰ পঠনীয়তা বৃদ্ধি কৰিছে।

'নিস্তাৰিণী দেবী বা ফাতেমা বিবি' শীৰ্ষক গল্পত হিন্দু আৰু মুছলমানৰ মাজৰ তথাকথিত

বিদ্বেষ ফুটাই তোলা হৈছে। এগৰাকী দুৰ্ভগীয়া নাৰীৰ জীৱনৰ মৰ্মস্পৰ্শী ঘটনাক লেখকে ইয়াত বাস্তৱভিত্তিক ৰূপত দাঙি ধৰিছে।

'বাপিৰাম' গল্পত লগুৱা বাপিৰামৰ ন্যায়নিষ্ঠা আৰু তাৰ অন্নদাতাৰ প্ৰতি প্ৰদৰ্শন হোৱা নৈতিকতা ৰক্ষাৰ দায়িত্ব বোধ তথা চিন্তাই পৰিস্ফুট হৈছে। ভূধৰৰ দৰে স্বাৰ্থন্বেষী বৃটিছ চাহাবৰ বহুতীয়াৰ হাঁতত নিজৰে ভতিজা বাঁৰী ছোৱালী তিলকাৰ জীৱন চাহাবৰ বাহুবন্ধনত উছন হ'বৰ উপক্ৰম হৈছে আৰু তেতিয়াই লগুৱা বাপিৰামে চৰমপন্থা অৱলম্বন কৰি চাহাবক আক্ৰমণ কৰিছে। চাহাব কাললৈ ঘূণীয়া হৈ বিলাতলৈ উভতি গ'ল আৰু বাপিৰামে তিনিবছৰ জেল খাটিবলগীয়া হ'ল। তিলকাই উপাসনা আৰু সমাজ সেৱাৰে নিষ্ফল জীৱন সফল কৰিবলৈ ধৰিলে। গল্পকাৰে বাপিৰামৰ চৰিত্ৰক আদৰ্শ ৰূপত গঢ় দিছে। গল্পটোৰ বৈশিষ্ট্যও কম-বেছি পৰিমাণে সেইখিনিতে নিবদ্ধ হৈছে বুলিব পাৰি। তদুপৰি ভূধৰৰ দৰে স্বাৰ্থান্ধ ব্যক্তিৰ দ্বাৰা সমাজ আৰু নিষ্পাপ জীৱনলৈ কেনে ধৰণৰ দুৰ্দিন আহিব পাৰে সেয়াও গল্পটোত লেখকে স্পষ্টকৈ তুলি ধৰিছে।

'লম্বোদৰ ডেকা' শীৰ্ষক গল্পটোত আকৌ বৈষম্যমূলক বিষয় -বস্তুৱে ঠাই পাইছে। দুখীয়া লম্বোদৰ ডেকাই বিজাতীয়ৰ ঘৰত ভাত খোৱাক কেন্দ্ৰ কৰি বিভেদৰ সূত্ৰপাত ঘটিছে আৰু তাৰ পৰিণতিৰ কথাই কথকক উদ্বিগ্ন কৰিছে। বামুণ এজনে হীন জাতৰ এজনৰ ঘৰত খোৱা-বোৱা কৰিলেই তেওঁৰ জাত যাব নেকি, এই প্ৰশ্নই লেখককো পীড়া দিছে। কথকে লম্বোদৰক উদ্ধাৰ কৰাৰ উপায় চিন্তিছে আৰু তাকে পৰামৰ্শ কৰিবলৈ চিৰন্তাদাৰৰ ঘৰলৈ গৈছে। গল্পটোৰ আৰম্ভণিও তাতেই। ইতিমধ্যে লম্বোদৰক দোষী সাব্যস্ত কৰিলেই, তেওঁৰ জাত গ'ল বুলি সমাজৰ বিধি প্ৰয়োগ কৰা হ'ল। কিন্তু লম্বোদৰক ৰক্ষা কৰিবলৈ কেইজনমানে প্ৰাণপণে যত্ন কৰিছে। ধৰ্ম, জাত-পাতৰ বিচাৰৰ উৰ্ধত যে মানুহ সেই কথা প্ৰতিপন্ন কৰিবলৈ কথক প্ৰমুখ্যে কেইজনমানে যুঁজ দিছে। গল্পটোৰ মূল কথা এইখিনিয়ে। লেখকে সুন্দৰ উপস্থাপন শৈলীৰে এটা সংবেদী বিষয়-বস্তুক দাঙি ধৰি কৃতকাৰ্য হৈছে। ধৰ্ম আৰু জাত-পাতৰ প্ৰতি লেখকৰ নিজস্ব দৃষ্টিভংগী হৈছে মানুহৰ আচল পৰিচয় মানুহহে, কোনো পৰিচয় যুক্তিযুক্ত হ'ব নোৱাৰে। ধৰ্ম-বৰ্ণ বৈষম্যই শেষ বিচাৰ নহয়। শেষ বিচাৰ হ'ল মানুহ হিচাপে এজন নিৰ্বাচিত হ'ব পাৰিলেনে নাই। মানুহৰ প্ৰকৃত লক্ষ্য সেইটোহে যে হোৱা উচিত — এই কথাকে গল্পটোৰ মাজেদি গল্পকাৰে প্ৰতিফলিত কৰিছে ; সৰল আৰু সহজ বৰ্ণন কৌশলত পাঠকে কাহিনীৰ লগত সমানে ফেৰ মাৰিব পাৰিব। গল্পটোৰ সুখ্যপাঠ্যতাও সেইখিনিতে।

'লাওখোলা'ত নাৰী জীৱনৰ দুৰ্ভাগ্যক অতিশয় মৰ্মস্পৰ্শীভাৱে প্ৰতিফলিত কৰা হৈছে। পুৰুষ শাসিত সমাজত নাৰীৰ স্থান আৰু ভৱিষ্যৎ যে পুৰুষৰ ইচ্ছাৰ অধীন তাকে প্ৰকাশ কৰিছে এগৰাকী দুৰ্ভগীয়া নাৰীৰ জীৱনৰ কৰুণ কাহিনীৰ মাজেদি। লেখকে বিষয়-বস্তু উপস্থাপনত নতুনত্ব আৰু দক্ষতাৰ পৰিচয় দিছে। এটা পুখুৰীত জাল মাৰোতে লাওখোলাটো উঠিছে, যিটো লাওখোলা পীড়িত, পতিতা তিৰোতা এগৰাকীৰ। লাওখোলাৰ মুখেৰে ব্যক্ত হৈছে সেই তিৰোতাৰ কৰুণ কাহিনী। এজন পাষণ্ড পুৰুষৰ লালসাৰ বলি হৈ জীৱনটো অকালতে শেষ কৰিবলগীয়া হ'ল সেই তিৰোতা গৰাকীয়ে। লাওখোলাৰ মুখেৰে গল্পকাৰে সেই তিক্ত

কৰুণ জীৱনৰ কাহিনী বিস্তৃতভাৱে অন্তস্পৰ্শী ৰূপত তুলি ধৰিছে। গল্পটোত তিৰোতা মানুহৰ দুৰ্ভাগ্যক লেখকে দাঙি ধৰিছে অতীৱ সুন্দৰভাৱে। একাংশ চাওক "হৰি হৰি। তিৰোতাৰ জীৱন দুখৰ জীৱন। তাক আৰু দুৰ্ভগীয়া কৰিবলৈ মতা মানুহ সদায় সাজু। বিয়া কাক বোলে তাক জনাৰ আগেয়েই, আৰু স্বামী কাক বোলে তাক চকুৰে দেখাৰ আগেয়েই মই স্বামী হেৰুৱালো, বিধবা হলো। তোমালোক পুৰুষৰ কেনে যুক্তি। কেনে ন্যায় ; তোমালোক আপোনপেটীয়া স্বাৰ্থপৰ জাতি। তিৰোতাৰ আগত বৰ মতা বোলোৱা তোমালোকৰ স্বভাৱ। সত্য-ত্ৰেতা-দ্বাপৰ যুগৰ 'বাতিল' ব্যৱস্থা শাস্ত্ৰবিলাক তোমালোকৰ আজিকালিৰ আইন ; শ্ৰীৰামপুৰৰ 'নতুন পঞ্জিকা'ৰ দৰে সি কেতিয়াও কোনো কালে পুৰণি হ'ব নেজানে।......" এনেদৰে বেজবৰুৱাই সমাজত দেখা দিয়া আৰু ইতিমধ্যে প্ৰচলিত — নাৰীক অপমানিত পদদলিত কৰি ৰখা ব্যৱস্থাৰ ফোপোলা স্বৰূপটো উদঙাই দেখুৱাইছে। গল্পটোৰ বিষয়-বস্তুৰ এই দৃষ্টিভংগীয়ে সমাজ সচেতনতা দাঙি ধৰিছে আৰু সমাজত নাৰী জাতিৰ দুৰ্দশাক প্ৰতিফলিত কৰিছে। চিৰাচৰিতভাৱে এই সমস্ত দুৰ্দশাৰ কাৰণে যে জগৰীয়া পুৰুষ জাতি তথা পুৰুষ শাসিত সমাজ ব্যৱস্থা সেই কথাও গল্পটোত প্ৰতীয়মান হৈছে। নক'লেও হ'ব, ৰসৰাজ বেজবৰুৱাই গল্পটোৰ উত্থাপন হৃদয়স্পৰ্শীভাৱে কৰিবলৈ সক্ষম হৈছে। গল্পটোৰ নাৰীৰ দুৰ্দশা আৰু দুৰ্ভাগ্যই সকলো পাঠকৰে হৃদয় স্পৰ্শ কৰিব। বৰ্ণনাৰ সাৱলীল আৰু শৈলীৰ আকৰ্ষণীয় ৰূপে 'লাওখোলা'ক বেজবৰুৱাৰ অন্যতম শ্ৰেষ্ঠ গল্পৰ শাৰীলৈ উত্তীৰ্ণ কৰিছে। অৱশ্যে গল্পটো নাৰীবাদী চিন্তা আৰু দৃষ্টিভংগীৰে যে উৎকৃষ্ট ফচল সেই কথাও কৈ থ'ব লাগিব। বেজবৰুৱাৰ নাৰীবাদী দৃষ্টিভংগী, লগতে মানৱীয় দৃষ্টিকোণৰ প্ৰকৃষ্ট উদাহৰণ দিবলৈ হ'লে 'লাওখোলা'ক লেখত ল'বই লাগিব। ইয়াৰ বিশেষত্ব এইখিনিতে।

'মলক্ গুইন্ গুইন্' বেজবৰুৱাৰ অন্যতম লেখত ল'বলগীয়া গল্প। ইয়াৰ প্ৰধান বিশেষত্ব হৈছে — অৱস্থা, প্ৰতিপত্তি আৰু পদমৰ্যাদাই নহয়, অহংকাৰ আৰু ভণ্ডামিয়েই যে মানুহৰ বিবেক শূন্য কৰি চৰিত্ৰ কলংকিত কৰায় তাক প্ৰতিফলিত কৰাটো। মলক্ গুইন্ গুইন্ ওৰফে মিষ্টাৰ এম গগৈ ওৰফে মলখুৱে নিজৰ পিতৃক চিনিব নোৱাৰাটো পিতৃ তোলন সাজতোলাৰ বাবে দুঃসম্বাদ যদিও তাৰ জৰিয়তে মলখুৰ চৰিত্ৰৰ অধঃপতন চিত্ৰিত কৰাটোহে লেখকৰ প্ৰধান উদ্দেশ্য। এহাতে মলখুৰ উন্নতিত সাজতোলাৰ পৰিয়ালটো গৌৰৱান্বিত, কিন্তু মলখুৱে ঘৰখনৰ কাকো চিনি নোপোৱাটো দুৰ্ভাগ্যজনক। অথচ তোলন সাজতোলা প্ৰমুখ্যে মলখুৰ ভায়েকহঁতেও সেই কাৰ্যৰ পৰা উদ্ধাৰ পোৱা নাই। লেখকে অতি সংক্ষিপ্ততে মলখুৰ চৰিত্ৰটো বিশ্লেষণ কৰি দেখুৱাইছে আৰু তাৰ দ্বাৰা সমাজৰ এক বিশেষ দিশ প্ৰকাশ কৰিছে। সমাজৰ ৰোগ-ব্যাধিৰ প্ৰতি লেখক যে সচেতন তাৰ নিদৰ্শনো গল্পটোত পোৱা যায়। তদুপৰি ইয়াত যি ভাষা প্ৰয়োগ কৰা হৈছে সেয়া যথাৰ্থতে উপযুক্ত আৰু চৰিত্ৰায়ণৰ কাৰণে সুবিধাজনক।

'প্ৰথম দৰ্শনত ওপজা প্ৰেম' গল্পত বেজবৰুৱাই অগভীৰ প্ৰেমৰ স্বৰূপ দেখুৱাইছে। গিৰীন্দ্ৰ বৰুৱাই পথাৰত ধান দাই থকা দাউনী এজনী দেখি প্ৰেমত পৰিছে যদিও সেই প্ৰেম উজুটি খোৱাৰ বাহিৰে একো নহয় কিয়নো নায়ক বৰুৱাই নায়িকাৰ প্ৰকৃত পৰিচয় নিবিচাৰিয়ে আনৰ হতুৱাই বিয়াৰ প্ৰস্তাৱ দিছে। বৰুৱাই সেই দাউনী গৰাকীৰ মুখ পৰ্যন্ত দেখা নাছিল। দূৰৰ

পৰা দাউনী গৰাকীৰ মহিষমৰ্দিনী ৰূপহে দেখিছিল আৰু তাইৰ নিপোটল শৰীৰৰ লোভত পৰিছিল। লেখকৰ মতে বৰাৰ প্ৰেম হৈছে প্ৰথম দৰ্শনতে ওপজা প্ৰেম, তাৰ স্থায়িত্ব কিমান সেয়া প্ৰেমিকেও নাজানে। গল্পৰ নায়কৰ প্ৰেমৰ পৰিণতি কি হ'ল সেয়া লেখকে সুন্দৰভাৱে দেখুৱাইছে। নায়কৰ অসতৰ্কতা আৰু অগভীৰতাৰ বাবেই তেওঁৰ প্ৰেমৰ গছজোপা উভালি পৰিল আৰু শেষত সিদ্ধান্ত ল'ব নোৱাৰা অৱস্থা এটাত পৰি ছটফটাইছে। লেখকে অতি কৌশলেৰে কাহিনীটো উপস্থাপন কৰিবলৈ সক্ষম হৈছে আৰু তাৰ দ্বাৰা মানুহৰ সূক্ষ্মানুভূতিৰ কৰুণ দিশ এটা প্ৰকট কৰিছে। গল্পৰ ভাষা আৰু বৰ্ণনাশৈলীত পাঠকে আমনি নাপায়। কাহিনীৰ সৰল বিন্যাস আৰু চৰিত্ৰৰ বিকাশেও পাঠকক আনন্দ দিব পাৰে। বেজবৰুৱাই কথন-বৰ্ণনত সততে ব্যৱহাৰ কৰা ইংৰাজী শব্দ আৰু তাৰ দ্বাৰা ফুটি ধৰা বিশেষ এটা ধাৰণাক গল্পটোত উপলব্ধি কৰিব পাৰি। নভেল, ছপ্লিমেণ্ট, কৰ্টছিপ আদি শব্দই অৱশ্যে গল্পটোৰ সৌন্দৰ্য হানি কৰিছে বুলি ক'ব নোৱাৰি। তেওঁৰ ভাষা সদায় আধুনিক আৰু এক কালিকাযুক্ত।

'মিষ্টৰ ফিগ্গন' গল্পত দুৰ্ভগীয়া সন্তান এজনে তেওঁৰ মাতৃৰ সন্ধান কৰি ব্যৰ্থতাৰ মুখ দেখাৰ কৰুণ কাহিনী ব্যক্ত কৰা হৈছে। বিলাতৰ কোনো এক পশু প্ৰকৃতিৰ ইংৰাজ এজনৰ দুশ্চৰিত্ৰৰ পৰিণতিত পোহাৰী এজনীৰ গৰ্ভত জন্ম লাভ কৰা মিষ্টৰ ফিগ্গনে দিহিঙে-দিপাঙে মাতৃগৰাকীৰে শুংসূত্ৰ বিচাৰি ফুৰিছে। কিন্তু তেওঁ সফল হ'ব পৰা নাই। ইফালে সিহঁতৰ মাতৃ পোহাৰীক এৰি থৈ সেই ইংৰাজ তাহানিতে বিলাতলৈ উভতিল। পোহাৰীৰ সন্তানহঁতক কলিকতাৰ স্কুল এখনত পঢ়া-খোৱা-পিন্ধাৰ খৰচ গোটাই দেশান্তৰী কৰিলে। সেই দুৰ্ভগীয়া সন্তানহঁতৰে অন্যতম মিষ্টৰ ফিগ্গন। গল্পৰ কথকে ফিগ্গনক ৰেল যাত্ৰাত লগ পাইছে আৰু তেতিয়াই তেওঁৰ বেদনাজৰ্জৰ কাহিনীটোৰ প্ৰকাশ ঘটিছে। লেখকে অতি সংক্ষিপ্তকৈ কাহিনীটো প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। তাৰ মাজত কথন বৰ্ণনৰ যি স্বৰূপ ফুটি উঠিছে সেয়া কাহিনীৰ পক্ষে যথাযথ আৰু পাঠকে হৃদয়ংগম কৰিব পৰা বিধৰ। গল্পটোৰ মাজত লেখকৰ বিষয়-বৈচিত্ৰ্য আৰু উপস্থাপনৰ দক্ষতা পৰিস্ফুট হৈ উঠিছে।

লক্ষ্মীনাথ বেজবৰুৱাৰ এটা উল্লেখযোগ্য গল্প 'ভুৰুকী বৌ'। কথন আৰু বৰ্ণনাৰ ফালৰ পৰা গল্পটো সুখপাঠ্য। ইয়াত বৰুৱা নামৰ মানুহজনে কলিকতাত বঙালী ভদ্ৰলোক এজনৰ সন্মুখত মিছা কথা কৈ কেনে পৰিস্থিতিৰ মুখামুখি হ'বলগীয়াত পৰিল তাকে ব্যক্ত কৰা হৈছে। শশীবাবু নামৰ বঙালী ভদ্ৰলোকজনে ঘটনাক্ৰমে আন এজনৰ বিবাহ থলীত বৰুৱাৰ সৈতে পৰিচয় হ'ল। সেইদিন ধৰি শশীবাবুৱে বৰুৱাৰ ঘৰলৈ অহা-যাহ কৰিবলৈ আৰম্ভ কৰিলে। বৰুৱাই কথাটো পছন্দ নকৰিলে। কিন্তু শশীবাবুক আঁতৰ কৰাৰ উপায়ো নেদেখিলে। ক্ৰমাৎ শশীবাবু বৰুৱাৰ অন্তৰংগ হৈ পৰিল আৰু তেওঁ সঁচাকৈয়ে বৰুৱাক আপোনজনৰ দৰে মৰম কৰিবলৈ ধৰিলে। বৰুৱা হৈ পৰিল শশীবাবুৰ দাদাক। ঘটনা আগবাঢ়ি গৈ থাকিল। অবিবাহিত বৰুৱাই শশীবাবুক কেবাটাও মিছা কথা ক'বলগীয়া হ'ল। শশীবাবুৰ সকলো কথাতে হয়ভৰ দি দি বৰুৱাই উপায়হীন হৈ পৰিল। ভুৰুকী (ভুৰ্কী) তেওঁৰ পত্নী, ভুৰুকী জহনিত পৰি ঢুকাল ইত্যাদি কথাৰে বৰুৱাই যিমানে শশীবাবুৰ পৰা আঁতৰিবলৈ চালে সিমানে এঠা বেছিহে হ'ল। শেষত বৰুৱাই শশীবাবুৰ ঘৰ-বাৰীৰ স্থানকে পৰিত্যাগ কৰিলে। গল্পটোৰ কাহিনী এয়াই।

লেখকে বিশেষ এটা সমস্যা দেখুৱাবলৈকে গল্পটোত যত্ন কৰিছে। তেওঁৰ উপস্থাপন আৰু গল্পকথাই পাঠকৰ হৃদয় স্পৰ্শ কৰিব পাৰে। বেজবৰুৱাৰ কাহিনী বিন্যাসৰ অদ্ভুত ক্ষমতাৰ উমান পাবলৈ পাঠকে এনেধৰণৰ দুটা-এটা গল্প পঢ়িলেও ক্ষান্ত হ'ব পাৰিব।

'মাধৈমালতী' এটা সামাজিক সমস্যাৰ গল্প। আচলতে পুৰণি দিনত বয়সীয়া ডাঙৰ ছোৱালী বিয়া নিদিয়াকৈ ৰখাটো এটা সমস্যাত পৰিণত হৈছিল। মাধৈমালতী তেনে এজনী ছোৱালী। কিন্তু তাই নিজৰ পথ শেষত নিজেই ঠিক কৰি লৈছে। তাই গোপনে তাইৰ প্ৰেমিকৰ লগত পলাই গৈছে। কিন্তু লেখকে তাইৰ কাহিনীটো আচম্বিতে সংযোগ ঘটাইছে প্ৰতিবেশী এজন যুবকৰ সৈতে। মাধৈমালতীৰ দেউতাকৰ আশা আৰু বাসনা বহু উচ্চ, বস্তুগত চিন্তাযুক্ত। দেউতাকৰ সেই ধাৰণাক লৈ জীয়েক অসন্তুষ্ট আৰু তাৰ পৰিণতি স্বৰূপেই তাই দেউতাকৰ আকাশ কুসুম আশা মষিমূৰ কৰি ডাকঘৰৰ কেৰাণী, তাইৰ প্ৰেমিক সনাতনৰ সৈতে সংসাৰ তৰিবলৈ আগবাঢ়িছে। মাধৈমালতীৰ এই প্ৰেমৰ পৰিণামৰ কথা অৱশ্যে তাই নিজেই দেউতাকক অৱগত কৰোৱাইছে। তাই দেউতাকলৈ যাবৰ পৰত এখন চিঠি থৈ গৈছে। আনহাতে তাইৰ কাহিনী ক'বলৈকে লেখকে অভিনৱ উপায়েৰে উচ্চ কুলৰ ল'ৰা এটাক টানি আনিছে। গল্পটোত বিষয়বস্তুৰ বৈচিত্ৰ্য আৰু চৰিত্ৰায়ণৰ সাৰ্থক প্ৰয়াস এটাও দৃষ্টিগোচৰ হয়।

''জাতিৰামৰ জাত' গল্পটোত লেখকৰ বক্তব্যই প্ৰধান। ক্ষুদ্ৰ সমাজ এখনত জাত্যাভিমান আৰু কুল ভেদাভেদৰ কুটিল পৰিণতি লেখকে দাঙি ধৰিছে। তেওঁৰ অন্যান্য গল্পৰ দৰেই ইয়াৰ উপস্থাপনশৈলী। কিন্তু গল্পটোত লেখকৰ উদ্দেশ্য জাত-পাতৰ বিৰুদ্ধে এজাউৰি বক্তব্য দাঙি ধৰাহে আৰু সেয়া সুচাৰুভাৱেই সম্পন্ন হৈছে। চৰিত্ৰায়ণ, বৈচিত্ৰ্য অথবা আন উপাদানৰ কাৰণে এই গল্পটো মনত ৰাখিব নোৱাৰি। ইয়াক মনত ৰাখিব লাগিব সমাজৰ এক কঠোৰ সমালোচনা হিচাপেহে। লেখকে জাত-পাতৰ বৈষম্য যে মুঠেও সমৰ্থন নকৰে বা মানি ল'ব নোৱাৰে সেই কথা গল্পটোত স্পষ্টভাৱে প্ৰকাশ পাইছে। কিন্তু এটা কথা কৈ থোৱা উচিত হ'ব যে জাত-পাতৰ বিৰুদ্ধে বেজবৰুৱাই গল্পটোত অলপ বেছিকৈয়ে ব্যাখ্যা কৰিছে। সেই দিশটোৰ অবিহনে গল্পটোত বিশেষ কাহিনী নাই। যি কি নহওক সমাজ সচেতনতা গল্পটোত প্ৰবল হৈ আছে আৰু জাতিৰামক কেন্দ্ৰ কৰি লেখকে তাকেই ব্যক্ত কৰিব বিচাৰিছে। গল্পটোৰ বিশেষত্ব সেইখিনিতে।

## (তিনি)

বেজবৰুৱাই জীৱিত কালত নিজে তিনিখন গল্পসংকলন প্ৰকাশৰ মুখ দেখিছিল। ইয়াৰে দ্বিতীয়খন হৈছে **'সাধু কথাৰ কুকি'**। ১৯১০ চনত এই সংকলনখন প্ৰথম প্ৰকাশিত হৈছিল। ইয়াত ছাব্বিছটা গল্পক স্থান দিয়া হৈছিল। সংকলনখনৰ এটা সংস্কৰণহে বেজবৰুৱাৰ দিনত সম্ভৱ হৈছিল। পিছলৈ অৱশ্যে কোনেও নছপোৱাকৈ এৰা নাছিল।

**'সাধুকথাৰ কুকি'** সংকলনখনত অন্তৰ্ভুক্ত হোৱা গল্পকেইটা হৈছে — আমালৈ নেপাহৰিব, স্বৰ্গাৰোহণ, চোৰ, পুত্ৰবান পিতা, জয়ন্তী, ডাক্তৰ বাবুৰ সাধু, ধোঁৱাখোৱা, ভদৰী, শিৱপ্ৰসাদ, ৰত্নমুণ্ডা, ভেমপুৰীয়া মৌজাদাৰ, নকওঁ, কন্যা, পণ্ডিত মহাশয়, মালতী, সেউতী, ঘৰপতা

ককা, মূলা খোৱা বুঢ়া, জলকুঁৱৰী, আমাৰ সংসাৰ, মিলাৰামৰ আত্মজীৱনী, চেনিচম্পা, কেকো ককা, আৰ্জ্জি, আমাৰ কানীয়া সভাৰ এক অধিবেশন আৰু দদায়েক পদো আৰু ভতিজাক ভদো।

সংকলনখনৰ প্ৰথম গল্প 'আমালৈ নেপাহৰিব'। ইয়াত বেজবৰুৱাই দুৰ্ভগীয়া অসমীয়া ছোৱালী এজনীৰ কাহিনী বিধৃত কৰিছে। ছোৱালীজনীক উৰিষ্যাৰ ব্ৰাহ্মণ পাণ্ডা এজনে প্ৰতাৰণা কৰি কলিকতাৰ গাৰ্ডেনৰিচৰ কুলি ডিপোত বিক্ৰী কৰিছিল যদিও আমাৰ গল্পৰ নায়কে পাই তাইক উদ্ধাৰ কৰিলে আৰু শিৱসাগৰৰ ঘৰলৈ ফিৰাই পঠিয়াইছে। ছোৱালীজনী বিধবা মাকৰ একমাত্ৰ কন্যা । পাণ্ডাজনে মাক-জীয়েকক ছলনা কৰি ঘৰজোঁৱাই খাটি শেষত পত্নী কৰি অনা মানুহজনীকে বিক্ৰী কৰিছে। নায়কে অকস্মাতে নদীৰ ঘাটত তাইক লগ পাইছে আৰু অভাগিনীৰ দুখ-দুৰ্দশাৰ বতৰত ত্ৰাণকৰ্তা হৈছে। পিছত, বহুত দিনৰ মূৰত যেতিয়া নায়কে কোঁৱৰপুৰৰ সেই বাঁৰীৰ পজাত ওলাইছিলগৈ তেতিয়া সেই ছোৱালীজনীৰ কাতৰ আহ্বানে তেওঁক মুগ্ধ কৰিছিল। তাইৰ মুখৰ সেই 'আমালৈ নেপাহৰিব' স্বৰত নায়কৰ হৃদয় বিগলিত হৈছে। গল্পটোৰ মূল কথা এয়াই। লেখকে ইয়াত হৃদয়হীন মানুহ আৰু হৃদয়বান ব্যক্তিৰ পাৰ্থক্য সুন্দৰভাৱে দাঙি ধৰিছে। সমাজৰ এটা ব্যাধি স্বৰূপ নাৰী ব্যৱসায়ৰ জলন্ত চিত্ৰ এখনো ইয়াৰ মাজত পৰিস্ফুট হৈ উঠিছে। গল্পটোৰ কাহিনীৰ গতিশীলতা আৰু মিতব্যয়িতাই পাঠকক আনন্দ দিয়ে। লগতে লেখকৰ দক্ষতা আৰু ভাষাৰ লালিত্যই অতি সহজে বিষয়বস্তু প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। চমুতে বেজবৰুৱাৰ কেতবোৰ স্বকীয় বৈশিষ্ট্য এই গল্পটোৰ মাজত পোৱা যায়।

সংকলনখনৰ দ্বিতীয় গল্প 'স্বৰ্গাৰোহণ'। মানুহে স্বৰ্গ বুলি মিছাতে হাবাথুৰি খাই শেষত অসাৰতা গম পালে কেনেদৰে হতাশ হয় তাকে ইয়াত দেখুৱাবলৈ গৈছে। দিঠক নহয়, সপোনৰ মাজেদি লেখকে কাহিনীটো ব্যক্ত কৰিছে। স্বৰ্গলাভৰ আশা বেছিভাগ মানুহেই কৰে। কিন্তু স্বৰ্গনো কি বস্তু, কিবা অস্তিত্ব আছেনে সেই কথা কোনেও সমূলি ভাবি নাচায়। মৃত্যুৰ মুহূৰ্তলৈকে মানুহে পৃথিৱীত পোৱা সকলো বস্তুকে পাব বিচাৰে। কিন্তু যাবৰ পৰত সেইবোৰ যে ইয়াতে এৰিব লাগিব সেই সত্যতো সহজে বুজিব নোৱাৰে। কেতিয়াবা বুজিলেও মনত ৰাখিব নোৱাৰে আৰু তাৰ বাবেই সদায় অভাৱ আৰু মোহত ভুগে। মানুহৰ এই আক্ৰোশ আৰু দুৰন্ত স্বৰ্গলাভৰ হেঁপাহ এদিনীয়া নহয়। লেখকে দেখুৱাইছে যে স্বৰ্গ এনে এক ঠাই য'ত মানুহৰ পাৰ্থিৱ বস্তু একোৱেই নৰয়, কেৱল মানুহৰ পাপ-পুণ্যৰ বাহিৰে। মানুহৰ আশা-আকাঙ্ক্ষা আৰু বাস্তৱ জগতখনৰ বিষয়ে এক জ্ঞানৰ সন্ধান দিবলৈকে এই গল্পটোৰ সৃষ্টি হৈছে বোধ হয়। গল্পটোৰ এই মূল কথাখিনি লেখকে তেওঁৰ স্বভাৱজাত দক্ষতা আৰু শৈলীৰে উপস্থাপন কৰিছে। তাৰ মাজত বেজবৰুৱাৰ সচৰাচৰ দেখা পোৱা বৈশিষ্ট্যবোৰেই ভাস্বৰ হৈ আছে। গল্পটো সুখপাঠ্যও।

'চোৰ' গল্পত গল্পকাৰে পশুপতি নামৰ চোৰ এটাৰ মতি-গতি বৃত্তিৰ পৰিবৰ্তন কেনেকৈ সংঘটিত হ'ল তাকে দেখুৱাইছে। চোৰে এদিন ৰাতি সিন্ধি দিবলৈ গৈ এজন মানুহৰ প্ৰাণ ৰক্ষা কৰিছে নিজৰে পত্নী হত্যাকাৰীণীৰ পৰা। কিন্তু চোৰৰ কথা শুনে কোনে, চোৰে ৰাইজৰ পৰা ঔকিল খালেই। তাৰ পিছত যেনিবা ৰাইজৰ সদয়ভাৱ অহাত চোৰৰ কথা শুনিলে আৰু তেতিয়াহে উৰহী গছৰ ওৰ ওলাল। কিন্তু ভাল ঘৰৰ অসৎ ল'ৰা চোৰ পশুপতিক ৰাইজে সহজে স্বীকাৰ কৰি

ল'ব নোৱাৰিলে। চোৰৰ পৰিবৰ্তনে সেয়ে সমাজৰ স্বীকৃতি পলমকৈ পালে। কিন্তু সেই বিশেষ ৰাতিয়ে চোৰ পশুপতিয়ে আনৰ জীৱন ৰক্ষা কৰি ডাঙৰ উপকাৰ সাধন কৰিছে। লেখকে পশুপতিৰ এই ৰূপান্তৰক ৰত্নাকৰ দস্যুৰ পৰিবৰ্তনৰ সৈতে তুলনা কৰিছে আৰু তাৰ ভাল দিশটোক সমাজৰ সমুখত স্পষ্ট হৈ পৰাটো দেখুৱাইছে। বিষয়-বস্তুৰ দিশৰ পৰা গল্পটো আকৰ্ষণীয় আৰু পাঠকৰ বাবে সহজে অনুমেয়। চাবলৈ গ'লে নতুনত্ব কেৱল সেইখিনিতহে। উপস্থাপন শৈলী বা চৰিত্ৰায়ণ এইবোৰত বিশেষ ক'বলগীয়া নাই। বেজবৰুৱাৰ সাধাৰণ বৈশিষ্ট্যহে ইয়াত পোৱা যায়।

অতিৰিক্ত অপত্য স্নেহ বা অত্যধিক পুত্ৰস্নেহৰ পৰিণতি কেনে ভয়াবহ হ'ব পাৰে সেই কথা দেখুওৱা হৈছে 'পুত্ৰবান পিতা' শীৰ্ষক গল্পটোত। মানুহৰ পৃথিৱীত বৃদ্ধ হ'লে পুত্ৰ-বোৱাৰী বা কন্যাৰ দ্বাৰা লালিত-পালিত হৈ সেৱা শুশ্ৰূষাৰ সৌভাগ্য লাভ হ'ব লাগে। আমাৰ সমাজ ব্যৱস্থাত এয়াই নিয়ম। কিন্তু কেইজন বৃদ্ধৰ ভাগ্যত সেই সেৱা শুশ্ৰূষা লাভ সম্ভৱ হৈ উঠে। সঁচা কথা ক'বলৈ গ'লে খুব কম বৃদ্ধলোকেহে পুত্ৰ-কন্যা বোৱাৰীৰ পৰা আদৰ লাভ কৰিবলৈ সক্ষম হয়। যিজন বৃদ্ধই সেই আদৰ পাম বুলি বেছিকৈয়ে আশা কৰিছিল তেওঁ হয়তো একোৱেই নাপালে। গল্পটোত লেখকে তেনে এজন বৃদ্ধৰ ছবিকে অংকণ কৰিছে। বৃদ্ধজনে পুত্ৰ-বোৱাৰীহঁতৰ পৰা অনেক আশা কৰিছিল আৰু শেষ বয়সত সিহঁতৰ সাহচৰ্যতে জীৱনটো ইতি পেলাব বিচাৰিছিল। কিন্তু কালে সেইটো নামানিলে। তেওঁ নিজৰে তেজৰ পুত্ৰহঁতৰ দ্বাৰাই ঘৃণিত অপমানিত আৰু বৰ্জিত হ'ল। বৃদ্ধৰ মৃৰত সৰগ পৰা যেন হ'ল। তেওঁ ঘৰ এৰি গুচি গ'ল আৰু মাগি খাই কাশীধামলৈ যোৱাৰ সংকল্প ল'লে। বৃদ্ধই কাশীলৈ যোৱাৰ খৰচ গোটাবলৈ ধৰিলে। কিন্তু এনেদৰে ভাবি অগ্ৰসৰ হৈ থাকোঁতেই অকস্মাৎ বৃদ্ধ ঢুকাই থাকিল। পুত্ৰবান পিতাৰ প্ৰাপ্তি বুলি একো নাথাকিল। তেওঁ তিক্ততাভৰা পৃথিৱীৰ মায়া এৰি গুচি গ'ল। লেখকে এই চিৰসত্যটোকে দাঙি ধৰিছে। গল্পটোত এই সত্যটো প্ৰকাশ কৰিবলৈকে তেওঁ যত্ন কৰিছে। বৃদ্ধৰ চৰিত্ৰায়ন উপযুক্ত আৰু যথাযথ বুলিব লাগিব। পুত্ৰ-বোৱাৰীসকলৰ চৰিত্ৰবোৰ হঠাৎ আবিৰ্ভাৱ হোৱা ধৰণৰ। সিহঁতৰ বিকাশ ঘটা নাই। একমাত্ৰ বৃদ্ধৰ চৰিত্ৰটো আৰু সেই সমাজ ব্যৱস্থাৰ সমালোচনাই গল্পটোৰ প্ৰধান গুৰুত্ব। গল্পটোৰ মানৱিক আবেদনো প্ৰবল। বৃদ্ধৰ প্ৰতি লেখকৰ সমবেদনা আৰু সহমৰ্মিতাৰ প্ৰকাশে তাকে সূচায়।

সংকলনখনৰ অন্যতম উল্লেখযোগ্য গল্প 'জয়ন্তী'। ৰূপহী শুৱনি জয়ন্তীৰ যে দুঃসাহস আৰু উপস্থিত বুদ্ধিৰো তুলনা নাই তাকে দেখুৱাবলৈ গল্পকাৰে যত্ন কৰিছে। জয়ন্তী নামৰ অসমীয়া ৰমণী গৰাকীৰ প্ৰতিভা, ৰূপ সৌন্দৰ্যৰ সাবলীল বৰ্ণনা দিয়া হৈছে গল্পটোত। তেতিয়া মানৰ আক্ৰমণৰ সময়। বয়-বস্তু লুটপাত কৰি অবিৰাম হত্যালীলা আৰু উৎপীড়নৰ দ্বাৰা মানে অসমৰ মানুহক ভীত সন্ত্ৰস্ত কৰি তুলিছিল। এবাৰ তেনে আক্ৰমণৰ বলি হ'ল জয়ন্তীৰ পৰিয়ালটো। মান তিনিটাই জয়ন্তী-ৰমানাথক বান্ধি মাৰপিত কৰি বয়-বস্তু লুটিবলৈ ধৰিলে। জয়ন্তী আৰু স্বামী ৰমানাথে তেনে ধৰণৰ আক্ৰমণৰ সন্মুখীন হোৱাৰ আশংকাত মূল্যবান সম্পদবোৰ আগতেই গুৱাহাটীৰ মিতিৰৰ ঘৰলৈ পঠিয়াই দিছিল। মানহঁতে আশা কৰা মতে মূল্যবান বস্তু নোপোৱাৰ কাৰণ সেইটোৱেই। গতিকে মানৰ উৎপাত বাঢ়ি গ'ল। জয়ন্তী-ৰমানাথৰ ওপৰত কঠোৰ নিৰ্যাতন চলিল। তেনেতে জয়ন্তীৰ দুঃসাহস আৰু উপস্থিত বুদ্ধিৰ

প্ৰকাশ ঘটিল। জয়ন্তীয়ে মাটিৰ তলত ধন-সম্পদ পুতি থোৱা বুলি কৈ সিহঁতক গাঁত খন্দাব লগালে। এসময়ত এডিঙি দ গাঁত হোৱাত তাই তিনিওটা মানকে গাঁতৰ ভিতৰত পেলাই সিহঁতৰ তৰোৱালেৰে ডিঙি কাটি দিলে। মুহূৰ্ততে পট সলনি হ'ল। গছত বান্ধি থোৱা ৰমানাথো মুক্ত হ'ল। জয়ন্তী তেতিয়াৰ পৰা উন্মাদিনী হৈ পৰিল। তাইক লৈ ৰমানাথে গুৱাহাটীলৈ যাত্ৰা কৰিলে। কিন্তু জয়ন্তী আৰু ভাল হৈ নুঠিল। তাই শেষলৈকে মাথো এষাৰ কথাই ক'লে যে 'মোৰ স্বামীৰ হাতৰ বান্ধ মোকোলালো'। জয়ন্তীৰ তেনেকৈয়ে এদিন মৃত্যু হ'ল। তাইৰ স্বামী ভক্তি আৰু দুঃসাহস ৰমানাথৰ চুকুৰ আগত ভাহি ৰ'ল। লেখকে জয়ন্তী চৰিত্ৰটোক আদৰ্শবাদী ৰূপে গঢ় দিছে আৰু তাইৰ মাজেদি অসমীয়া বীৰাঙ্গনা নাৰীৰ ৰক্ত প্ৰবাহিত কৰাইছে। জয়ন্তীৰ চৰিত্ৰটোৰ সেইটোৱেই প্ৰধান দিশ। তাইক লেখকে তেজ-মঙহৰ চৰিত্ৰ হিচাপেই অংকন কৰিছে। শান্ত-লজ্জাশীলা আৰু ভীতা জয়ন্তী এদিন নৃত্যকাৰিণী উন্মাদিনী হৈ পৰিছে। পৰিস্থিতি, অৰ্থাৎ সময় আৰু কৰ্তব্যই তাইক এইদৰে গঢ়ি তুলিছে। অসমীয়া ৰমণীৰ যে একোৰে অভাৱ নাই সেই কথা জয়ন্তীয়ে প্ৰমাণ কৰি দেখুৱাইছে। জয়ন্তীৰ এই বীৰত্ব আৰু দুঃসাহস আদৰ্শ হৈ জিলিকি ৰ'ব। লেখকে স্বভাৱসুলভ উপস্থাপন আৰু ভাষাৰ লালিত্যৰে গল্পটোক এক বিশেষ মাত্ৰা দান কৰিছে 'জয়ন্তী' গল্পটোৰ সাৰ্থকতা সেইখিনিতে নিহিত হৈ আছে।

'ডাক্তৰ বাবুৰ সাধু' গল্পটোত মাউৰা নিঠৰুৱা ৰামলোচন নামৰ সৰু ল'ৰা এটাক ডাক্তৰে চোৰ অৱস্থাৰ পৰা ৰক্ষা কৰি আনি তাক সজ পথলৈ আনিলে। অতি কম দিনৰ ভিতৰতে ৰামলোচন ডাক্তৰৰ বিশ্বাসী ভৃত্যত পৰিণত হ'ল। কেই বছৰ মানৰ ভিতৰত সি ডাক্তৰৰ ভাত ৰান্ধনিলৈ প্ৰমোচন পালে। ডাক্তৰে তাৰ এই সজ প্ৰবৃত্তিত সন্তুষ্ট হৈ পাক ঘৰৰ সকলো দায়িত্ব চমজালে। ডাক্তৰণীও ৰামলোচনৰ কাৰ্যত সন্তুষ্ট হ'ল। কিন্তু এদিন সকলোকে আচৰিত কৰি ৰামলোচনে আত্মহত্যা কৰিলে। শেষত সেই ডাক্তৰেই তাৰ মৰণোত্তৰ পৰীক্ষা কৰিবলগীয়া হ'ল। ধৰা পৰিল সি ডাক্তৰৰ প্ৰতিবেশী দহ বছৰীয়া ছোৱালী এজনীৰ প্ৰেমত পৰি তাইক নোপোৱাৰ সম্ভাৱনাতে আত্মহত্যা কৰিলে। সি তাইলৈ এডোখৰ চিঠি লিখি থৈ গৈছিল। ৰামলোচনৰ আত্মহত্যাৰ পিছতো ডাক্তৰৰ মনত তাৰ ছাঁটো ঘূৰি ফুৰিলে। সপোনতে ডাক্তৰে কেবাদিনো ৰামলোচনক দেখা পালে। ডাক্তৰৰ এই সাধুৰ মাজেদি লেখকে তেওঁৰ (ডাক্তৰৰ) মানৱিক দৃষ্টিভংগী প্ৰকট কৰিছে। তদুপৰি ভাল পৰিৱেশ আৰু পথ-নিৰ্দেশনাত যে একোজন সৰু শিশুক নিজৰ মতে গঢ় দিব পাৰি তাকো ৰামলোচনৰ চৰিত্ৰৰ মাজেদি পৰিস্ফুট কৰিছে। ৰামলোচনৰ অতীত জীৱন কৰুণ যদিও ডাক্তৰে তাক উদ্ধাৰ কৰি সঠিক পথলৈ আনিছে। কিন্তু তাৰ গোপন প্ৰেমৰ উমান নোপোৱাত সি আন জাতিৰ বেয়া স্বভাৱ শিকিয়েই আত্মহত্যা কৰিলে। ৰামলোচনৰ এই আত্মহত্যাই সেয়ে ডাক্তৰক তীব্ৰভাৱে দগ্ধ কৰিছে। গল্পকাৰে দেখুৱাইছে ৰামলোচনে বঙালীৰ পৰা যিবোৰ শিকিলে সেয়াই তাক সঠিক পথলৈ নিব নোৱাৰিলে। তাৰ গোপন প্ৰেমৰ কৰুণ পৰিণতি ইয়াৰে নিষ্ঠুৰ পৰিহাস। ডাক্তৰৰ চৰিত্ৰটো লেখকে মানৱ দৰদী হিচাপে গঢ় দিছে।

'ধোঁৱাখোৱা' বেজবৰুৱাৰ এটা বহুপঠিত আৰু বহুচৰ্চিত আকৰ্ষণীয় গল্প। অতিশয় নিটোল কাহিনীটোৰ আবেদন মৰ্মস্পৰ্শী। এক প্ৰাচীন ঐতিহ্যক লৈ এটা পৰিয়াল নিঃশেষ হৈ যোৱাৰ

করুণ কাহিনী গল্পটোৰ মাজেদি বিধৃত হৈছে। গঙ্গাৰাম ডাঙৰীয়াৰ ৰূপৰ ধোঁৱাখোৱাই ইয়াৰ মূলতে দায়ী। তেওঁৰ আভিজাত্যৰ প্ৰতীক সেই ধোঁৱাখোৱাটো। গঙ্গাৰামৰ পুতেক ৰামেশ্বৰেও দেউতাকৰ সেই ধোঁৱাখোৱা বিদ্যাটো আয়ত্ত কৰিলে। দেউতাকে বাধা দিও ৰাখিব নোৱাৰিলে। পুতেকৰ এই কাৰ্যই শেষত গোটেই পৰিয়ালটো উছন কৰিলে। গঙ্গাৰামৰ মৃত্যুৰ পিছত ৰামেশ্বৰে সম্পূৰ্ণ ডাঙৰীয়াৰ স্থান লাভ কৰিলে। গতিকে ৰূপৰ ধোঁৱাখোৱাৰ উত্তৰাধিকাৰী হ'ল ৰামেশ্বৰ। আগতে লুকাই-চুৰকৈ ধোঁৱাখোৱা লোৱা ৰামেশ্বৰে এতিয়া মুক্তভাৱে সেই কামটি সম্পাদন কৰিবলৈ ধৰিলে। এনেকৈ ৰামেশ্বৰৰ দিনতে তেওঁৰ সকলো সম্পদ হেৰাই যাবলৈ ধৰিলে। এদিন ৰূপৰ ধোঁৱাখোৱাও গ'ল। তাৰ ঠাই ল'লে নাৰিকলৰ উকা ধোঁৱাখোৱাই। ইতিমধ্যে ৰামেশ্বৰৰ মাক, ভনীয়েক আৰু ঘৈণীয়েককো বিপদৰ বানে এই সংসাৰৰ পৰা লৈ গ'ল। সকলোৰে চকুৰ আগত ৰামেশ্বৰ ডাঙৰীয়া এই পৃথিৱীত অকলশৰীয়া হ'ল। বিপদৰ বন্ধু হিচাপে ধোঁৱাখোৱাটোকে লৈ ৰামেশ্বৰে টলৌ টলৌকৈ ঘূৰি ফুৰিবলৈ ধৰিলে। এদিন তেওঁৰ পুৰণি সংগী পণ্ডিতৰ সৈতে লগালগি হ'ল। দুয়ো দিখৌ মুখেদি দক্ষিণপাটলৈ নাৱত উঠিল। সেই নাৱত ব্ৰহ্মপুত্ৰৰ বুকুৰেদি গৈ থাকোঁতে হঠাৎ ৰামেশ্বৰৰ ধোঁৱাখোৱাটো পানীত পৰি গ'ল। মুহূৰ্ততে ৰামেশ্বৰেও ধোঁৱাখোৱাটো আনিবৰ নিমিত্তে পানীত জাপ দিলে। কিন্তু ৰামেশ্বৰক ব্ৰহ্মপুত্ৰই চিৰকাললৈ সাবটি ল'লে। ৰামেশ্বৰক বিচাৰি পোৱা নগ'ল। পণ্ডিত আৰু নাৱৰীয়াসবে চকুলো টুকিলে। ইফালে তেওঁৰ নাৰিকলৰ ধোঁৱাখোৱাটো গৈ পাৰৰ জাজী এসোপাত লাগি থকা পোৱা গ'ল। বেজবৰুৱাই কাহিনীটো তাতে শেষ কৰিছে। প্ৰাচীন বদ অভ্যাস এটাৰ মূলতে যে গঙ্গাৰামৰ গোটেই পৰিয়ালটো শেষ হৈ গ'ল সেই কথাটো গল্পটোৰ মাজত পৰিস্ফুট হৈছে। সেইবুলি ৰামেশ্বৰ বা তেনেধৰণৰ চৰিত্ৰৰ যে দোষ নাই তেনে নহয়। বিচাৰ বিবেচনাহীন কাম কৰি যোৱা বাবে ৰামেশ্বৰ যেনেকৈ দায়ী তেনেকৈ তেওঁৰ পিতৃ গঙ্গাৰামো দায়ী। কাৰণ গঙ্গাৰাম ডাঙৰীয়াৰ সৎচিন্তা স্পষ্ট হোৱা হ'লে তেওঁ পুতেকক নিশ্চয় ভালদৰে গঢ় দিলেহেঁতেন। অৱশ্যে ৰামেশ্বৰে গোটেই সম্পত্তি কেৱল ধপাঁততে শেষ কৰিলে বুলিও কাহিনীকাৰে নিশ্চিত কৰা নাই। কিন্তু তাৰ বেলেগ কাৰণো তেওঁ দিয়া নাই। মাথো সেই কথা ৰহস্যাবৰ্তত হৈছে। গল্পকাৰৰ সাৰ্থকতা হ'ল কাহিনীটো নিটোলভাৱে ৰসালকৈ প্ৰকাশ কৰিছে। চৰিত্ৰই নিজৰ স্থান নিজেই নিৰ্ণয় কৰিছে আৰু কাহিনীক আগবঢ়াই নিছে। ভাষা যথাযথ আৰু পৰিৱেশ বা পৰিস্থিতিৰ উপযোগী। এনেদৰে বেজবৰুৱাৰ অন্যতম শ্ৰেষ্ঠ গল্পৰ শাৰীতে এই গল্পটো থ'ব পাৰি।

'ভদৰী' গল্পত লেখকে পতিব্ৰতা আৰু সহনশীলা অসমীয়া নাৰীৰ স্বৰূপ দেখুৱাইছে। ভদৰীয়ে ওৰে জীৱন স্বামী শিশুৰামৰ মাৰ-কিল খায়ো জীৱনত তাকেই ভাল পাইছে আৰু তাকেই বিচাৰে। তাইক শিশুৰামে মৈদাৰে কুবিয়াই ৰাঙলী কৰাৰ পিছতো তাই স্বামীক দোষী সাব্যস্ত নকৰি সেই দোষ নিজৰ গাত জাপি লৈছে। অসমীয়া নাৰীৰ এই গুণ সৰ্বজনবিদিত। ভদৰীৰ মাজত লেখকে সেই গুণৰে প্ৰকাশ ঘটাইছে আৰু তাইৰ ওচৰত শেষত স্বামী শিশুৰামেও হাৰ মানি চকুলো টুকিছে। নাতিদীৰ্ঘ গল্পটোৰ মাজত লেখকৰ দক্ষতা আৰু চৰিত্ৰায়ণৰ নৈপুণ্যৰ আভাস পৰিস্ফুট হৈছে। ভদৰীক তেওঁ আদৰ্শ নাৰীৰূপে গঢ় দিছে। ভদৰীৰ মাজত নাৰীৰ কেউবিধ গুণকে দিছে। তাইৰ স্বামী সচৰাচৰ গ্ৰাম্য সমাজৰ, উগ্ৰ আৰু অবুজ। কিন্তু সময় আৰু

ঘটনাই তাৰ পৰিৱৰ্তন নঘটোৱাকৈ থকা নাই। শেষত সেয়ে শিৱৰাম দুখত মৰ্মাহত হৈছে। অৱশ্যে তাৰ অনুতাপে তাক শাস্তিৰ পৰা ৰেহাই দিয়া নাই। সি শাস্তি ভোগ কৰিছে। গল্পকাৰ এই দিশটোৰ প্ৰতিও সচেতন।

'শিৱপ্ৰসাদ' নামৰ গল্পটোত আনৰ কুচক্ৰান্তত পৰি সৰল শিৱপ্ৰসাদে নিজৰ লগতে ঘৈণীয়েকৰ জীৱনলৈও অথন্তৰ মাতি আনিছে। শিৱপ্ৰসাদে নিজৰ সুখৰ জীৱনটোলৈ এটা দুষ্ট, দালাল ভিখৰাজৰ সহযোগত নষ্ট কৰি দুৰ্যোগ নমাইছে। সামান্য টকাৰ লোভ আৰু কানি-মদ-ভাঙৰ নিচাত মত্ত হৈ পৰা শিৱপ্ৰসাদে নিজৰ বিচাৰ-বুদ্ধি সকলো হেৰুৱাই মৰমৰ ঘৈণীয়েকৰ প্ৰতি অহিত চিন্তা কৰাৰ পৰিণামতে যে সেই অথন্তৰ ঘটিবলৈ পালে সেইকথা গল্পটোত স্পষ্ট হৈ পৰিছে। শিৱপ্ৰসাদৰ অধঃপতনৰ কাৰণ সেইটোৱে। চুটি যদিও সুখপাঠ্য গল্পটোত লেখকে ইয়াকে দেখুৱাবলৈ যত্ন কৰিছে। তদুপৰি চৰিত্ৰ কেইটি জীৱন্ত আৰু আকৰ্ষণীয়কৈ ফুটি উঠিছে। ফলত গল্পটোৱে পাঠকক আনন্দৰ খোৰাকো দিব পাৰিছে। সন্দেহ নাই বেজবৰুৱাৰ শৈলী গল্পটোৰ মাজত বিস্তৃত হৈ আছে।

বেজবৰুৱাৰ আন এটা মনোৰম গল্প 'ৰতনমুণ্ডা'। ইয়াত জুমুৰী নামৰ এজনী কোল ছোৱালীৰ ৰতনমুণ্ডা নামৰ এটা ডেকাৰ সৈতে প্ৰেমৰ করুণ পৰিণতি বৰ্ণনা কৰা হৈছে। জুমুৰী আৰু ৰতনৰ প্ৰেমৰ পৰিণতি বিবাহ নহ'লগৈ দুয়োৰে দুৰ্ভগীয়া আৰু কিৰ্পিণ বাপেক দুজনৰ যুঁজৰ ফলত। শেষত উপায়হীন হৈ ৰতন আৰু জুমুৰী হাবিলৈ পলাই গ'ল। দুয়ো গৈ পৰ্বতৰ গাৰ গুহাত আশ্ৰয় ল'লে। গুহাৰ দূৰতে বৈ যোৱা এখন পৰ্বতীয়া নদী। এদিন ৰতনে পুৱাতে সেই নদীত গা ধুবলৈ বুৰ মাৰিলে। কিন্তু তাৰ বুৰ অনন্ত বুৰত পৰিণত হ'ল। সি আৰু নোলাল। নিঃসহায় বেচেৰী জুমুৰীয়ে সাদিন তাতে কান্দি-কাটি ৰতনৰ অপেক্ষা কৰিলে। কিন্তু ৰতনক বিচাৰি নাপালে। পিছত মৃগয়া কৰিবলৈ যোৱা এজন ডেপুটী কমিশ্যনৰে জুমুৰীক তাৰ পৰা উদ্ধাৰ কৰে যদিও জুমুৰীক মাক-বাপেকে যক্ষিনী গণ্য কৰি ঘৰত নাৰাখিলে। জুমুৰীৰ দুৰৱস্থা আৰু বিপদত কমিশ্যনৰেই তাইক নি ছাইৰাচৰ খ্ৰীষ্টান মিশ্যনেৰীৰ বৰ্ডিঙত থৈ দিলে। গল্পকাৰে কাহিনীটোৰ সিমানতে অন্ত কৰিছে। ইয়াত তেওঁ কোল বিলাকৰ বিষয়ে এক ধাৰণা দিবলৈ যত্ন কৰিছে। নিজৰ ৰীতি-নীতি-পৰম্পৰাত কোলবিলাক যে অত্যন্ত কঠোৰ সেইকথা কাহিনীৰ মাজত বিয়পি আছে। লেখকে জুমুৰী আৰু ৰতন মুণ্ডাৰ করুণ পৰিণতি দেখুৱাই দুটি নিষ্ফল প্ৰাণৰ বিৰহ চিত্ৰিত কৰিছে আৰু তাৰ মাজত এক মানৱিক দৃষ্টিভংগী দাঙি ধৰিছে ডেপুটী কমিশ্যনৰৰ চৰিত্ৰটো অংকন কৰি। গল্পটোৰ শেষত 'পৰিশিষ্ট' বুলি কিছু কথা জুৰি দি বেজবৰুৱাই কোলবিলাকৰ মাঘপৰৱ মহোৎসৱ আৰু পৰ্বতীয়া নদীৰ ভয়াবহ আচৰণৰ বিষয়ে অৱগত কৰাইছে। পাঠকক এই 'পৰিশিষ্ট'ই কাহিনীটোৰ মাজলৈ সোমাই যোৱাত সহায় কৰিব। ভাব ভাষাৰ সংহত প্ৰকাশেও পাঠকক মুগ্ধ কৰিব।

ঠাট্টা-বিদ্ৰূপেৰে ৰসৰ সৃষ্টি কৰাতো বেজবৰুৱাৰ সমান সুদক্ষ কাৰিকৰ অসমীয়া সাহিত্যতে নাই। 'ভেমপুৰীয়া মৌজাদাৰ' নামৰ গল্পটোত সাহিত্যৰথীয়ে তাকে কৰিছে। মৌজাদাৰ ডাঙৰীয়াৰ ভেম বা আভিজাত্য যে নামান্তৰ আৰু স্বাৰ্থান্ধ মাথোন সেই কথা বৰ্ণনা কৰাবলৈ লেখকে উপযুক্ত পাত্ৰ বিচাৰি পাইছে। মৌজাদাৰৰ লেখীয়া কেতবোৰ মানুহ দৰাচলতে যে

নুহুৰা আৰু অহংকাৰত মিছাতে ওফন্দি থকা বিধৰ সেই কথা ভেমপুৰীয়া আখ্যানৰ মাজেদি বিধৃত হৈছে। চমু যদিও লেখকে অতি সহজে ভেমপুৰীয়াৰ আঁতি-গুৰি মাৰি তেওঁৰ ইতিহাস মুকলি কৰিছে গল্পটোত। এনেদৰে ভেমপুৰীয়াৰ কথা আদিৰ পৰা অন্তলৈকে বৰ্ণনা কৰি গল্পকাৰে তেনে মানুহৰ নীচ মনোবৃত্তি আৰু উদ্দেশ্য পূৰণৰ ঘৃণনীয় প্ৰচেষ্টাকে প্ৰতিফলিত কৰিছে আৰু তাৰ দ্বাৰা সমাজ কিম্বা দহৰ যে সামান্য উপকাৰো নহয় সেয়া দেখুৱাবলৈ সমৰ্থ হৈছে। সংক্ষেপতে ভেমপুৰীয়াৰ চৰিত্ৰাংকন বিতোপন আৰু সুকীয়াভাৱেই ই অসমীয়া সাহিত্যত জিলিকি থাকিব।

'নকওঁ' শীৰ্ষক গল্পটোত বেজবৰুৱাই এটা সৰু কথাৰ আঁত ধৰি প্ৰতিশ্ৰুতি পালনৰ মন উপলব্ধি দাঙি ধৰিছে। কথকে হাবিলৈ ফুল আনিবলৈ যাওঁতে গাঁৱৰ পৰা পলাই যোৱা এহাল ডেকা-ডেকেৰীক লগ পাইছে। ঘটনাবশতঃ কথকৰ মূৰত দাৰ ঘাপ পৰি তেজ ওলোৱাত সিহঁতে শুশ্ৰূষা কৰিছে। বিদায়ৰ পৰত কথক প্ৰতিশ্ৰুতিবদ্ধ হৈছে যে গাঁৱত সিহঁতৰ কথা নকয়। ডেকেৰীয়ে কথকৰ মূৰত যি বনদৰৱ দিলে সেয়াও তিনিদিনলৈ এৰুৱাব নালাগে। কথকক আহিবৰ পৰত সেই কথাটো ডেকেৰী ছোৱালীজনীয়ে কেবাবাৰো কৈছে। তেওঁ সেয়াও মানি ল'লে। তিনিদিনৰ পিছত দৰবৰ লেপন আঁতৰাই দেখে ঘা শুকাই গৈছে। কথকে সিহঁতৰ কথা নকওঁ বুলি যি প্ৰতিজ্ঞা কৰিছিল সেয়াও ৰাখিছে। এটা সৰু ঘটনাৰ পৰাই কেতিয়াবা জন্ম হ'ব পাৰে এক গভীৰ বিশ্বাস। সেই বিশ্বাস বা আস্থা ৰক্ষা কৰাটো সৎ সাহসৰ পৰিচয়। লেখকে এই কথাটোকে গল্পটোৰ মাজেদি পৰিস্ফুট কৰিছে। বেজবৰুৱাৰ স্বভাৱ সুলভ উপস্থাপন আৰু কাহিনী বিন্যাসে গল্পটো সুখপাঠ্য কৰি তুলিছে।

'কন্যা' নামৰ গল্পটোত পাহাৰী ৰূপৱতী নদীখনৰ বৰ্ণনা কৰাৰ লগতে এহাল যুৱক-যুৱতীৰ অকাল মৃত্যু প্ৰতিফলিত কৰিছে। যুৱকজনে ঘুলি এটাত বৰশী বাই নদীৰ সিপাৰে ঘাটৰ পৰা পানী নিবলৈ অহা কোনো যুৱতীলৈ চাই থাকে। কিন্তু মাছ ধৰোঁতা আৰু পানী কঢ়িয়াওতা দুজনৰ ভিতৰত এষাৰ কথাও কেতিয়াও আদান-প্ৰদান নহ'ল। এদিন তেনেদৰে ব্যস্ত থাকোঁতেই মাছ ধৰোঁতা পানীত পানীত পৰি ডুবি মৰিল। তিনিদিন পিছত সেই ঘুলিতে যুৱতীজনীৰ মৰাশটোও পোৱা গ'ল। অপ্ৰকাশিত প্ৰেমৰ পৰিণতি তেনেকৈয়ে হ'ল। কথকে কন্যা নামৰ নদীৰ ৰূপ-দৰ্শনৰ লগতে এহাল ডেকা-গাভৰুৰ কৰুণ সমাপ্তিৰ সাক্ষীও হ'ব লগীয়া হ'ল। বেজবৰুৱাই এই সৰু গল্পটোৰ মাজেদি অজ্ঞান দুটি প্ৰাণৰ অব্যক্ত আকৰ্ষণক ফুটাই তুলিছে। পৰ্বতীয়া কন্যা নদীৰ ৰসাল আৰু বিতোপন বৰ্ণনাই বেজবৰুৱাৰ গভীৰ প্ৰকৃতি প্ৰেমৰ নিদৰ্শন দাঙি ধৰে।

'পণ্ডিত মহাশয়' গল্পত দেখুৱাইছে ছাত্ৰক পঢ়াবলৈ আহি তাহানিৰ ছিলঠীয়া পণ্ডিতে কেনেদৰে মানুহবধ কাৰ্যত লিপ্ত হৈছে। চৰম লজ্জাৰ কথা পণ্ডিতে নিজৰে ছাত্ৰ এজনক ডিঙি মুচৰি নিজৰ ঘৰতে হত্যা কৰিছে আৰু মৃতদেহটো মজিয়াত পুতি ৰাখিছে। পণ্ডিতৰ অভিযোগ ছাত্ৰজনে তেওঁক জোকাইছিল আৰু তেওঁ সেয়া সহ্য কৰিব নোৱাৰিলে। প্ৰতিশোধৰ জ্বালাত শিক্ষকে হত্যা কৰিলে আপোন ছাত্ৰক। বেজবৰুৱাই পণ্ডিতজনৰ চৰিত্ৰৰ বিশ্লেষণ কৰিছে আৰু গোটেই কাহিনীটো অন্তৰ চুই যোৱাকৈ ব্যক্ত কৰিছে। শান্তিৰক্ষক আৰক্ষীৰ অনুসন্ধানত

পণ্ডিতৰ মুখেৰে হত্যাকাণ্ডটোৰ স্বীকাৰোক্তি প্ৰকাশ পাইছে আৰু শেষত পণ্ডিতৰ ফাঁচী হৈছে। গল্পটোৰ মূল কথা এইখিনিয়ে। লেখকে মানুহৰ স্খলন দেখুৱাইছে পণ্ডিতৰ নিচিনা চৰিত্ৰৰ যোগেদি। বাহিৰত দেখা-শুনাই পণ্ডিত মানুহজনৰ ভিতৰত নৃশংস মানুহ এটা লুকাই থাকিব পাৰে সেই কথা সহজে বিশ্বাস কৰিব নোৱাৰি। গল্পকাৰে গল্পটোৰ উপস্থাপন সুন্দৰকৈ কৰিছে। বিশেষ এটা বিন্দুৰ পৰা কাহিনীটো প্ৰকাশ কৰি পণ্ডিতক শাস্তি দিয়াতে শেষ কৰিছে। সেই দিশৰ পৰা পাঠকে পঢ়ি মুগ্ধ হ'ব অকণো আমনি নেলাগে।

আগৰ দিনত ৰজাই যি ইচ্ছা হয় তাকে পূৰণ কৰিব পাৰিছিল। ৰজা চুচেংফাও তেনে এজন ৰজাই আছিল। তেওঁৰ কাহিনী এটাকে বেজবৰুৱাই 'মালতী' নামৰ গল্পটিত প্ৰকাশ কৰিছে। ৰজাৰ চকু পৰিল জয়ৰাম ডেকাৰ কন্যা মালতীৰ ওপৰত। তেওঁ মালতীক ৰাজৰাণী কৰিবলৈ আগবাঢ়িল। ৰজাৰ এই ইচ্ছাতে মালতীৰ দেউতাক গৰ্জি উঠিল। কিন্তু তেওঁ প্ৰকাশ্যে বিৰোধিতা কৰিব নোৱাৰিলে। শেষত মালতীক মাক-দেউতাকে ৰজালৈ দিলে। ৰজাই মালতীক ৰাজৰাণী কৰিলে যদিও দুৰ্ঘটনাবশতঃ তাইক শোৱনীঘৰতে প্ৰথম নিশাই হেৰুৱালে। ৰজাৰ তৰোৱালে মালতীৰ বুকু বিদীৰ্ণ কৰি তাইৰ জীৱনবন্তি নুমাই দিলে। ৰজাৰ এই কুকাৰ্যক টোপনিয়ে সাক্ষী কৰিছে টোপনি ৰজাৰ চকুৰ পৰা হেৰাই গ'ল। ৰজাই শোৱনীঘৰৰ মূধত সদায় নিশা শুনিবলৈ পালে তিৰোতাৰ মাতৰ এক কণ্ঠস্বৰ : কেনে পালি? লোভ, অত্যাচাৰ আৰু পাপৰ এই প্ৰতিফল।" গল্পকাৰে ৰজাৰ এই কুকাৰ্যক চিত্ৰিত কৰিছে আৰু সেই কুকাৰ্যৰ পৰিণতি যে চৰম ঘৃণা আৰু শাস্তি তাক দাঙি ধৰিছে। মালতীৰ জীৱনৰ যৱনিকাৰ মূলতে দায়ী ৰজা চুচেংফা। তেওঁ তাইক জোৰকৈ ৰাজৰাণী কৰিছে কেৱল তাইৰ দেহৰ লোভত। বেজবৰুৱাই ৰজাৰ সেই অনৈতিক দিশটোকে গল্পটোত প্ৰকাশ কৰিছে।

বেজবৰুৱাৰ অন্যতম উল্লেখযোগ্য গল্প 'সেউতী'। তদুপৰি এই গল্পটোৰ অন্য এক বিশেষ তাৎপৰ্যও আছে। বেজবৰুৱাৰ প্ৰথম গল্প বুলিয়েো 'সেউতী'ৰ এক কীৰ্তি আছে। গল্পটো প্ৰথমতে 'জোনাকী' আলোচনীত ছপা হৈছিল। ইয়াত লেখকে সেউতী নামৰ দুখুনী ছোৱালীজনীৰ কেনেকৈ অকালমৃত্যু ঘটিল তাকে বৰ্ণনা কৰিছে। মাক-দেউতাকে বহু বাচ-বিচাৰ কৰিয়ে সেউতীক ন বছৰ বয়সত বিয়া দিছিল। তাইৰ ৰূপৰ অতুলনীয় মোহত দৰাঘৰ মোহিত হ'ল। দৰাঘৰ চহকী মানুহ। কিন্তু বিয়াৰ পিছতে কেনা লাগিল। সেউতীক এমাহ মানৰ পিছত দৰাঘৰে ঘূৰাই পঠিয়ালে আৰু জনালে যোলে ছোৱালী তেওঁলোকৰ সম্পৰ্কীয়। সেউতীয়ে পুনৰ মাকৰ ঘৰত আশ্ৰয় পালে। দৰাঘৰে তাইক পাঁচ বছৰলৈকে ঘূৰাই নিনিলে। উপায়হীন হৈ সেউতীয়ে নিজেই যাবলৈ ঠিক কৰি খবৰ দিলে যদিও দৰাঘৰে তাইক অস্বীকাৰ কৰিলে। শেষত সেউতীৰ দেউতাকে মোকদ্দমা তৰাত তাইক নিলে, কিন্তু স্থান দিলে বান্দী-বেটীৰ। সেউতীক শেষত বিষ খুৱাই দৰাঘৰে হত্যা কৰিলে। নিৰ্দোষী ফুলকুমলীয়া দিপ্‌লিপ্ সেউতীৰ অৱসান ঘটিল তেনেকৈয়ে। লেখকে করুণ কাহিনীটোক সুন্দৰ ভাৱে উপস্থাপন কৰিছে। সেউতীৰ দুৰ্ভগীয়া জীৱনৰ কাৰুণ্য ফুটাই তোলাই গল্পকাৰৰ উদ্দেশ্য। জগতে তেওঁ এজনী নিষ্পাপ বোৱাৰীৰ ওপৰত শহুৰেক, ননদ কেনে ধৰণৰ নিষ্ঠুৰ হ'ব পাৰে সেয়া গল্পটোৰ মাজেদি দেখুৱাইছে। সেউতীৰ দুৰ্দশাই পাঠকৰ হৃদয়ো বিগলিত কৰিব।

'মৰ-পতা কথা' শীৰ্ষক গল্পটোত বেজবৰুৱাই আচলতে এটা উপকথা উপস্থাপন কৰিছে।

ইয়াত জীৱ-জন্তু আৰু মানুহৰ মাজত এক পাৰ্থক্যও দাঙি ধৰা হৈছে। জন্তুৰ প্ৰকৃতি সৰল। আনকি মাংসাহাৰী বাঘেও বিনা কাৰণত কাকো আক্ৰমণ নকৰে। কিন্তু মানুহে কুটিল চক্ৰান্তৰ আশ্ৰয় নোলোৱাকৈ থাকিব নোৱাৰে। কাহিনীটোত বাঘ আৰু ঘৰ-পতা টেটোন ককাৰ মাজেদি লেখকে তাকেই প্ৰতিফলিত কৰিছে। ককাই বাঘৰ অনিষ্ট কৰিবলৈ বুদ্ধি পাঙিছিল যদিও বাঘৰ উদ্দেশ্য পূৰণ হ'ল। মানুহৰ এই নীচ পদক্ষেপত জন্তুৰ হাততে মানুহ লজ্জিত হৈছে। কিন্তু মানুহে সেইকথা স্বীকাৰ কৰিব নিবিচাৰে।

'মূলা খোৱা বুঢ়া' কাহিনীটোত লেখকে কেবাটাও দিশ দাঙি ধৰিছে। এহাতে দেখুৱাইছে ক্ষমতাশালীবিলাকে নিজৰ বদ স্বভাৱ এৰিব নোৱাৰে। দেৱতাৰ ৰজা ইন্দ্ৰইয়ো কুটিলতা, চৌৰ্য বৃত্তি প্ৰতাৰণা অথবা ছলনাৰ স্বভাৱ এৰিব পৰা নাই। মূলাচোৰ কৰিবলৈ গৈ ইন্দ্ৰই সহজ সৰল বুঢ়া বুঢ়ীক প্ৰতাৰণা কৰিছে। আনহাতে অজ্ঞান আন্ধাৰত থকা বুঢ়া-বুঢ়ীয়ে ইন্দ্ৰৰ পৰা কি বৰ বিচাৰিব সেইটো ঠিক কৰিব নোৱাৰি শেষত বুঢ়াই বুঢ়ীৰ কটা মূৰটোহে পাইছে। ইন্দ্ৰয়ো নিজৰ মায়া এৰা নাই। মূলা চোৰ কৰি বুঢ়াক ঠগ-প্ৰৱঞ্চনা কৰি বুঢ়ীৰো অনিষ্ট ঘটাইছে। কাহিনীটোৰ মাজেদি লেখকে সৰ্বসাধাৰণৰ অদূৰদৰ্শিতা আৰু অজ্ঞতা প্ৰকাশ কৰিছে আৰু তাৰ প্ৰতিফলন যে অশুভ তাকো প্ৰতিপন্ন কৰিছে।

সময় আৰু সমাজ বুজি নোপোৱা এজনী ছোৱালীৰ কাহিনী বৰ্ণনা কৰা হৈছে 'জলকুঁৱৰী' নামৰ গল্পটোত। ছোৱালীজনীয়ে সদায় ৰূপহী নদীৰ পাৰত খেলাত মগ্ন হৈ থাকে। নদীৰ ছাকনৈয়াত ইকৰা-খাগৰি পেলাই ৰং চাই তাই আপোনা-পাহৰা হৈ থাকে। ঘৰত মাক-দেউতাকৰ বৰ চিন্তা। এনে একো নুবুজা ছোৱালীজনীক লৈ তেওঁলোকে কি কৰিব। সময়ৰ লগত তাই মুঠেও মিলিব নোৱাৰে। কালক্ৰমত তাইৰ বিয়াৰ ঠিক হ'ল। কিন্তু ৰূপহীৰ পাৰলৈ গৈ তাই সকলো পাহৰি থাকে। তেনেতে তাই শুনিবলৈ পালে তাইৰ পছন্দৰ দৰাই তাইক বিয়া নকৰাই বিদেশলৈ যাবগৈ। তেতিয়াহে ছোৱালীজনীৰ উচ্পিচ্ আৰম্ভ হ'ল। তাই দৰাক কাকুতি কৰিবলৈ ঠিক কৰিলে। এই কথা ভাবি তাই ৰূপহীৰ পাৰ পালেগৈ। পুনৰ তাই নদীৰ সৈতে খেলাত মগ্ন হ'ল। তাইৰ দুচকুত পিছফালৰ পৰা কোনোবাই তেতিয়া ঢাকি ধৰিলে। ছোৱালীজনীয়ে ঘূৰি চাই দেখিলে সেয়া দৰাই। তাই দৰাক আকোঁৱালি ধৰিলে। তাই বিয়াত বহিবলৈ মান্তি হ'ল। তাই বুজি পালে সময় তাইৰ বাবে বৈ নাথাকে ; সময় আৰু সমাজৰ বন্ধন মানিবই লাগিব। ছোৱালীজনীৰ এই পৰিৱৰ্তনত সকলো সুখী হ'ল। গল্পকাৰে গল্পটো তাতে শেষ কৰিলে। ছোৱালীজনীৰ মনত জাগ্ৰত হোৱা সময় চেতনা পৰিস্ফুট কৰাই লেখকৰ উদ্দেশ্য। তাৰ বাবে তেওঁ নিয়াৰিকৈ কাহিনীটো আগবঢ়াই নিছে। গল্পটো অৱশ্যে তেনেই চুটি।

'আমাৰ সংসাৰ' নামৰ গল্পত বেজবৰুৱাই এটা আমোদজনক ঘটনা দাঙি ধৰিছে আৰু তাৰ জৰিয়তে প্ৰবল হাস্যৰসৰ সৃষ্টি কৰিছে। বেজবৰুৱাই ইয়াত সেই সময়ৰ এহালি নব দম্পতীৰ প্ৰথম নিশাৰ কথোপকথনৰ মাজেদি পুৰুষ আৰু নাৰীৰ তেতিয়াৰ সময়ৰ মানসিকতা প্ৰকাশ কৰিছে। অধ্যয়নপুষ্ট পুৰুষবিলাকে নাৰীৰ মানসিকতাৰ প্ৰতি অকণো লক্ষ্য কৰা নাছিল। সেয়ে পুৰুষে নাৰীৰ সমুখত নিজ বিদ্যা-বুদ্ধিৰ জাহিৰ কৰাটোত এক গৌৰব বোধ কৰিছিল। গল্পটোত লেখকে ডম্বৰু আৰু ষৈণীয়েকক তেনে দুজন নাৰী-পুৰুষ হিচাপেই চিত্ৰিত কৰিছে।

ডম্বৰুৰ বিদ্যা জাহিৰ কৰাটো ঘৈণীয়েকৰ কাৰণে অৰ্থহীন, কাৰণ তাই আদিপাঠখনহে কথমপি চিনি পায়। গতিকে দুয়োজনাৰ মাজত ব্যৱধান থকাটো স্বাভাৱিক। গল্পটো হাস্যৰসৰ বাবেই যে পঢ়িবলগীয়া সেই কথা পুনৰ নক'লেও হ'ব।

'মিলাৰামৰ আত্মজীৱনী' নামৰ গল্পত বেজবৰুৱাই দেখুৱাইছে যে বংশ পৰিচয় গৌৰৱ এজন মানুহৰ প্ৰকৃত পৰিচয় হ'ব নোৱাৰে। আমাৰ সমাজৰ যি দস্তুৰ সেইমতে নিজৰ অতীত বংশ গৌৰৱৰ মাজত ডুব যাব খোজাৰ প্ৰৱণতা সৰহ। কিন্তু সেই গৌৰৱৰ আচল মূলাই কিমান? অৱশ্যে মানুহে সেই কথা কথা নাভাবে। সৰ্বসাধাৰণৰ বাবে সেয়াই যথেষ্ট কাৰণ তেওঁলোকে আচল স্বৰূপটো দেখা নাপায়। মিলাৰামে আত্মজীৱনী আৰম্ভ কৰিবলৈ লৈহে দেখিছে যে তেওঁৰ উপৰিপুৰুষৰ অভিলেখ বহু ধৰণৰ। যিহেতু আত্মজীৱনীত সত্যৰ ওপৰত জোৰ দিয়া হয়। মিলাৰামেও সত্যৰ খাতিৰত উপৰিপুৰুষৰ আচল কথাবোৰ উদঙাই দিছে আৰু প্ৰমাণ কৰিছে যে প্ৰকৃততে বংশ গৌৰৱৰ মূল্য নিচেই তাকৰ। তেওঁ উপৰিপুৰুষসকলৰ প্ৰত্যেকৰে অভিলেখ দিওতে দিওতে মিলাৰামে উপলব্ধি কৰিছে যে তেওঁ নিজৰ বিষয়ে ক'বলৈ প্ৰায় নায়েই কাৰণ পাঠকে অনুমান কৰিব পাৰিব মিলাৰামনো কেনেকুৱা। সেয়ে মিলাৰামে পোনতে গৌৰৱৰ কথা বুলি ঘৰখনকে ঠাট্টা কৰিছে কাৰণ তেওঁলোকৰ ঘৰখন 'পপীয়া তৰাটোৰ সমান উজ্জ্বল'। লেখকে গল্পটোৰ মাজত শ্লেষ, বিদ্ৰূপ, ঠাট্টা-মস্কৰাৰ সমাহাৰ ঘটাইছে আৰু ভাষাৰ লালিত্যৰে পাঠকৰ অন্তৰ স্পৰ্শ কৰিবলৈ সমৰ্থ হৈছে। প্ৰকৃততে বেজবৰুৱাই গুৰুত্বপূৰ্ণ আৰু তত্ত্বমূলক বিষয় এটাক ইয়াত আকৰ্ষণীয়ভাৱে উপস্থাপন কৰিছে।

দুখীয়া মিলাৰামক বাপেকে উপদেশ দিছে যে বাওনা হৈ চন্দ্ৰলৈ হাত মেলা অনুচিত। ভাবিৰাম গাঁওবুঢ়াৰ জীয়েক চেনিচম্পাক বিয়া কৰালে মিলাৰামে সুখী হ'ব নোৱাৰিব সেই কথা বাপেকে বুজিছে। পুতেকক সেয়ে তেওঁৰ আত্মাই কথাটো বুজাই দিছে। লেখকে দেখুৱাইছে মিলাৰামক জ্ঞান দিবলৈ বাপেকৰ আত্মাই যথেষ্ট। গতিকে তেওঁৰ আত্মাৰ সহায় লোৱা হৈছে। আনহাতে কণাৰ লাখুটিস্বৰূপ চেনিচম্পাকো বাপেকে দিবলৈ নিৰ্বিচাৰে। মুঠতে লেখকে 'চেনিচম্পা' শীৰ্ষক গল্পটোত সৰ্বসাধাৰণ শ্ৰেণীৰ মানুহৰ এক সমস্যা উত্থাপন কৰিছে আৰু সেই বিষয়ে তেওঁৰ দৃষ্টিভংগী প্ৰকট কৰিছে। গল্পটোৰ আন বিশেষত্ব নাই। মিলাৰামে বাপেকৰ কথা মানি লৈছে আৰু চেনিচম্পাৰ আশা -ভৰসা সোপাকে তাতে এৰি থৈ ক'ৰবালৈ গুচি গৈছে।

'কেকো ককা' গল্পত বেজবৰুৱাই খুহুতীয়া কথাৰে কানীয়া মিলাৰাম আৰু কেকো ককা নামৰ বৃদ্ধ এজনৰ সাক্ষাৎ উপস্থাপন কৰিছে। বেজবৰুৱাৰ স্বভাৱজাত কাহিনী নিৰ্মাণৰ এক চানেকি ইয়াত পৰিস্ফুট হৈছে। কিছুমান চৰিত্ৰৰ মডেলে পাঠকক আকৰ্ষণ কৰিব। কেতিয়াবা লঘু কথা-বতৰাৰ মাজতে তেওঁ প্ৰয়োজনীয় কথা এষাৰ কৈ দিছে। কাহিনীটোৰ বিশেষত্ব এয়াই।

কানি খোৱা কানীয়াসকলে মহাৰাণীয়ে কানি বন্ধ কৰিবলৈ লোৱা সিদ্ধান্তৰ তীব্ৰ বিৰোধিতা কৰিছে। কানীয়াসকলে এখন সভা পাতি তাতে কানি বন্ধ কৰাৰ বিৰুদ্ধে এক প্ৰস্তাৱ লৈছে আৰু ৰাণীলৈ এক আৰ্জি প্ৰস্তুত কৰিছে। আৰ্জিৰ লগতে কানিৰ টোপোলাও উৎকোচ হিচাপে দিবলৈ প্ৰস্তাৱ কৰিছে। বেজবৰুৱাই 'আৰ্জি' নামৰ গল্পটোৰ মাজেদি ইয়াকে উপস্থাপন কৰিছে। শ্লেষ আৰু ঠাট্টা গল্পটোৰ মাজত নিহিত হৈ আছে।

কানি খোৱাসকলৰ কথা বেজবৰুৱাই সহজে এৰাব পৰা নাই। তেওঁ কানীয়াসকলে কৰা নানা বিষয়ত নিজৰ চিন্তা প্ৰকট কৰিছে। 'আমাৰ কানীয়া সভাৰ এক অধিবেশন' শীৰ্ষক গল্পটোত বেজবৰুৱাই তেনেধৰণৰ চিন্তাৰ এক ছবি চিত্ৰিত কৰিছে। কানীয়াসকলে লগ হৈ কানিৰ কথাকে চিন্তা নকৰে, অসমীয়া ভাষাৰ উন্নতিৰ বাবেও তেওঁলোকৰ চিন্তা আছে। এই গল্পটোত তেনে এক কাহিনীকে উপস্থাপন কৰিছে। আচলতে অসমীয়া জাতিৰ দুৰ্বলতা, অসমীয়াসকলৰ সোৰোপা স্বভাৱ আৰু ভাও কিছুমান প্ৰতিফলিত কৰা হৈছে। কাহিনীটোৰ বিশেষত্ব তাতে। লেখকে ঠাট্টা আৰু শ্লেষৰ চিত্ৰ ইয়াতো এৰি থৈ গৈছে। ৰসৰাজৰ ৰস অৱশ্যে পাঠকৰ বাবে অভাৱ নহয়।

'দদায়েক পদো আৰু ভতিজাক ভদো' হৈছে সাধুকথাৰ কুকি সংকলনখনৰ অন্তিম গল্প। বিষয় বৈচিত্ৰ্য আৰু বেজবৰুৱাৰ স্বভাৱজাত ৰচনা-ৰীতিৰ বৈশিষ্ট্য এই গল্পটোৰ মাজতো বিয়পি আছে। ইয়াত ভতিজাক ভদোৱে দদায়েক পদোৰ ওপৰত অসন্তুষ্ট হৈছে সাধুকথাৰ কাহিনীত ৰজাৰ ল'ৰাৰ লগত লিগিৰীৰ ল'ৰাৰ বন্ধুত্ব হোৱা কাৰণে। সাধাৰণ মানুহৰ এটা বদ্ধমূল ধাৰণা যে বিভিন্ন স্তৰৰ মানুহৰ মাজত মিলা-মিছা অসম্ভৱ আৰু তেওঁলোকৰ সতি সন্ততিয়েও সেই নিয়ম মানিব লাগিব। দদায়েকে ৰজাৰ ল'ৰাটোৰ লগত সমবয়সীয়া লিগিৰীৰ ল'ৰাটোক একে স্থান দিয়া কথাটো ভতিজাকে মানি ল'ব পৰা নাই। ফলত সাধুকথাটো শুনিবলৈকে তাৰ ধৈৰ্য নোহোৱা হৈছে আৰু উগ্ৰতাই চৰম সীমা লঙ্ঘি দদায়েকৰ গালত জোতাৰে কোব দিছে। ভতিজাকৰ এই কাণ্ড দেখুৱাই লেখকে অৱশ্যে আমাৰ সমাজৰ এক অপ-সংস্কৃতিক প্ৰকট কৰিছে। গল্পটোৰ সাবলীল প্ৰকাশ ভংগীয়ে কাহিনীটো সহজে পাঠকৰ বোধগম্য কৰিছে। সন্দেহ নাই, বেজবৰুৱাৰ সমাজ সচেতন মনটোৰ প্ৰতিফলন এই গল্পটোৱেও দাঙি ধৰিছে।

## (চাৰি)

বেজবৰুৱাৰ তৃতীয়খন গল্প সংকলন জোনবিবি। ১৯১৩ চনত সংকলনখন প্ৰথম প্ৰকাশিত হৈছিল। ইয়াত গল্পকাৰে মুঠ যোল্লটা গল্প অন্তৰ্ভুক্ত কৰিছে। সংকলনৰ গল্পকেইটা হৈছে – আমাৰ সংসাৰ, যেনে চোৰ তেনে টাঙোন, কনকলতা, নাঙলুচন্দ্ৰ দাস, জগৰা মণ্ডলৰ প্ৰেমাভিনয়, মৈদাম, মোৰে সৈতে মনাইৰ দ্বন্দ্ব, লোভ, কাশীবাসী, ভোমকেৰোলা, ভোকেন্দ্ৰ বৰুৱা, ভোকেন্দ্ৰ বৰুৱাৰ মধ্যলীলা, ভোকেন্দ্ৰ বৰুৱাৰ অন্তলীলা, এৰাবাৰী, ঘণ্টাকৰ্ণ শৰ্মা আৰু ধৰ্ম্মধ্বজ ফয়চলা নবিচ।

সংকলনৰ প্ৰথম গল্প 'আমাৰ সংসাৰ'। ইয়াত লেখকে দেখুৱাইছে যে ঘৰৰ মাইকী মানুহগৰাকীৰ অসুখ হ'লে গিৰিহঁতে ভাতৰ চৰুলৈ জুইকুৰাও নিব নোৱাৰে। ভাত ৰন্ধাৰ ভাৰ যেনিবা মাইকীমানুহ গৰাকীৰহে। নকল নবিচ শম্ভু নাথৰ কাহিনীৰ মাজেদি বেজবৰুৱাই ইয়াত তাকে দাঙি ধৰিছে। লগতে তেওঁ ব্ৰাহ্মণসকললৈ এপাট তীব্ৰ কাঁড় নিক্ষেপ কৰিছে। তেওঁ ঘিণাৰাম নামৰ চৰিত্ৰৰ মুখেৰে কোৱাইছে, "আপোনাসকল বামুণৰ জীৱ দুৰকাছৰ নিচিনা লেকেতো ; বতাহ খাইও আপোনালোকে তিন দিন কটাব পাৰে। আমি শূদিৰ মখাইহে এসাঁজ খাবলৈ নাপালে পেটৰ পোৰণিত ত্ৰাহি মধুসূদন দেখোঁ।" অৱশ্যে তাহানিতে বেজবৰুৱাই কৈ যোৱা কথাষাৰ আজি প্ৰযোজ্য বুলি ক'ব নোৱাৰি। তেওঁৰ নিজৰ ব্যক্তিগত মনোভাব কি আছিল

সেয়া বেলেগ, কিন্তু সমাজত তেনে ধৰণৰ বৈষম্যই যে গা কৰিছিল সেইকথাহে লেখকে গল্পটোত দাঙি ধৰিছে। চুটি আৰু সৰল গল্পটোৰ বৈশিষ্ট্য এই খিনিয়েই। পাঠকে পঢ়ি এক আমোদো লাভ কৰিব।

'যেনে চোৰ তেনে টাঙোন' শীৰ্ষক গল্পটোত ঘৈণীয়েকৰ ওপৰত গিৰীয়েকৰ যি অত্যাচাৰ চলে তাৰ পৰিত্ৰাণ পাবলৈ ঘৈণীয়েকে কেনেদৰে বুদ্ধিৰে সন্ধিৰ বাহ কাটিছে তাৰে চিত্ৰ এখন দাঙি ধৰা হৈছে। বেজবৰুৱাই কাহিনীটো সুন্দৰকৈ উপস্থাপন কৰিছে আৰু সমাজৰ বাস্তৱ চিত্ৰখন স্পষ্টকৈ প্ৰকাশ কৰিছে। লেখকৰ ভাষাৰ লালিত্য আৰু স্বাভাৱিক ৰস গল্পটোত অটুট আছে। ঘৈণীয়েকৰ বুদ্ধিৰ বাবেই ৰুদ্ৰামে অত্যাচাৰ নকৰাৰ প্ৰতিশ্ৰুতি দিবলৈ বাধ্য হৈছে আৰু তেহে তাক ৰাইজেও ক্ষমা কৰিবলৈ সন্মত হৈছে।

'কনকলতা'ৰ কাহিনীক লেখকে এখন ঐতিহাসিক উপন্যাস বুলি আখ্যা দিছে। ৰজা জয়ধ্বজ সিংহ আৰু মিৰজুমলাৰ মাজৰ যুদ্ধৰ ভেটিত লেখকে কনকলতা আৰু গগনচন্দ্ৰৰ মিলন অধ্যায় বিবৃত কৰিছে। গগনে মুছলমানৰ আক্ৰমণৰ পৰা ৰজাক ৰক্ষা কৰি পুৰস্কৃত হৈছে আৰু বৰুৱা খিতাপ অৰ্জন কৰিছে। কনকে গগনকে পাবলৈ বিচাৰিছিল। কিন্তু কেশৱচন্দ্ৰ কনকলতাৰ পিতাক ডম্বৰুৰ প্ৰিয়পাত্ৰ হৈ মাজতে দেখা দিলে। দুৰ্ভাগ্যবশতঃ মুছলমানৰ আক্ৰমণত কেশৱচন্দ্ৰৰ মৃত্যু ঘটিল। শেষত গগনচন্দ্ৰৰ কৃতিত্বত ডম্বৰুৰ মুখৰ মাত হৰিল। তেওঁৰ আপত্তি নৰখিল। জীয়েক কনকলতাক ধুমধামেৰে গগনলৈ বিয়া দিলে। লেখকে কাহিনীটোৰ মাজেদি কেতবোৰ সাধাৰণ সমস্যা চিত্ৰিত কৰিছে। ৰজাৰ জীৱন ৰক্ষাৰ্থে গগনচন্দ্ৰই যি কষ্ট কৰিছে তাৰ নিদৰ্শন অসমীয়া জাতিৰ মজ্জাগত। বেজবৰুৱাৰ সৰল উপস্থাপন আৰু ৰসাল বৰ্ণনাই কাহিনীটো সুখপাঠ্য কৰি তুলিছে। চৰিত্ৰবোৰৰ গাত ইতিহাসৰ গোন্ধ ভাপ লাগি থকাও পৰিলক্ষিত হয়।

'নাঙলুচন্দ্ৰ দাস' শীৰ্ষক গল্পটোত অনুভূতি প্ৰৱণ নাঙলুচন্দ্ৰৰ শিক্ষা জীৱনৰ লটি-ঘটিৰ কাহিনী মনোৰমকৈ বৰ্ণনা কৰা হৈছে। নাঙলুৰ অন্তৰত প্ৰেমৰ বীজ অংকুৰিত হৈছিল এণ্ট্ৰেন্স পাছ কৰাৰ পূৰ্বতেই। কিন্তু সেয়া বিকশিত হ'বলৈ নাপালে। কলিকতাত কলেজত পঢ়িবলৈ গৈয়ো নাঙলুৰ নগুৰ নাগতি হ'বলৈ ধৰিলে। সি তাৰ মনৰ ভাব প্ৰকাশ কৰিবলৈও সুবিধা নোপোৱা হ'ল। তাৰ প্ৰেমৰ বিবিধ অৰ্থ উলিয়াই বন্ধুসকলেই তাক লটি-ঘটি কৰিলে। শেষত যেনিবা বিধাতা প্ৰসন্ন হোৱাত নাঙলুৱে বি. এ, পাছ কৰিলে আৰু তাৰ পিছতে কলিকতা এৰিলে। লগতে সি কবিতাকো চিৰদিনলৈ নেওচা দিলে। লেখকে নাঙলুৰ দুৰ্দশাৰ কাহিনী ব্যক্ত কৰিবলৈ গৈ সফল হৈছে। পাঠকে সুখপাঠ্য ৰসাল কাহিনীটো পঢ়ি মুগ্ধ হ'ব। নাঙলুৰ দুৰ্দশাই কৰুণাৰ উদ্ৰেকো নকৰাকৈ নাথাকে।

প্ৰেমৰ কাৰণে প্ৰেমাভিনয় কৰিব লাগেনে? বেজবৰুৱাই 'জগৰা মণ্ডলৰ প্ৰেমাভিনয়' শীৰ্ষক গল্পটোত এনে ধৰণৰ এক বিষয়-বস্তুকে উত্থাপন কৰিছে। জগৰা আৰু জগৰাণীৰ ভৰ বয়সত জগৰাই উকিল এজনৰ মুখৰ পৰা প্ৰেমৰ মনোৰম বৰ্ণনা শুনি প্ৰেমৰ প্ৰতি আকৃষ্ট হ'ল আৰু জগৰাণীৰ সৈতে প্ৰেম কৰিবলৈ ঠিৰাং কৰিলে। কিন্তু জগৰাই পত্নী জগৰাণীৰ লগত যিমানে প্ৰেমৰ মধুৰ ভাষা প্ৰয়োগ কৰিবলৈ ধৰিলে জগৰাণীয়ে সিমানে ভাবিলে যে মানুহটো

পগলা হ'ল। নহ'লেনো প্ৰেম কৰো বুলি মানুহটোৱে আবোল-টাবোল বকে নে। জগৰাণীয়ে প্ৰেম কি বুজি নাপালে। ফলত জগৰাৰ অভিনয় হ'ল প্ৰেম নিবেদন। চাওতে চাওতে জগৰাৰ প্ৰেমাভিনয় ইমান বেছি হ'ল যে শেষত জগৰাণীয়ে পগলা বুলি স্বামীৰ মূৰত পানী ঢালিছে। ৰসাল আৰু সুৱলা ভাষাৰে লেখকে প্ৰেমাভিনয়ৰ কাহিনীটো হৃদয়স্পৰ্শী কৰি তুলিছে। গৰুৰ আগত টোকাৰী বজালে যি অৱস্থাৰ সৃষ্টি হয় জগৰাৰ প্ৰেম নিবেদনো তেনেকুৱাই হৈছে। হাস্য ব্যঙ্গ ৰসৰ সৃষ্টিত কাহিনীটোৰ অৰিহণাও নিচেই সামান্য নহয়।

আহোম ৰজাৰ দিনৰ কিছুমান ৰীতি-নীতি অতিশয় কঠোৰ আৰু স্বাৰ্থজনিত আছিল। ৰজাই নিজৰ সিংহাসন নিগাজী কৰাৰ অৰ্থে অনেক প্ৰবন্ধ কৰিছিল আৰু তাৰ বাবে অন্যায়-অনীতিৰ আশ্ৰয় নোলোৱাকৈও নাথাকিছিল। 'মৈদাম' নামৰ গল্পটোত বেজবৰুৱাই ৰজা প্ৰতাপসিংহৰ মৃত্যুৰ পিছত পুতেক চুৰাম্ফা ৰজা হৈ কেনেধৰণৰ অন্যায় অধৰ্ম কৰিলে তাৰে এক চিত্ৰ অংকন কৰিছে। নিজৰ সিংহাসন আজীৱন ভোগ কৰিবৰ বাবে চুৰাম্ফাই ভালেমান মানুহক জীৱন্তে মৈদামত স্থান দিলে। মানুহক মানুহে নিঃশেষ কৰাৰ কি দুষ্কাৰ্য সেই কথা চুৰাম্ফাৰ চৰিত্ৰৰ মাজেদি ফুটি উঠিছে। ৰজাৰ এই নিৰ্মম বিচাৰত সকলো অসন্তুষ্ট যদিও কোনেও একো কৰিব পৰা নাই। তেওঁলোকে মাথো নীৰৱে সেই দুষ্কাৰ্যৰ বলি হৈছে। গল্পটোৰ কাহিনীৰ উপস্থাপন আকৰ্ষণীয়। মানুহৰ কৰুণ পৰিণতি দেখি পাঠকৰ হৃদয়ো বিগলিত হ'ব। আনহাতে কুকৰ্মৰ প্ৰতি ঘৃণা জন্মিব।

'মোৰে সৈতে মনাইৰ দ্বন্দ্ব' গল্পত মনৰ সৈতে মানুহৰ নিজৰ যি ধৰণৰ সংঘাত বা সংঘৰ্ষ হ'ব পাৰে তাকে দেখুওৱা হৈছে। মনে কি বিচাৰে সেয়া মানুহে নিজেই সঠিককৈ নাজানে। মনৰ আকাঙ্ক্ষা অলেখ, কল্পনাও অনেক; কিন্তু সেই অনুসাৰে মানুহে চলিব নোৱাৰে। তেতিয়াই সংঘৰ্ষৰ সূত্ৰপাত হয়। গল্পটোত মনৰ সৈতে হোৱা এই সংঘৰ্ষৰ স্বৰূপ উদঘাটন কৰা হৈছে। বেজবৰুৱাৰ স্বাভাৱিক ৰচনাশৈলীয়ে গল্পটোৰ আকৰ্ষণ বৃদ্ধি কৰিছে।

'লোভ' নামৰ গল্পত এটি কোমল মনৰ সঁচা ভাবানুভূতিৰ স্ফুৰণ ঘটিছে। কথকে বৰশী বাই মাছ এটা ধৰাৰ পিছত সৰু সৰু পোনাবোৰৰ কি দুৰ্দশা হ'ল আৰু সেই কথাৰ উপলব্ধিয়ে তেওঁক কেনেকৈ বিদ্ধ কৰিছে -- তাৰ বৰ্ণনাই পাঠকৰ হৃদয় চুব। নিঠৰুৱা মাছৰ পোনাবোৰে বৰশী বাওঁতাৰ কাষত যেনেদৰে মৰণৰ আৰ্জি পেচ কৰি সেই বেদনাদায়ক দৃশ্য চাই থাকিব নোৱাৰি কথকে বৰশীটো ভাঙি পেলাই তেনে ঘটনা পুনৰাবৃত্তি নকৰাৰ সিদ্ধান্ত লৈছে। সৰু যদিও গল্পটোৰ সূক্ষ্ম উপলব্ধিয়ে পাঠকক আমোদ দিবলৈ সক্ষম হ'ব।

মানে অসম আক্ৰমণ কৰি সাধাৰণ প্ৰজা, জনগণলৈ কি দুৰ্গতি আনিলে সেয়া বৰ্ণনাতীত। ইতিহাসৰ পাতৰ সেই অধ্যায় আজিও কালিমাময়। মানৰ আক্ৰমণত সৰ্বহাৰা হোৱা এগৰাকী দুৰ্ভগীয়া নাৰীৰ জীৱন চিত্ৰ অংকণ কৰা হৈছে 'কাশীবাসী' নামৰ গল্পটোত। কথকে গঙ্গাস্নান কৰিবলৈ যাওঁতে কাশীত আশ্ৰয় লোৱা দুৰ্ভগীয়া বুঢ়ী গৰাকীৰ সাক্ষাৎ পাইছে আৰু তেওঁৰ মুখৰ পৰা হৃদয় বিদাৰক কৰুণ কাহিনী শুনিছে। মানে নিষ্ঠুৰভাৱে ধৰি নিয়া এজাক মানুহক কোম্পানীৰ ফৌজে ৰণত জিকি ঘূৰাই আনিলে আৰু সেই মানুহজাকৰ মাজৰে এগৰাকী হ'ল কাশীবাসী বুঢ়ীগৰাকী। তেতিয়া গাভৰু বুঢ়ীয়ে মানৰ হাতত সকলো হেৰুৱাই ঘৰলৈ উভতি

আহিছিল যদিও ঘৰৰ মানুহবোৰে তেওঁক আশ্ৰয় নিদিলে। আনকি নিজৰ গিৰীয়েকেও তেওঁক উভতাই নিব নুখুজিলে। ফলত দুৰ্কপলীয়া বুঢ়ীয়ে অনাই-বনাই ঘূৰি ছমাহ মানৰ মূৰত কাশী পালেহি আৰু তাতে জীৱনৰ বাকী থকা দিন কেইটা নিয়াবলৈ ধৰিলে। লেখকে বুঢ়ীৰ মুখেৰে তেওঁৰ জীৱনৰ গোটেই কাহিনীটো বিধৃত কৰিছে। এহাতে ঐতিহাসিক ঘটনা মানৰ নিৰ্যাতন আৰু দুৰ্ভগীয়াৰ আৰ্তস্বৰ, আনহাতে বুঢ়ীৰ পৰিয়ালৰ দায়িত্বহীন ভূমিকাৰ পৰিণতিত তেওঁৰ বিষময় জীৱন — এয়াই হৈছে গল্পটোৰ লক্ষ্য কৰিবলগীয়া দিশ।

'ভোম্‌কেৰোলা' নামৰ গল্পটোত নদীয়াল মানুহ এটাৰ ৰহস্যজনক চৰিত্ৰৰ অংকন কৰা হৈছে। নদীয়ালে সংস্কৃত শিকাৰ আগ্ৰহতে বামুণৰ ল'ৰা বুলি ফাকি দিছে আৰু তেনে ফাকিৰ জোৰতে বিদ্যাৰত্নৰ পৰা শিক্ষা লাভ কৰি ঘৰ জোঁৱাই হোৱাৰ ভাগ্যও অৰ্জন কৰিছে। কিন্তু নদীয়ালে সুখেৰে বেছি দিন ভোগ কৰিবলৈ নাপালে। নদীয়ালৰ মুখা খুলিছে সৰু ঘৈণীয়েকে। তেওঁৰ আগৰ দিনবোৰৰ কাহিনী উন্মোচন হোৱাৰ লগে লগে বিদ্যাৰত্নৰ দুই জীয়েকক যে প্ৰতাৰণা কৰি বিয়া কৰালে সেই কথা স্পষ্ট হৈ পৰিল। ঘটনাচক্ৰত নদীয়ালেই গল্পটোৰ নায়ক হৈছে, নদীয়ালেই ভোম্‌কেৰোলা পণ্ডিত হৈছে। লেখকে দেখুৱাইছে ভোম্‌কেৰোলা পণ্ডিত হ'লেও নিজৰ কুকীৰ্তি মচিব পৰা নাই। সেয়ে নতুনকৈ স্কুলৰ পণ্ডিত হ'বলৈ যাওঁতেও ভোম্‌কেৰোলাৰ আগৰ পৰিচয় লুকাই থকা নাই। আনহাতে জাতি-ভেম বিভেদৰ চৰিত্ৰও গল্পটোৱে দাঙি ধৰে। ইয়াৰ মাজেদি বেজবৰুৱাই ক'ব খুজিছে যে ভেটি থৰক-বৰক বা ফোঁপোলা হ'লে তাৰ ওপৰত যিমানে ৰহন দিয়া নহওক কিয় সি বাচি থাকিব নোৱাৰে। কিন্তু মানুহে সেই কথা বুজিব নিবিচাৰে। দৰাচলতে মানুহৰ এনেকুৱা বিপজ্জনক স্থিতিৰ কাৰণেই মানুহৰ অৱস্থা কেতিয়াবা ভোম্‌কেৰোলাৰ দৰে হয়গৈ।

অলপ অচৰপ বিদ্যা শিক্ষা লাভ কৰা বিদ্যাৰ্থীৰ অহংকাৰ জন্মিলে কেনে হ'ব পাৰে তাকে দেখুওৱা হৈছে 'ভোকেন্দ্ৰ বৰুৱা' নামৰ গল্পটোত। ভোকেন্দ্ৰৰ আচল নাম আছিল ভোকোন্দি। সি কলিকতালৈ পঢ়িবলৈ গৈ তাৰ নাম-ধামৰ কাৰণে বংশ মৰ্যাদা লাঘৱ হোৱা বুলি ভাবি পঢ়াতকৈ নাম-ধাম সলনি কৰাতহে গুৰুত্ব দিলে। সেয়ে সি চিঠিৰে মাক-দেউতাক আৰু ভনীয়েকৰ নাম সলনি কৰাৰ কথা জনাই দিছে। সি নিজৰ নামটোও ভোকোন্দিৰ পৰিবৰ্তে ভোকেন্দ্ৰ বৰুৱা কৰিছে। মাকে ভাবিছে পুতেকে ডাঙৰ বিষয়-বাব পাইহে এনে কৰিছে। কিন্তু প্ৰকৃততে সেয়া নহয়। দেউতাকে ভোকোন্দিৰ কাণ্ড-কাৰখানাত অসন্তুষ্ট। তেওঁ ঠিকেই বুজিছে যে পুতেকৰ মতি-গতি সলনি হৈছে। সি কি কৰিবলৈ গৈছে সি নিজেই নাজানে। গতিকে তেওঁ পুতেকৰ কথামতে নাচিব খোজা নাই আৰু ভোকোন্দিৰ মাককো কথাটো বুজাবৰ চেষ্টা কৰিছে। লেখকে ভোকেন্দ্ৰ বৰুৱাৰ চৰিত্ৰৰ দ্বাৰা সমাজৰ বিশেষ এটা দৃষ্টিকোণ প্ৰকট কৰিছে। হাস্যৰস আৰু চৰিত্ৰায়ণে ইয়াত প্ৰাধান্য লাভ কৰিছে।

ভোকেন্দ্ৰ বৰুৱাৰ কাহিনীটো বেজবৰুৱাই সিমানতে শেষ কৰা নাই। 'ভোকেন্দ্ৰ বৰুৱাৰ মধ্যলীলা' নামেৰে তেওঁ ভোকেন্দ্ৰৰ কাহিনী বিস্তাৰিত কৰিছে। ভোকেন্দ্ৰই কলিকতাত জীৱিকাৰ পথ মোকলাব নোৱাৰিলে। পঢ়াও সমাধা কৰিব নোৱাৰিলে। সি দিশহাৰা হোৱা যেন হ'ল। শেষত সি গাঁৱলৈ উভতি আহিছে আৰু নোমল মৌজাদাৰৰ কন্যা চম্পেশ্বৰীৰ পাণি গ্ৰহণ কৰি

যৌতুকত পোৱা ৰূপ কড়িৰে কিছুদিন চলিছে। ভোকেন্দ্ৰ কলিকতাত থাকোঁতেই দেউতাক ঢুকাইছিল। দেউতাকে ধাৰো কিছু থৈ গৈছিল। ভোকেন্দ্ৰই ঘৰ যোৰহাটলৈ উঠাই নিলে। ক্ৰমাৎ অনেক কষ্টৰ মাজত তাৰ দিন পাৰ হ'বলৈ ধৰিলে। ইতিমধ্যে যৌতুকৰ অৰ্থও ঢুকাল। ভোকেন্দ্ৰই শেষত চোৰাংচোৱাগিৰি কৰিবলৈ ল'লে। তেনেকৈ তাৰ দিন ভাললৈ আহিল। ধাৰবোৰো কমি শেষ হ'বলৈ ধৰিলে। লেখকে ভোকেন্দ্ৰৰ চোৰাংচোৱা বিদ্যাতে এই কাহিনীৰ সমাপ্তি ঘোষণা কৰিছে যদিও পিছলৈ এছোৱা এৰি থৈ গৈছে। সেয়া পিছত কম। এইখিনিতে মাথো কৈ থও লেখকে ইয়াত ভোকেন্দ্ৰৰ জীৱন চৰিত্ৰৰ অগ্ৰগতি সূচাইছে। তাৰ চৰিত্ৰৰ মাজেদি সংগ্ৰামী চেতনা এটা মূৰ্তিমান হৈছে যদিও কৰ্মস্পৃহাহীন সোৰোপা স্বভাৱ এটাৰো চিত্ৰ অংকণ কৰিছে। নিবনুৱা সমস্যাৰ এই দিশটো অৱশ্যে আজিও একেই আছে।

ভোকেন্দ্ৰৰ পৰৱৰ্তী অধ্যায় বৰ্ণনা কৰা হৈছে 'ভোকেন্দ্ৰ বৰুৱাৰ অন্তলীলা' নামৰ গল্পটোত। চতুৰ চোৰাংচোৱা ভোকেন্দ্ৰই অৰ্থ জোৰা মাৰিবৰ উদ্দেশ্যে যত্ন কৰিও সুফল নোপোৱাত দেশ সেৱা কৰিবলৈ আৰম্ভ কৰি 'পেট্ৰিয়ট' হ'ল। সেয়ে মৰাণ সকলৰ কুশলাৰ্থে 'মৰাণ সভা' সংস্থাপন কৰি কৌশলৰে টকা-পইচা উঠাবলৈ ধৰিলে দেশপ্ৰেমী ভোকেন্দ্ৰই। সৰল-সহজ জনগণে তাৰ দেশসেৱাৰ সুবিধাৰ্থে যিয়ে যি পাৰে তাকে অকাতৰে দান কৰিলে। মৰাণসকলৰ এই আবেগৰ গইনা লৈ ভোকেন্দ্ৰই কলিকতালৈ গৈ লাট চাহাবক 'মেমোৰিয়েল' দিবলৈ ঠিক কৰি জাহাজৰ প্ৰথম শ্ৰেণীত উঠি যাত্ৰা কৰিলে। তাৰ পিছত কলিকতাত পোন্ধৰ দিন কটাই ভোকেন্দ্ৰই সমস্ত ধন-সম্পদ ৰং-আনন্দ উছৱত খৰচ কৰি প্ৰত্যাৱৰ্তন কৰিলে। এনেকৈ লেখকে ভোকেন্দ্ৰৰ চৰিত্ৰৰ অধঃপতন দেখুৱাইছে। ভোকেন্দ্ৰৰ অন্তলীলাও তাতে সমাপ্ত হৈছে। সমাজত ভোকেন্দ্ৰৰ নিচিনা প্ৰতাৰকৰ অভাৱ আজিও হোৱা নাই। সেই দিশৰপৰা ভোকেন্দ্ৰ চৰিত্ৰৰ প্ৰাসংগিকতা নুই কৰিব নোৱাৰি।

বেজবৰুৱাৰ এটা অন্যতম উল্লেখযোগ্য গল্প 'এৰাবাৰী'। সংকলনখন এই গল্পটোৱে সমৃদ্ধ কৰাই নহয় সোণত সুৱগা চৰাইছে। গল্পটোত কাহিনীৰ প্ৰকাশভংগী বিষয়-বস্তুৰ উপস্থাপন আৰু চৰিত্ৰৰ নিজস্ব গতি লক্ষ্য কৰিবলগীয়া। লেখকে এৰাবাৰীখনৰ নিৰ্মম কাহিনীৰ মাজেদি মানুহৰ বৰ্বৰতা আৰু ঘৃণনীয় চৰিত্ৰৰ প্ৰতিফলন ঘটাইছে। নিজৰ স্বাৰ্থ পূৰণৰ অৰ্থে মানুহ এনেকুৱা দুষ্কাৰ্যই অৱশ্যে সময়ৰ হাতত ধৰা দিবলৈ বাধ্য। এৰা বাৰীখনৰ সৃষ্টিৰ কাহিনীত সোঁৱৰাই যে পাপৰ ভাৰ বেছি হ'লে প্ৰকৃতিয়ে নিজেই তাৰ ভাৰ কমায়। এৰা বাৰীখনৰ মানুহবোৰৰ সেই দশা হ'ল। পাঠকে মানুহৰ ধ্বংসৰ কাহিনী পঢ়ি অৱশ্যে আনন্দ নাপাব -- কাহিনীটোৰ মাজত চৰিত্ৰবোৰৰ ধৰণ-কৰণ দেখি পুতৌ জন্মিব। এঘৰ মানুহ নিঃশেষ হৈ যোৱাটো সামান্য ঘটনা নহয়। কিন্তু মানুহৰ মনুষ্যত্ব যেতিয়া লোপ পায় তেতিয়া নিস্তাৰ নাই। অন্যায়-অবিচাৰ সদায় বিচাৰাধীন হ'বই, এয়া ধ্ৰুৱ সত্য। গল্পটোৰ মূল বিষয় সেইটোৱেই। বেজবৰুৱাৰ স্বভাৱজাত ভাষা আৰু আকৰ্ষণীয় উপস্থাপনে গল্পটো সুখপাঠ্য কৰি তুলিছে।

'ঘণ্টাকৰ্ণ শৰ্মা' নামৰ গল্পত লেখকে ঘণ্টাকৰ্ণৰ দম্ভ অহংকাৰৰ চিত্ৰ প্ৰতিফলিত কৰিছে। ধন আৰু লোভৰ বশৱৰ্তী হৈ ঘণ্টাকৰ্ণই বাগানৰ মেনেজাৰৰ বিৰুদ্ধে মাত মাতিছে যদিও সুফল পোৱা নাই। আনকি কলিকতাত বৰ চাহাবৰ ওপৰত আপীল কৰিবলৈ গৈ অযথা দিন

পাৰ কৰিছে আৰু টকা-পইচাখিনি হেৰুৱাই সি সৰ্বশ্ৰান্ত হৈ উভতি আহিছে। ঘণ্টাকৰ্ণৰ দৰে তাৰ লগুৱা মঘুৱাও কলিকতাৰ হাৱা-পানীত উছন হৈ আহিছে। লেখকে এই দুই চৰিত্ৰৰ মাজেদি সমাজৰ কামত নহা দায়িত্ব-জ্ঞানহীন এচাম মানুহৰ বিচাৰ বুদ্ধিহীন কামৰ এক নিদৰ্শন দাঙি ধৰিছে। কাহিনীৰ মাজত খুহুতীয়া বা ৰসালচিত্ৰ অংকণৰো নিদৰ্শন পোৱা যায়। পাঠকে গল্পটোৰ মাজত লক্ষ্য কৰিবলগীয়া বৈশিষ্ট্য এয়াই।

সমাজৰ জাত-পাত বিচাৰ, ধৰ্ম বিভেদ কোনো কালে শেষ হোৱা নাই। বেজবৰুৱাই মানুহৰ এই বৈষম্য আচৰণ প্ৰতিফলিত কৰিছে 'ধৰ্ম্মধ্বজ ফয়চলা নবিচ" শীৰ্ষক গল্পটোত। ফয়চলা নবিচ হিন্দু ধৰ্মৰ তথাকথিত 'ৰক্ষক'। তেওঁৰ দৰে মানুহৰ কাৰণেই জয়চন্দ্ৰ ভূঞাৰ পৰিয়ালে 'জাত গ'ল' বুলি তিৰস্কাৰ লাঞ্ছনা ভুঞ্জিব লগা হৈছে। জয়চন্দ্ৰৰ পৰিয়ালৰ অপৰাধ তেওঁৰ পিতৃ কৃষ্ণচন্দ্ৰক মানে ধৰি নিওঁতে মানৰ হাতৰ ভাত খাবলগীয়াত পৰিছিল। গতিকে মানৰ হাতৰ পৰা পলাই আহি ঘৰ পাওতে গাঁৱৰ মানুহে তেওঁক এঘৰীয়া কৰিলে। তেতিয়াৰ পৰা সেই ভূঞা পৰিয়ালটো গাঁওখনত এঘৰীয়া হৈ পৰিল। কৃষ্ণচন্দ্ৰৰ পিছত পুতেক জয়চন্দ্ৰৰ দিনতো 'জাত গ'ল' ম্যাদৰ অন্ত নহ'ল। অথচ তেওঁলোকে যিমান নিষ্ঠাৰে হিন্দু ধৰ্ম পালন কৰে সেয়া আনে কৰে নে নকৰে সন্দেহ। কিন্তু তেওঁলোক বিবৰ্জিত অনাহূত হৈয়ে ৰ'ল। গতিকে এদিন পুখুৰীৰ পৰা পানী খোৱা ঘটনা এটাক কেন্দ্ৰ কৰিয়ে সেই সীমা বাঢ়ি গ'ল। ফয়চলা নবিচে জয়চন্দ্ৰৰ পুতেকক অকথ্য গালি গালাজ কৰিছে। সিদিনাই জয়চন্দ্ৰইঁতে সিদ্ধান্ত লৈ মুছলমান ধৰ্মত দীক্ষিত হ'ল। ফয়চলা নবিচৰ অহংকাৰ চূৰ্ণ হ'ল যদিও তেওঁ মূৰ নোদোঁৱালে। তেওঁৰ জাত্যাভিমান থাকিয়ে গ'ল। আনহাতে জয়চন্দ্ৰইঁতে জহিৰুদ্দিন হৈ মানুহৰ প্ৰাপ্য অধিকাৰ লাভ কৰিলে। লেখকে দুটা ধৰ্মৰ মূলগত পাৰ্থক্য দেখুৱাইছে আৰু মানুহৰ প্ৰাপ্য অধিকাৰক গুৰুত্ব দিছে। ফয়চলা নবিচৰ দৰে মানুহৰ কাৰণেই যে হিন্দু ধৰ্মত সংকীৰ্ণতা বৃদ্ধি পাইছে সেই কথাও দেখুওৱা হৈছে। দৰাচলতে এনে অন্ধ সংকীৰ্ণতাৰ বিপক্ষে মানুহ যে সজাগ হ'ব লাগে সেই কথা স্পষ্ট কৰাও গল্পটোৰ অন্যতম উদ্দেশ্য। বেজবৰুৱাৰ এই গল্পটোৰে তেওঁৰ তৃতীয় সংকলনখন সমাপ্ত হৈছে। দৰাচলতে তেওঁৰ জীৱদ্দশাত প্ৰকাশিত সংকলনৰ ভিতৰত এইখন হৈছে তৃতীয় তথা অন্তিম।

## (পাঁচ)

তিনিখন সংকলনত অন্তৰ্ভুক্ত কৰাৰ পিছতো বেজবৰুৱাৰ ভালেমান গল্প সংকলিত নোহোৱাকৈ থাকিল। অনেক আলোচনী আৰু কাকতত তেওঁৰ যিমান গল্প সিঁচৰতি হৈ থাকিল তাৰ ভিতৰত 'বাঁহী'ত থকা গল্পৰ সংখ্যাই সৰহ। অতুল চন্দ্ৰ হাজৰিকাই এই গল্পবোৰক 'কেহোঁকলি' নামৰ গল্পটোৰ আধাৰতে এখন নতুন কিতাপ কৰিব পাৰি বুলি 'বেজবৰুৱা গ্ৰন্থাৱলী'ত (১৯৬৮ চনত) মন্তব্য কৰিছে। তেওঁৰ যুক্তি : "নামকৰণ কৰা হৈছে মূল বিষয়-বস্তুৰ লগত সামঞ্জস্য ৰাখি।" অৱশ্যে গল্পবোৰক হাজৰিকাদেৱে প্ৰস্তাৱ কৰা ক্ৰমত নাৰাখিলেও কোনো অসুবিধা নহয়। আমাৰ এই সংকলনতো তেনে পোন্ধৰটা গল্প সন্নিবিষ্ট কৰা হৈছে আৰু তাৰ ভিতৰত কেইটামান যে অতিশয় আকৰ্ষণীয় গল্প আছে সেই কথা ক'বই লাগিব। বেজবৰুৱাই এই গল্পখিনিৰে কিতাপখন কৰি থৈ যাব পৰা হ'লে পৰম সৌভাগ্যৰ কথাই

হ'লহেঁতেন। তথাপি আমি এই গল্পসমূহক বেজবৰুৱাৰ চতুৰ্থ খণ্ডৰ গল্প বুলিয়ে ধৰিব পাৰো আৰু তেনেকুৱা স্থানত ৰাখিয়ে আমি গল্পসমূহৰ মাজলৈ সোমাবৰ যত্ন কৰিছো।

এই খণ্ডৰ প্ৰথম গল্প 'কেহোঁকলি'। ইয়াত জীয়েকৰ মৃত্যুৰ শোকত বাপেক-মাককে ধৰি গোটেই পৰিয়ালটো কেনেকৈ নিঃশেষ হৈছে তাকে দেখুওৱা হৈছে। কেহোঁকলি সদাগৰে বণিজলৈ যাওঁতে বাটতে জীয়েকক অকালতে হেৰুৱাইছে আৰু তাৰ দুখতে সমস্ত সম্পদ ৰাইজক বিলাই দি বিমৰ্ষ উদং মনেৰে ঘৰমুৱা হৈছে। সদাগৰে ঘৰ পাই জীয়েকৰ মৃত্যুৰ বতৰা দিলত ঘৈণীয়েকেও বেজাৰ পাই প্ৰাণ ত্যাগ কৰিলে। জীয়েক আৰু ঘৈণীয়েকৰ শোকত কেহোঁকলিও বেছিদিন বাচি নাথাকিল। ইফালে জীয়েকক বিয়া দিবলৈ ঠিক কৰি থোৱা ৰণাইয়ো বলিয়াৰ দৰে হ'ল। তাৰ ভাবী পত্নীক অকালতে হেৰুৱাই সি তাইৰ সংগী লোকাপাৰটো লৈ অনাই-বনাই ফুৰিবলৈ ধৰিলে। এদিন ৰণাইয়ো পানীত পৰি ঢুকাল। পুলিচে তাৰ মৰাশটোহে পালে। লেখকে গল্পটো তাতে সামৰিছে। ইয়াত বেজবৰুৱাই কৰুণ কাহিনী এটা সৃষ্টি কৰাৰ লগতে আন কেবাটাও গুৰুত্বপূৰ্ণ দৃষ্টিভংগী দাঙি ধৰিছে। সদাগৰৰ জীয়াৰী বতাহীৰ ঔ-বীজৰ দৰে বীজল মনটো, লোকাপাৰটোৰ প্ৰতি তাইৰ অন্তহীন মৰম আৰু মাক-দেউতাকৰ কন্যাৰত্ন প্ৰেমত প্ৰাণত্যাগৰ নিৰ্মম চিত্ৰ বাস্তৱ সমাজৰ পৰা সংগৃহীত। বেজবৰুৱাই ইয়াত বিষয়-বস্তুকে অধিক মৰ্যাদা দিছে, চৰিত্ৰায়ণৰ কথা ক'ব লাগিব তাৰ পিছতে। গল্পটোৰ আবেদন মৰ্মস্পৰ্শী আৰু পাঠকৰ হৃদয়ত কৰুণাৰো উদ্ৰেক কৰা বিধৰ।

কঠোৰ আৰু অবিবেকী কামৰ পৰিণতি যে ভয়ানক হ'ব পাৰে সেই কথা 'মুক্তি' নামৰ গল্পটোত দেখুওৱা হৈছে। সুকুমাৰৰ পঢ়া-শুনা নোহোৱা হৈছে। সুকুমাৰৰ পঢ়া-শুনা নোহোৱা দেখি ককায়েক দেৱকুমাৰে তাক কঠোৰ শাসনত ৰাখি পঢ়াবলৈ যত্ন কৰিলে। কিন্তু সুকুমাৰৰ যিকণ বুদ্ধি-বৃত্তি আছিল সেয়াও কঠোৰ শাসনৰ মেৰপাকত ক্লান্ত হৈ পৰিল। তাৰ মগজুৰ কোষবোৰ ক্ৰমাৎ নিষ্প্ৰভ হ'বলৈ ধৰিলে। ককায়েকৰ কটকটীয়া বান্ধোনে তাক দুৰ্বলহে কৰিলে। সি পগলাৰ দৰে হ'ল, ভ্ৰম বকিবলৈ আৰম্ভ কৰিলে। টান জ্বৰ হৈ এদিন সি ঢুকাই থাকিল। লেখকৰ মতে বন্দীত্বৰ পৰা তাৰ প্ৰাণ পখীয়ে মুক্তি লাভ কৰিলে। কাহিনীটো সৰু যদিও অৰ্থবহ আৰু গভীৰভাৱে অন্তৰস্পৰ্শী। মানুহৰ দূৰদৰ্শিতাৰ অভাৱ আৰু অবিবেচনাই কেনেকৈ সৰল মন-প্ৰাণ ধ্বংস কৰি নিঃশেষ কৰিব পাৰে সেই চিত্ৰ এই গল্পটোৱে বহন কৰিছে। মানুহৰ প্ৰাণৰ স্বকীয় বৈশিষ্ট্য আপোনা-আপুনিহে পৰিস্ফুট হয়, জোৰ-জবৰদস্তি কৰিলে বা বন্দীত্বৰ শিকলি পিন্ধালে সম্ভৱ নহয়। বিবেকৰ সদব্যৱহাৰ আৰু অপব্যৱহাৰৰ বিষয়ে মানুহ সজাগ হৈ কামত আগবাঢ়িলে ফলাফল সুখব্যঞ্জক হোৱাটো স্বাভাৱিক। বেজবৰুৱাই বাস্তৱ উপযোগী ছবিখন এনেদৰেই গল্পটোৰ মাজেদি ব্যক্ত কৰিছে।

'বিহু' নামৰ গল্পটোত অসমৰ ঐতিহ্য আৰু পৰম্পৰা ৰক্ষাৰ প্ৰতি সমাজৰ জনসাধাৰণৰ কেনেকুৱা মনোভাব সেয়া দাঙি ধৰা হৈছে। গল্পটোৰ কাহিনীৰ উপস্থাপন আকৰ্ষণীয়। বেজবৰুৱাৰ স্বভাৱ সুলভ ৰসাল ৰচনাশৈলীয়ে গধুৰ বিষয় এটাকো ৰসময় কৰি তুলিছে। লগতে পশ্চিমৰ প্ৰতি প্ৰবলভাৱে আকৰ্ষণ অনুভৱ কৰা এচাম অসমীয়াই যে নিজৰ সংস্কৃতি-ঐতিহ্যক গ্ৰহণ কৰিব নিবিচাৰে সেইটোৰ প্ৰতি লেখকে কটাক্ষপাত কৰিছে। এগৰাকী গাঁৱলীয়া

বুঢ়ীৰ মনতো নিজৰ চহকী গৌৰব গাঁথাৰ কাহিনী কেনেকৈ সজীব হৈ থাকিব পাৰে সেয়া গল্পটোত সুন্দৰভাৱে প্ৰতিফলিত হৈছে। অৱশ্যে গল্পটোৰ শেষত লেখকে দেখুৱাইছে যে তেওঁ আঘাতপ্ৰাপ্ত হৈ বিছনাত পৰি থকা অৱস্থাতে এই গোটেই কাহিনীটো মনলৈ আহিছে। বিহুৰ ম'হ যুঁজ, গৰুৰ গা ধুওৱা, বেঙেনা-লাউ খুওৱা, বিহুনাচ, পিঠা-পনা, জলপানৰ দিহা কৰা ইত্যাদি অনেক চিত্ৰ গল্পটোৱে ধৰি ৰাখিবলৈ সক্ষম হৈছে। তদুপৰি গল্পটোৰ ভাষাই গোটেই বৰ্ণাঢ্য সংস্কৃতিকে ধৰি ৰখাত প্ৰভূতভাৱে সহায় কৰিছে। ৰসৰাজ বেজবৰুৱাৰ স্বকীয় বৈশিষ্ট্যক উপলব্ধি কৰিবলৈয়ো গল্পটোৰ মাজত সমলৰ অভাৱ নহ'ব। পাঠকে গল্পটো পঢ়ি সন্তুষ্ট হ'ব।

এটা এৰেগেতীয়া সাধু হিচাপে অভিহিত কৰি বেজবৰুৱাই ৰচনা কৰিছে 'জুৰমন ৰাইদঙীয়া' নামৰ গল্পটো। জুৰমনৰ এটা কু-অভ্যাসৰ কাৰণে গোসাঁইৰ হাতত তাৰ বেয়া ধৰণে লটি ঘটি হ'বলৈ ধৰিলে। গোসাঁইক বেয়া কথা কোৱা বুলি ভাবি জুৰমনৰ ওপৰত প্ৰহাৰ কৰিবলৈ ধৰিলে কেবাজনো ভকতে। তথাপি জুৰমনৰ মুখৰ পৰা সেই কু-অভ্যাস নুগুচিল। ক্ৰমাৎ ঘটনাই অধিক বেয়ালৈ ঢাল খালে। সূক্ষ্মদৰ্শনহীন গোসাঁইৰ নিৰ্দেশত কেবাজনো ভকত জুৰমনৰ ওপৰত জঁপিয়াই পৰিল। জুৰমনৰ পিঠিত ঔ-কিল পৰিল। তাৰ হাতৰ ৰাইদাংডালেৰে সকলো ফালৰপৰা তাৰ ওপৰত মাধমাৰ শোধাবলৈ ধৰিলে। শেষত গাঁওবুঢ়াই ঘটনাটো দেখি বিতত হৈ পৰিল। তেওঁ জুৰমনৰ কথা ভালকৈ জানে। গোসাঁইক তেওঁ বুজাই দিলে যে জুৰমনৰ সিটো কু-অভ্যাস, গোসাঁইক অপমান কৰিবলৈ সি একো কোৱা নাই। গোসাঁয়ে কথাটো বুজি পালে আৰু তাক খেদি পঠিয়ালে। কিন্তু জুৰমনৰ স্বভাৱটোৰ পৰিৱৰ্তন নঘটিল। গল্পটোত লেখকৰ হাস্যৰস আৰু উপস্থাপন আকৰ্ষণীয়।

মাউৰা এজনৰ দুৰৱস্থাৰ কাহিনী বিধৃত হৈছে 'মাউৰা' শীৰ্ষক গল্পটোত। মৌজাদাৰৰ মৃত্যুৰ পিছত কৰ্মেশ্বৰ কাকতী মাউৰা হৈ পৰিল। মৌজাদাৰণীয়ে আগতেই স্বৰ্গাৰোহণ কৰিছিল। মাউৰা কৰ্মেশ্বৰে কৰ্মত প্ৰবৃত্ত হ'ব নোৱাৰি অনাই-বনাই ফুৰিবলৈ ধৰিলে আৰু মাউৰাই মৌজাদাৰক দায়িত্ব নোপোৱাত আক্ষেপ কৰিবলৈ ধৰিলে। কৰ্মেশ্বৰে নিষ্কৰ্মা হৈ মাউৰাৰ অজুহাতত আশ্ৰয় বিচাৰিবলৈ আৰম্ভ কৰিলে। কিন্তু ক'তো সুবিধা নহ'ল। মাউৰা বুলি ক'তো স্বীকৃত স্থানো তেওঁ নাপালে। আচলতে লেখকে দেখুৱাব খুজিছে যে মাউৰা বুলি কৰ্মেশ্বৰে যি সুবিধা আদায় কৰিব বিচাৰিছে সেয়া দৰাচলতে তাৰ প্ৰাপ্য নহয়। কৰ্মত যোগ্যতা প্ৰতিপন্ন কৰিব নোৱাৰিলে যে ক'তো মৰ্যাদা লাভ কৰিব নোৱাৰি সেই কথাকে গল্পটোত উত্থাপন কৰা হৈছে। কৰ্মেশ্বৰৰ যোগ্যতা নাই বাবে সি ক'তো থিতাপি লাগিব পৰা নাই। তাৰ মনত তাৰ যোগ্যতা সম্পৰ্কে ধাৰণাও নাই। সেয়েহে সি কলিকতালৈ গৈ মাউৰাৰ যোগ্যতা ভিত্তিত অবলা আশ্ৰমত আশ্ৰয় বিচাৰি বিফল মনোৰথ হৈ ক'ৰবাত হেৰাই গৈছে।

পদমৰ্যাদা বা বিষয়বাবতকৈ যে চৰিত্ৰ বহুত ওপৰৰ সম্পদ সেই কথা দেখুৱাইছে 'ৰছিত' নামৰ গল্পটোত। হাকিম জে, আৰ, বৰুৱাই পদমৰ্যাদা পালেও চৰিত্ৰবান হ'ব নোৱাৰিলে। তাৰ কুপৰিণতি ভোগ কৰিবলগীয়া হৈছে পত্নী বৃন্দাই। তাই অশেষ চেষ্টা কৰিও বিফল হৈছে। হাকিমে আন এজনী তিৰোতা আনিছে আৰু বৃন্দাক কোলাৰ কেঁচুৱাৰে সৈতে পিতৃ গৃহলৈ ঘূৰাই পঠিয়াই দিছে। সিমানেই নহয় হাকিমে [illegible]তৰ যোগে বৃন্দাইতক ভাবুকি দিছে। শহুৰেকে হাকিম

জোঁৱায়েকক বৃন্দাক ঘূৰাই পোৱা বুলি ৰছিত দিবলগীয়া হৈছে। কেনে নির্মম পৰিহাস! বৃন্দাৰ লগতে সুত লাভ কৰা বুলিও শহুৰেকে ষ্টাপ কাগজখনত চহী কৰি দিছে। ইয়াত বেজবৰুৱাই ঘৃণনীয় দৃশ্য এটি চিত্রিত কৰিছে অতি জীৱন্ত ভাবে। শ্লেষ-বিদ্রূপৰে তেওঁ তথাকথিত ভদ্রলোকসকলক থকা-সৰকাও কৰিছে। আনহাতে শহুৰেকে কেনেকৈ শূন্যৰ পৰা আৰম্ভ কৰি গজগজীয়া প্রতিষ্ঠিত ব্যক্তি হ'ব পাৰিলে তাৰ চিত্রও বিধৃত কৰা হৈছে। এই দুইজন পুৰুষ চৰিত্র পৰস্পৰবিৰোধী। লেখকে এজনৰ (শহুৰেক) চৰিত্রৰ বিকাশ আৰু সৎ দিশটো দেখুৱাইছে আৰু আনজনে (জোঁৱায়েক) নিজৰ অসৎ চৰিত্র কেনেকৈ চৰিতার্থ কৰিছে তাকে দেখুৱাইছে। তেওঁৰ চৰিত্রায়ণ আকর্ষণীয়। বিষয়-বস্তু বাস্তৱ ভিত্তিক আৰু ইয়ে লেখকৰ সমাজ চেতনাও দাঙি ধৰিছে।

বিবাহ আৰু স্বামী-স্ত্রীৰ প্রকৃত তাৎপর্য কি সেই কথা বাৰু সকলোৱে বুজেনে! বুজি পোৱা সকলৰ কথা এৰো, নুবুজাসকলক লৈহে য'ত শত পয়মাল। বেজবৰুৱাই এই পয়মালৰ এক নিদর্শন দাঙি ধৰিছে 'ললিতী কাকতী' নামৰ গল্পটোত। ললিতীক মাক-দেউতাকে দৰা বাছি বাছি হাকিম এজনলৈ বিয়া দিছিল। হাকিমৰ আচল ৰূপ বিয়াৰ পিছতহে ওলাল। দেউতাক-মাকে ভাবিছিল হাকিম জোঁৱায়েকে জীয়েকক সুখত ৰাখিব। কিন্তু বাস্তৱত সেয়া নহ'ল। হাকিমৰ জঘণ্য ৰূপটোহে ক্রমাৎ প্রকাশ হ'বলৈ ধৰিলে। ললিতীৰ ওপৰত অকথ্য অত্যাচাৰ, অশ্রাব্য গালি বর্ষণ চলিল। শেষত ললিতীক খেদাই দিলে হাকিম স্বামী শ্রীকান্ত হাজৰিকাই। হাকিমে দ্বিতীয়বাৰ আন এগৰাকী কন্যাক বিয়া কৰায়ো ললিতীৰ দৰেই ত্যাগ কৰিলে। মাথো দুয়োবাৰেই তেওঁ ধন-সম্পদৰ লুণ্ঠন চলালে কন্যা দায়গ্রস্ত পিতৃ-মাতৃৰ পৰা। লেখকে হাকিমৰ অসৎ চৰিত্রটো চিত্রিত কৰিছে আৰু তেওঁ তৃতীয়বাৰ বিয়া কৰাইছে বুলিও উল্লেখ কৰিছে। কিন্তু ললিতীৰ কি হ'ল। ললিতীয়ে হাকিমলৈ চিঠি লিখি তেওঁৰ স্বৰূপ উদঘাটন কৰিছে আৰু তাৰ চানেকী 'বাঁহী'ৰ সম্পাদকলৈ পঠিয়াইছে। ললিতীৰ ক্ষোভ স্বামীৰ প্রতিয়ে নহয়, শ্রীকান্তৰ দৰে জঘণ্য পুৰুষ জাতিৰ প্রতি নাৰীৰ ঘৃণা আৰু স্বাভাৱিক বিদ্বেষ। পুৰুষে নাৰীক এনেদৰে প্রৱঞ্চনা কৰাৰ কোনো অধিকাৰ যে নাই সেই কথা ললিতীৰ মুখেৰে ব্যক্ত কৰা হৈছে। ললিতী সমগ্র নাৰী শ্রেণীৰ প্রতিনিধি। ললিতীৰ ঘৃণা-বিদ্বেষ এনে অসৎ পুৰুষে নাৰীৰ পৰা পাবলগীয়া উচিত দণ্ড। ললিতীৰ দুর্ভাগ্য-দুর্দশা নাৰীয়ে চিৰকাল পুৰুষ শাসিত সমাজত লাভ কৰি অহা সাধাৰণ অভিজ্ঞতা। নাৰীক যদি পুৰুষে এনেদৰে পদে পদে লাঞ্ছিত, বর্জিত কৰিব পাৰে, নাৰীয়েও পুৰুষক বর্জন কৰিব পাৰে। ললিতীয়ে লিখা চিঠিখনত তাকে দেখুওৱাৰ যত্ন কৰিছে। বেজবৰুৱাই নাৰীৰ এই কৰুণ দিশটো ললিতীৰ চৰিত্রৰ মাজেদি ফুটাই তুলিছে। তেওঁৰ চৰিত্রায়ণ বাস্তৱিক আৰু সুন্দৰ। পাঠকে ললিতীৰ চৰিত্রৰ মাজত এগৰাকী আধুনিক নাৰীক বিচাৰি পাব। ললিতী সেয়ে বেজবৰুৱাৰ অন্যতম প্রতিনিধিত্বমূলক পূর্ণাংগ নাৰী চৰিত্র। গল্পটোৰ বিশেষত্ব এইখিনিতে। মনে ধৰে গল্পকাৰে ললিতীক অংকণ কৰোতে নিশ্চয় কোনো নাৰীৰ 'মডেল' এটা বাস্তৱত দেখিবলৈ পাইছিল, নহ'লে 'বাঁহী'ৰ সম্পাদক হিচাপে ক'ৰবাত তেনেকুৱা অভিজ্ঞতাৰ সন্মুখীন হৈছিল। যিহওক গল্পটোৰ বিষয়-বস্তু আধুনিক আৰু নতুনত্বৰ পৰিচয়ো ই বহন কৰিছে।

বেজবৰুৱাৰ এটা অসাধাৰণ গল্প 'পাতমুগী'। নাৰী মনস্তত্বৰ এক উজ্জ্বল চানেকী এই গল্পটোৰ মাজেদি পৰিস্ফুট হৈছে। পাতমুগীৰ চৰিত্র নাৰী প্রতিনিধিত্বমূলক। নাৰীৰ দুর্বলতা,

ব্যচ-বিচাৰ, চিন্তাধাৰা আৰু সমাজ তথা পুৰুষৰ পৰা পোৱা অবিচাৰৰ অবিকল স্বৰূপ ফুটি উঠিছে পাতমুগীৰ মাজত। পাতমুগীক এৰি থৈ গৈ বামুণ ল'ৰাটোৱে আকৌ আন এজনীক বিয়া কৰাইছে। পুৰুষৰ এই কু-চৰিত্ৰক পাতমুগীয়ে যথাযথভাৱে চিহ্নিত কৰিছে আৰু সেয়ে তেনে পুৰুষক আইনৰ দ্বাৰায়ো পুনৰ লাভ কৰিবলৈ সন্মত হোৱা নাই। পাতমুগীৰ আন এক আৱিষ্কাৰ হ'ল — দুৰ্বলতা। দুৰ্বলতা নাৰী-পুৰুষ উভয়ৰে থাকে। কিন্তু নাৰীয়ে পুৰুষক পৰাজিত কৰিব বিচাৰে। দুৰ্বলতাৰে পুৰুষক বশ কৰাটো নাৰীৰ স্বাভাৱিক কৌশল। যেতিয়া পাতমুগীয়ে দ্বিতীয়বাৰ সেই বিজয়প্ৰাপ্তি লাভ কৰিছে তেতিয়া তাই দদায়েকৰ সমুখত অকপটভাৱে স্বীকাৰ কৰিছে যে 'পুৰুষক হাতৰ মুঠিত ল'বলৈ পোৱাটোৱেই তিৰোতাৰ ডাঙৰ আশা।' লেখকে নাৰী আৰু পুৰুষৰ চৰিত্ৰৰ কেতবোৰ বিচিত্ৰ দিশ চিত্ৰিত কৰিবলৈকে গল্পটোৰ ৰচনা কৰিছে। ইয়াত পাতমুগী উজ্জ্বল নাৰী চৰিত্ৰ। তাইৰ দোষ-গুণ নাৰীৰ স্বাভাৱিক পৰিণতি। গল্পকাৰৰ শুৱলা ভাষা আৰু জতুৱা ঠাঁচৰ উপযুক্ত প্ৰয়োগো গল্পটোৰ অন্যতম বৈশিষ্ট্য।

অসমৰ পৰা সৰুতে কলিকতালৈ যোৱা এজনী ছোৱালীয়ে ডাঙৰ হৈ চীনা মানুহ এজনক বিয়া কৰাই বোম্বাই পালেগৈ আৰু তাতে জীৱনৰ সৰহকাল অতিবাহিত কৰিলে। কালক্ৰমত মানুহজনীৰ পুতেক ৰেলৰ ডাক্তৰ হ'লগৈ আৰু বিলাসপুৰত চাকৰি কৰিবলৈ ধৰিলে। বিলাসপুৰত থাকোঁতেই ডাক্তৰ পুতেক ছাইমনৰ যোগেদি মানুহজনীয়ে গল্পৰ কথকক লগ পাইছে। কথকৰ আগত মানুহজনীয়ে তেওঁৰ গোটেই কাহিনীটো প্ৰকাশ কৰিছে। লেখকে 'ছাইমন' নামৰ গল্পটোত অংকণ কৰা কাহিনীটো এই মানুহগৰাকী আৰু তেওঁৰ পুতেক ডাক্তৰ ছাইমনক কেন্দ্ৰ কৰিয়ে। ছাইমনৰ জনপ্ৰিয়তা আৰু মানৱসেৱাই মানুহগৰাকীক সুখী কৰিছে যদিও তেওঁৰ অতীত জীৱনে আমনি কৰিবলৈ এৰা নাই। অতীতৰ, বিশেষকৈ তেওঁৰ শৈশৱ কাল আৰু মাকৰ স্মৃতিয়ে মানুহগৰাকীক খুব দগ্ধ কৰিছে আৰু মাকৰ বিষয়ে যিকোনো খবৰ পাবলৈ ব্যগ্ৰ হৈ পৰিছে। সেয়ে কথকক মানুহগৰাকীয়ে মাকৰ খবৰ ল'বলৈ বৰকৈ অনুৰোধ জনাইছে। কিন্তু মানুহগৰাকীৰ আশা পূৰণ নহ'ল। কথকে মানুহগৰাকীৰ গৃহভূমি পলাশবাৰীত খবৰ কৰিয়ো অতীতৰ একো শুং-সূত্ৰ উলিয়াব নোৱাৰিলে। গল্পটোৰ সামৰণি তাতে পৰিছে। ইয়াত বেজবৰুৱাই যি দাঙি ধৰিব বিচাৰিছে সেয়া স্পষ্ট। চৰিত্ৰয়াণ নিখুঁত আৰু মানবীয়তাৰ সুৰ এটাও বাঙ্ময় হৈ উঠিছে গল্পটোৰ মাজেদি।

'দচমন্তৰ' নামৰ গল্পত এটা সৰু ল'ৰাৰ কাহিনী বৰ্ণনা কৰা হৈছে। তাৰ আচল নাম দুষ্মন্ত। বুঢ়ীমাক আৰু সিয়ে গাঁৱত বাস কৰে। কথকৰ ঘৰত পাংখাৰ জৰী টানিবলৈ সৰু ল'ৰা এটাৰ দৰ্কাৰ হোৱাত কথকৰ চাপ্ৰাচীয়ে তাৰ একে গাঁৱৰে ল'ৰা দুষ্মন্তক আনি দিছিল। দুষ্মন্তই পাংখাৰ জৰী টনা কামটো ঠিকেই কৰিছিল। তাৰ কামত ফাকি-ফুকা নাছিল। দিনৌ পুৱা দহ বজাৰ পৰা পাঁচ বজালৈ সি পাংখাৰ জৰী টানে। পুৱা বুঢ়ীমাকে তাক থৈ যায়হি আৰু গধূলি লগত লৈ গুচি যায়গৈ। এনেদৰে বেছ কিছু দিন চলিল। ক্ৰমাৎ বুঢ়ীমাক আৰু দুষ্মন্ত কথকৰ ঘৰখনৰ প্ৰিয়পাত্ৰ হৈ উঠিল। কিন্তু দুমাহমানৰ মূৰত গাঁওখনত বসন্তই দেখা দিলে আৰু বহুত মানুহ মৰিবলৈ ধৰিলে। কথকৰ ঘৰৰ চাপ্ৰাচীটোও সেই গাঁৱৰে। সিও ৰোগৰ প্ৰভাৱত মৰিল। গাঁৱৰ মানুহবোৰে গাঁওখনলৈ ৰোগ মাতি অনা বুলি দুষ্মন্তৰ বুঢ়ীমাকক চিহ্নিত কৰিলে আৰু সিদ্ধান্ত ল'লে ডাইনী

বুঢ়ীক মাৰি পেলাব লাগিব, নহ'লে গাঁওখন উচ্ছন্ন হ'ব। সেই মতে এদিন ৰাতি কেইজনমানে বুঢ়ীক টঙনিয়াই মাৰি শটো ঘৰৰ ভিতৰতে পুতি থ'লে। দুষ্মন্তই পলাই গৈ পুলিচক খবৰ দিয়াত হত্যাকাৰীকেইজন ধৰা পৰিল আৰু শাস্তি বিধান পালে। বুঢ়ীমাকৰ হত্যাৰ বিচাৰৰ পিছতে দুষ্মন্ত অন্তৰ্ধান হ'ল। লেখকে তাৰ প্ৰতি মৰ্মবেদনাৰ ভাব পোষণ কৰিছে। সি সকলো দিশৰ পৰাই অমায়িক আছিল। তাৰ অন্তৰ্ধানত সেয়ে লেখকে মৰ্মান্তিক বেজাৰ পাইছে আৰু তাৰ মংগল কামনা কৰিছে। গাঁৱৰ মানুহবোৰৰ অন্ধ সংস্কাৰৰ বলি হ'ল বুঢ়ীমাক। কিন্তু ইয়াৰ বিপক্ষে মাত মাতিবলৈ গাঁওখনত কোনো নাই। সমাজৰ এই দিশটো লেখকে সচেতন ভাৱেই অংকণ কৰিছে। তদুপৰি গল্পটোত লোক-সংস্কৃতিৰ যি সামান্য উপাদান নিহিত হৈ আছে সেয়াও মন কৰিবলগীয়া।

বেজবৰুৱাৰ এটা উল্লেখযোগ্য গল্প 'বাৰীচোৰা'। কথকৰ বাৰীত কাম কৰা দুটা 'অমূল্য' মালীৰ বিষয়ে এই গল্পটোত আলোকপাত কৰা হৈছে। মালী দুটাৰ কাৰ্যকলাপ বৰ্ণনা কৰাই গল্পটোৰ উদ্দেশ্য। গিৰিহঁতৰ অমনোযোগিতাৰ সুবিধা পালেই সিহঁতে কি কৰে, কেনেকৈ কামত ফাঁকি দিয়ে ইত্যাদি হাস্যকৰভাৱে গল্পকাৰে দাঙি ধৰিছে। কিন্তু মালী দুটাৰ চৰিত্ৰৰ এনে দিশবোৰ আনে নাজানে। আনে ভাবে সিহঁত কামত নিপুণ। দৰাচলতে সিহঁতক গৰাকীয়েহে চলায়, কাৰণ সিহঁতৰ এটাৰো মূৰৰ মগজু নাই। লেখকে মালী দুটাৰ চৰিত্ৰ এনেকৈয়ে অংকণ কৰিছে। তাত আচৰিত হ'বলগীয়া একো নাই। সিহঁতৰ স্তৰ সিমানেই। কিয়নো সিহঁতৰ বিকাশ সিমানতে সীমাবদ্ধ হৈ ৰ'ল। গতিকে নিৰ্দেশ নাপালে সিহঁত অচল। গল্পটোত লেখকৰ ৰসাল উপস্থাপন পাঠকৰ বাবে আনন্দৰ সমল হৈছে। চৰিত্ৰায়ণ আৰু উপস্থাপনেই মূলতঃ গল্পটোৰ প্ৰধান বৈশিষ্ট্য। বেজবৰুৱাৰ স্বভাৱজাত স্বকীয় ভাষাৰ কথা নক'লেও হ'ব। ভাষাৰ সাৱলীল গতি আৰু সৰলতাই গল্পটোৰ পঠনীয়তা বৃদ্ধি কৰিছে।

বেজবৰুৱাই মালীৰ চৰিত্ৰ অকল এটা গল্পতে অংকণ কৰি ক্ষান্ত থকা নাই। 'ভেৰা' নামৰ গল্পতো নাম ভূমিকাৰ চৰিত্ৰটোৱে লেখকৰ দক্ষতাত পৰিস্ফুট হৈ পৰিছে। ভৈৰাৰ নিজৰ বিচাৰ-বিবেচনা কৰাৰ শক্তি নাই বুলিব পাৰি। গৰাকীয়ে দেখুওৱা মতেও সি কাম কৰিব নোৱাৰে। তাৰ মনত ৰখা শক্তি নাই, সি বুজিও নাপায় আৰু ভুল নকৰিবলৈ ক'লেও ভুলকে কৰিহে এৰে। ভৈৰাৰ এই কাৰ্যত গৰাকী অতিষ্ঠ যদিও তাক এৰিব নোৱাৰে। সি ইমানেই অঁকৰা যে তাৰ ছোৱালীহঁতেও তাক ঠগিবলৈ বেছি সময় নালাগে। গৰাকীয়ে ভৈৰাক যি দায়িত্ব দিয়ে সি সেয়া পালন কৰিব ঠিকেই, কিন্তু তাক কোনোবাই তেনে সময়ত ঠগ-ছলনা কৰিলেও সি বুজি নাপায়। তাৰ দক্ষতা সিমানেই। মুঠতে গৰাকীয়ে তাক লৈ অনবৰতে মূৰটো গৰম কৰি থকাৰ বাহিৰে আন উপায় নাই। লেখকে ভৈৰাৰ এই হাস্যকৰ চৰিত্ৰটো সুন্দৰভাৱে ফুটাই তুলিছে। তাৰ মাজত হাস্যৰস আছে। একে সময়তে ভৈৰাৰ প্ৰতি সহানুভূতিও জাগ্ৰত নোহোৱাকৈ নাথাকে। যি নহওক ভৈৰাই যিদৰে অনবৰতে গৰাকীৰ মগজু গৰম কৰি ৰাখিছিল ঠিক তেনেদৰে তাৰ চৰিত্ৰটোৰো ৰসাত্মকভাৱে চিত্ৰিত কৰা হৈছে।

'শ্বন্' বেজবৰুৱাৰ আন এটা বৈশিষ্ট্যপূৰ্ণ গল্প। স্বামী-স্ত্ৰীৰ দ্বন্দ্বৰ এক কাৰণ উদঘাটন কৰাৰ লগতে গল্পটোৱে দেখুৱাইছে যে সংস্কাৰ সময় সাপেক্ষ হে। সময়ৰ লগত সংস্কাৰ পৰিবৰ্তিত নহ'লে মানুহৰ শান্তি বিনষ্ট হয়। সংস্কাৰৰ বিষয়ে গল্পটোৰ এই বক্তব্য সমাজ সচেতন বেজবৰুৱাৰ

চিন্তাৰ বাহক। স্বামী-স্ত্ৰী এযোৰা মনোমালিন্য ঘটিছে এনে সংস্কাৰৰ কাৰণেই। গিৰিয়েকে সংস্কাৰবশতঃ কুকুৰৰ প্ৰতি ভাল ভাব পোষণ কৰিব পৰা নাছিল, যিটোৰ কাৰণে তেওঁ আৰু স্ত্ৰীৰ মাজত বিবাদ হৈছে। যেতিয়াই গিৰিয়েকে সংস্কাৰৰ শুদ্ধ পথত ভৰি দি কুকুৰক আদৰ কৰিবলৈ ধৰিলে তেতিয়াই বিবাদৰ অন্ত পৰিল। উল্লেখযোগ্য, স্ত্ৰীগৰাকী হৈছে কুকুৰক আদৰ-যত্ন কৰা আধুনিক নাৰী। গল্পকাৰে আকৰ্ষণীয়ভাৱে গোটেই কাহিনীটো উত্থাপন কৰিছে আৰু এনেধৰণৰ সমস্যাৰ সমাধানৰ পথো নিৰ্দিষ্টকৈ দেখুৱাইছে। তদুপৰি গল্পটোৰ শেষত কৃপাবৰৰ হাস্যৰসক আজুৰি আনিছে। দেখাত সাধাৰণ সমস্যা হ'লেও যে ইয়াৰ গুৰুত্ব আছে আৰু সমাজ জীৱনৰ বাবে দৰ্কাৰী বিষয় সেয়া বোধহয় বুজাবলৈকে বেজবৰুৱাই কৃপাবৰক সাঙুৰি লৈছে। যি হওক গল্পটো পঢ়ি পাঠকে আনন্দ পাব আৰু এক অসামান্য সমিধান বিচাৰি পাব।

মনৰ বিভ্ৰান্তিয়ে কেনেকুৱা অশান্তিৰ সৃষ্টি কৰিব পাৰে তাকে দেখুওৱা হৈছে 'মাৰ্জ্জাৰী' নামৰ গল্পটোত। ইয়াত কথক নিজেই নায়ক। তেওঁ মেকুৰীৰ পৰা দিনে-ৰাতিয়ে অশান্তি পাবলৈ ধৰিলে। কথকৰ এই অৱস্থা দেখি তেওঁৰ আলহী বন্ধুয়ো চিন্তাত পৰিল। মানুহজনৰ মনত মেকুৰীৰ প্ৰতি যি বৈৰাগ্য ভাব সোমাল -- সেয়া অহৰহ থাকিল আৰু তেওঁক অনবৰতে মেকুৰীয়ে আমনি কৰি থকায়ে দেখিবলৈ পালে। শেষত ঘৰৰ মেকুৰীজনীক নিৰ্বাসন দিয়া হৈছে যদিও মানুহজনৰ মনৰ সংশয় দূৰ হোৱা নাই। বন্ধুজনে সংশয়মুক্ত নোহোৱা বাবে কথককে দোষ দিছে আৰু কথকৰ মেকুৰী বিভ্ৰম ৰোগ দেখি হাঁহিছে। বেজবৰুৱাই গল্পটোৰ মাজেদি এক খুহুতীয়া চিত্ৰ দাঙি ধৰিছে। ইয়াত মনস্তাত্ত্বিক দিশ এটাও জড়িত। তেওঁৰ স্বভাৱজাত ভাষাৰ ব্যৱহাৰ মন কৰিবলগীয়া। বাস্তৱিকতে মেকুৰীৰ পৰা এনেদৰে অশান্তি ভোগা মানুহৰ সংখ্যা খুব বেছি বুলিব নোৱাৰি। কিন্তু কথকৰ কথা সুকীয়া। তেওঁ কোনো পধ্যেই মেকুৰীৰ সৈতে খাপ খাব নোৱাৰিলে। সেয়ে মেকুৰীক কেন্দ্ৰ কৰিয়ে গল্পকাৰে কাহিনী এটা নিৰ্মাণ কৰিছে। বন্ধু দুজনৰ চৰিত্ৰ দুটাই গল্পটোত ৰসৰ সঞ্চাৰ কৰিছে।

মগনিয়াৰৰ অৱস্থা কেনে হ'ব পাৰে সেয়া কল্পনাতীত নহয় যদিও বাস্তৱ জীৱনত জীয়াই থকাৰ বাবে যি সংগ্ৰাম সেয়া যথেষ্ট কষ্টকৰ আৰু দীৰ্ঘদিনীয়া। বেজবৰুৱাই 'মগনিয়াৰ বুঢ়া' নামৰ গল্পটোত মগনিয়াৰৰ এনে এক চৰিত্ৰকে অংকণ কৰিছে। মগনিয়াৰজনৰ এক ইতিহাস দাঙি ধৰিবলৈ গৈ লেখকে তেওঁৰ দুখ-বেদনাৰো বুজ লৈছে। মানুহৰ বিশাল পৃথিৱীত মগনিয়াৰজনক যে মানুহেই প্ৰবঞ্চনা কৰিছিল সেই কথাই দগ্ধ কৰে লেখকক। সেয়ে মগনিয়াৰজনক যিমানবাৰ তেওঁ লগ পাইছে সিমানবাৰেই তেওঁ তাৰ আগত মৌন হৈ থকাৰ বাহিৰে একো উত্তৰ দিব পৰা নাই। কিয়নো তেওঁ দেখিছে আৰু অনুসন্ধান কৰি বুজিছেও যে মগনিয়াৰজনক মানুহেই ঠগ-প্ৰবঞ্চনা কৰি নিঠৰুৱা কৰিছে। নিজৰ আপোন বুলি আচলতে কাকনো ভাবিব পাৰি! তেনে মানুহ থকা হ'লে মগনিয়াৰজনৰ অৱস্থা পানীত হাঁহ নচৰা বিধৰ নহ'লহেঁতেন। মগনিয়াৰ গুৰি-গোষ্ঠী থাকিও মূলহীন হ'ল, চিনাকী থাকিও অচিনাকী পৰিচয় নোহোৱা হ'ল, মাটি-বাৰী থাকিও ভূমিহীন, পথৰ ভিক্ষাৰী হ'ল । অকল কিবা সেয়েনে, সৰ্বহাৰা মগনিয়াৰৰ আন কোনো অস্তিত্বই নোহোৱা হ'ল। মগনিয়াৰৰ প্ৰতি সেয়ে লেখকে এক করুণাৰ ভাব পোষণ কৰিছে। মগনিয়াৰেও যে মানুহৰ পৰা সহানুভূতি পোৱা উচিত সেই

কথা গল্পটোৱে সুন্দৰকৈ পৰিস্ফুট কৰিছে। লেখকৰ সাৰ্থকতা তাতে।

এনেদৰে বেজবৰুৱাৰ এই চতুৰ্থ খণ্ডৰ মুঠ গল্পৰ সংখ্যা পোন্ধৰটা। ইয়াৰ মাজতো সাহিত্যৰথী গৰাকীৰ স্বকীয় বৈশিষ্ট্যই প্ৰতীয়মান হৈ উঠিছে।

সংখ্যাৰ ফালৰ পৰা **সুৰভি, সাধু কথাৰ কুকি, জোনবিৰি** আৰু **'কেহোঁকলি'**ৰ অন্তৰ্গত চতুৰ্থ খণ্ডৰ গল্পসমূহক গোটালে বেজবৰুৱাৰ সৰ্বমুঠ গল্পৰ সংখ্যা ৬৯ টা। বেজবৰুৱাই বহুমুখী প্ৰতিভাৰে জীৱনকালত অন্যান্য ৰচনাৰ লগতে সৃষ্টি কৰা এই গল্পসম্ভাৰ অসমীয়া সাহিত্যৰ ভঁৰাললৈ এক উল্লেখযোগ্য অৱদান। তেওঁৰ গল্পৰ মাজত লেখক বেজবৰুৱাৰ সকলো স্বকীয় বৈশিষ্ট্য পৰিস্ফুট হৈছে। তেওঁৰ ৰচনাশৈলী উন্নত মানৰ আৰু আধুনিক। তেওঁৰ কাহিনী কথন সচৰাচৰ গতানুগতিক নহয়। সৰু বিষয় এটাকো সুন্দৰভাৱে বৰ্ণনা কৰাতো তেওঁৰ দক্ষতা ফুটি উঠে। কাহিনীৰ আৰম্ভণিত তেওঁ অধিক গুৰুত্ব দিয়ে। ঘটনাৰ বিকাশ অথবা বিস্তৃতি কাহিনীৰ গতিয়ে নিৰ্ণয় কৰে যদিও স্ৰষ্টাৰ নিয়ন্ত্ৰণৰ বাহিৰ নহয়। স্ৰষ্টাই অদৃশ্যভাৱে গতি-প্ৰগতি নিয়ন্ত্ৰণ কৰি থাকে। পাঠকে সেয়া দেখাতো নাপায়েই, বৰং তেওঁৰ উপস্থিতিও সহজলভ্য নহয়। স্ৰষ্টাজনক তেওঁৰ কাহিনীৰ মাজত উপলব্ধিহে কৰিব পাৰি। তদুপৰি গল্পবোৰৰ উপস্থাপন আকৰ্ষণীয়। বেজবৰুৱাৰ ৰচনাশৈলীৰ বিশেষত্ব উপস্থাপনতো ফুটি উঠে। চৰিত্ৰায়ণৰ বেলিকাও লেখক সচেতন আৰু পৰিকল্পনাৰে আগবাঢ়ে। সেয়ে চৰিত্ৰবোৰ উজ্জ্বল আৰু জীৱন্ত, তেজ-মঙহৰ দৰে। তেওঁৰ চৰিত্ৰবোৰ সমসাময়িক সমাজৰ পৰা বুটলি অনা। সমাজ আৰু বাস্তৱভিত্তিক হোৱা বাবে আকৌ চৰিত্ৰবোৰে পাঠকৰ সৈতে সামঞ্জস্য ৰচনা কৰে। কেতবোৰ সমালোচকে ভবাৰ দৰে বেজবৰুৱাৰ চৰিত্ৰবোৰক ৰাউণ্ড বা ফ্লেট বুলি লেবেল এখন লগাই দিব নোৱাৰি। কিয়নো বেজবৰুৱাৰ চৰিত্ৰবোৰ নিজস্ব আৰু নিজস্বভাৱেই বহুমাত্ৰিক। সিহঁতৰ বৈশিষ্ট্য আৰু উপাদান বা সিহঁতৰ গঢ়-গতি, সাঁচ অন্যান্য মাৰ্কাযুক্ত চৰিত্ৰৰ দৰে নহয়। সেয়েহে সিহঁতক বেজবৰুৱাৰ চৰিত্ৰ হিচাপেই সুকীয়াকৈ স্থান দিব লাগিব, আন নহ'লেও সিহঁতৰ চাল-চলন, বিকাশ আৰু উপাদানৰ বাবেই।

বেজবৰুৱাৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য ৰসৰ উপাদান। তেওঁৰ ৰসাল বৰ্ণন-বিশ্লেষণ আৰু উপস্থাপনে সহজে পাঠকক আকৰ্ষিত কৰে। কেতিয়াবা গুৰু-গম্ভীৰভাৱে খুব গুৰুত্বপূৰ্ণ কথা এটা উত্থাপন কৰি আছে – আকৌ তাৰ পিছতে হঠাতে ৰসৰ সৃষ্টি কৰি পাঠকক সহজ পৰিস্থিতি এটালৈ লৈ আহে। এয়া হ'ল বেজবৰুৱাৰ চলন। কেতিয়াবা খুহুতীয়া কথাৰে তেওঁ দুখ-বেদনাৰ মূৰতো মানুহৰ দুচকুত হাঁহি বিৰিঙায়। তেওঁৰ গল্পসমূহৰ প্ৰায়বোৰতে এনে উপস্থাপন বিয়পি আছে।

## (ছয়)

বেজবৰুৱাৰ এই গল্পসমূহৰ সংকলননো কিয়? স্বাভাৱিকতে এই প্ৰশ্ন পাঠকসকলৰ মনত জন্ম হ'ব। আমাৰ প্ৰধান উদ্দেশ্য বেজবৰুৱাৰ গল্পসমূহ সহজে একে ঠাইতে পাঠকক গোটাই দিয়া আৰু তাৰ জৰিয়তে অসমীয়া ভাষাৰ কালিকা আৰু মহিমা পুনৰ সোঁৱৰাই দিয়াটো। তদুপৰি বেজবৰুৱাৰ গল্পসমূহৰ সঠিক আলোচনা পূৰ্ণাঙ্গভাৱে কোনেও কৰা চকুত পৰা নাই। গতিকে গল্পবোৰক সেই দিশৰ পৰাও পাঠকৰ সমুখত উপস্থাপন কৰাৰ প্ৰয়োজনীয়তা অনুভৱ কৰা হৈছে।

অকল সেয়াই নহয়, বেজবৰুৱাক কিয় আধুনিক অসমীয়া চুটিগল্পৰ পিতৃ (father)

আখ্যা দিয়া হয় সেই দিশবোৰো দাঙি ধৰাৰ প্ৰয়োজনীয়তা অনুভব কৰি সংকলনখন প্ৰস্তুত কৰা হৈছে। বেজবৰুৱা সকলো দিশৰ পৰাই যে আধুনিক সেই কথা গল্পবোৰৰ মাজেদি উপলব্ধি কৰিব পাৰি। তেওঁৰ মন আৰু চিন্তাধাৰা বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠিত আৰু সেয়া তেওঁ তেতিয়াৰ দিনতে আহৰণ কৰিছিল। বেজবৰুৱাই অসমীয়া ভাষাত নোহোৱা-নোপোজা কাম এটাকে গল্পৰ মাজেদি আৰম্ভ কৰিলে। ই তেওঁৰ ব্যক্তিত্বৰ বাবেও সম্ভৱপৰ হৈ উঠিল। তেওঁ সদায় আধুনিক আৰু সমাজ জীৱনৰ প্ৰতি সচেতন আছিল। সমসাময়িক কালছোৱাক তেওঁ গভীৰভাৱে পৰ্যবেক্ষণ কৰিছিল। মূলতঃ সামাজিক আৰু অৰ্থনৈতিক দিশবোৰৰ প্ৰতি বেজবৰুৱাই তেতিয়াই তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰিছিল আৰু ইয়াৰ প্ৰমাণ সৰহভাগ গল্পতে পোৱা যায়।

মানুহৰ দুখ-দুৰ্দশা, অশান্তি-অনীতিৰ উহ বিচাৰি তেওঁ দেখিছিল যে সমাজৰ অৰ্থনৈতিক দুৰৱস্থাও অন্যতম কাৰণ। তদুপৰি তাৰ লগতে যে কিছু পৰিমাণে ৰাজনৈতিক দিশটোও জড়িত সেই কথাও তেওঁৰ দৃষ্টিত নপৰাকৈ থকা নাছিল। গতিকে তেওঁৰ গল্পৰ মাজত সেই সত্যটোও প্ৰকাশ নোহোৱাকৈ থকা নাই। আনকি তেওঁৰ কাহিনী বা সাধুকথাৰ মাজতো এই দিশবোৰৰ ৰেঙনি পৰিছে। তদুপৰি তেওঁ প্ৰয়োজন মতে সমাজৰ কলুষ-কালিমাক কঠোৰভাৱে সমালোচনা কৰিছে আৰু তাৰ যোগেদি শুদ্ধিকৰণৰ পথ প্ৰশস্ত কৰিছে। তেওঁ সমসাময়িক সমাজত দেখা কেতবোৰ কুসংস্কাৰ আৰু ৰক্ষণশীলতাৰ অসাৰতা প্ৰতিপন্ন কৰিও এটা আধুনিক মনৰ পৰিচয় দিছে। পুৰুষৰ দৃষ্টিত যে পুৰণি কালৰে পৰা নাৰী ভোগ্য পণ্য ৰূপে ব্যৱহাৰ হৈ আহিছে সেই কথা তেওঁ গল্পৰ ('লাওখোলা', 'পাতমুগী' আদি ) মাজেদি প্ৰকাশ কৰিছে। সমাজৰ মুখা পিন্ধা মানুহৰ পৰা কেনেকৈ যুগে যুগে কিমান নাৰী প্ৰৱঞ্চিত হৈ দুৰ্যোগত ভুগিছে সেই কথা স্পষ্ট হৈছে অনেক কাহিনীত। নাৰীৰ নিজস্ব অধিকাৰ আৰু ব্যক্তিত্ব সম্পৰ্কে বেজবৰুৱা তাহানিতে সচেতন আছিল। তেওঁৰ সেই সচেতনতাক ('ললিতী কাকতি' আদি) অসমীয়া নাৰীবাদৰ সূত্ৰপাত বুলিও ক'ব পাৰি। তেওঁৰ নাৰী চৰিত্ৰসমূহলৈ চালে দেখা যায় সেয়া আধুনিক ভাৱধাৰা আৰু বৈশিষ্ট্য সম্পন্ন। তেওঁৰ নাৰী নিজস্ব চিন্তা আৰু অধিকাৰ সম্পৰ্কে অতিশয় সচেতন আৰু যিকোনো ৰকমে ৰক্ষণশীলতাৰ অসাৰতা প্ৰতিপন্ন কৰাত সিদ্ধহস্ত। শিশু মনস্তত্ত্ব সম্পৰ্কতো বেজবৰুৱাৰ আধুনিক চিন্তাযুক্ত মনৰ পৰিচয় পোৱা যায়। তেওঁ সেই সময়ত প্ৰচলিত অসফল শিক্ষা ব্যৱস্থাৰ প্ৰতি কটাক্ষপাত কৰিছে। শিশুৰ মনস্তত্ত্ব অধ্যয়ন কৰিলেহে শিক্ষাই সাৰ্থক ৰূপ পাব পাৰে — সেই কথা তেওঁ তেতিয়াই উপলব্ধি কৰিছিল। তেওঁ কেবাটাও গল্পত ('মুক্তি' আৰু অন্যান্য) দেখুৱাইছে যে শাৰীৰিক শাস্তিৰে শিশুৰ শিক্ষা দান সম্ভৱ হ'ব নোৱাৰে। তাৰ বাবে নিৰ্দিষ্ট আঁচনি আৰু মনস্তাত্ত্বিক অধ্যয়নৰ প্ৰয়োজন। বেজবৰুৱাৰ আধুনিক মনটো ইয়াৰ মাজেদিও পৰিস্ফুট হৈ উঠিছে। ধৰ্ম-বিভেদ, জাতি-বিভেদ, উচ্চ-নীচ, ভেদা-ভেদৰ প্ৰতিও বেজবৰুৱা বীতশ্ৰদ্ধ আছিল। তেওঁৰ গল্পসমূহত এনে বিভেদক কঠোৰভাৱে নিন্দা, ঘৃণা কৰা হৈছে আৰু তেনে বিভেদকামী মনোভাৱক নিৰ্মমভাৱে নাকচ কৰি তাৰ পৰা দেখা দিয়া সমাজৰ বিপৰ্যয় বিধৃত কৰা হৈছে। বেজবৰুৱাৰ ধৰ্ম নিৰপেক্ষ মনোভাৱৰ প্ৰকাশো ('নিস্তাৰিণী দেৱী বা ফাতেমা বিবি' আৰু অন্যান্য গল্পত) এক আধুনিক চিন্তাৰে পৰিচায়ক। সংক্ষেপতে ক'বলৈ গ'লে বেজবৰুৱা সময়তকৈ আগতে চলা ব্যক্তি আৰু সেয়ে তেওঁ আজিও আধুনিক হৈ আছে। তেওঁৰ গল্পসমূহৰ গুৰুত্বও তাতে।

## (সাত)

আমাৰ এই সংকলনখনে প্ৰকাশৰ মুখ দেখাৰ মূলতে জ্যোতি প্ৰকাশনৰ স্বত্বাধিকাৰী নগেন শৰ্মা ডাঙৰীয়া। গ্ৰন্থখন প্ৰস্তুত কৰাৰ বিষয়ে জানিবলৈ পাই কেবাজনো আগ্ৰহী প্ৰকাশক আগবাঢ়ি আহিছিল যদিও মোৰ সিংহভাগ গ্ৰন্থৰ প্ৰকাশক শৰ্মা ডাঙৰীয়াৰ সৈতেই সহযোগ কৰিলো। তেওঁৰ জাতীয় প্ৰেম, নিষ্ঠা, ঐকান্তিক আগ্ৰহ আৰু গভীৰ দায়িত্ববোধৰ তুলনা নাই। বোধহয় সেইবাবেই অতি কম সময়ৰ ভিতৰতে গ্ৰন্থখন পাঠক সমাজৰ সমুখত উলিয়াই দিবলৈ সক্ষম হ'লো। এই ছেগতে শৰ্মা ডাঙৰীয়াক আন্তৰিক কৃতজ্ঞতা জনাই শলাগ লৈছো। লগতে তেওঁৰ কৰ্মোদ্যম আৰু নিষ্ঠা সদায় অটুট থাকক, জাতি আৰু সমাজৰ হিত সাধনত গভীৰভাৱে ব্ৰতী হওক তাকে কামনা কৰিলো। গ্ৰন্থখনৰ কাৰণে সুন্দৰভাৱে প্ৰচ্ছদ-পট অংকণ কৰি আমাৰ আন্তৰিক শলাগ আৰু শুভেচ্ছা অৰ্জন কৰিছে শিল্পী পদ্ম সিংহই। ময়ূৰ ডেস্কটপ, মাইক্ৰছফ্‌টৰ সুস্মিত চক্ৰবৰ্ত্তী প্ৰমুখ্যে জ্যোতি প্ৰকাশনৰ সকলো কৰ্মীয়ে অশেষ কষ্টৰে গ্ৰন্থখন সম্পূৰ্ণ কৰাত ইন্ধন যোগাইছে। এই সকলোলৈকে আমাৰ আন্তৰিক ধন্যবাদ জনাইছো। তদুপৰি গ্ৰন্থখন প্ৰস্তুত কৰোতে মোক বিভিন্ন দিশত ঐকান্তিকভাৱে সহায় কৰিছে সহধৰ্মিণী নিভাই। তেওঁৰ সহযোগৰ শলাগ ভাষাৰে ল'ব নোৱাৰি। তেওঁ খুচি নথকা হ'লে কামটো হয়তো অধিক পিছ পৰিয়ে ৰ'লহেঁতেন। তেওঁলৈ প্ৰীতি আৰু শুভেচ্ছা জনালো।

সামৰণিত আমাৰ মাত্ৰ এটাই নিবেদন — এই গ্ৰন্থখনক সহৃদয় পাঠক সমাজে সকলো দায়-দোষ মাৰ্জনা কৰি পৰম আগ্ৰহেৰে গ্ৰহণ কৰিলেহে আমাৰ শ্ৰম আৰু উদ্দেশ্য সফল হ'ব। বেজবৰুৱা নিজেই স্বয়ংসম্পূৰ্ণ আৰু স্বয়ংসম্পন্ন। আমি মাত্ৰ নিমিত্ত। তেওঁৰ গল্পবোৰক সজাইছো আৰু সাধ্য অনুসৰি দুষাৰ কথাৰে আলোচনা কৰিছো। তাকে কৰোতে যি ক্ৰটী হৈছে, যি বিচ্যুতি ঘটিছে আৰু যিখিনি দুৰ্বলতা থাকি গৈছে সেই সকলোকে সংকলক সম্পাদকে শিৰ পাতি গ্ৰহণ কৰিব। সচেতন আৰু গঠনমূলক আলোচনাৰে কোনো শ্ৰদ্ধেয় পাঠকে তেনে ক্ৰটী-বিচ্যুতিক পৰ্যবেক্ষণ কৰিলেও সম্পাদক কৃতজ্ঞ হৈ ৰ'ব।

আশা কৰিছো, এই সংকলনখনে লক্ষ্মীনাথ বেজবৰুৱাৰ গল্পৰ ধাৰা, প্ৰতিভা আৰু কৃতি প্ৰকাশ কৰাৰ লগতে অসমীয়া ভাষা-সাহিত্যৰ অতি স্বৰ্ণিম অধ্যায়টোক দাঙি ধৰিব পাৰিব আৰু সমাজ জীৱনৰ ঐতিহ্য আৰু প্ৰাচুৰ্যকো প্ৰতিফলিত কৰিবলৈ সক্ষম হ'ব।

২-২-২০০১

হৃদয়ানন্দ গগৈ

আছাম ট্ৰিবিউন ভৱন
গুৱাহাটী - ৭৮১০০৩

প্ৰথম অধ্যায়

বেজবৰুৱাৰ চুটি গল্পৰ প্ৰথম সংকলন

# সুৰভি

প্ৰথম প্ৰকাশ ঃ জানুৱাৰী, ১৯০৯ চন
দ্বিতীয় প্ৰকাশ ঃ এপ্ৰিল, ১৯৬৬ চন

# গীতা

"ধ্যায়তো বিষয়ান্ পুংসঃ সঙ্গস্তেষূপজায়তে।
সঙ্গাৎ সঞ্জায়তে কামঃ কামাৎ ক্রোধোঽভিজায়তে।।
ক্রোধাদ্ভবতি সম্মোহঃ সম্মোহাৎ স্মৃতিবিভ্রমঃ।
স্মৃতিভ্রংশাদ্ বুদ্ধিনাশো বুদ্ধিনাশাৎ প্রণশ্যতি।।

আঘৰ বিহুৰ দিনা পুৱাই গা ধুই আধা পোৱা মেজি এটাৰ কাষত মুঠাৰ কঠ এখনত বহি কাঠৰ হেন্দুলীয়া ঠগা এখনৰ ওপৰত সাঁচিপতীয়া শ্ৰীমদ্ভাগৱদ্গীতা পুথি এখন মেলি লৈ, সুৰ ধৰি ডাঙৰকৈ শ্লোক মাতি তাৰ অৰ্থ ব্যাখ্যা কৰিব লাগিছোঁ, একাত্মমনে গীতাৰ সেই ব্যাখ্যা শুনি মেজিকাষৰীয়া ডেকা-বুঢ়া শ্ৰোতাসকলৰ মন জ্ঞানযোগ, কৰ্মযোগ আৰু ভক্তিযোগত যোগ হৈ ধৰ্ম্মৰ ভাবত সিজিব লাগিছে, আৰু তপত ছাই আৰু পকা আঙঠাৰ ভিতৰত ল'ৰাইতে সুমাই দিয়া সমসাময়িক কেঁচা মোৰা আলু, কাঠ আলু আৰু কেঁচা আপহতা বাঁহৰ চুঙাত খুন্দি ঠাচি ভৰোৱা বৰা-চাউলৰ পিঠাও লগে লগে জুইৰ তাপত সিজি যাব লাগিছে, এনেতে, যাত্ৰী লৈ যোৱা ৰেলগাড়ীয়ে হুচ্ হুচ্ কৰে গৈ থাকোঁতে বাটত কন্তেকলৈ গাড়ী ৰখাবলগীয়া কোনো ষ্টেচন পোৱাদি ওপৰত কোৱা শ্লোকটোত উপস্থিত হোৱাহি গ'ল। শ্লোকটো সুৰ লগাই মাতি অঁতাইছোঁ হে মাথোন, হঠাৎ কোনোবাই উচুপি উচুপি কন্দা যেন মোৰ কাণত পৰিল। "কাৰ নো কি হ'ল আকৌ?" বুলি মই মূৰ তুলি চাই দেখিলোঁ যে, ওচৰতে মোৰ ঘৰৰ চোতালৰ কেঁযাবন চিকুণাই থকা কয়েদী কুলি এটাই সেইদৰে কান্দিছে। কি আচৰিত কথা! পুথি পঢ়া বন্ধ কৰি কয়েদীটোক কাষলৈ মাতি আনি তাৰ কি হৈছে, কিয় কান্দিছে বুলি সুধিলোঁ। এইখিনিতে কৈ আসোঁৱাহ মাৰি থওঁ যে, জেল দাৰোগাৰে সৈতে বন্দবস্ত কৰি, দিন দিয়েকমানৰ পৰা বৰফাটকৰ কয়েদী গোটাচেৰেক অনাই মোৰ ঘৰৰ আলি-পদূলি আৰু চোতালৰ বাঁহ-বনৰোৰ চিকুণাবৰ দিহা কৰিছিলোঁ। সেই কয়েদীটোও সিহঁতৰ ভিতৰৰে এটা। "তোৰ কি হৈছে ক?" বুলি আকৌ তাক সোধাত সি উত্তৰ দিলে "দেউতা! হঠাৎ বন্দীৰ কান্দোন ওলাইছিল, বন্দীৰ অপৰাধ মৰ্ষণ কৰক।" মই ক'লোঁ, "কিয় তোৰ কান্দোন ওলাইছিল ক! ভয় নকৰিবি; মই একো অপৰাধ নধৰোঁ; নিশ্চয় তোৰ কান্দোনৰ কাৰণ আছে।"

"দেউতাই যদি অপৰাধ নধৰো বুলিছে আৰু ক'বলৈ হুকুম দিছে, তেন্তে কওঁ, শুনক! দেউতাই এতিয়া যে গীতাৰ শ্লোকটো মাতিছিল, সেইটো শুনি মোৰ আগৰ কথা মনত পৰি

কিবা এটা ভাব খেলাই হঠাৎ কান্দোন ওলাই গ'ল। বন্দীয়ে চম্ভালিব নোৱাৰিলোঁ দেউতা।"

মই আকৌ তাঁক নিৰ্ভয় দি কিয় তাৰ তেনে ভাব হৈছিল, সকলো কথা ভাঙ্গি-পাতি ভালকৈ কবলৈ কোৱাত সি, "দেউতাৰ যি আজ্ঞা" বুলি হাতযোৰ কৰি ক'বলৈ ধৰিলে।

"দেউতা, মই অধম পাপীৰ ঘৰ পছিমৰ গোৱালিয়ৰ জিলাত। মোৰ নাম ভগবানদাস বাবাজী। সৰুতে মই সন্ন্যাস গ্ৰহণ কৰি সন্ন্যাসী হ'লোঁ। আই-বোপাই ইষ্ট-কুটুম্ব মোৰ সকলো আছিল। কিন্তু, মই কাৰো হকাবধা নুশুনি পৰম ধাৰ্মিক অগাধ পণ্ডিত ঈশ্বৰদাস পুৰীৰ ওচৰত মন্ত্ৰ ললোঁ; আৰু তেওঁৰ চেলা হৈ দেশ-বিদেশৰ নানা তীৰ্থ ভ্ৰমণ কৰিবলৈ ধৰিলোঁ। গুৰুজীৰ মোৰ ওপৰত বিশেষ কৃপা আছিল গুণে মই অলপ কালৰ ভিতৰতে অনেক শাস্ত্ৰত পঁডিত হৈ উঠিলোঁ। বেদ বেদান্ত আৰু ঘাইকৈ শ্ৰীমদ্ভাগৱত আৰু গীতাত মই সুনিপুণ হ'লোঁ। শ্ৰীমদ্ভাগৱত শাস্ত্ৰ মই পৰম ভক্তি ভাবে পঢ়িলোঁ। আৰু মোৰ শুকান অন্তৰত ভক্তি প্ৰেমৰ নিজৰা ববলৈ ধৰিলে। দেউতাই পঢ়া গীতা-শাস্ত্ৰ মোৰ কণ্ঠস্থ আছিল। গঙ্গা, গয়া, কাশী, মথুৰা, বৃন্দাবন, বদৰিকাশ্ৰম, পুষ্কৰ, আন কি ৰামেশ্বৰ সেতুবন্ধলৈকো মই গৈছিলোঁ। এনেতে মোৰ দুৰ্ভাগ্যক্ৰমে গুৰুজী মহাৰাজৰ দেহান্তৰ ঘটিল। গুৰুৰ পুণ্যৰ ডৌকাৰ ঢাকোন মোৰ মূৰৰ ওপৰত নাইকিয়া হ'ল।

"গুৰুঃ পিতা গুৰুৰ্মাতা গুৰুৰ্দেবো নসংশয়ঃ।

কৰ্ম্মণা মনসা বাচা তস্মাৎ শিষ্যৈঃ প্ৰসেব্যতে।।

গুৰু প্ৰসাদতঃ সৰ্ব্বং লভ্যতে শুভমাত্মনঃ।

তস্মাৎ সেব্যো গুৰুৰ্নিত্যমন্যথা ন শুভং ভবেৎ।।"

"এনেকুৱা গুৰুহীন হৈ মই কিছুমান দিন পুৰুষোত্তম ক্ষেত্ৰত থাকি তাতে জনচেৰেক সন্ন্যাসী লগ পাই, পৰশুৰাম কুণ্ডলৈ যাবলৈ বুলি আহি এই কামৰূপ কামাখ্যা ওলালোহি, আৰু ইয়াতে মোৰ শেষ পদস্খলন হ'ল। মোৰ পূৰ্ব প্ৰাক্তনৰ ফলত এই পাণ্ডববৰ্জিত দেশত মোৰ ভৰি পিছলিল, মই দুৰ্ঘোৰ নৰকৰ পল-বোকাত পৰিলোঁ। কেনেকৈ মোৰ সৰ্বনাশ ঘটিল তাক চমুকৈ বন্দীয়ে দেউতাৰ চৰণত নিবেদন কৰোঁ। মই পৰশুৰাম কুণ্ডলৈ যাবলৈ আহি শিৱসাগৰ জিলা পাই মোৰ গা বেয়া হোৱা বাবে কিছুমান দিন জিৰাবৰ মনেৰে বলিয়াঘাট বোলা ঠাইৰ গাওঁ এখনৰ এটা ৰাজহুৱা নামঘৰত ঠাই ল'লোঁ। মোৰ লগৰীয়া সন্ন্যাসীবিলাক দুই চাৰি দিনৰ পিছতে মোক এৰি পৰশুৰাম কুণ্ডৰ ফালে গুচি গ'ল। মই মোৰ গা ভাল নোপোৱা বাবে তেওঁলোকৰ লগত যাব নোৱাৰিলোঁ। সেই গাঁৱৰ মানুহবিলাকৰ যত্ন আৰু সেৱা শুশ্ৰূষাত এমাহমানৰ মূৰত যদিও মই মোৰ গা টঙাব পৰা হ'লোঁ, তথাপি তেওঁলোকৰ মোলৈ আন্তৰিক আৰু শ্ৰদ্ধাৰ ভাব দেখি মই নামঘৰতে নাম প্ৰসঙ্গ শুনি আৰু কিছুমান দিন থাকিবলৈ মনস্থ কৰিলোঁ। এইদৰে থাকোঁতে থাকোঁতে তাতে প্ৰায় ছমাহ হ'লগৈ। মোৰ শাস্ত্ৰজ্ঞান আৰু ধৰ্ম্মালাপ, বিশেষকৈ বৈষ্ণব ধৰ্ম্ম বিষয়ে উপদেশ আদি শুনি গাঁৱৰ সকলোৰে মোৰ ওপৰত ভকতি বাঢ়িল। মোৰ আগৰ পৰা গাখীৰ-কল, কুঁহিয়াৰ, ভাৰ-ভেটী নুগুচা হ'ল। মোৰ শৰীৰ ৰক্ষাৰ নিমিত্তে যিমান খোৱা বস্তুৰ আৱশ্যক, তাতকৈ এশগুণ সৰহ বস্তু মোৰ কাষত গোট খাবলৈ ধৰিলে, আৰু লগে লগে মোৰ ভোজনৰ জোৰও নেবাঢ়ি নেথাকিল। ভূৰি ভোজ্য আৰু ভোজনৰ

লগতে ভোজ্য বস্তুৰ ওখ আৰু নীহ কুলৰ বিচাৰ কৰিবৰ পৰ্কিতিয়েও মোৰ গাত ঠাই ল'লে। মাণিকীমধুৰী জহা আৰু গৰুণপখী ধানৰ চাউলে মোৰ জিভাত, সিহঁতৰ ভিতৰত থকা প্ৰভেদ জ্ঞান উৎপাদন কৰিবলৈ ধৰিলে। মলখু চাউল, মলগুা চাউল, ভাল আটাগুড়ি, বেয়া আটাগুড়ি, ভাল ঘিঁউ, কৰুৱা ঘিঁউ ইত্যাদি কথাৰ মৰ্মবোধ মোৰ বিশেষৰূপে হ'বলৈ ধৰিলে। মই নিপনীয়া গাখীৰ খাবলৈ ভাল পাওঁ দেখি এজন বুঢ়াই মোক এজনী খীৰতী গাই দিলে। গাইজনীত মোৰ মৰম সোমাল; দেখিলোঁ তাইক ঘাঁহ-পানী খুৱাই পতি কৰিবলৈ এটা মানুহ নহ'লে নচলে। মঙলা বুলি মোৰ ভকত মানুহ এটাই আপোন ইচ্ছাতে সেই কাম কৰিবলৈ গাত ল'লে, আৰু ময়ো সেই ভাৰ তাৰ গাত দিলোঁ। তাৰ মন পুতি কৰা যত্নত গাইজনীৰ শ্ৰীবৃদ্ধি হ'বলৈ ধৰিলে। মঙলাৰ এজনী ভনীয়েক আছিল; তাইৰ নাম চেনেহী। চেনেহী কুৰি বছৰ বয়সীয়া আবিয়ৈ গাভৰু ছোৱালী। তাই আহি দিনৌ গাইজনীৰ গাখীৰ খীৰাই দি যাবৰ বাব তাইৰ গাত পৰিল। মঙলাই পথাৰত হাল-কোৰ বাব লগা বাবে কোনো কোনো দিন আহিবলৈ আহৰি নোপোৱা হ'লে, চেনেহীয়েই মঙলাৰ বাবৰ সকলোখিনি কাম কৰি দি যায়হি। মই দেখিলোঁ, চেনেহীৰ কাম মঙলাৰ কামতকৈ ভালেমান গুণে সুৰলা হয়। আহাৰ-শাওণ মহীয়া পথাৰৰ কামত সৰহকৈ মন দিবলগীয়া হোৱাত, মঙলাই আহৰি একেবাৰেই নোপোৱা হ'ল; আৰু চেনেহীৰ গাতে তাৰ বাব গোটেইটো পৰিল। তেনে হোৱাত ময়ো সন্তুষ্ট হ'লোঁ। কাৰণ, তাইৰ কাম মোৰ চকুত মঙলাৰ কামতকৈ চিকুণ যেন লাগিছিল। চেনেহীয়ে গাইৰ গাখীৰ খীৰায়, গোবৰ পেলায়, গোহালি আঁতায়, তাৰ উপৰি মোৰ টৌ মলে, কাঁহী-বাটি ধোৱে, আৰু জুহালৰ জুই ধৰি দিয়া আদি কাম কৰে। তাই অতি সন্তৰ্পণে ভক্তি-ভাৱে একান্ত মনে তাইৰ এইবিলাক কাম কৰিবলৈ ধৰিলে; কিন্তু স্পষ্টকৈ গম ধৰিব নোৱাৰাকৈ এখোজ দুখোজকৈ আহি, সংসাৰত্যাগী সন্ন্যাসীৰ শৰীৰত, বিষয়-বিৰাগী ব'ৰাগীৰ গাত, দুষ্ট কলি প্ৰবেশ কৰিলে; বৰাগীৰ মনত বিকাৰ উপস্থিত হ'ল। সন্ন্যাসীৰ শান্তিপূৰ্ণ মনত ক'ৰবাৰ পৰা আহি অশান্তি সোমাল, নিৰুদ্বেগ অন্তৰত উদ্বেগে ঠাই ল'লে, ঈশ্বৰ চিন্তাৰ ঠাই চেনেহীৰ চিন্তাই বলেৰে 'দখল' কৰিলে। কোনো দিনা চেনেহীয়ে বনবাৰী কৰিবলৈ অহাত পলম কৰিলে মোৰ মন উগুলথুগুল লাগি পৰে, মই সকলো কাম এৰি তাই অহা বাটলৈ চাই থাকোঁ। খোপে খোপে মোৰ মন ঈশ্বৰ চিন্তাৰ পৰা নামি আহি চেনেহীৰ চিন্তাত পৰিল, আৰু শেহত তাৰ পৰা একেবাৰেই উঠিব নোৱাৰা হ'ল। হিচাপৰ বহীত আজি এক অনা চেনেহীৰ ভাবনা, পোন্ধৰ অনা ঈশ্বৰৰ ভাবনা; কাইলৈ চাৰি অনা চেনেহীলৈ চিন্তা আৰু ঈশ্বৰলৈ বাৰ অনা চিন্তা, পৰশুইলৈ চেনেহীলৈ আঠ অনা, ঈশ্বৰলৈ আঠ অনা, চৰশুইলৈ চেনেহীলৈ বাৰ অনা, ঈশ্বৰলৈ চাৰি অনা ; এইদৰে জমা খৰচৰ বঢ়া টুটা হৈ হৈ শেহত ঈশ্বৰৰ চিন্তাৰ ঘৰত শূন্য আৰু চেনেহীৰ চিন্তাৰ ঘৰত ষোল অনা জমা হ'ল গৈ। ঈশ্বৰ-চিন্তা-পুখুৰীৰ পানী কলিয়ে লেহতীঁৱে সিঁচি চেনেহীৰ চিন্তা-পুখুৰীত ভৰালে। ঈশ্বৰ-চিন্তা-পুখুৰীৰ পানীৰে চেনেহীৰ-চিন্তাৰ-পুখুৰী ভৰিল আৰু সেই পাৰমাৰ্থিক পুখুৰী শুকাই সাংসাৰিক পুখুৰী চপ্‌চপীয়া হ'ল। সন্ন্যাসীৰ মনৰ ধৰণী ভাগিল, খুটা উভালিল, ভৰিৰ তলৰ শৰণীৰাৰ খুৰা ভাগিল। বাবাজী ভগৱান দাস, কাকিনি তামোল গছৰ আগৰ পৰা তামোল চোৰে পাৰি তললৈ পেলাই দিয়া পকা তামোলৰ থোকা পৰা দি তলত পৰিল। গুৱালৰ জীয়াৰী গুৱালনী

"চেনেহী মোৰ জপৰ মলা অতি যতনৰ ধন। চেনেহী বিনে আৰু কোনো নাই বাবাজী শ্ৰীচৰণ।।" হ'ল। দেখোঁতে-দেখোঁতেই মোৰ বহুকলীয়া গুকান সুঁতিত এদিন ক'ৰবাৰ পৰা বৰ ধল আহি চেনেহীৰ যৌৱন-সৰ্বস্বৰ ভৰাবে ভৰপূৰ নাও কাচি ছিঙি উটাই লৈ গুচি গ'ল। লাহে লাহে মোৰ গতি-গোত্ৰ চলন-ফুৰণ আচাৰ-ব্যৱহাৰৰ পৰিবৰ্তন ঘটিল আৰু সি লোকৰ চকুত পৰিবলৈ সৰহ দিন নেলাগিল। নেনেহীৰে সৈতে মোৰ অবৈধ প্ৰণয়ৰ কথা প্ৰথমতে লোকে বী-বী-বা-বা কৰিবলৈ ধৰিলে, তাৰ পিছত মুখ ফুটাই ক'বলৈ ধৰিলে। গতি বিষম দেখি চেনেহীৰ ককায়েকে চেনেহীক মোৰ ওচৰলৈ আহিবলৈ হাক দিলে। তাইৰ অহা বন্ধ হ'ল। মই অধৈৰ্য হৈ পৰিলোঁ। বিচ্ছেদ যন্ত্ৰণাত মই চট্‌ফট্‌ কৰিবলৈ ধৰিলোঁ। শেহত মোৰ অসহ্য হৈ উঠিলত এদিন এখোজ-দুখোজকৈ চেনেহীৰ ঘৰ ওলালোগৈ। তাইক তাই মোৰ কাষলৈ নহাৰ কথা সুধিলোঁ। তাই ক'লে, 'ককায়ে হাক দিছে।' মই ক'লোঁ, 'ককায়েৰৰ হাক নুশুনিবি।' তাই উত্তৰ দিলে, 'নুশুনি নোৱাৰোঁ গাৱঁৰ মানুহে আমাক বেয়া বুলিছে। তেওঁলোকে আমাক এঘৰীয়া কৰিব খুজিছে। আকৌ তোমাৰ গুৰিলৈ গ'লে ককায়ে মোক ছোৱা-ছোৱাকৈ কাটিব বুলি কৈছে।' এই কথা শুনি মই খঙত বলিয়া হ'লোঁ; মোৰ হিতাহিত জ্ঞান শূন্য হ'ল। দৈব দুৰ্বিপাকত এনে সময়তে চেনেহীৰ ককায়েক পথাৰৰ পৰা তাত ওলালহি। সোধপোছ নাই, সিহঁতৰ চোতালত মেলি দিয়া ডোখোৰা খৰি এডাল মই তুলি লৈ তাৰে তাৰ মূৰত এমাৰ লগাই দিলোঁ। একে মাৰতে তাৰ মূৰটো ফাটিল, আৰু সি মাটিত ধুপুৰ কৰে পৰি মৰি থাকিল।

"সেই অপৰাধতে, দেউতা মোৰ এই দুৰ্দশা। পাঁচ বছৰ কঠোৰ পৰিশ্ৰমেৰে সৈতে মই ফাটক খাটিবৰ হুকুম হ'ল। তাৰে তিনি বছৰ উকলিছে, আৰু দুবছৰ আছে। দেউতাই যেতিয়া গীতাৰ সেই শ্লোকটো পঢ়িছিল, তাৰ মানেটো সম্পূৰ্ণৰূপে মোৰ গাত খাটিছিল দেখি মোৰ কান্দোন ওলাই গ'ল। মই ধৰ্ম্ম আৰু ঈশ্বৰ চিন্তা এৰি এখোজ দুখোজকৈ বিষয় চিন্তাত আগবাঢ়ি শেহত বিষয়ত মোৰ সম্পূৰ্ণ আসক্তি জনমিল। আসক্তিৰ পৰা মোৰ মনত কামনা অৰ্থাৎ ইন্দ্ৰিয় চৰিতাৰ্থৰ বাসনা আহিল আৰু তাৰ ব্যাঘাতত ক্ৰোধৰ উদ্ৰেক হ'ল, ক্ৰোধৰ পৰা মোহ অৰ্থাৎ হিতাহিত জ্ঞান-শূন্যতা, আৰু মোহৰ পৰা স্মৃতি-বিভ্ৰম অৰ্থাৎ স্মৃতিভ্ৰংশ হ'ল আৰু স্মৃতিভ্ৰংশ হোৱাৰ বাবে বুদ্ধিনাশ ঘটিল, আৰু তাৰ ফলত মই নৰহত্যা পাতকত পৰিলোঁ, মোৰ সকলো ভ্ৰষ্ট হ'ল।"

কয়েদীটোৰ এই বৃত্তান্ত শুনি মই অলপমান বেলি টঙক মাৰি থাকি, লাহেকৈ পুথিখন সামৰি থ'লোঁ। তাক আৰু তাৰ লগৰীয়া কয়েদীকেইটাক তেতিয়াই সিহঁতৰ গোটেই দিনৰ হাজিৰাৰ ধন দিবলৈ গাত লৈ বিদায় দিলোঁ। ■

# ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ

"আইটী শয়নি অ'! মাৰক ক, আজি আঞ্জাত লোণ দিবলৈ পাহৰিলে। ভাত এগাল খাবলৈ আহিলে সদায় এনেবিলাক আহকাল। ক, সানি খাবলৈকে অলপ লোণ লৈ আহিলে ভাল।" হাকিম ডিম্বধৰ বৰুৱা মুনচুপে পুৰা দহ বজাত ভাতৰ পাতত বহি এগৰাহ ভাত মুখত দি এই কথা কোৱা মাত্ৰকে, বেৰৰ সিফালে আখলৰ চৰুৰ কাষৰ পৰা হাকিমনী মুনচুপনীয়ে ঠেহেৰ কৰে মাত লগালে — "আমি ৰান্ধিলে আঞ্জাত লোণ নহয়, ভাত আধাফুটা হয়, মাছ কেঁচাই থাকে; কিবা বোলেনে ঢেকুৰাৰ ঠাৱি নিসিজে। ৰান্ধনি বামুণ নাইবা 'খানচামা' নেৰাখে বা কিয়? সিহঁতে ৰান্ধি দিলেই দেখোন জুতি ধৰি খাব পাৰে; আৰু কিবা বোলেনে গোলামীজনীয়েও 'ছুটী' পায়।"

হাকিম। — "উস! এইটো ভয়ঙ্কৰ কথা দেখিছোঁ যে, আঞ্জাত লোণ নহ'লে নাই হোৱা বুলি ক'ব নেপায়; ভাত দেই গ'লে বা শুকাই কৰ্কৰা হ'লে দেই গ'ল বা কৰ্কৰা হ'ল বুলি ক'ব নেপায়। গাখীৰ কুৰকাচিলে কুৰকাচি গ'ল বুলি ক'ব নেপায়, ল'ৰা-ছোৱালীক কন্দুৱালে কিয় কন্দুৱাইছ বুলি সুধিব নেপায়। এনে কথা ক'ত আছে, ক'ত দেখিছা। মোৰ ঘৰত মই কোনো নহওঁনে? এইখন ঘৰৰ গৰাকী কোন? এইখন মান-মৰাণৰ মলুক হ'ল নেকি?"

হাকিমনী।— "এৰা এইখন মান মৰাণৰ মলুক হ'ল; মই মাননী মৰাণনী হ'লোঁ! মই আজিৰ পৰা ভাত ৰান্ধিব নোৱাৰোঁ, নেৰান্ধো, সকলোকে কৈ দিলোঁ। আজিৰ পৰা কোনে মোৰ হতুৱাই ভাত ৰন্ধাই খায়, তাকো দেখিম। বোলোঁ দেখিম, দেখিম, দেখিম! যোৱাৰীয়েকহঁতে এগাল ৰান্ধি ভৰিবে গৰাই দিলে তেতিয়া সকলোৱে হেঁপাহ পলুৱাই খাব।"

হাকিম। — "কি কলি পাষণ্ডী! পাপিষ্ঠী! তোৰ ইমান মুখ বাঢ়ি গৈছে!" এই বুলি ডিম্বধৰ বৰুৱা মুনচুপ ডাঙৰীয়া হাকিমে কাঁহীৰ ভাত কাঁহীতে এৰি, চুৱা হাতেৰেই ঘৈণীয়েক মুনচুপনী হাকিমনীক ভালকৈ এখুন্দা দিবলৈ গোণা মহে চোঁচা লোৱাদি চোঁচা ল'লে। পুতেক শূলধৰ তৌজিনবিচ, ডেকা-বৰুৱায়ো বাপেকৰ ওচৰতে বহি, পেট নামে, ভু ভাৰতত জনম লোৱা সেই নিজা ছালৰ মোনাত একান্তমনে গৰাহে গৰাহে ভাত খাজি আছিল। কিন্তু কথা বিসঙ্গতি হ'ল যেন দেখি তেওঁ একে চাবেই উঠি বাপেকৰ ভৰিত সাবট মাৰি ধৰিলে; আৰু ডাঙৰীয়াৰো মত্ত চৰা মখনা হাতীয়ে উচাল মাৰি ভৰিৰ বান্ধা ছিঙাদি পুতেকৰ সেই হাতৰ বাহু খিপ্তি যাব খোজোঁতেই মাটিত গুবিকঠালটো পৰাদি হামকুৰিখাই পৰিল; আৰু তাৰফলস্বৰূপে তেওঁৰ মুখৰ চিক্‌চিকীয়া আগদাঁত এটা চিৰকাললৈ ভাগি থাকিল! তাৰ উপৰিও কিছু চেলি

ভিতৰলৈ সুমুৱা আৰু তিতা মাত বাহিৰলৈ উলিওৱা তেওঁৰ বহুমূলীয়া ওঁঠখন কাটি তাৰপৰা বোম্বানলে তেজ ববলৈ ধৰিলে। ডাঙৰীয়া মূচকছ গ'ল! ক্ষন্তেকতে ঘটনাটো গৈ গুৰুতৰ হ'ল দেখি চাৰিওফালৰ পৰা লগুৱা-লিকচৌ টেকেলা-বেঙেনা য'ত যি আছিল আটাইবোৰ লৰি আহি ডাঙৰীয়াক তুলি ধৰি বহুৱাই তেওঁৰ মূৰত তেল পানী দি বিচিবলৈ লাগি গ'ল। ডাঙৰীয়ানীয়েও কি কৰোঁতে কি হ'ল দেখি, আখাৰ আৰু খণ্ডৰ আওঠাবোৰত হুৰহুৰ কৰে পানী ঢালী দি, "অ, মোৰ ভৈয়াইৰ কি হ'ল ঔ! মোৰ ভৈয়াইক হাততে হেৰুৱালোঁ নে কি ঔ!" বুলি ৰাউচি মাৰি দি উধাতু খাই লৰি আহিল।

কিছুমান বেলিৰ মূৰত ডাঙ্গৰীয়া সুস্থ হ'ল। ঘৰত মুনচুপ ডাঙৰীয়া আৰু বনত দাঁত ভগা ফেঁটীসাপ এই দুইৰো মাজত কি কি বিষয়ত মিল আৰু কি কি বিষয়ত অমিল, সেই কথাৰ বিচাৰ কৰিবলৈ ডাঙৰীয়াই শত্ৰুক সুবিধা দি, লাহে লাহে চেঁচা পানীৰে নিজৰ মুখ ধুই, ভগা দাঁতৰ গুৰিৰ আৰু কটা ওঁঠৰ আগৰ তেজ ৰখাই কছাৰীলৈ যাবলৈ ওলাল। ওলাল মানে গ'লেই বুলিব লাগে; কাৰণ, বেলি দুপৰীয়া হৈ গৈছিল দেখি খৰধৰকৈ তেওঁ যাবলৈ বাধ্য হৈছিল, মাথোন বাটত হঠাৎ ডাঙৰীয়াৰ আগত পৰি, তুৰাই তৰণিয়ে ভৰিত বুট জোতাৰে সৈতে ডাঙৰীয়াক 'চেলাম' কৰাত, তুৰাইক "কুকুৰৰ পো কটা" বুলি ডাঙৰীয়াই গালি পাৰি এখুন্দা দিব খোজাত হে যি অলপ অচৰপ পলম হৈছিল। সি যি হওক, ধুমুহা বতাহৰ কোবত ডাবৰ উৰি যোৱাৰ পিছত ৰ'দ ৰেঙোৱাৰ দৰে সেই দিনাৰ দুৰ্যোগ কাটি গ'ল। হাকিম ডাঙৰীয়া এজলাচত বহিল আৰু তেওঁৰ মুখত সুখৰ ৰেঙণি ওলাল। কিন্তু দুৰ্যোৰ বাঁৰিষা কালত ৰেঙোৱা ৰ'দ খন্তেকীয়া হোৱাৰ দৰে সেই ৰেঙণিও ক্ষন্তেক থাকি মাৰ গ'ল। হাকিমে কাপ লৈ কিবা কাকত এখন চহি কৰোতে দেখিলে যে কাপৰ মুখখন কাকতত চেৰ্চেৰাই গৈছে। হাকিমে সেই চেৰ্চেৰণিটো কাকতে কাপৰ ওপৰত কৰা গোচৰ বুলি ধৰি লৈ তৎক্ষণাত কাপৰ 'জবানবন্দী' লৈ চুমাৰি বিচাৰ কৰি কাপটোক কলীয়াপানীলৈ পঠিয়ালে. আৰু কাপ আচামীৰ সহায়ক বুলি ৰামগোলাম দপ্তৰীক ৫ টকা জৰিমনা কৰিলে। বাৰ বাজি পোন্ধৰ মিনিট হৈ গ'ল, তেতিয়াও মিনাৰাম পেচকাৰে মকৰ্দমাৰ নথিবোৰ হাকিমৰ আগত দিয়াহি নাই। মিনাৰামৰ কামত বৰ "গাফিলী" বুলি হাকিমে তেওঁক এমাহৰ দৰমহা জৰিমনা কৰিলে।

ইয়াৰ পিছত এটা ছোৱালী চুৰি মকৰ্দমাৰ নথি হাকিমৰ হাতত পৰিল; আৰু "আচামী ফৰিয়াদীৰ ফোকাৰ হ'ল।" ফৰ্চাচিং কনিষ্টবলে ভুলকৈ "ফোকাৰিলে" "জয়ৰাম কলিতা আচামী হাজিৰ!"

পেচকাৰে লাহেকৈ ফৰ্চাচিঙক ক'লে, "জয়ৰাম কলিতা নহয়, জিৎৰাম কলিতাহে।" ফৰ্চাচিঙৰ দুৰ্ভাগ্যৰ গুণে লাহেকৈ কোৱা কথাষাৰো হাকিমৰ কাণলৈ গ'ল! হাকিমে তেতিয়াই ধৰি ফৰ্চাচিঙক "চাচপেণ্ড" কৰি থ'লে। মকৰ্দমাত জিৎৰাম দোষী প্ৰমাণ নাই হোৱা বুলি জিৎৰামৰ পক্ষৰ উকীল বিদ্যাৰাম শইকীয়াই কৈ দীঘলকৈ বক্তৃতা মেলিব খোজোঁতেই উকিলক "চুপৰও" বুলি হাকিমে ভেকাহি মাৰি দি জিৎৰামক তিনি মাহলৈ ফাটকত দিবলৈ হুকুম দিলে। বিদ্যা উকিলে আকৌ কিবা ক'ব খোজাত "আদালত অৱমাননা" বুলি হাকিমে উকিলক কুৰি টকা জৰিমনা কৰি সেই গোচৰৰ সেইখিনিতে সামৰণি মেটা মাৰিলে।

কুগ্ৰহে পোৱা হাকিমৰ কথা আমি এইখিনিতে এৰি দুৰ্ভগীয়া পেচকাৰৰ কথা কওঁ। গধূলি বেলিকা পেচকাৰে এবোকোচা মনৰ দুখ কছাৰীঘৰৰ পৰা ভাৰ বৈ ঘৰলৈ আনি, তেওঁক হাত মুখ ধুবলৈ পানী এলোটা দিয়াত নাম মাত্ৰ পলম হোৱাত, আৰু তাৰ পিছত ধঁপাত এচিলিম লগাই দিবলৈকো তেনে হোৱাত, লগুৱা ল'ৰাটোক ঠেলামুৰীয়াই দিলে। অন্যায় দেখি আৰু গিৰিয়েকৰ সেই দিনাৰ মানসিক অৱস্থাৰ বিষয়ে একো সম্ভেদ নেজানি, পেচকাৰণীয়ে লগুৱাটোৰ হৈ একেষাৰ মতাত, পেচকাৰে পেচকাৰণীৰে সৈতে টেকীথোৱা এটাৰ নতুন বিধৰ চিনাকি কৰি দিব খোজোঁতেই টেঙৰী পেচকাৰণীয়ে লৰ মাৰি কলাবাৰীত সোমাই নিজৰ প্ৰাণ আৰু নীতি-শাস্ত্ৰৰ মান ৰক্ষা কৰিলে। কিন্তু অৰসিক লগুৱাটোৱে পেচকাৰ ডাঙৰীয়াৰ লপা-থপা কিলকেইটাক গুৰুলাগুৰুল কিলৰ শাৰীত পেলাই তেতিয়াই নিজৰ লাম্‌লাকটু কেইডাল লৈ পেচকাৰক ঘৰতে এৰি থৈ গুচি গ'ল; লাভৰ ভিতৰত লগুৱাৰ অভাৱত পেচকাৰণীয়ে এমাহলৈ চুৱা ধুবলগীয়াত পৰিল; আৰু পেচকাৰে স্বহস্তে তিয়নী চেপা, ধঁপাত লগোৱা আদি কাম নথিৰে সৈতে সমানে পেচ কৰিবলগীয়া হ'ল।

ফৰ্চাচিং কনিষ্টবলে সঁচাসঁচিকৈয়ে "ছছপেগু" হৈ ছাপৰাছ পাগুৰি শোধাই দি মনৰ দুখত মদৰ দোকানত সোমাই টেটুলৈকে এটেটুকৈ মদ খাই মতলীয়া হৈ তাতে আৰু এটা মতলীয়া মানুহেৰে সৈতে প্ৰথমতে কোলাকুলি দ্বিতীয়তে গলিয়াগলি তাৰ পিছত মৰামৰি আৰু শেহত মূৰ ফলাফলি কৰি আস্পাতাল পালেগৈ আৰু দণ্ডবিধি আইনৰ ৩৫২ ধাৰা মতে তাৰ ওপৰত গোচৰ "ৰিজু" হ'ল।

তুৰাই তৰণিৰ ছোৱা শুনিলে গাৰ তৰণি হেৰাবৰ কথা। ৰাজআলিত বাটৰুৱা মানুহৰ আগত ওপৰত কৈ অহাৰ দৰে তেওঁ অপমান আৰু লাজ পাই ক্ৰোধত জৰ্জৰিত হৈ মুনচুপ ডাঙৰীয়াৰ নামে হুৰমতৰ দাবীৰ গোচৰ কৰিবলৈ বাবেৰগুলুৱা ভাষাত আৰ্জি এখন লিখি লৈ তেওঁৰ গৰাকী উকীল ত্ৰাহিৰাম শৰ্মাক দেখুৱালে। ঘটনা গুৰুতৰৰ ফালে অহা দেখি উকীলে তুৰাইক তপত-চেঁচা অনেক বিধৰ কথাৰে সেকিপুটকি শান্ত কৰি কোনো মতেহে সেই আৰ্জিখন দাখিল নকৰাকৈ ৰাখিলে। কিন্তু, কঁকালৰ কোব নেপাহৰা সাপৰ দৰে তুৰায়ে সেই অপমানৰ কোব নেপাহৰি, দুদিনৰ পিছতে ধৰ্ম্মাৱতাৰ হাকিমৰ গাত ভেটী-খোৱা অপবাদ দি, চীফকমিছনৰ চাহাবলৈ বেনামীকৈ চিঠি এখন লিখি পঠিয়াই অঁতাইহে কোনোমতে চেঁচা পৰিল।

দুখীয়া ৰামগোলাম দপ্তৰীয়ে অলপ কচুৰতে পাঁচ টকা জৰিমনা ভৰি, দুখৰ ভাৰ মনত লৈ ঘৰ পাই, ঘৈণীয়েকে তিনি বছৰৰ আগেয়ে কৰা পুৰণি জগৰ এটা সুঁৱৰি, তাৰ বাবে তাইক এখুন্দা দি চতাই বেহেৰাৰ ঘৰ ওলালগৈ। চতায়ে ছমাহৰ আগেয়ে ৰামগোলামৰ পৰা টকাত চাৰি পইচা বাঢ়িত ছটকা ৰূপ ধাৰে নিছিল। ৰামগোলামে তাৰ কঁকালৰ গাঁঠিত কম পৰা ৰূপ ছটকা ছুপাই আনিবলৈ গৈছিল। "এতিয়া মোৰ হাতত ৰূপ নাই, দিব নোৱাৰো, পিছত দিম" বুলি চতায়ে কোৱাত, কমাৰৰ হাতুৰিৰ মুখৰ পৰা ফিৰিঙতি ওফৰাদি ৰামগোপানৰ খঙৰ ফিৰিঙতি উফৰি যাবলৈ ধৰিলে। ক্ষন্তেকতে দুয়ো গলিয়াগলি আৰু তাৰ পিছত হতাহতি লগালে। তাৰ পিছত, বেহেৰাৰ ঘৈণীয়েক বেহেৰাণীয়ে বাঢ়নী হাতত লৈ সেই ভাৱনাত প্ৰৱেশ কৰি ৰামগোলামক খুঁচি দিলত বেহেৰা চতায়ে ঘৈণীয়েকৰ সৌশৰীৰে সম্পূৰ্ণ সহানুভূতি আৰু

তেওঁৰ আচাৰ ব্যৱহাৰ অসমীয়া নৈষ্ঠিক হিন্দুতকৈও একাঠি চৰিছিল; তেনেস্থলত এনে সুবতাহ বৈ থাকোঁতেই, তেওঁ যদি পাল তৰি তেওঁৰ মনৰ আশা তৰী ভালকৈ এছোৱা উজাই লৈ যাব নোৱাৰে তেন্তে দায় কণা গোঁসাইৰ গাতহে, তেওঁৰ গাত নহয়।

"তৰণিয়ে জীয়েক-কুনকী হাতীৰে ভাল মানুহৰ ল'ৰা-মখনা ধৰিবলৈ ক'ত ফান্দ পাতিছিল, কিন্তু পৰা নাছিল। তেওঁৰে নিচিনা এধাকেচেলুৱা জাতৰ কাৰবাক তেওঁ জোঁৱাই কৰিবলৈ বিচাৰিলে পোৱাত বৰ আটক নাছিল, কিন্তু তেনেবোৰত আকৌ তেওঁৰ মন নাখাইছিল। তেওঁ গুৰুঘৰত মাত-কথা শুনি অসমীয়াৰো অসমীয়া, ভকতীয়াৰো ভকতীয়া হৈছিল। সৰহ নকওঁ, তেওঁ কোনো নিভাজ অসমীয়াৰে আচাৰ ব্যবহাৰত অলপ অচৰপ লৰকফৰক দেখিলেই ঠাট্টা নকৰি নেৰিছিল -- 'আগৰ মধুপুৰীয়াই খৰি ধুই খাইছিল, এতিয়াৰ মধুপুৰীয়াই ভৰি ধুইও নাখায়,' এই ফকৰা চল পালেই তেওঁ মাতিছিল।

"মাধৱে এজন ডাঙৰ উকিলৰ তৰণি হৈ কাছাৰিত দৰ্খাস্ত লেখি, গুচৰীয়া পদকীয়াৰ গোচৰৰ 'তদ্বিৰ' কৰি উদাৰভাৱে দুপইচা উপাৰ্জন কৰিছিল; কিন্তু খৰচৰ বেলিকা তেওঁ সেই উদাৰ ভাৱক চকোৱাৰ আৰত থৈ, আলহী শুধিবলৈ অনুদাৰ ভাৱক বাহিৰলৈ উলিয়াই দিছিল। আৰ্জিবৰ সময়ত তেওঁৰ হাতৰ মুঠি মেল খাইছিল, তলুৱা খোৰোং হৈ পৰিছিল, কিন্তু খৰচ কৰিবৰ সময়ত তেওঁৰ আঙুলিৰ মাজৰ সুৰুঙাবোৰ মৰি পানী নসৰকা হৈছিল। এনেস্থলত তেওঁ যে ৰূপবান সাঁচি চহকী মানুহৰ শাৰীলৈ নাযাব তাৰ আটক কি? তেওঁৰ ধানৰ ভঁৰাল গুটিধান গছীধানেৰে ভৰা, গোহালি খীৰতী গাইৰে, আৰু ৰান্ধনিঘৰৰ মুধৰ পৰা জোৰাদি বঢ়াই উলিৱা ছালি খীৰতী ছাগলীৰে ভৰা আছিল। কিন্তু হ'লে কি হ'ব, তেওঁ ইমান কট্‌কিনা কিৰ্পিণ আছিল যে কাকো এডাল কুটা, এটোপা গাখীৰ, এচিকটা বস্তু দিব নোৱাৰিছিল। বাৰীৰ কল পকি যায়, বাদুলীয়ে খায়, কাউৰীয়ে খায়, আৰু বাকী থকাবোৰ তেওঁ বজাৰত বেচিবলৈ পঠিয়াই দিয়ে; আম কঠাল আদিৰ বেলিকাও তেওঁ সেই নজিৰ মতেই চলে। কিন্তু তেওঁ নিজ হাতে তুলি তাৰ এটা এডোখৰ কাকো দিব নোৱাৰিছিল। পৰক দি খৈ খাবলৈ তেওঁৰ সৌৱৰণীত বিধাতাই একেবাৰেই লেখিবলৈ পাহৰিছিল। এদিন এটা কেহেটো ঘটনাৰ কথা তোমাক কওঁ শুনা।

"মোৰ তিনি বছৰীয়া সৰু ভাইটো অনেক দিন জ্বৰত ভুগি শুকাই খেৰশনীডাল যেন হৈছিল। মুঠিয়ে মুঠিয়ে ধন ভাঙি লাডুৱে লাডুৱে দৰৱ খুৱাই দেউতা হায়ৰাণ হৈছে, তথাপি, তাৰ নৰীয়া ভাল নহয়। এদিন বেজবৰুৱাই এটা দৰৱ দি ক'লে, 'এই বিধ দৰৱেই মোৰ শেষ ব্যৱস্থা। এই দৰৱত যদি ভাল নহয়, তেন্তে মই আৰু একো কৰিব নোৱাৰিম।' ছাগলীৰ গাখীৰৰ অনুপানেৰে তেওঁ ৰোগীক সেই দৰৱ খুৱাবলৈ ক'লে। দুৰ্ভাগ্যৰ গুণে আমাৰ ঘৰত ছাগলী পোহা দস্তুৰ নাছিল, আৰু তৰণিৰ ঘৰৰ বাহিৰে ওচৰ-চুবুৰীয়া আন কাৰো ঘৰত ছাগলীৰ গাখীৰ নাছিল। তৰণিৰ গতি গোত্ৰ আমাৰ ভালকৈ জনা আছিল দেখি সেই ফাললৈ নুঠুকি আন ঠাইত ছাগলীৰ গাখীৰ বিচাৰিবলৈ ধৰিলোঁ। কিন্তু খনতে বিচাৰি চলথ কৰিলোঁ, তথাপি কৃতকাৰ্য্য হ'ব নোৱাৰিলোঁ। আমি নিৰুপায় হৈ শেহত অগত্যা তৰণিৰ ওচৰত ছাগলীৰ গাখীৰৰ অৰ্থে আবেদন কৰিলোঁ। কিন্তু কিৰ্পিণ বজৰুই এটোপা গাখীৰকে দিবলৈ মান্তি নহ'ল। দেউতা

আৰু আই বিবুধি, কোনোমতে ছাগলীৰ গাখীৰৰ দিহা হৈ নুঠে। কিন্তু খটাসুৰ মোৰ এটা বুধি ওলাল। আইক মই মনে মনে ক'লোঁ, 'আই তুমি চিন্তা নকৰিবা, মই ছাগলীৰ গাখীৰ আনিম কিন্তু দেউতাই যেন এই বিষয়ে একো গম নাপায়।' আয়ে মোৰ কথা শুনি যদিও পেটে পেটে সন্তোষ পালে তথাপি মোক সাবধান নকৰি নাথাকিল, যে মই যেন আকৌ ছাগলীৰ গাখীৰৰ নিমিত্তে কাৰো সৈতে একো গোলমাল নলগাওঁ। মই আইক নিৰ্ভয় দি ক'লোঁ, 'কাৰো সৈতে একো নালাগে, তুমি চিন্তা নকৰিবা।'

"সন্ধ্যা লাগি ভাগি ৰাতি আঠমান বাজিছে। তৰণিৰ বৰজনী জীয়েক মাধৈমালতীয়ে আখলত সোমাই চৰুৰ তলত জাল লগাইছে। তৰণিয়ে বাহিৰৰ চোতালত বহি গুণগুণাই হাজাৰীঘোষাৰ পদ একো ফাঁকি বিসুৰীয়াকৈ গাইছে। ঘৈণীয়েকে বৰঘৰৰ শোৱাপাটীত লৰা শুওৱাৰ চেলুতে নিজেও এঘুমতি মাৰি লৈছে। এনেতে মই হাতত কঁঠাল-কুঁহীয়া বাটি এটা লৈ, ভৰিৰ গোৰোৱাক মাটিৰ পৰা আঁতৰত ৰাখি আঙুলিৰ আগত ভৰ দি, হাতত সাৱে ভৰিত সাৰে গৈ, চুৰকৈ ছাগলীৰ গাখীৰ খীৰাই আনিবলৈ বুলি মাধৰ তৰণিৰ ছাগলীৰ ঘৰত সোমালোঁ। তৰণিৰ ছাগলীৰ ঘৰটো ৰান্ধনি ঘৰৰ মুধৰ পৰা চালি এখন বঢ়াই কৰা। ৰান্ধনি-ঘৰৰ মুধৰ বাৰখনেই তাৰো এফালৰ বাৰ। মই খীৰতী ছাগলী এজনীৰ ওচৰত লাহেকৈ বহি, গাখীৰ খীৰোৱাৰ পাতনি স্বৰূপে তাইৰ বাঁটত খুন্দা ধৰিলোঁ। এইখিনিতে কোৱা আৱশ্যক যে মোৰ কাৰ্য্যটোক একেবাৰেই চুৰিৰ পৰা এখোপ ওপৰলৈ তুলিবৰ মনেৰে মই পইচা চাৰিটা লৈ গৈছিলোঁ, আৰু তাক গাখীৰৰ বেচ স্বৰূপে সেই ছাগলীজনীৰ ওচৰত থৈ দিলোঁ। অবশ্যে চাৰিচটা ইটা দি চাপৰ শোৱা-ছালপীৰাখনৰ চাবি খুৱা ওখ কৰাদি এই চাৰিটা পইচাৰে মই মোৰ কাৰ্য্যটোক ওখ কৰিবলৈ গৈ কিমানদূৰ কৃতকাৰ্য্য হৈছিলোঁ, আপুনি বুজিছে। মই তাৰ বিষয়ে একো নকওঁ।

"ইকৰাৰ বাৰখন যদিও গোবৰ-মাটিৰে লেপা, তথাপি সি বছৰ চেৰেক পুৰণি বাবে ঠায়ে ঠায়ে তাৰ লেপ খহি সুৰুঙা ওলোৱা হৈ গৈছিল। সেইদেখি জলগুইদি, ছাগলীৰ চালিৰ পৰা আখলৰ ভিতৰলৈ মোৰ দৃষ্টি সহজে সৰকি গৈছিল। ইয়াৰ উপৰিও তাত জুইৰ পোহৰ আৰু মই থকা চালিৰ ভিতৰত এন্ধাৰ, গতিকে সেই বিষয়ত ৰান্ধনি-ঘৰীয়াতকৈ ছাগলীঘৰীয়াৰ সুবিধা বিস্তৰ।

"ছাগলীজনীৰ ওহাৰখন হাতৰ মুঠিৰে খুন্দিয়াই লৈ মই বাটিটো বাওঁহাতে তুলি লৈছোঁ, আৰু সোঁহাতেৰে বাঁট এটাত ধৰি এচোচা কি দোচোচা মাৰিছোঁহে, এনেতে আখলৰ খোটালিৰ উত্তৰ ফালৰ বাৰত তিনিটা টোকৰ পৰা শুনিলোঁ। টোকৰ শুনি মই দুগ্ধদোহন কাৰ্য্য স্থগিত ৰাখি, তাৰ মানেটো উলিয়াবৰ নিমিত্তে চকু কাণ থিয় কৰি, আৰু সৰ্বাঙ্গ শৰীৰটোক মনৰ ভাপেৰে ভালকৈ উধুৱা এখন ডাঙৰ কাণ কৰি পেলালোঁ। মই এইদৰে ঢোপা দি আছোঁ, ছোৱালীজনীয়ে টোকৰ কেইটা শুনি চৰিয়াত চুবা হাত ধুই, লাহেকৈ উঠি আখলৰ পৰা ওলাই পাছ ফালৰ চোতাল পালেগৈ। দৈৱ দুৰ্বিপাকত, ঠিক এনে সময়তে 'বৰআইটী অ'। বৰআইটী অ।' বুলি তৰণি ৰান্ধনি ঘৰৰ ফালে আহক। কিন্তু বৰআইটীৰ উত্তৰ নাপাই তেওঁ আখলৰ ভিতৰলৈ সোমাই গ'ল। গৈ দেখিলে, ভাত-চৰুৰ তলত জুই জ্বলি আছে, অথচ বৰআইটী

তাত নাই। মোৰ দুৰ্দশাৰ ফেৰত তাৰ পিছত তেওঁ আখলৰ খোটালিৰ পৰা ওলাই আহি ছাগলীঘৰৰ কাষ পালেহি। তেওঁ সেই ফাললৈ আহিলতে, মোৰ ওপৰত অনধিকাৰ প্ৰৱেশ আৰু চুৰিৰ অভিযোগ দিবৰ মনেই নেকি, সেই ঘৰৰ 'বাসিন্দা' আন এজনী ছাগলী হঠাৎ দুপ্‌দুপাই উঠিল। কিয় ছাগলীজনীয়ে দুপ্‌দুপাইছে বুলি তৰণি ছাগলী ঘৰত সোমাল। আৰু 'ক'ৰ পিছত 'খ' অহাদি মই ধৰা পৰিলোঁ! মোক দেখিয়েই তৰণিয়ে 'চোৰ ঐ!' বুলি ৰিং মাৰি দিলে, আৰু চোচা মাৰি আহি খপ্‌কৰে মোৰ হাতত ধৰিলে। তাৰ পিছত মোক টানি বাহিৰলৈ আনি ঘৈণীয়েকক লৰি চাকিটো লৈ আহিবলৈ মাতিলে। চাকি হাতত লৈ ঘৈণীয়েক লৰি আহিল। লৰালৰিৰ বেগত তেওঁৰ গাৰ ৰিহাখনৰ আদখিনিয়ে মাটি সাৰি আনিলে, আৰু মেঘমুক্ত শশধৰৰ নিচিনা মই চাকিৰ পোহৰত প্ৰকাশিত হৈ পৰিলোঁ। তৰ্ৰণিয়ে মোক দেখি চিনি পায়েই হাঁঃ! হাঁঃ! হাঁঃ! কৈ যে বিকট হাঁহিটো হাঁহিলে, তাক মই কি কম! জয়ৰ উলাহেৰে তেওঁ মাত লগালে— 'বোলোঁ এইবোৰ কেনে কথা? ভাল মানুহৰ ঘৰৰ ল'ৰা হৈ চোৰৰ পৰ্কিতি কিয়? দেখা-শুনাকৈ খুজি-বাঢ়ি বিয়া-বাৰু কৰাই নিলেই দেখোন হয়, চোৰাংকৈ চলিবৰ সকাম কি? মই এতিয়াই ধৰি থানালৈ পঠিয়াই দিলে কাৰ্য্য সাং! তোমাৰ দেউতা ডাঙৰীয়াৰে সৈতে আমাৰ ঘৰ মানুহৰ বন্ধুতা যাউতীযুগীয়া। সেইদেখি অৱশ্যে মই তেনেকুৱা লোক-হাঁহিয়াতৰ কাম নকৰোঁ নিশ্চয়। কিন্তু পোনপটিয়ে চলিব লাগিব; বেকা বাটে চলিব নিদিওঁ। তৰণিৰ এই কথা কেইষাৰ শুনি তেওঁ কি ভাবি কি কৈছে, সেইটো মোৰ মনত বিজুলী মৰা দি মাৰিলে; আৰু মই ঘটনাটোৱে কেনি পাক লৈছে বুজি পেলাই বৰ লাজ পালোঁ। মই যে তেওঁৰ ছাগলীৰ গাখীৰ চুৰ কৰিবলৈ আহিছিলোঁ, সেইটো তেওঁ নুবুজি নাভাবি, তেওঁৰ জীয়েকৰ সৈতে গুপ্ত প্ৰণয়ৰ বেহা কৰিবলৈ আহিছিলোঁ, সেইটোহে বুজিলে আৰু ভাবিলে। মই তেওঁৰ কথাৰ গঢ়ত এইটোও ভালকৈ বুজিলোঁ যে তেওঁ মুখেৰে মোৰ ওপৰত খং দেখুৱালেও পেটে এই ভাবি সন্তোষ লভিছে যে ভাল মানুহৰ ঘৰৰ ল'ৰা এটা অতদিনৰ মূৰত তেওঁ বৰশীত লগাবলৈ পালে, আৰু সম্ভৱতঃ মোক জোঁৱাই কৰিবলৈ পাব। এই কথা মনত খেলালতে, লাজ-অপমানে মোক খুন্দি আনিলে। কিন্তু মই কি উত্তৰ দিম, দোধোৰ-মোধোৰত পৰি ভাবি থাকোঁতেই দেখিলোঁ, বাপেকৰ পিঠিৰ ফালে তেওঁৰ জীয়েক মাধৈমালতী আহি থিয় দিছে আৰু মোৰ মুখৰ ফালে তাই অতি সকৰুণভাৱে চাই বাপেকে দেখিবলৈ নোপোৱাকৈ এনেকৈ ঠাৰ দিছে যে মই যেন বাপেকৰ কথাৰ কোনো প্ৰতিবাদ নকৰোঁ। মই ততালিকে ছোৱালীজনীৰ মনোভাৱ বুজি হাতত পোৱা তাইৰ ইচ্ছাৰ বাটকে ধৰিলোঁ। বিশেষ, মই কৰিবলৈ অহা কাৰ্য্যটিও যে কিবা ওপৰ খাপৰ আছিল এনে নহয়; বৰং তাতকৈ তৰণিয়ে ভবাটো ভাগৰেই মোৰ মনত অলপ গৌৰৱৰ যেন লাগিল। সেইদেখি মোৰ গাত পৰা জগৰকে সাবটি ধৰি গাত পাতি লৈ মাত লগালোঁ, 'মোৰ দোষ ক্ষমা কৰক। এই কথা আন কাকো নকৈ আপুনি মনে মনে থাকক, পোন বাটেও কাৰ্য্য অসম্ভৱ নহয়।' মোৰ কথা শুনি তৰণিয়ে মোৰ হাতটো এৰি দি ক'লে 'বাৰু যোৱা এই বাৰলৈ এৰি দিলোঁ, আৰু এনে কাম নকৰিবা।' কিন্তু তৰণিয়ে কথাষাৰ কোৱাৰ গঢ়ত বুজিলোঁ যে মই এই জগৰ দিনৌ কৰিলে তেওঁ আৰু সন্তোষ পাব।

"এই কথাৰ পিছত মই তৰণিৰ ঘৰৰ পৰা ওলাই দুৱাৰমুখ পাৰ হৈছোঁ মাথোন, এনেতে

তেওঁ আকৌ মাত লগালে, 'বোপা শুনি যোৱাঁ! বৰ আইটো অ! সেই পগোৱা এৱাঁ গাখীৰ যে আছিল, তাৰে এবাটি বোপাক দে, খাই যাওক!' মই 'আজিলৈ থাওক কাইলৈ আহি খাম' বুলি কৈ লৰালৰিকৈ গুচি গ'লো।

"পিছদিনা তৰণিৰ জীয়েক মাধৈমালতীয়ে তলত দিয়া চিঠিখন লেখি সৰু ভায়েকটোৰ হাতত গোপনে মোলৈ পঠিযাই দিলে --

'ককাইদেউ,

আপুনি মোৰ শত সহস্র সেৱা জানিব। আপুনি কালি মোক যিটো বিপদৰ পৰা ৰাখিলে, জীযাই থাকো মানে মই আপোনাৰ ধাৰ শুজিব নোৱাৰোঁ। আজি মই আপোনাৰ আগত মোৰ মন খুলি সকলো কথা কম। আশাকৰোঁ আপুনি মোৰ দুখত সহানুভূতি কৰিব। মই আখলৰ পৰা ওলাই যাৰ মুখ চাবলৈ আৰু যাৰ মৌ সনা মাত শুনিবলৈ গৈছিলো, তেওঁ মোৰ প্ৰাণতকৈও অধিক। মই তেওঁৰ চৰণৰ দাসী। তেওঁত মই মোৰ মন প্ৰাণ যথা সবহ সমৰ্পণ কৰিছোঁ। ঈশ্বৰে কৰিলে অচিৰতে মই তেওঁক পাম। কিন্তু দেউতাই তেওঁৰ নামকে শুনিব নোৱাৰে। কিয জানে? তেওঁ দুখীয়া তেওঁ আমাৰে নিচিনা এধাকেচেলুৱা; তেওঁ ডাকঘৰত ডেৰকুৰি ৰূপ দৰমহাত কেৰেণীৰ কাম কৰে। মোৰ দেউতাকৰ জোঁৱাই কৰিবলৈ মুনচুপ সদৰামিনৰ ঘৰৰ ল'ৰা লাগে, নহ'লে তেওঁৰ মন নুঠে। কিন্তু তেওঁৰ আশা যে আকাশ কুসুম সেইটো তেওঁৰ বুজিবৰ শকতি নাই। তেওঁ সমাজত নিজৰ ঠাই ক'ত বুজিব নোৱাৰে। তেওঁৰ ভযত মই লুকাই চুৰকৈ এইদৰে চলিবলগীয়াত পৰিছোঁ। কিন্তু এই বাটৰ ওৰ বেগতে পৰিব, মোৰ বস্তু মই সোনকালে পাম। অৱশ্যে মোৰ কাৰ্য্যত দেউতাই শোক পাব, আৰু মোক অকৃতজ্ঞ বুলিব। কিন্তু মই নিৰুপায়। সি যি হওক, ঈশ্বৰৰ ইচ্ছাত যিটো হয়, তাক কোনেও খণ্ডাব নোৱাৰে। আপুনি নিজৰ গাত দায় লৈ কালি যেনেকৈ মোক সৰুৱালে, সেইটো আপোনাৰ বহল মনৰ আৰু পৰোপকাৰী অন্তঃকৰণৰ চিন। ঈশ্বৰে আপোনাৰ ভাল কৰক, তেওঁৰ অভয় চৰণত মোৰ এই প্ৰাৰ্থনা। আপুনি মোৰ এইবোৰ কথা নিজৰ পেটত ৰাখিব, কাকো নক'ব। মই আপোনাক বিশ্বাস কৰিব পাৰোঁ জানি বিশ্বাস কৰিলো। সৰুৰে পৰা দেখা শুনা হৈ আমি ডাঙৰ দীঘল হৈছোঁহঁক। আপোনাৰ ওখ মনৰ বিষয়ে আগৰে পৰা ভালকৈ জানো।

'কালি আপুনি কিয আমাৰ ঘৰলৈ আহিছিল, সেইটো মোৰ বুজিবলৈ বাকী নাই। দেউতাৰ মন বৰ ঠেক। তেওঁৰ সৰু মনৰ কাৰ্য্যত আমি সদায় লাজ পাওঁহঁক। কিন্তু কি কৰোঁ! অৱশ্যে এটা কথা পাহৰিব নেলাগে যে এপুৰুষতে কোনো মানুহৰ মন একেবাৰেই ডাঙৰ হ'ব নোৱাৰে; আৰু হ'লেও সি এশটাৰ ভিতৰত এটাৰহে। সেইবোৰ কথা আজি কৈ লাভ কি! মই ছাগলীৰ গাখীৰ দিনৌ দুইবেলা দেউতাই গম নোপোৱাকৈ আমাৰ নগৰীয়ানী বাইৰ হাতত আপোনালৈ পঠিয়াই দিম। আপুনি গাখীৰৰ বেচ বুলি থৈ যোৱা পইচা চাইটা আৰু গাখীৰ লৈ যাবলৈ অনা বাটিটোও, মই পত্ৰবাহক মোৰ সৰু ভাইটোৰ হাতত পঠিয়ালোঁ। ইতি

আপোনাৰ ভনীযেক

শ্ৰীমতী মাধৈমালতী।

"এই চিঠিখন পাই মই কি কৰিম কি নকৰিম, একোকে ঠিক কৰিব নোৱাৰিলোঁ। কিন্তু

মাধৈমালতীয়ে মোৰ ওপৰত বিশ্বাস স্থাপন কৰি যিবোৰ কথা তাই লেখিছে, সেইবোৰ বিশ্বাস ভঙ্গুৰ কৰি কাকো নকওঁ, এইটো নিশ্চয় কৰিলোঁ।

"ইয়াৰ পিছত মাধৱ তৰণিয়ে মোক তেওঁৰ ঘৰত জলপান খাবলৈ মতাই পঠিয়াইছিল, কিন্তু মই এদিনো যোৱা নাছিলোঁ। আজি মূৰ কামোৰণি, কালি পেটৰ অসুখ, এনেবোৰ আসোঁৱাহ উলিয়াই মই সেই নিমন্ত্ৰণবোৰৰ পৰা গা সাৰি আছিলোঁ।

"ওপৰত কোৱা সেই ৰাতিৰ ঘটনা ঘটিবৰ পৰা পঞ্চম দিনাৰ ৰাতিপুৱাই মাধৱ তৰণি ফোপাই জোপাই হাতত চিঠি এখন লৈ মোৰ দেউতাৰ ওচৰ ওলাই ক'লেহি, 'ডাঙৰীয়া! মোৰ সৰ্বনাশ ঘটিল! মোৰ বৰজনী ছোৱালীক গল ৰাতি ডাকঘৰৰ বাবু এটাই পলুৱাই লৈ গ'ল। মই কি কৰোঁ, ক'লৈ যাওঁ, বুধি এটা দিয়ক ডাঙৰীয়া!'

"দেউতাই তৰণিক বিশ্বাস দি ক'লে, 'তুমি ব্যস্ত নহ'বা, ছোৱালী ওলাব। যি হৈছে হৈছে, এতিয়া তাইক বিচাৰি-খোচাৰি আনিব লাগিব। ঘৰত বয়সীয়া ডাঙৰ ছোৱালী বিয়া নিদিয়াকৈ ৰাখি থলেই এনেবোৰ বিপদ হয়। ডাকঘৰৰ বাবুয়ে নিলে বুলি তুমি কেনেকৈ জানিলা?' তৰণিয়ে উত্তৰ দিলে— 'এইখন চিঠি চাওক।' দেউতাই চিঠিখন হাতত লৈ পঢ়িলে —

'দেউতা,

'তুমি যি ভাবি যি কৰিবলৈ গৈছা সি সিদ্ধি নহয়। অল মানুহৰ নিৰ্দোষী ল'ৰাক তুমি সাঙুৰিব নোৱাৰা। মই সদায় যাক মনতে পতি বৰণ কৰি আহিছোঁ, তেওঁৰ লগলৈ মই এতিয়া যাবলৈ ওলালোঁ। দুখীয়া সনাতন হে, যাক তুমি দেখিবকে নোৱাৰা, মোৰ স্বামী। এই কথাৰ অন্যথা কোনেও কৰিব নোৱাৰে। তুমি যদি কেতিয়াবা মোৰ দোষ মৰ্ষণ কৰিব পাৰা, তেতিয়া মোৰে সৈতে দেখা হ'ব, নতুবা এয়ে মোৰ শেষ বিদায় বুলি ল'বা।

তোমাৰ অভগৰীয়া জীয়েৰ

শ্ৰীমাধৈমালতী।" ■

# জাতিৰামৰ জাত

মধুৰাম নেওগে এই আখ্যানটো সিদিনা মোৰ আগত কৈছিল। মই তেওঁৰ মুখৰ পৰা "যথা শ্রুতং তথা লিখিতং লিখকে নাস্তি দূষণম্।"

"কটা, কটা, হাবুঙীয়া বামুণৰ ঘৰৰ ল'ৰা, তাৰ জাত! হাবুঙীয়া বামুণৰ উৎপত্তিৰ খবৰ মোৰ আঙুলিৰ মূৰত, তাৰ জাত। সিদিনা বঙালপটীত সি মতিবাবু উকিলৰ ঘৰত বঙালৰ হোকাতে টাৰোক্ টাৰোক্ ধপাত মাৰি আছে, মই নিজ চকুৰেই দেখি অহা কথা, তাৰ জাত! মুদীপটীৰ ওচ্মান বেপাৰীৰ হিচাপৰ 'খাতাত' ভালকৈ বিচাৰিলে আজিও তাৰ নামে কালিয়নে বিস্কুট কিনাৰ হিচাপ ওলাব কিজানি, তাৰ জাত! চাহাবাবুৰ মদৰ দোকানৰ হিচাপৰ কিতাপতো কিজানি বিচাৰিলে তাৰ নামে, ধাৰে মদ কিনি খোৱাৰ বেচ আজিও পৰি থকা পোৱা যাব, তাৰ জাত! কিবা বোলেনে ঢেৰিয়াৰ জাত! তাৰ নিজৰ গা বোকাৰে টেক্টেকীয়া অথচ সি লোকৰ গালৈ পানী চটিয়ায়, মোৰ ল'ৰাটোৰ জাত গ'ল, কুল গ'ল বুলি সি বদনাম কৈ ফুৰে।"

মীনধৰ উকিলে ওপৰত কোৱাৰ দৰে গৰ্জি থাকোঁতেই মই (মধুৰাম নেওগ) তেওঁৰ কাষত ওলালোঁগৈ। মই যোৱাৰ আগৰে পৰা তেওঁৰ কাষতে বহি "এৰা এৰা" "হয় হয়" "ঠিক কৈছে" কৈ মূৰ দুপিয়াই, বিয়াহ গোৱা ওজাৰ পালিয়ে ওজাৰ পদৰ পোষকতা কৰি তাল ধৰি থকাদি কেশৱৰাম তৰণিয়ে তেওঁৰ গোজৰণিৰ পোষকতা কৰি তাল ধৰিব লাগিছে। মোক দেখি উকিল ডাঙৰীয়াই চলিত আদৰ-সম্ভাষণ বা আন কোনো কথা নকৈ বৰং মোৰো মূৰৰ ভাপটো তেওঁৰ মূৰৰ ভাপেৰে সৈতে সমান কৰি ল'বৰ মনেৰেই হ'বলা আৰু টানকৈ আকৌ এজাউৰি-গুজৰি ল'লে। উকিল ডাঙৰীয়াৰ গোজৰণিৰ সুৰুঙা বিচাৰি উলিয়াই লৈ, মই মিহিকৈ মাত লগালোঁ। "কি হ'ল? আজি কাৰ ওপৰত নো ইমানটো খং কৰিছে? কোনেনো আপোনাৰ ল'ৰাৰ জাত গ'ল বুলি ক'লে?"

উকিল: "কোনে ক'লে? আৰু কোনে ক'ব; যাৰ নিজৰ আগ-গুৰিৰ ঠিকনা নাই, যাৰ পৰৰ নিন্দা, পৰৰ চৰ্চা, লোকৰ বাদ-কুবাদৰ আলচ কৰি থাকোতেই পৰমেশ্বৰে সদ্ব্যৱহাৰ কৰিবলৈ দিয়া দিন কেইটা অনাহক অসদ্ব্যৱহাৰত যায় সেই গোধীয়ায়েই নিজৰ গোধা ভৰিখন উলুৱনিৰ মাজত লুকাই থৈ লোকক গোধা বুলি হাস্য কৰিছে।" মই শুধিলোঁ "কোননো সেইজন উলুৱা মহাপুৰুষ, নামটো শুনাই যাওকচোন?"

উকিল: "নাম ক'বলৈ মই ভয় কৰা মানুহ নহওঁ। পৰৰ বদনাম ৰটি ফুৰা মোৰ কোনো পুৰুষৰ সহজ নাই আৰু বচি চোৰৰ দৰে লুকঢুক কৰাও মোৰ স্বভাৱ নহয়। নামটো শুনিব

খুজিছা শুনা, সেই হতছিৰী হোৱা জাতিৰাম শৰ্মা ওৰফে কছাৰীত ফৌজদাৰী চিৰস্তাদাৰৰ কামটো পাই ন-কৈ হোৱা জাতিৰাম বৰুৱা। সি খনতে কৈ ফুৰিছে, বোলো মোৰ বৰ বোপাই কলিকতাত পঢ়িবলৈ গৈ বঙালী বামুণৰ হাতে ভাত খাই আহিছে, সন্ধ্যা নকৰে, সেইদেখি তাৰ জাত নাই। আৰু সেইদৰে কৈ ফুৰি, সদৰামিনৰ জীয়েকে সৈতে পাতিব খোজা মোৰ ল'ৰাৰ বিয়াখন সি ভাঙিবলৈ কাৰবাৰ কৰিছে।"

ফুট ছাইৰ মাজৰপৰা উলিওৱা পোৰা তপত আলুগুটিটো অলপ চেঁচা হ'বলৈ দিহে তাৰ ছাল বখলিয়াই মুখত সুমুৱা উচিত, নতুবা সি জিভা পুৰিব। ইয়াকে ভাবি, খঙৰ তপত ভাপটো ওলাই গৈ উকিলক চেচা হ'বলৈ অলপ সময় দি, কিছুমান পৰ টলকা মাৰি থাকি মাত লগালোঁ। "ডাঙৰীয়া মই বুজিব পাৰিছোঁ, আপোনাৰ খঙৰ মানেটো। আপোনাৰ খং উঠিব পায। আপোনাৰ বৰল'ৰাটিযে কলিকতাত পঢ়িবলৈ বুলি থাকি, তাত অৱশ্যে অপাৰগ পক্ষত বঙালী ৰান্ধনি বামুণৰ হাতে ভাত খাইছিল। সেইটো কোনো ব্ৰহ্মবধ বা গোবধৰ শাৰীৰ পাতক নহয়, আৰু স্বৰূপতে ক'বলৈ গ'লে সি কোনো পাতকেই নহয়। তাকে গপাই গপাই বৰটো কৰি আমাৰ 'নমো নমো পাৰিজাত, কুকুৰে ছুলে বাহী গাত' জাতিৰাম ফৌজদাৰী চিৰস্তাদাৰে আপোনাৰ পুতেকৰ জাত গ'ল বুলি কৈ ফুৰিছে। কিয় যে এই ক্ষুদ্ৰ পাতকত আপোনাৰ ল'ৰাৰ, জাতিৰাম বৰুৱাৰ শাস্ত্ৰমতে, জাত গ'ল তাক জাতিৰাম বৰুৱাইহে জানে। মিছা কথা ক'লে, ভণ্ডামি কৰিলে, ফাকি-জুকি দি পৰক দাঁড়ি খালে, ভেঁটী খালে, আনকি অগম্যাগমন কৰিলেও, চিৰস্তাদাৰৰ শাৰীৰ লোকৰ জাত যোৱা দেখা নাযায়; কিন্তু বিদ্যাৰ্থী ল'ৰাই বিদ্যা শিকিবলৈ গৈ বিদেশত বিদেশী বামুণৰ হাতে ভাত এমুঠি খাই লেখা-পঢ়া শিকিলেহে হেনো তাৰ জাতটো যায়। চকৰীৰ ঢুৰাত তেল দি লোৱা আৰু চকৰীৰ বেৰত বৰৰ আঠাৰে মেৰ লগাই লোৱা গাড়ীৰ দৰে চিৰস্তাদাৰ কোম্পানীৰ জাত কেৰ্-নেকেৰোৱাকৈ সুৰ্সৰ কৰে তিনিউ প্ৰসঙ্গতে আহে আৰু যায়, কোনেও তাৰ গম নাপায়। কিন্তু আনৰ জাতৰ চকৰীৰ তলত দৈবাৎ ভগা শিলগুটি এটা পৰিলেই তেওঁলোকৰ মতে জাতে খুন্দা খাই শব্দ কৰি ভাগি চুৰ্চুমৈ হয়। ডাঙৰীয়া! মানুহ যদি নিষ্কৰ্মা হ'ল, আৰু তাৰ ওপৰত তাৰ স্বভাৱটো যদি চকুপোৰা হ'ল, তেন্তে এই শাৰীৰ চৰ্চাই, ফুটুকা গছত যখিনীয়ে বাহ লোৱা দি তাৰ গাত বাহ লয়। কিন্তু এটা কথা আজি মই ডাঙৰীয়াক কওঁ, মোৰ দায় দোষ মৰষিব। আমাৰ দেশৰ বাৰ অনা মানুহৰ গাত এই দোষটা প্ৰৱল। আৰু সেই নিমিত্তেই আমাৰ দেশখনে উদ্‌গতি কৰিব পৰা নাই। ডাঙৰীযাই জানে মই খোলা কথাৰ মানুহ। আনৰ কথাকে নকওঁ, ডাঙৰীয়াও চল পালে লোকৰ জাত কুল গোধ খুচৰিবলৈ নেৰে। এতিয়া নিজৰ গা পাইছেহি দেখি ডাঙৰীয়াই, লুইতৰ দৰে বঠাৰ কোব নিজৰ গাত কিমান দূৰলৈ বহিছে বুজিব পাৰিছে। পৰৰ নিন্দা কুবাদ বিচাৰি ফুৰাজনক শাস্ত্ৰই খহ বিচাৰি ফুৰা মাখি নাম দিছে। অৱশ্যে মৌমাখি নহয়, গেৰেকানিত ওপজা আৰু গেৰেকানিত প্ৰতিপালিত হৈ ডাঙৰ দীঘল হোৱা সাধাৰণ মাখিহে। পৰৰ দোষ বিচৰাসকল সদায় নিজৰ দোষৰ ফালে চকু মুদা হয়। লোকৰ দোষ খুচৰি ফুৰোঁতেই তেওঁলোকৰ গোটেই সময় যায়, নিজৰ ফালে চকু দিবলৈ তেওঁলোকৰ আহৰি নহয়। এই বিধ মানুহৰ চকুত লোকৰ দোষ ডাঙৰটো হৈ পৰে; কিন্তু নিজৰ দোষ নপৰে, আৰু কোনোবা কাচিৎ ইয়ামহয়াকৈ পৰিলেও

'বালি পৰিছ যদি পমি যা, কুটা পৰিছ যদি উৰি যা' হয়। আৰু জাত। ক'বলৈ গ'লে, উকিল ডাঙৰীয়া! ভালেমান কথা মুখৰ পৰা ওলায়। বোলে 'হাড় নাইকিয়া জিভা। মাতে কিবা কিবা!!' মোৰ মুখখন জপাব নোৱাৰোঁ দেখিয়েই, ডাঙৰীয়া, মোৰ এই দুৰ্দশা! কিয়? বঙালী কেইটা অশুচি, অসমীয়া কেইটাহে শুচি? অপৰাধ? বঙালীৰ ভিতৰত জাত কুল থকা ধৰ্মিষ্ঠ মানুহ নাই, ফাপৰে ধৰা ছাল-ছিগা অসমীয়া কেইটাৰহে সেই বিষয়ত একলশৰীয়া অধিকাৰ? নমো নমো পাৰিজাত অসমীয়া কেইটাৰ বাহী গাত কুকুৰে ছুলেই তেওঁলোক বিধুস্তি হয়। এনেকুৱা বিশ্বাসৰ খেৰ-কুটা গোটাই বাহ একোটা সাজি লৈ, আমাৰ অসমীয়াই জাতৰ ঘোলা কণী একোটা তাতে পৰি উমনি দি সদায় বহি আছে! তেওঁলোকৰ বাহ থকা গছৰ গুৰিডাল সময়-লুইতৰ গৰা-খহনীয়াত যে লাহে লাহে খহি যাব লাগিছে, তেওঁলোকৰ উমানেই হোৱা নাই। ডাঙৰীয়া এটি কথা শোধোঁ, তাৰ উত্তৰটো মোক দয়া কৰি দিয়কচোন? আপোনালোকে নিজক আৰ্য্য বুলি দেখোন তিনিউ প্ৰসঙ্গত বৰকৈ গপাই ফুৰে, আৰু নিজক টিংখোপৰ ওপৰত তুলি থৈ দি দয়াৰ চকুৰে তলৰ ফালে লোকলৈ চায়। আৰ্য্য মানে কি তালৈ এবাৰ মন কৰি চাইছেনে? আৰ্য্য মানে হালোৱা নহয় নে? আপোনালোকৰ পণ্ডিতসকলেই দেখোন কয়, ঋ বা অৰ্ ধাতুৰ পৰা আৰ্য্য, তাৰ মানে হাল বোৱা। হাল বাই খেতি কৰি জীৱিকা নিৰ্ব্বাহ কৰাবিলাকক আগেয়ে আৰ্য্য বুলিছিল। আৰ্য্যসকলে তেওঁলোকৰ প্ৰতি দ্বন্দ্বী প্ৰতিবাসী খেতি-বাতি কৰি খাব নজনা আৰু মাছ পহু মাৰি খাই উদৰ্ভীয়া হৈ ফুৰা জাতৰ মানুহৰ পৰা নিজক বেলেগ বুজাবলৈ আৰ্য্য অৰ্থাৎ হাল বাই খোৱা হালোৱা বুলি চিনাকি দিছিল। আজিকালি আপোনাসকলৰ শিৰৰ মুকুট আৰ্য্য কেইজনে হাল বায় নে নাবায়? শিৰৰ মুকুট কাক বুলিছোঁ অৱশ্যে বুজিছে। বামুণ কেইজনকে শিৰৰ মুকুট বোলা হৈছে। বামুণে হাল বালে দেখোন তেওঁলোকৰআজিকালি জাত যায়। কি আৰ্য্য আৰ্য্য কৈ ডেডাউৰিয়াই আপোনালোকে গগণ ফালিছে, সেই আৰ্য্যৰ নিজা ব্যৱসায় হাল বাবলৈ গ'লে দেখোন আপোনালোকৰ জাতৰ কণ-কঠীয়া সোপাই মৰে! চমুকৈ ক'বলৈ গ'লে আপোনাসকল সঁচাকৈ আৰ্য্য হ'বলৈ গ'লে আপোনালোকৰ জাত যায়, আৰু অনাৰ্য্য হৈ থাকিলে অৰ্থাৎ পৰৰ দাসত্ব কৰিবলৈ গ'লে, বৈশ্যৰ ব্যৱসায় বেহাবেপাৰ কৰিলে, নাইবা অনাৰ্য্যৰ ব্যৱসায় বা ব্যসন অৰ্থাৎ চিকাৰ কৰি চৰাই পহু আদি মাৰি ফুৰিলে জাত নাযায়। আজিকালি আপোনালোক ওলোটা পাকে চলিলে আপোনালোকৰ জাতি ৰক্ষা পৰে আৰু পোনপাকে চলিলে আপোনালোকৰ জাতি পতন হয়। আপোনালোকৰ উপৰি পুৰুষসকলে যত ভৰিৰে বাট বুলিছিল, আজিকালি তেওঁলোকৰ সতি-সন্ততি আপোনালোকে দেখোন তাত মূৰেৰে বাট নুবুলিলে সৰ্বনাশ সমুত্পন্ন হয়। এইটো কিন্তু এটা বৰ ডাঙৰ সাঁথৰ। এই সাঁথৰৰ মৰ্ম্মটো মোক বুজাই দিয়কচোন! হে আৰ্য্যশ্ৰেষ্ঠ ব্ৰাহ্মণ উকিল ডাঙৰীয়া অৰ্থাৎ বৰহালোৱা! মোক এইটো বুজাই দিয়কচোন, আপোনলোকৰ জাতটোৱে কোনখন বেদৰ মতে চলিব লাগিছে? আপোনালোকৰ জাতৰ নাড়ীডাল কোনখন সুশ্ৰুত বা কোনখন চড়ক সংহিতাৰ নিয়ম মানি লৰে মোক কওকচোন? 'অন্ধ ন্য বামা গতি' বুলি কয়, আপোনালোকৰ জাত কুল আদিৰ তেনেকুৱা বামা গতি নেকি? আগৰ আপোনাসকলৰ হালোৱা পিতৃপুৰুষসকলৰ দুহিতা আইদেউহঁতৰ বাব আছিল গাখীৰ খীৰোৱা; উলৰ মোজা বোৱা, ছবি আঁকা, গান বাজনা কৰা বা নাটক 'নভেল'

পঢ়া নহয়। তেওঁলোকৰ কাম ঘাইকৈ গাখীৰ খীৰোৱা আছিল দেখি তেওঁলোকক দুহিতা বুলিছিল। দুহ্ ধাতুৰ অৰ্থ যে গাখীৰ খীৰোৱা সেইটো লেখা-পঢ়া শিকাসকলে জানে। আপোনাসকলৰ হালোৱা পিতৃ-পুৰুষবিলাকৰ গৰুৱেই ধন গৰুৱেই সৰ্ব্বস্ব আছিল। তাৰ বাহিৰে হালোৱাৰ আন কিবা বহুমূলীয়া ধন-সম্পত্তি থাকিবৰ বা আশা কৰিব পাৰি কেনেকৈ? কিবা কিবা বস্তু কিনাব বেচ দিব লাগিলে অথবা কোনো জগৰৰ বাবে দণ্ড দিব অৰ্থাৎ জৰিমনা ভৰিব লাগিলে তেওঁলোকে ধেনু অৰ্থাৎ গৰু দিছিল; আৰু আজিলৈকে তাৰ চিন, আপোনালোকৰ পৰাচিতত এধেনু পৰাচিত দুধেনু পৰাচিত কথা ৰৈ গৈছে। আজিকালি একুৰি ডেৰকুৰি টকীয়া মৰগ গাই এজনী সেই পৰাচিতৰ দক্ষিণা বা বেচ স্বৰূপে নিদি, ফাকি মাৰি বাব সৰা এধেনুৰ মূল্য এক অনা বা দুধেনুৰ মূল্য দুই অনা দিবৰ ব্যৱস্থা হৈছে। ইংৰাজী ভাষাৰ pecuniary অৰ্থাৎ ধন বুজোৱা শব্দটোও লেটিন ভাষাত Pecus অৰ্থাৎ গৰু-ম'হ আদিক বুজোৱা শব্দটোৰ পৰা ওলাইছে। ৰোমান লেটিন আৰু ইংলণ্ডৰ ইংৰাজ জাতিও তেও আপোনালোকৰ পূৰ্বপুৰুষ আৰ্য্যৰে ফটা ফৈদ একোটাহে। এনেস্থলত আপোনালোকৰ জাতৰ জাত কি বুজিবই পৰা গৈছে। বৈদিক যুগৰ পিছত পৌৰাণিক যুগত জাতৰ সৃষ্টি বুলি সকলো দেশৰ পণ্ডিতে সিদ্ধান্ত কৰিছে। মহাভাৰতত আছে, প্ৰথমেই কোনো জাত নাছিল, পিছত লাহে লাহে কৰ্ম অৰ্থাৎ নিজ নিজ ব্যৱসায় অনুসাৰে জাতৰ সৃষ্টি হ'ল। যজ্ঞ হোম শাস্ত্ৰালোচনা আৰু পুৰোহিতৰ কাম কৰোঁতাবিলাক ব্ৰাহ্মণ হ'ল। বামুণৰ যজ্ঞাদিৰ বিঘিনি নিবাৰণৰ অৰ্থে আৰু শত্ৰুৰ পৰা দেশ আৰু ঘৰ-বাৰী ৰক্ষাৰ নিমিত্তে যুদ্ধ কৰিবলগীয়াবিলাক ক্ষত্ৰিয় হ'ল। খেতি আৰু খেতিৰ পৰা উৎপন্ন হোৱা বস্তুৰ বেহা-বেপাৰ কৰোঁতাবিলাক বৈশ্য হ'ল; আৰু দাসত্ব অৰ্থাৎ লগুৱাৰ কাম বা সেই শাৰীৰ আন চাকৰি কৰোঁতাবিলাক শূদ্ৰ হ'ল। এই জাতি বিভাগৰ মানে বুজিব নোৱাৰা নহয়। যেয়ে যেনে কাম বা ব্যৱসায় কৰে আৰু বিশেষকৈ পুৰুষানুক্ৰমে কৰে, তাৰে স্বভাব আৰু চলন-ফুৰণৰ লাহে লাহে পৰিবৰ্তন হৈ সি সেই কামৰ সৈতে সামঞ্জস্য লাভ কৰে। জন্তু কাটি মঙহ বেচি জীৱিকা উপাৰ্জন কৰোঁতাবোৰ স্বভাৱতে নিৰ্ম্মম নিষ্ঠুৰ নহৈ নাথাকে। গুৱালে গাখীৰ, ঘিউ, মাখন, লৱনুৰ ব্যৱসায় কৰি, আৰু পোৱালিৰ প্ৰতি গাইৰ মৰমৰ ভাব দিনে দিনে দেখি, তেনে কোমল আৰু মৰমিয়াল স্বভাৱ লাভ কৰে। ব্ৰজৰ কোমল আৰু মৰমিয়াল স্বভাৱৰ নন্দ যশোদা আৰু আন গোপ গোপীৰ উদাহৰণ দি এই কথাৰ প্ৰমাণ দিবলৈ যোৱাটো বাহুল্য মাথোন। বামুণে দিনে ৰাতিয়ে শাস্ত্ৰালোচনা ঈশ্বৰ চিন্তা আৰু ওখ ভাববিলাকৰ আলোচনা আৰু আন্দোলন কৰি সাত্বিক স্বভাৱ পায়। ক্ষত্ৰিয়ই যুদ্ধত লিপ্ত থাকি ৰাজসিক স্বভাৱ লভে। মৰণলৈ ভয় নথকা, আপোনাৰ কথা অৰ্থাৎ প্ৰতিজ্ঞা প্ৰাণপনে ৰক্ষা কৰা, আৰু গাত শক্তি থকা গতিকে বেকা বাটেদি নগৈ পোনপটিয়ে সকলো কথাতে যোৱা, আশ্ৰিতক বিপদত ৰক্ষা কৰা আৰু তাৰ নিমিত্তে অকাতৰে প্ৰাণ পৰ্য্যন্ত দিবলৈ সাজু হোৱা আদি স্বভাৱ ক্ষত্ৰিয়ৰ ব্যৱসায় গুণত হয়। শৰণাগত কপৌৰ প্ৰাণ ৰক্ষাৰ্থে শেনক নিজৰ গাৰ মঙহ দিয়া শিবি ৰজাৰ উদাহৰণ দি এই কথা আপোনাক বুজাবলৈ যাবৰ সকাম নাই, কাৰণ আপুনি সেই কথা ভালকৈ জানে। বৈশ্য বা বণিয়াই বেহা-বেপাৰ কৰি ন্যায় বা অন্যায় বাটলৈ বৰকৈ চকু নিদি মাথোন ঘটিবলৈ যোৱা অৱস্থাৰ পৰা মাৰোৱাৰী বা ইহুদীৰ স্বভাৱ পায়। শূদ্ৰিবে চিৰকাল দাসত্ব অৰ্থাৎ লগুৱালি

কৰি খচকাত শুকোৱা আৰু নিয়ৰত ঠন ধৰা দুবৰিৰ স্বভাৱ পায়। গীতাত কৈছে —

'শমো দমস্তপঃ শৌচং ক্ষান্তিৰাৰ্জ্জৱমেৱ চ।
জ্ঞানং বিজ্ঞানমাস্তিক্যং ব্ৰহ্মকৰ্ম্ম স্বভাৱজম্।।
শৌৰ্য্যং তেজো ধৃতিৰ্দাক্ষ্যং যুদ্ধে চাপ্যপলায়নম্।
দানমীশ্বৰভাৱশ্চ ক্ষাত্ৰংধৰ্ম্ম স্বভাৱজম্।।
কৃষি-গোৰক্ষা-বাণিজ্যং বৈশ্যকৰ্ম স্বভাৱজম্।
পৰিচৰ্য্যাত্মকং কৰ্ম শূদ্ৰস্যাপি স্বভাৱজম্।।'

অৰ্থাৎ সম, দম, তপ, শৌচ, ক্ষমা আৰু সৰলতা আৰু জ্ঞান, বিজ্ঞান আস্তিক্য অৰ্থাৎ ঈশ্বৰৰ বিশ্বাস ব্ৰাহ্মণবিলাকৰ স্বভাৱজাত কৰ্ম। শৌৰ্য্য, তেজ, ধৃতি, দক্ষতা, দান, প্ৰভুত্ব আৰু যুদ্ধত নিৰ্ভিকতা ক্ষত্ৰিয়বিলাকৰ কৰ্ম। কৃষি, গোপালন আৰু বাণিজ্য বৈশ্যবিলাকৰ কৰ্ম। পৰিচৰ্য্যা শূদিৰবিলাকৰ স্বভাৱজাত কৰ্ম। কিন্তু এতিয়া যেতিয়া বামুণে শূদিৰৰ আৰু বৈশ্যৰ ব্যৱসায়ত ধৰিছে; ভাতৰান্ধনি, গাড়োৱান, আনকি কুলিৰ কামৰে পৰা নানাবিধ গোলামি কামত লাগিছে; ক্ষত্ৰিয়ৰ ব্যৱসায়েই নাইকিয়া হ'ল, আৰু ক্ষত্ৰিয়ৰ ব্যৱসায় গৈ বাহাদুৰ চিং, সুন্দৰ সিং থাপ্পা আৰু ৰাজিদ খাঁৰ হাতত পৰিলগৈ, আমি আৰ্য্যবিলাকৰ জাতৰ চকটো কোন কেইটা উধানৰ ওপৰত ৰ'লগৈ কওকচোন? কলিকতাত ন-সূত লগুণৰ ভাৰ বোৱা বামুণে ছাগলীৰ মঙহ বেচা আৰু জোতা বেচা দোকান কৰি পেট প্ৰৱৰ্তাই থকা দেখা যায়। ৰান্ধনি গাড়োৱান আদি কাম কৰি ভাত মোকোলোৱা বাপু-দেউসকলৰতো লেখেই নাই। আজিকালি বামুণে ম্লেচ্ছৰ লগুৱালি কৰিও জাত নেহেৰুৱায়, অথচ তেওঁলোকে, বেদজ্ঞ তপোনিষ্ঠ বশিষ্ঠ ভৃগুৱে কঠোৰ তপস্যাৰে অৰ্জন কৰা ব্ৰহ্মণ্যৰ ওপৰত দাবী কৰি বহি থাকে। এনেস্থলত হিন্দু সমাজৰ কেনে গতি হৈছে অনুমান কৰি ল'বই পাৰি। আমাৰ শৰীৰত আগৰ আৰ্য্যৰ আৰ্য্যত্ব, ঋষি মুনিসকলৰ ব্ৰাহ্মণ্য আৰু পবিত্ৰতাৰ গোন্ধ-ভাপ বিচাৰি পাবলৈ একো নাই বুলিলেই হয়, তথাপি আমি বামুণৰো আও বামুণ হৈ, নাহৰতকৈও সুকাঠী হৈ, থম্‌থম্ কৰে বহি আছোঁ। মৰিলেও হেনো ধনঞ্জয় নামৰ বায়ুৱে গাৰ পৰা নেৰে। আমাৰ গাৰ পৰাও, আৰ্য্যত্ব ব্ৰহ্মণত্ব মৰিলেও, সেইদৰে ধনঞ্জয় বায়ুয়া জাত নাযায় দেখিছোঁ। জাতৰ শকত লৈ আমি আমাৰ ল'ৰাক কলিকতালৈ পঢ়িবলৈ পঠিয়াব নোৱাৰোঁ, বিলাতত পঢ়িবলৈ পঠিয়াব নোৱাৰোঁ। আমাৰ অসমীয়াৰ অপৰূপ জাতৰ বাবেই, অসমৰ বাহিৰে বামুণ সজ্জন যেয়ে হওক, তেওঁৰে সৈতে খোৱা-লোৱা কৰিব নোৱাৰোঁ। আমাৰ সি জাত নহ'ল জানিবা ভালুকৰ সাঙীহে হ'ল, তাক আমি এৰিবও নোৱাৰোঁ ধৰিবও নোৱাৰোঁ। এই পৃথিৱীৰ স্বাভাৱিক নিয়মত দেখা যায়, কোনো এবিধ জন্তু বা গছ বেয়া ঠাই বা বেয়া জলবায়ুত পৰিলে লাহে লাহে সি জাত এৰি অজাতৰীয়া হয়। দাৰভাঙাৰ লেংৰা আমৰ কলম, বোম্বাইৰ বোম্বে আমৰ কলম, কাশীৰ মধুবিআমৰ কলম, মজঃফৰপুৰৰ লেচুৰ কলম আনি অসমত কলে, জলবায়ু, মাটি আদি অৱস্থাৰ পৰিবৰ্তনত সেইবোৰ অজাতৰীয়া হয়, মুজুৰা হয়, তাৰ ফলত পোকে ধৰে, আৰু তাত আগৰ সোৱাদ নাথাকে। দহ-বাৰ সেৰ গাখীৰ ওলোৱা নাগৰ গাই বা ভাগলপুৰী গাই পচিমৰ পৰা আনি অসমত ৰাখিলে, লাহে লাহে তাৰ গাখীৰ কমি গৈ এসেৰ আধাসেৰত পৰে, আৰু বছৰচেৰেকৰ ভিতৰতে সেই গাইৰ পোৱালিৰ

অধোগতি হৈ তিলৌতিপৌ হৈ পৰে। হিন্দুকুশ নাইবা ককেছছ্ পৰ্ব্বতৰ কাষৰ নাইবা বাল্টিটক সাগৰৰ পাৰৰ একে জাতৰে আৰ্য্যবিলাক ঠাই আৰু অৱস্থাৰ সলনিত, দীঘল পঞ্জাবী, শকত আবত ভোজপুৰীয়া, কলীয়া মাদ্ৰাজী, পেটুৱা বঙালী, আটিল অসমীয়া আৰু গাথলু পৰ্বতীয়া হৈছে। জাতৰ পৰিবৰ্তন যদি এইদৰে সকলোপিনে ঘটিল, তেন্তে মিছাকৈ ডাংকোপ মাৰি আমি পুৰণিকলীয়া উৰ্ব্বলি যোৱা জাতত কট্‌কটীয়াকৈ খামোচ মাৰি থকাৰ মানে কি? আজিকালিৰ যি নিয়মৰ জাত, তাক মানুহে পতাহে, ঈশ্বৰে স্ৰজা নহয়, এইটো ধ্ৰুৱপ; তেহেলৈ আপোনালোকে যিমানকে শাস্ত্ৰৰ পাত লুটিয়ালুটি কৰক। জাত সৃষ্টিৰ বিষয়ে মহাভাৰতে কি কৈছে, আগেয়ে কৈ আহিছোঁ। বৈদিক কালত জাত নাছিল, সকলোৱে স্বীকাৰ কৰিছে। পিছৰ কালতহে জাতৰ আৱিৰ্ভাব। সেই কালত তেনে জাতৰ আৱশ্যক আছিল দেখি তাক তেনেকৈ পতা হৈছিল। আজিকালি তেনেকুৱা জাতৰ সকাম নাই দেখি তাক ভঙা উচিত। মানুহৰ বা তেওঁৰ আগৰ দিনতে সজা জাতৰ ঘৰৰ তলত আমি এতিয়াও নিৰ্ভয়ে ফন্তি মাৰি শুই থাকিলে ভাগি পৰা চালবোৰৰ হেঁচাত আমাৰ পৌৰাণিক প্ৰাণবায়ুটি উৰি পলাই যোৱাৰ খুব সম্ভৱ। মানুহে যিটো পাতে, মানুহেই নিজৰ বা সমাজৰ সুবিধা অসুবিধা বুজি সেইটো ভাঙিব পাৰে আৰু ভাঙে; আৰু ভাঙিবই লাগিছে দিনে ৰাতিয়ে। যদি এই কথা সঁচা, তেন্তে জাত জাতকৈ ইমানটো "হাঙ্গামৰ" সকাম কি?

আৰ্য্যবিলাক যেতিয়া খাইবৰ গিৰিসঙ্কটেদি ভাৰতবৰ্ষ সোমাইছিলহি তেতিয়া তেওঁলোকে ভাৰতবৰ্ষৰ আদিবাসী অসভ্য মানুহৰ সৈতে তুমুল সংগ্ৰাম কৰি লাহে লাহে আগুৱাব লগাত পৰিছিল যে এইটো নিশ্চয় আৰু সিন্ধু নৈৰ পাৰৰে পৰা ইফালে আগবাঢ়ি আহোঁতেও ভাৰতবাসী বৰ্বৰবিলাকৰ সৈতে খনে খনে যুদ্ধ কৰিহে তেওঁলোক আহিব পাৰিছিল। তেনেস্থলত তেওঁলোকে নিজৰ জাতৰ তিৰুতা লগত কিমান আনিছিল, সিও এটা ভাবিবৰ বিষয়। যুঁজাৰু মানুহে বিদেশত শত্ৰুৰে সৈতে যুঁজ কৰিবলৈ আহোঁতে পৰাপক্ষত ল'ৰা-তিৰুতা লগত লৈ নাহে, থৈহে আহে। তেন্তেনো ভাৰতবৰ্ষত তেওঁলোকৰ ভালেমান আদিবাসী ভাৰতীয় মানুহৰ ছোৱালী, ঘৈণী কৰি লৈ গৃহবাস কৰি আৰ্য্যবংশ বৃদ্ধি কৰা নাই বুলি কোনে ন দি ক'ব পাৰে? "স্ত্ৰীৰত্নং দুষ্কুলাদপি" সংগ্ৰহ কৰিলেও দোষে নোছোৱে বুলি হৈ হিন্দুশাস্ত্ৰই বাটটো উজু কৰি থৈছেই। অতি পুৰণি কালৰ কথাকে নকওঁ, বঙ্গদেশৰ ৰজা আদিশূৰে যেতিয়া কনৌজৰ পৰা বঙ্গদেশলৈ পঞ্চব্ৰাহ্মণ অনায়, সেই ব্ৰাহ্মণ কেইজন অকলশৰীয়া হৈহে আনিছিল, লগত তেওঁলোকে নিজৰ দেশৰ পৰা ল'ৰা-তিৰুতা অনা নাছিল। বঙ্গদেশৰ হীন বামুণৰ ছোৱালী বিয়া কৰাইহে তেওঁলোকে প্ৰথমে গৃহবাস কৰিছিল। পিছত তেওঁলোকৰ সুখ সম্পদৰ কথা শুনিহে তেওঁলোকৰ আগৰ ল'ৰা-তিৰুতাবিলাক বঙ্গদেশলৈ আহে। বঙ্গদেশৰ ৰাঢ়ীয় আৰু বাৰেন্দ্ৰ এই দুই শ্ৰেণীৰ বামুণ এইদৰে হৈছে বুলি সকলোৱে জানে। অসমৰ বামুণ কলিতাও সেইদৰে কনৌজ, মিথিলা, বঙ্গ দেশ আদি স্থানৰ পৰা অহাহে, এটাইবোৰ অসমৰ শিৰফুটা নহয় তেহেলৈ তেওঁলোকে ভীমটোকা গাপ মাৰি যিমানেই ফুৰক। তেওঁলোক কনৌজ প্ৰভৃতি দেশৰ পৰা দুৰ্গম অসমত তীৰ্থাদি কৰিবলৈ আহোঁতে 'পথে নাৰী বিবৰ্জ্জিতা' হৈহে আহিছিল, অবলা ঘৈণীয়েকহঁতক লগত নিশ্চয় লৈ অহা নাছিল। গতিকে, তেওঁলোকে কামৰূপীয়া আৰু আন আন হীন বামুণ শূদ্ৰিৰ

ছোৱালী বিয়া কৰাই গৃহবাস কৰিয়ে অসমীয়া ভো ভো বামুণ শূদিৰৰ লেখ বঢ়াইছিল, এইটো নুই কৰিলে নচলিব। তেন্তেনো আপোনাসকলে ইমানকৈ গপাই থকা জাতৰ চেকা গুচিল কেতিয়া, কেনেকৈ মোক বুজাই দিয়কচোন? যি বঙালী আৰু হিন্দুস্থানীৰ আমি চাটকে নসওঁ, যাক আমি ছেই-ছেই কৰি ফুৰোঁ, যাৰ হাতে ভাল খালে আমাৰ ল'ৰাৰ জাত 'জহন্নামে' যায়, সেই শ্ৰেণীৰ বঙালী আৰু হিন্দুস্তানী আমাৰ ভিতৰৰ কতজনৰ পূৰ্বপুৰুষ তাৰভূ ৰাখিছেনে নাই? যি পিতৃপুৰুষসকলৰ অৰ্থে আমি দিনৌ তৰ্পণ কৰিব লাগিছোঁ, ৯ পুৰুষৰ শৰাধ অতি সন্তৰ্পণে কৰিব লাগিছোঁ, সেই সকল কোন দেশৰ? নেপালৰ নে নব দ্বীপৰ, তাৰ সম্ভেদ ভালকৈ ৰাখিছেনে নাই? সেই দেখিহে কওঁ, আমাৰ আজিকালি অসমীয়া কেইটাৰ জাতৰ অপৰূপ ধাৰণাটোৰ গুৰিডোখৰ পচি খাই গৈছে, ঢোকা ভেজা নিদিলে আৰু সি থিয় হৈ থাকিব নোৱাৰাত পৰিছেহি। আমি আগৰ আৰ্য্য ঋষিসকলৰ সতি-সন্ততি বুলি নিজক ধন্য মানো; আপোনাৰ গোত্ৰ বশিষ্ঠ, মোৰ গোত্ৰ যমদগ্নি, তেওঁৰ গোত্ৰ পৰাশৰ বুলি, অৰ্থাৎ সেই ঋষিসকলৰ বংশধৰ বুলি গপত আমাৰ ভৰি মাটিত নপৰেই; কিন্তু সেই বৈদিক আৰু পৌৰাণিক যুগৰ ঋষিসকলৰ পান আহাৰ কি আছিল আমি গমি পিটিকি চাইছোঁনে? তেওঁলোকৰ আশ্ৰম, সত্ৰ, যজ্ঞ, সামগান, তপোবন, সন্ধ্যা, গায়ত্ৰী আৰু ফল-মূল, ঘিউ, গাখীৰ আহাৰৰ কথা শুনিয়েই আমি সাত্বিক ভাবত নিমগণ হৈ গদ্‌গদ হওঁ, কিন্তু তেওঁলোকৰ সোমৰস পান আৰু বৰবিহ্ মঙহ ভোজনৰ কথালৈ আমি পাহৰিও চকু নিদিওঁ।

আৰু এটা কথা মই সোধোঁ— আমি যে আৰ্য্য, ভাল বামুণ, ডাঙৰ জাত কৰি গগুপ মাৰি থাকোঁহক, এতিয়াই ধৰক যদি কোনোবাই কোনো উপায়েৰে বা খেতৰ-সাউজ কৰি স্বৰ্গৰ পৰা আমাৰ পূৰ্বপুৰুষসকলক নমাই আমাৰ আগত আনি দিয়েহি তেন্তে কি হ'ব? ধৰক, আমাৰ ৰাজহুৱা নামঘৰতে ৰাজহুৱা সভা পাতি তেওঁলোকক আমি শোধ-পোছ কৰিবৰ দিহা কৰিলোঁ। প্ৰথমতে তেওঁলোকক সেৱা কৰি তেওঁলোকৰ আগত আঠু লৈ আমি তেওঁলোকৰ নাতিপুতি বুলি আমাৰ চিনাকি দিলোঁ। কিন্তু ভালকৈ ভাবি কওকচোন, আমাক তেওঁলোকৰ নাতি-পুতি বুলি তেওঁলোকে সৈ কাঢ়িবলৈ লাজ নেপাব নে? কাৰণ, তেওঁলোক হড়ল ডাঙৰ-দীঘল শকত বলী আৰু বগা, আৰু আমি তাৰে ওলোটা। তেওঁলোকে বুলিব, এই তিলৌ-তিপৌ চুটি চাপৰ বাওনা পঁয়ালগা কলাখন ক'ৰ পৰা আহি আমাৰ আগত ওলাই আমাৰ নাতিপুতি বুলি চিনাকি দিছে! মেমেৰা ক'লা এইখন কেতিয়াও আমাৰ সতিসন্ততি নহয়। ইহঁত, আমি তাহানি মৰিয়াই কিলাই পৰ্ব্বতে পাষণ্ডে খেদি দিয়া সেই ক'লা অসুৰ, দস্যু, দাস বৰ্ব্বৰবোৰৰ সন্তানহে, আমাৰ নহয়। দ্বিতীয়তে, আমি তেওঁলোকৰ মাত একেবাৰকে বুজিব নোৱাৰোঁ। আৰু তেওঁলোকেও আমাৰ মাত বুজিব নোৱাৰে। আমি অনাৰ্য্যসকলৰ সৈতে অঙ্গ-ভঙ্গী কৈ মনৰ ভাৱ সলনাসলনি কৰাৰ দৰে, তেওঁলোকেও আমাৰে সৈতে কথা-বাৰ্ত্তা ক'বৰ চেষ্টা কৰিব লাগিব, নতুবা কথা বিসঙ্গতি। তৃতীয়তে, তেওঁলোকৰ গাৰ সাজ কাপোৰ আমাৰ গাৰ সাজ কাপোৰেৰে সৈতে সমূলি নিমিলিব। চতুৰ্থতে, তেওঁলোকৰ সৈতে আমি খোৱা-লোৱাত যোগ দিব নোৱাৰিম; দিলে আমাৰ জাত যাব; কাৰণ তেওঁলোকে বিধৃতিয়ে ভৰিত চৰ্ম্মপাদুকাৰে অৰ্থাৎ গৰু ছালৰ জোতাৰেই খাবলৈ বহি যাব। খাবলৈ মঙহৰ আজ্ঞা বিচাৰিব

যাৰ নাম ক'লে, আমি ভূমি ছুই কৰ্ণত হাত দিব লাগিব, আৰু পিবলৈ সোমৰস অৰ্থাৎ এবিধ লাওপানী বিচাৰিব যাৰ বাবে তেওঁলোকৰ ওচৰৰ পৰা উঠি গৈ নৈত জোবোৰা মাৰি পৰাচিত নহ'লে নচলিব। অৰ্থাৎ আমাৰ সেই পিতৃ-পুৰুষসকলৰ যাৰ নাম লৈ গণ্ডপ মাৰি গঙ্গাটোপ একোটা হৈ আমি ওফন্দি ফুৰিছো, আমাৰ পক্ষে অনাচৰণীয়; যাৰ নিশ্বাসত আৰু সহভোজনত আৰু স্পৰ্শনত আমাৰ জাত মৰি খাস্তাং হ'ব। আমি যাৰ নাম লৈ, যাৰ যহত বৰ বামুণ, বৰ কায়স্থ, বৰ কলিতা, বৰ জাতৰ বুলি চলিব লাগিছোঁ, তেওঁলোকে অন্ততঃ এদিনলৈকে আমাৰ ঘৰত আলহী ৰব লাগিলে, আমি আমাৰ চৰু-হাড়ী পেলাই, কাপোৰ কানি ধুই, গোবৰ পানী খাবলগীয়াত পৰিমহঁক, তাৰ পাছত গঙ্গাস্নান আৰু গোসাঁই প্ৰভুৰ ঘৰৰ দঁড় আমাৰ কপালত আছেই। আৰু তেওঁলোকেও আমাৰ গঢ়-গতি দেখি আমাক অসুৰ আৰু দস্যু বুলি নেওচাকেওচা দি তেতিয়াই গুচি যাব যে এইটোও ধুৰুপ।"

"মোৰ এই দীঘল আৰু গাজত লাগি যোৱা বক্তৃতা শুনি উকিল ডাঙৰীয়াৰ মুখৰ মাত হৰিল আৰু সিজনও নিমাত হৈ ৰ'ল। কিছুপৰ উকিলে টভক মাৰি থাকি মাত লগালে, "আপুনি বৌদ্ধ কি খৃষ্টান কিবা এটা হৈছে, নতুবা এইবোৰ বামানয় শাস্ত্ৰৰ মত উলিয়াই বেদপন্থ ছন্ন কৰি লোকৰ মন মুহিবলৈ যাব কিয়? আপোনাৰ কথা আৰু যুক্তি শুনিলে পাপ হয়।"

"পাপ হয় যদি নালাগে শুনিব। জাতিৰামৰ জাতৰ হিচাপ-কিতাপৰ 'নিকাচ' কৰি পুণ্য কৰি থাওক" বুলি মই তাৰ পৰা উঠি গুচি আহিলোঁ। ■

দ্বিতীয় অধ্যায়

## বেজবৰুৱাৰ চুটিগল্পৰ দ্বিতীয় সংকলন

# সাধু-কথাৰ কুঁকি

প্ৰথম প্ৰকাশ ঃ ১৯১০ চন

# আমালৈ নেপাহৰিব

## প্ৰথম আধ্যা

"আগলি কলাপাত লৰে কি চৰে।
চিলনী আই মোৰ আগতে পৰে।।"

বিনাই-গোৱা এই গীতটি বহুত দূৰৰ পৰা বতাহৰ বোকোচাত উঠি আহি মোৰ কাণত পৰিল, মই চমকি উঠিলো। চমকি উঠিবৰ কথাই; আসামত হলে একো কথাই নহয়, কিন্তু কলিকতাৰ গঙ্গাৰ পাৰৰ পৰা নিজন দুপৰীয়া অসমীয়া ভাষাৰে, অসমীয়া বিনোৱা সুৰেৰে কোমল অসমীয়া মাতেৰে এনে নাম, গঙ্গাৰ বুকুত নাৱৰ ওপৰত আকাশলৈ চাই উঠি যোৱা ক্ষুদ্ৰাতিক্ষুদ্ৰ অসমীয়া প্ৰাণী এটিৰ কাণত পৰি মনত কেনে ব্যাকুলতা বিষাদ হৰ্ষ আৰু অনুসন্ধিৎসাৰ ঢৌ তুলি দিয়ে, তাক আনে সতকাই সম্পূৰ্ণৰূপে অনুভৱ কৰাটো টান। যাবলৈ আহিছিলো শিবপুৰৰ বটানিকেল গাৰ্ডেনলৈ; কিন্তু সম্প্ৰতি সেই ফালে যোৱা স্থগিত ৰাখি নাৱৰীয়াইতক যেগাই সেই মাতৰ ফালে নাও বাই নিবলৈ আদেশ কৰিলো। চিটাগাঙৰ কলিকতীয়া নাৱৰীয়াই মোৰ অদ্ভুত আদেশ শুনি বেবেৰিবাং বৰ শাস্ত্ৰ মেলিবলৈ ধৰোতেই মই মহাবীৰ কৰ্ণৰ নিচিনাকৈ সময়ৰ শৰ নেপাহৰি বাকব্যয় নকৰি ছয় অনাৰ ওপৰত আৰু ছয় অনা নাৱৰ কেৰেয়া বঢ়াই দি চুঙা চাই সোপা দিলে; নাও সেই নাৱৰ বাটত বটীয়া ধৰি কাঁড় যোৱাদি যাবলৈ ধৰিলে।

## দ্বিতীয় আধ্যা

এটা আওহতীয়া ঘাটত নাও লাগিলহি। হঠাৎ কৰবাৰ পৰা নাও এখন আহি চপা দেখি, সেই ঘাটতে বহি পানীৰ সোঁত চাই বিনাই ওপৰত কোৱা নাম গোৱা চৈধ্য পোন্ধৰ বছৰীয়া বগী গুৱলী মাৰ্কিন কাপোৰৰ মকৰা শাড়ী পিন্ধা ছোৱালী এজনী অপ্ৰস্তুত হৈ উঠি লৰ মাৰিবলৈ ধৰোতেই মই অসমীয়া মাতেৰে মাত লগালো— "আইটি ৰবা অলপমান নপলাবা।" অকস্মাৎ আকাশীবাণীৰ নিচিনা অসমীয়া মাতেৰে কথা শুনি ছোৱালীজনী টভক্ মাৰি ৰল। ওচৰ চাপি গলো।

মই : আইটি তুমি কৰ পৰা আহিছা?

ছোৱালী নিৰুত্তৰ।

মই : আইটি কোৱা, ভয় নেখাবা। তুমি অসমীয়া মানুহনে কি?

ছোৱালী : ওঁ।

মই ঃ তুমি অসমীয়া! তুমি কেনেকৈ এইখিনি পালাহি? তোমাৰ লগত আৰু কোন আছে?

ছোৱালী ঃ "এৰা মই অসমীয়া। মোৰ লগত কোনো নাই। আপুনিনো কোন? আপুনিও আমাৰ দেশৰে মানুহ নে কি?"

## তৃতীয় আখ্যা

ছোৱালী ঃ মোৰ দুখৰ বাতৰি দেউতা, কি শুনিব কি কম। আমাৰ ঘৰ শিৱসাগৰ জিলাৰ কোৰ্বৰপুৰ গাৱঁত। মোৰ আই বাঁৰী। মই বাঁৰী আইৰ একেজনী ছোৱালী। বোপাই সৰুতে মৰিল। মোৰ বোপাইক দেখা মনত নপৰে। সৰুৰে পৰা আয়ে মোক বুকুত বান্ধি লৈ চৰাই পোৱালিক টোপ খুওৱাদি খুৱাই ডাঙৰ দীঘল কৰিলে। যোৱা বহাগ মাহত মোক আয়ে বিয়াদি জোৱাঁয়েকক পো বুলি ঘৰতে ৰাখিছিল। দুমাহ এইদৰে আমি আইৰ পাখিৰ তলতে আছিলো। পাছে "তেওঁ" শহুৰ শাহুক এবাৰ চাব লাগে বুলি আইক কৈ মোক লৈ কিছুমান্‌ দিনৰ মূৰত পানীয়ে বামে আহি এইখিনি পালেহি। এতিয়া শুনিছোঁ বোলে এইখন বঙ্গালৰ দেশ, কিবা হেনো কলিকতা। "তেওঁৰ" ঘৰ ইয়াৰ ওচৰতে হেনো কেনিবা। আগেয়ে "তেওঁৰ" ঘৰ বঙ্গালৰ দেশৰ ওচৰত বুলি জনাহেঁতেন আয়ে মোক নপঠিয়ায়। "তেওঁ" ওচৰতে বুলি কৈছিল। ইয়াতো তিনি চাৰি দিন মান থাকি "তেওঁ" মোক এদিন ক'লে বোলে "মই নগৰৰ পৰা কিবা অলপমান বস্তু কিনি লৈ আহোঁ, আই-বোপাইৰ ওচৰলৈ শুদাহাতে যোৱাটো বেয়া; তুমি ইয়াতে থাকাঁ, মই গধূলিলৈ আহি তোমাক আমাৰ ঘৰলৈ লৈ যামহি।" মোক অকলে ইয়াতে এৰি থৈ যাব শুনি মই ভয়ত কান্দিবলৈ ধৰিলো। মোৰ কান্দোন শুনি এই ঘৰৰ বাবু এজন আহি মোক ভয় নেখাবলৈ কৈ ভালেমান বাং-বাং-বিং-বিং কৈ কিবা-কিবি বুলিলে। "তেওঁ" গুচি গ'ল। যাবৰ সময়ত "তেওঁৰ" ভৰিত দীঘল দি পৰি ক'লো, "সোনকালে উভতি আহিবা, মোৰ অকলৈ থাকিবলৈ বৰ ভয় লাগে।" — কিন্তু আজি পোন্ধৰ দিন হ'ল, "তেওঁ" আৰু উভতি নাহিল। নিতৌ বাটলৈ চাই থাকোঁ, "তেওঁক" আৰু দেখা নাপাওঁ। গোসাঁয়ে জানে তেওঁৰ কি অথান্তৰ মিলিল। নহ'লে "তেওঁ" কেতিয়াও নহাকৈ নেথাকিলহেঁতেন। তেওঁ যোৱাৰ দিনৰে পৰা এই ঘৰৰ বাবুজনে আৰু আন আন মানুহে নানা বেয়া কথা কৈ মোক অপমান কৰিছে। আজি শুনিছোঁ বোলে মোক হেনো অলপতে খেওৰ কুলি কৰি কোনোৱা সাত সাগৰৰ পাৰলৈ পঠিয়াব। মই আৰু "তেওঁক" দেখিবলৈ নেপাওঁ। মোৰ আইক দেখিবলৈ নেপাওঁ। মোৰ অবিহনে মোৰ আইৰ কি গতি হ'ব। তাহানি আইৰ মুখে সাধু-কথাত শুনিছিলো বোলে চিলনী-জীয়েকে দুখ পালে মাকক "আগলি কলাপাত লৰে কি চৰে, চিলনী আই মোৰ আগতে পৰে", এই বুলি কিনাই মাতিলে মাক ক্ষন্তেকতে আগতে পৰেহি। কথাটো শুনি মই মোৰ আইক সুধিছিলো, "আই, আগলৈ মই দুখত পৰিলে তোক এইদৰে মাতিলে তই মোৰ আগতে আহি পৰিবিহিনে?" আয়ে কৈছিল, "পৰিম তো মোৰ আইকণ তোৰ আগতে, তই দুখত পৰি মাতিলে।" আজি সেই দেখি চিলনী-জীয়েকৰ দৰে ময়ো কিনাই আইক মাতিছিলো এই দুখৰ কালত। আইৰ বদলি আপুনি মোৰ আগতে পৰিলাহি, আপুনি মোৰ ঈশ্বৰ। নিশ্চয় আপোনাক

মোৰ আয়ে মোৰ বিনিনি শুনি মোৰ ওচৰলৈ পঠিয়াই দিছে। দেউতা ঈশ্বৰ মোক উদ্ধাৰ কৰক। মোক মোৰ আইৰ হাতত পাৰে যদি পেলাই দিয়ক মোৰ দেউতা।

এই কেৰাৰ কথা কৈয়ে ছোৱালীজনীয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে। মোৰও শুকান চকুত ঢল আহিল।

## চতুৰ্থ আধ্যা

ইয়াৰ পাছত কি হল, কি কৰা গল, কবলৈ গলে আত্মশ্লাঘা কৰা হয়; সেই গুণে সেইবিলাক বিবৰি নকৈ মুঠতে কওঁ যে মহাৰাণীৰ নিৰপেক্ষ আইনৰ সাহায্য লৈ নিঃসহায় অভাগিনীক গাৰ্ডেনবিচৰ কুলি ডিপোৰ পৰা অতি কষ্টে উদ্ধাৰ কৰি স্বদেশলৈ পঠিয়াই দিয়া হ'ল। মাকে হেৰোৱা-ধন আকৌ পাই আনন্দত ঈশ্বৰৰ চৰণত কৃতজ্ঞতা-ফুল আজলিয়ে আজলিয়ে দিবলৈ ধৰিলে। জীয়েকেও মাকৰ স্নেহ-ৰসেৰে ভৰপূৰ বুকুত মূৰ সুমাই সুখেৰে আকৌ শুবলৈ পাই হাতেৰে স্বৰ্গ ঢুকি পালে। কিন্তু তুঁহ-জুইৰ নিচিনা একুৰা শোকৰ জুই সদাই তেওঁৰ মনত জ্বলিবলৈ ধৰিলে যে "মোৰ স্বামী নাহিল। তেওঁৰ নাজানো কি দশা হ'ল।"

কিছু দিনৰ মূৰত এদিন হঠাৎ স্বামী মহাশয়ক হাতত শিকলি লগাই পুলিচে মাক-জীয়েকৰ আগত হাজিৰ কৰিলে। মেকুৰী জোলোঙাৰ পৰা ওলাল, সবিশেষ বৃত্তান্তও তাৰ লগে লগে ওলাই পৰিল। "তেওঁ" মহাশয় এজন উৰিষ্যা দেশৰ ব্ৰাহ্মণ পাণ্ডা। জগন্নাথৰ গদাধৰ পাণ্ডাৰ গোমস্তা বুলি কৈ তেওঁ গাৱঁত সোমাই অসমীয়া গাৱঁলীয়া মানুহৰ লুটি-পুটি খাই সৰ্ব্বস্বান্ত কৰি ফুৰিছিল। এইদৰে ফুৰি তেওঁ অসমীয়া কবলৈ শিকিলে। পাহ-কটা তিনি-খলপীয়া চুলি আৰু এমোকোৰা তামোলৰ মুখেৰে অসমীয়াৰ লগত অসমীয়া হৈ যাবলৈ আমাৰ উড়িয়া ভাইহঁতৰ পক্ষে যে কিমান উজু ব্যাপাৰ তাক সকলোৰে অপ্ৰয়াসে বোধগম্য কৰিব পাৰে। আমাৰ গাঁৱে গাঁৱে সোমাই অসমীয়া বুলি পৰিচয় দি মোৰ অমুকত ঘৰ অমুকত বাৰী, এইদৰে কৈ, কোনো কোনো ভোদা অসমীয়া মানুহক ভুৰুকিয়াই ঘৰ জোৱাঁই চাপি আজলী অসমীয়া ছোৱালী ফুচুলাই লৈ আহি কলিকতাৰ ডিপোত বেচি থৈ গুচি যোৱা ব্যৱসায় আমাৰ এই বহুৰূপী পাণ্ডা মহাশয়ে ধৰিছিল। এইবাৰো এই বাঁৰীৰ জীয়েকক এনে ফন্দি কৰি কলিকতাত এৰি থৈ গৈ ৰং মনে আকৌ অসমত নতুন পন্থ ধৰিবলৈ নতুন জাল পাতিবৰ চেষ্টাত থাকোঁতেই ঈশ্বৰৰ ইচ্ছাত কলিকতাৰ পুলিচে লুটিয়াই তেওঁক ডাঙৰ জালত পেলাই অনুগ্ৰহ কৰি ধৰি বৰফাটেকত সুমাই থ'লে।

## সামৰণি

এই ঘটনাৰ কিছু দিনৰ পাছত এদিন, বাট পাহৰিয়েইনে কি, কোৱঁৰপুৰৰ সেই বাঁৰীৰ ঘৰত ওলাইছিলোঁগৈ। নানা কথা বাৰ্তাৰ পিছত বিদায় লৈ উঠি আহিবৰ সময়ত সেই ছোৱালীজনীয়ে চকুৰ লো টুকি মোৰ মুখলৈ চাই ক'লে, "আমালৈ নেপাহৰিব!" ইমান দূৰত ইমান সময় আৰু স্থানৰ ব্যৱধানত আছোঁ, তথাপি আজিও থাকি থাকি মোৰ কাণৰ বিজ্ঞাত বাজি উঠে "আমালৈ নেপাহৰিব।" ■

# স্বৰ্গাৰোহণ

চ'তৰ "বাৰে খৰ" অসমত ন কথা নহয়। এইবাৰ খৰত অসমীয়া মানুহ চৈধ্য পুৰুষৰ পৰা খৰ্‌খৰীয়া হৈ শুকাই আহিছে। কিন্তু পকা-আঙঠা-যেন এই বাৰ চৈধ্যটা দিন অসমীয়াই ৰঙালী ন বহাগৰ ন পানীৰ আশাত চকু-মূৰ মুদি যেনে তেনে মতে কটায়। বহাগৰ ন বৰষুণ গাত পৰিলেই অসমৰ পুথি-খলিহাই সেন্দুৰ পিন্ধি নাচোন-বাগোন ধৰে; আৰু লগে লগে ল'ৰা-ছোৱালী ডেকা গাভৰু বুঢ়া-বুঢ়ীয়েও সেন্দুৰীয়া হৈ আপোন অৱস্থানুযায়ী যথাবিহিত ৰং-ধেমালি কৰে। আমি কবি হোৱা হ'লে এইখিনিতে আমগছ নাহৰ গছৰ নতুন কুঁহি পাত, ৰিব্ ৰিব্ কৰে বোৱা মলয়া বতাহ, কুলিৰ সুললিত কু-উ কু-উ আৰু ৰঙালী বহাগৰ বিহুৰ ৰং-ধেমালি আদি সুৰলা ভাবৰ কথাৰ ৰহণ সানি বৰ্ণাই নিদিয়াকৈ কেতিয়াও নেৰিলোহেঁতেন। কিন্তু! — দুখৰ কথা কিন্তুতেই অন্ত কৰা ভাল। আমি কবিত্ব কৰিবলৈ গ'লে নিৰ্ব্বলীৰ পৰা কাণ মলাটো, বলীৰ পৰা বাঘ-ঢকাটো, আৰু বলী নিৰ্বলীৰ মাজতে যি তেওঁৰ পৰা খকৰা মুকুটিটো খাব লাগিব। "লাইচেন্স" পোৱা বা "পট্টদাৰ" কবিয়ে "আমৰ মল" আৰু "নাহৰৰ" কুঁহিপাত বুলি উকা কৈ বৰ্ণাই গলেও পাৰ পাই যাব; কিন্তু আমি "অকবি" মলমতিৰ মুখত আমৰ মল আৰু নাহৰৰ সলনি "অগ্ৰ মুকুল" আৰু "নাগেশ্বৰ" শব্দ সাজ পাৰ পিন্ধি ওলালেও, বিনা সোধে বিনা আপিলে আমাৰ ৫ টকা জৰিমনা নহৈ নেযায়।

কলিকতাত চ'তৰ বাৰ খৰ বুলি কথা এটা নাই। বাৰ খৰৰ ঠাইত ছত্ৰিশ খৰ বুলিলেও কলিৰ চহৰ কলিকতাৰ ৰদৰ যথোচিত সন্মান ৰক্ষা কৰি নামাকৰণ কৰা নহয়। চ'তৰ কলিকতাৰ দিনত তো জুয়েই, ৰাতিও জুহাল। এনে চ'ত মহীয়া এনিশাত, শোৱনীঘৰত শুব নোৱাৰি ভালকৈ বা-বলা বাহিৰৰ চৰাঘৰত আহি শুবৰ আয়োজন কৰা গ'ল। উপজিবৰে পৰা এই বয়সলৈকে টোপনিৰ আশ্ৰয় পাব নোৱাৰিলো। কেতিয়াবা নেমাতিলেও আহি টোপনিয়ে ধৰে, কেতিয়াবা আহিবলৈ কুতুৰি মাতি থাকিলেও টোপনিৰে সৈতে দেখা সাক্ষাৎ নহয়। আমাৰ সময় অসময় সুবিধা অসুবিধা বুজা অভ্যাস টোপনিৰ সমূলি নাই। সংক্ষেপতে ক'বলৈ গলে টোপনিৰে সৈতে আমাৰ সম্বন্ধটো প্ৰণয় বা সম্ভাৱৰ সম্বন্ধ নহয়, "মামলা-মোকৰ্দ্দমা" বা "গোচৰ-ফৰিয়াদৰ" সম্বন্ধ। আদালতত গোচৰ কৰি বিবাহিতা তিৰুতা "ডিক্ৰি" পাই সেই তিৰুতাৰে সৈতে কৰা গৃহবাস যেনে, নাহোঁ বুলিলে, কানি-ভাং-ফটিকাৰ আদালতত ডিক্ৰি পাই অনা টোপনিৰে সৈতে কৰা গৃহবাসো তেনে।

*শোৱা পাটীত পৰি বাট চাই আছোঁ, টোপনি আহিব, টোপনি আহিব — টোপনি নাই।*

"মোৰ সোণ, মোৰ মইনা টোপনি আহাঁ, কাবৌ কৈ মাতিছোঁ" টোপনিৰ গায়েই নলবে। হঠাৎ মনত পৰিল, তাহানি ছাত্ৰৰ অৱস্থাত পঢ়িবলৈ কিতাপ মেলিলেই টোপনিয়ে দেখোঁ হেচা মাৰি ধৰেহি, এতিয়াও সেই বুধি নকৰোঁ কিয়? উঠি চাকিটো বঢ়াই দি কিতাপ এটা মেলি ল'লো। হায়! সেই ৰামো গ'ল, অযোধ্যাপুৰীও গ'ল। সেই সুখৰ ছাত্ৰীয়া টোপনি আৰু নাই। কিতাপ মেলিলেই যে টোপনি আহে এই কথাত সেই কালৰ মোৰ এনে ডাঠ বিশ্বাস আছিল যে কোনো বয়সীয়া মানুহক টোপনি নাহে বুলি ক'বৰ শুনিলে কিতাপ মেলি ল'বলৈ পৰামৰ্শ দিছিলো; আৰু নিদ্ৰাশূন্য দুৰ্ভগীয়া সৰ্বসাধাৰণৰ উপকাৰৰ অৰ্থে "টোপনি অহাৰ অব্যৰ্থ ঔষধ" নাম দি এই বুধিটো বাতৰি কাকতত জাননী দি দিওঁ বুলি কেইবা বাৰো গভীৰভাৱে ভাবিছিলো, কাৰ্য্যবশতঃ সি জানিবা হৈ নুঠিল, গতিকে মোৰ জাননীৰ খৰচৰ পইচা কেটাও ৰাহি হ'ল। কিতাপ জপাই চাকিটো নুমাই আকৌ একাগ্ৰচিত্তে টোপনিৰ তপস্যাত লাগি গ'লোঁ। ঘড়ীত টংটং কৰে তিনি বাজিল। অনেক ভাবনা-ডাকিনী চিন্তা-যোগিনী আহিল, কিন্তু টোপনি দেবী নাহিল। এই পৃথিবীৰ ওপৰত বৰ বিৰক্তি ধৰিলে। ভাবিলো এই পৃথিবীত সুখৰ লেশমাত্ৰ নাই; যিমান শীঘ্ৰে এই দুখৰ পৃথিবী এৰি যোৱা যায় সিমান মঙ্গল। আজিকালিৰ আমি উঠি অহা ডেকাই য'তে যিহতে, আপোন দোষতে বা পৰৰ দোষতে, ঠেকা খাওঁ, বিৰক্তিটো ধৰেহি এই পৃথিবীখনৰ ওপৰত। ওপৰ-চকুৱা হৈ বাটত উজুটি খাই আমাৰ আঙুলিৰ আগ ছিগিল, জগৰ লাগিল এই পৃথিবীৰ গাত। আমাৰ পিঠি-ঢেকিত মহে খালে, ফৰ্ফৰণি উঠিল আহি এই উড়াল পৃথিবীৰ গাত। আকাশৰ তৰাটো হাত মেলি ঢুকি নেপালো, দায় পৰিল এই পৃথিবীৰ গাত। খৰি ভাবীৰ ল'ৰা বা খৰি-ভাবী হৈ ৰজাৰ জীয়াৰীক বিয়া কৰাবৰ মন গৈছিল, কৰাব নোৱাৰিলো, দোষ দিলো এই ঘূৰণীয়া পৃথিবীৰ গাত, আৰু ৰাজকন্যাৰ উদ্দেশ্যে আত্মহত্যা কৰি এই পৃথিবীৰ ওপৰত খং সাৰিলো। এই প্ৰচলিত প্ৰথা অনুসৰণ কৰি মোৰো টোপনি নহা বাবে এই পৃথিবীৰ ওপৰত বিৰক্তি ধৰাটো অযুক্তিসঙ্গত নহয়। ভাবিলো এনেকুৱা এখন ঠাইলৈ যাব নোৱাৰি নে য'ত এই নিঠুৰ টোপনিৰ ভৰিত তেল-টেঙা নঘঁহাকৈ কাল কটাই থাকিব পাৰি? এনে ঠাই স্বৰ্গৰ বাহিৰে এই পৃথিৱীত ক'তা? আহা আজিয়েই মোক স্বৰ্গলৈ কোন গোসাঁয়ে লৈ যাব। ইত্যাদি কিবা আগগুৰি নথকা কথা ভাবি থাকোঁতেই, ক'ব নোৱাৰোঁ, কেতিয়া কলা-মলাকৈ মোৰ টোপনি আহিল।

মোৰ চৰাঘৰটো অনুষ্টুপীয়া ছন্দত ৰচিত। অৰ্থাৎ, চকু দিলে চকুৰোৱা বা গেৰেকানিত চকু পৰা বিধৰ নহয়। মাজে মুধে এক ৰকম চলি যোৱাকৈ সজোৱা। কিহেৰে কেনেকৈ সজোৱা তাৰ বৰ্ণনা দি মোৰ বেচেৰা দুখীয়া চৰাঘৰ ফেৰাৰ সুখ্যাতি বা অখ্যাতি কৰিবৰ মোৰ মন নাই। এটা বস্তুৰ মাথোন উল্লেখ কৰিবৰ আৱশ্যক। চৰাঘৰৰ বেৰত কেইবাখনো পট বা "ছবি' অৰা আছে। তাৰে এখন ছবিৰ নাম প্ৰেমৰ বাতৰি (Message of Love)। ছবিখন ইংৰাজী ছবিৰ আৰ্হিত অকা। ছবিৰ বিষয়: এজনী সুন্দৰী গাভৰু ছোৱালীয়ে বাতিপুৱা ফুলনি-বাৰীত সোমাই ফুল তুলি কোচত একোচকৈ ভৰাইছে; তাৰে দুটা এটা ফুল কোচৰ পৰা সৰি মাটিত পৰিছে। মূৰৰ ওপৰত নিৰ্ম্মল নীল আকাশত চিলনী বনাইছে। এনে সময়ত ল'ৰামতীয়া দুষ্ট কামদেউ কৰবাৰ পৰা অকলাবীয়াকৈ ছোৱালীজনীক পাই তাইৰ কাণত ফুচ্‌কুচ্ কৰে কিবাবোৰ কৈছে।

কি কৈছে কি মেলিছে কোনে জানে? ফুচফুচীয়া কথাৰ, বিশেষ গাভৰু ছোৱালীৰ ফুচফুচীয়া কথাৰ আমি ধাৰ নাখাওঁ। অমুক তমুক কৈছে বুলি সাজি-পাতি ক'বলৈকো, আমি আগেয়ে সৈ কাঢ়ি থৈছো, কোনো বিধৰে কৰি নহওঁ বুলি। ছবিখন দেখা মানুহে কয় বোলে কিবা হেনো প্ৰেমৰ বাতৰি কৈছে; অৰ্থাৎ কামদেউ নামৰ সেই থোপোৰা সৰু ল'ৰাটোৱে গাভৰু ছোৱালীজনীৰ কাণত কৈছে হেনো, "অমুকত তোমালৈ এনে ৰূপৰ এনে গুণৰ এটি সুন্দৰ দৰা আছে তোমাক লাগেনে?" আমি কিন্তু বোপাইহে, এনেই ক'লে নপতিয়াব যদি, ল'ৰাৰজা বা গৌৰীনাথ ৰজাৰ শৰণ দি কৈছোঁ, এই ফুচ্‌ফুচীয়া "প্ৰেমভেম" বুজ নেপাওঁ, তেহেলৈ তইঁতে যিহকে বোল। খনিকৰৰ হাতৰ হেঙ্গুল-হাইতালেৰে অকা ৰমক-জমক নক্সা দহ চাৰিয়েও আৰে, দহ চাৰিক দেখা-দেখি আমিও আনি বেৰত আৰি থৈছোঁ। দোষৰ ভিতৰত আমাৰ গাত এই ফেৰাহে। আমি হোল-গোজ ভকত ইয়াকেহে বুজো, যে ছোৱালীলৈ যদি দৰা বিচাৰিব লাগে, সেই কাম মাক বাপেকৰ; কামদেউক সেই ভাৰ দিলে কোনে? আমি জানো, ল'ৰাৰ কাম হৈছে ওমলা, খোৱা শোৱা আৰু "স্কুলৰ লেচন" পঢ়া; দৰালৈ ছোৱালী, ছোৱালীলৈ দৰা বিচাৰি ঘৰপাতি ফুৰা নহয়। হাততে প্ৰমাণ ল'ৰাৰ ল'ৰাবুদ্ধি, চৰুক সুধি চাউল বহাবলৈ গৈছে, দৰাৰ বাতৰি বাপেক মাকক নকৈ ছোৱালীৰ আগত কৈছে গৈ। বাপেক-মাকৰ কাৰণে বা এইবিলাক কথা লৈ এই বালক কামদেউ ঠোকে কেনেকৈ? মৰমসাহ দি ঠুকিলেও "ল'ৰাৰ মুখত বুঢ়া-কথা। যা ইয়াৰ পৰা গুচি যা!" বুলি বুঢ়া-বুঢ়ীয়ে একেটা ঢেকিঠোৰাৰ মাৰতে পেটুৱা কামদেউৰ পেটু উলিয়াব।

মোৰ চিল্‌মিল্‌কৈ টোপনি আহিল, লগে লগে টোপনিৰ সখী সমাজিকো আহিল। দেখিলো, ছবিখনৰ পৰা সেই উদং-মুদং ফুচ্‌ফুচ্‌ৱা ল'ৰাটো আহি মোৰ কাণত ফুচ্‌ফুচাবলৈ লাগিছে। ইকি "তামোচা"। মোৰ খঙে মূৰৰ চুলি পালেগৈ। "হেৰ, মোৰ দেখোন কেতিয়াবাই বিয়া হৈ গ'ল, এতিয়া মোৰ কাণত কি ফুচ্‌ফুচাবৰ দিন আহিছে? একেই এই তিনিপৰীয়া ৰাতিলৈকে টোপনি নাই, ঘামত ছট্‌ফটাই আছো, তাৰ ওপৰত তই আহি লাগিছহি? কি ল'ৰাই চল পাই যায়, ডাঙৰে সৈতে চুপতি কৰিবলৈ আহিছ!" এই বুলি তাক থেকেচা মাৰি পেলাই দিব খোজোতেই "হে হে কি কৰে, খং কৰিছে নো কেলৈ? আগেয়ে শুনক মই কি ক'বলৈ আহিছো তাৰ পাছত মোৰ গাত দোষ পায় যদি খং কৰিব!" এই বুলি কামদেউ হাত যোৰ কৰি মোৰ আগত থিয় হ'ল। ময়ো লেকাম টানি ধৰি খংটো ৰখাই সি নো কি বক্তৃতা কৰিব খুজিছে, শুনিবলৈ কাণ পাতিলো।

কামদেউ : ককাইদেউ, (ককাইদেউ বুলিয়েই আপোনাক সম্বন্ধ ধৰিলো, খং নকৰিব দেই) আপোনাৰ কষ্ট দেখি থাকিব নোৱাৰি বেৰৰ পৰা নামি ওচৰ চাপি আহিছো যদি মোৰ পৰা কিবা উপকাৰ হয়, এই ভাবি। ৰাতি তিনি ৰজালৈকে আপোনাৰ চকুত টোপনি নাই ছট্‌ফটাই আছে, মই চকুৰ আগতে দেখি আছো।

মই — মোৰ টোপনি নাহিল যদি নাহিল, তোৰ তাত কি হ'ল? কোনোবা ৰজাৰ জীয়েকৰ বাতৰি কৈ মোৰ চকুৰ পৰা টোপনি একেবাৰেই খেদিবৰ ফিকিৰ কৰি মোৰ ওচৰ চাপিছহি হ'বলা? সেই ফিকিৰ মোৰ ওচৰত নেখাটে। তই বেৰৰ ল'ৰা বেৰলৈ উঠি যা, গৈ লোকৰ

কুমলীয়া ছোৱালীৰ কাণত ফুচ্‌ফুচ-ফাচ্‌ফাচ্ কৰি তাইক বলিয়া কৰগে। অই মোৰ ভাই বা আন সম্বন্ধীয়া নহ'লি; নপটি নুশুনি দুষ্টালি কৰি এনেকৈ ফুৰা বাবে নিতৌ মোৰ পিঠিত মই সৌকা মেলিবলৈ নেপালো। গুচ্! যা। মোৰ বিয়া হৈ গৈছে, তই মোৰ ঘৰ পাতিব নেলাগে।

কামদেউ ঃ আপোনাৰ বিয়া হৈ গৈছে বুলি মই জানো: মই সেই বাবে আপোনাৰ ওচৰলৈ অহা নাই।

মই — কি বাবে আহিছ বেগাই ক। মাঠি-মুঠি থাকিব নেলাগে। ৰাতি পুৱায়হে লাগে, পাৰোঁ যদি মই অলপ চকু মুদোঁ।

কামদেউ ঃ আপুনি এই পৃথিৱী এৰি স্বৰ্গলৈ যাবলৈ ইচ্ছা কৰিছিল। মোৰ স্বৰ্গ-মৰ্ত্ত্য-পাতাল তিনিও লোকত অব্যাহত গতি। বেছ কথা, আপুনি যদি স্বৰ্গলৈ যায়, তেন্তে বলক মই লৈ যাওঁ। এই কথা ক'বলৈহে মই আহিছোঁ।

মই — সঁচাকৈয়ে কৈছনে, নাই মোৰ সৈতে চুপতিহে কৰিছ? চুপতি কৰিছ যদি সোকোতা পাবি, মই কেনে ভকত জনা নাই হ'বলা?

কামদেউ ঃ ৰাম ৰাম! আপুনি মোৰ ককাইদেউ, আপোনাৰে সৈতে জানো মই চুপতি কৰিব পাৰোঁ? সঁচাকৈ কৈছো, যদি "ায় বলক মই লৈ যাওঁ।

মই — যাওঁতো লৈ যাব পাৰ যদি। কিন্তু বৌৱেকক হ'লে এৰি যাব নোৱাৰোঁ।

কাম — কিয় বৌক এৰি যাব লাগিছে, তেওঁকো লৈ যামইক। কিন্তু এজন এজনকৈহে মই লৈ যাব পাৰিম। পলাই স্বৰ্গত সোমোৱা কথা, দুইকো একে বেলিয়েই লৈ গ'লে ক'ৰবাত ধৰা পৰিম। পৰিলে আপোনালোকতো অজলা "নৰ মনিষ" বুলি সাৰিব, মইহে মৰা পৰিম। প্ৰথমতে দুৱৰীয়েই, কোবাই মোৰ পিঠিৰ ছাল ছিঙিব; তাৰ পিছত ইন্দ্ৰৰ আগ পোৱালে নে কি হয় ইন্দ্ৰই হে জানে। আপোনাক আগেয়ে লৈ গৈ স্বৰ্গত থৈ আহোঁগৈ, তাৰ পাছত বৌক লৈ যামহি।

মই — বাৰু তেন্তে। কিন্তু সাৱধানে কৰিবি বোপাই। ভাল-মন্দ তইহে জান। অ' আৰু এটা কথা; মোৰ বই বস্তু সোপা, কি কৰিম? এৰি থৈ যাব হ'লে নোৱাৰো। মই বোপাই বগা শিলৰ মেজখন কালি হে কিনি আনিছোঁ। মখমলৰ জোতাজোৰা সৰব ন।

কাম — আপোনাৰ বস্তু এটাইবোৰ কেনেকৈ লৈ যাব? ধৰা পৰি মৰিব দিয়েনে? আপুনি বলে পৰা এটামান টোপোলাৰ জোখাই বাৰু লয় যদি বান্ধি লওক। বগা শিলৰ মেজ-চেজ এৰক, সেইবোৰ লৈ যাব নোৱাৰে। স্বৰ্গত গৈ আপুনি ঠান্-থিত লাগক গৈ, তাতে মই লাহে লাহে বগা শিলৰ মেজ এখনহে নেলাগে দহখন কিনি দিম। মখমলৰ জোতাজোৰ পিন্ধি লওক।

মই — (ভালেমান বেলি ভাবি) বাৰু মোৰ বোপাই তোৰ কথাই হওক। কিন্তু এদিন সময় দিব লাগিব; আজিয়ে মই যাব নোৱাৰো। কাইলৈ ৰাতিকৈ আমি ঠিক হৈ ওলাই থাকিমহঁক, তই আহি লৈ যাবিহি। মখমলৰ জোতাজোৰ নিপিন্ধো, টোপোলাত সুমাই লম, বাট বেয়া যদি পিন্ধি খোজ কাঢ়িলে সি ফাটিব।

কাম — বাৰু তেন্তে কাইলৈ ঠিক মাজনিশা আহি আগেয়ে আপোনাক লৈ যামহি, তাৰ পাছত বৌক।

মই — এৰা।

ইয়াৰ পিছত সমাজিকতে দেখিলো যেন "কাইলৈ মাজনিশা" হ'ল। যেন সকলো দিহা-পোহা কৰি নিব লগা বস্তু একেটা টোপোলাতে বান্ধি যাবলৈ দুয়ো সাজু হৈ ওলালোঁ। যেন কামদেউ আগৰ দৰেই ছবিটোৰ পৰা নামি আহি আগ ৰাতিৰ কথা মতে মোক আগেয়ে যাবলৈ ক'লে। যেন মই ধোবাই কাপোৰৰ টোপোলা লোৱাদি বস্তুৰ টোপোলাটো লৈ পিছে পিছে যাবলৈ ধৰিলো।

কিছুমান বেলিৰ মূৰত স্বৰ্গ পালো গৈ। কেনেকৈ কোন আৰু কেনেকুৱা বাটেদি গ'লো, আৰু যাওঁতে যাওঁতে বাটত কি দেখিলো, কি শুনিলো, মোৰ একো মনত নাই। এটা মানুহ-দুনুহ নোহোৱা ঘৰত মোক সুমাই দি সি ক'লে, "আপোনাৰ এইটোৱেই বহা, ইয়াতে টোপোলাটো থওক।" তাৰ কথা মতে মই টোপোলাটো মাটিত থৈ তাক ক'লো, "বাৰু মই টোপোলা থ'লো, তই লৰ মাৰি যা বৌৱেকক লৈ আহগৈ, মোৰ মনটোৱে খু-ধুৱাব লাগিছে।"

"মই যাওঁ লৰি লৈ আহোঁগৈ" বুলি কামদেউ নাইকিয়া হ'ল।

কামদেউ যোৱাৰ পিছত, "এনেই বহিয়ে আছোঁ, এটা কামকে কৰোঁ" এই ভাবি লাহে লাহে টোপোলাটো মেলি এটা দুটাকৈ বস্তু উলিয়াই মণ্ডিত থৈ যাবলৈ ধৰিলো। কিন্তু কি আচৰিত, বস্তুবোৰ টোপোলাৰ পৰা উলিয়াই থোৱা ঠাইতে কেয়া আঙুলিটো সোমাব পৰা এটা ফুটা আছিল। মই ভাবিছিলো সেইটো পৰুৱাৰ গাঁত। সেই ফুটাইদি টল্‌ৰ টল্‌ৰ কৰে মোৰ বস্তুবোৰ এটা এটাকৈ সৰকি তলৰ পৃথিৱীলৈ পৰিব লাগিছে দেখোন! মই দেখিতো অবাক! স্বৰ্গখন এনে "বে মেৰামত" কিয়?

ইয়াত পাবলিক্ ওৱৰ্কচ্, লোকেলব'ৰ্ড আৰু মিউনিচিপেলিটী নাইনে কি? কিয় নহ'ব অবশ্যে আছে। ভাবিলো পাবলিক্-ওৱৰ্কচ্ লোকেলব'ৰ্ড মিউনিচিপেলটী-ঢেকিয়ে আমাৰ পৃথিৱীত যেনেকৈ ধান বানে, ইয়াতো সেই দৰেই বানে। তাতো ঢেক্কুৰচ্ ইয়াতো সেই ঢেক্কুৰচেই। স্বৰ্গৰ ঢেকি বুলি ঢেক্কুৰচৰ ঠাইত মুৰুলিৰ মাত নেমাতে। অসমীয়া সংস্কৃতজ্ঞ "পণ্ডিতে" ক'বৰ নিচিনা "দূৰাৎ চ পৰ্ব্বতা ৰম্যা ওচৰাৎ তু খলা ৰমা।" দূৰৰ পৰাহে স্বৰ্গ। এনেখন স্বৰ্গলৈকে আহিবলৈহে মানুহে দান-পুণ্য, হোম-যাগ আদি ইমানবিলাক কষ্ট-সাধ্য কাম কৰি হেপাহ কৰি মৰে। নেলাগে বোপাই মোক স্বৰ্গৰ সুখটো, কামদেউ আহিলে পৃথিৱীৰ ল'ৰা পৃথিৱীলৈ গুচি যামগৈ। ভাত টোপনি নোহোৱাকৈ গোটেই ৰাতি খপো সিও ভাল, তেওঁ মই এনে ঢেকি-স্বৰ্গত নেথাকোঁ। — ইমান অকণমাণ বিন্ধাটোৱেদি নো মোৰ ডাঙৰ ডাঙৰ বস্তুবোৰ কেনেকৈ তললৈ সৰকি পৰিছে ঐ? স্বৰ্গৰ দেখোঁ সকলো কথাই অদ্ভুত।

এইবিলাক ভাবি থাকোঁতেই দেখিলোঁ, মোৰ বস্তু সৰকি পৰি আদধিনীয়া হ'লেই! আপদকাল উপস্থিত হ'লে "অৰ্দ্ধং ত্যজতি পণ্ডিতঃ, অৰ্দ্ধেন কুৰুতে কাৰ্য্যঃ।" যি গল, গল যি পাৰো তাকে ৰাখোঁ, ভাবি একে দোপেই উঠি ফুটাটোত কেয়া আঙুলি এটা সোমাই সোপা মাৰি ধৰিলো। অলপমান বেলি এই দৰেই ধৰি আছোঁ, কিন্তু ভাবি পোৱা নাই কিহেৰে ফুটাটো একে বেলিয়েই মাৰো। স্বৰ্গলৈ আহি মোৰ বুদ্ধিটোও আকোৰালি নোপোৱা হ'ল নে কি? এনেতে হঠাৎ কাণত পৰিল "লক্কা ক'ত ক'ত।" ভাবিলো, স্বৰ্গতো কুকুৰা চৰাই আছে; বেছ

কথা সুবিধাই। এই কথা ভাবি থাকোঁতেই দুৱাৰত ঠক্ ঠক্ শব্দ শুনিলো। শুনি মনত হৰিষ মিলিল; ভাবিলো, কামদেউ বৌৱেকে সৈতে উভতিল।

মই — (চিঞৰিয়াই) দুৱাৰখন হেচা মাৰি দিলেই মেল খাব; ভিতৰৰ পৰাতো মই ডাং দিয়া নাই। মই মেলিবলৈ উঠি যাব নোৱাৰো, গলেই বাকী কেটা বস্তুও সৰকি পৰিব।

লগুৱা — (বাহিৰৰ পৰা) দেউতা চাহ আনিছোঁ।

মোৰ লগুৱাটোৰ মাত যেন শুনিলো। ভাবিলো ইনো স্বৰ্গলৈ আহিল কেনেকৈ? মোৰ দুখ হয় বুলি কামে ইয়াকো আনি থৈ গলহি হবলা। ভালেই হল।

লগুৱা — (বাহিৰৰ পৰা) দেউতা, চাহ আনিছোঁ, ভালেমান বেলি হ'ল, উঠক।

মোৰ চকু দুটা চাট কৰে মেল খালে। সাৰ পালো। সাৰ পাই দেখিলো মোৰ সোঁ কাণখনৰ বিন্ধাত সোঁ হাতৰ কেয়া আঙুলিটো সোমাই আছে, আৰু মই মোৰ সেই, চৰা-ঘৰতে শুই আছোঁ। ■

# চোৰ

## প্ৰথম আধ্যা

ইন্দুমতীৰ বৰ নৰীয়া। তিনি মাহ তেওঁ শোৱাপাটীৰ পৰা উঠিব পৰা নাই। আজি নৰীয়া টান। গিৰিয়েক লোকেশ্বৰ বৰুৱা কাষতে বহি ৰাতি পৰ দি আছে। ৰাতি তিন পৰমান হৈছে, ইন্দুমতীয়ে গিৰিয়েকক ঠাৰ দি নিচেই কাষলৈ মাতি আনি ক্ষীণ মাতেৰে কলে, "আজি তিনি মাহ মই শোৱাপাটীত পৰি নৰীয়া গাই কটাইছোঁ। ঘৰেঘৰোৱাহে মানুহক কষ্ট দিছোঁ। আপুনি মোৰ পৰা নথৈ দুখ পাইছে। লোকে তিৰুতাৰ পৰা সুখ পায়। আপুনি মোৰ পৰা সুখ-সম্পদ পাওক ছাৰি এদিন এসাজ ভাত সুখেৰে—"

*লোকেশ্বৰ* — "তোমাক এইবিলাক কথা ক'বলৈ কোনে মাতিছে? মনে মনে থাকা; কথা ক'লে নৰীয়া বাঢ়িব।"

ইন্দুমতী — "নৰীয়া আৰু বাঢ়িবলৈ কি আছে! এতিয়া আৰু মই সিপুৰীলৈ ওলালো। মোৰ দুখৰ অন্ত হ'ল, আপোনাৰো হ'ল। — চন্দ্ৰক মৰম-বেথা কৰিব। আপুনি যদি আকৌ বিয়া কৰায়, ('যদি' কিয়, বিয়া কৰাবই লাগিব, মোৰ পৰাতো আপোনাৰ সুখ নহ'ল।) মাহীমাকে যেন তাক দুখ নিদিয়ে!"

এই কথাষাৰৰ অন্তত ইন্দুমতীয়ে দুচকুৰে দুধাৰ লো বৈ গ'ল, আৰু কথা বন্ধ হ'ল। লোকেশ্বৰ বৰুৱাইও চকুৰ লো টুকিবলৈ ধৰিলে। "কি আকৌ মই বিয়া কৰাম? হে পৰমেশ্বৰ! মই ইমান অধম হৈছোঁ যে এই জনমত ইন্দুক পাহৰি আকৌ এজনী তিৰুতা বিয়া কৰাই আনিম? ঈশ্বৰ! মোক যেন এনে মতি নিদিয়া। মোৰ ইন্দুৰ যদি কোনো কথা হয় তেন্তে এই সংসাৰত মোৰ বাকী কেইটা দিন— ইন্দু! ইন্দু! তেনে কৰিছা কিয়? ইন্দু!"

ইন্দুমত — "কি হৈছে? চন্দ্ৰক মোৰ কাষলৈ এবাৰ আনি দিয়ক, মই চাই লওঁ। অ' — সি শুই আছে হবলা, তুলিলেই কান্দিব, থাওক। শুনক মই আপোনাক কওঁ। আপুনি আকৌ বিয়া কৰাব। আপোনাৰ সুখেই হে মোৰ মনৰ বাঞ্ছা। বিয়া নকৰালে কি জানি আপোনাৰ দুখ হ'ব। মই গলে আপোনাৰ আলপৈচান ধৰিব কোনে? আপোনাৰ সেৱা কৰিব কোনে?"

লোকেশ্বৰ — "নিশ্চয় নিশ্চয় মোৰ পৰা তেনে কাম নহয়। চন্দ্ৰলৈ মই মাহীমাক নানো। তোমাৰ মৰম-চেনেহ সোপাকে পুৰি নেখালে মই তেনে কাম কৰিম কেনেকৈ? এই পৃথিৱীত মোৰ এবাৰ হে বিয়া। ইন্দু! ইন্দু! মোক এবাৰ চকু মেলি চোৱা, ইন্দু! ইন্দু!"

ইন্দুমতী – "কি?"

লোকেশ্বৰ – "চোৰাঁচোন, চকু মেলি চোৱাঁ।"

লাহেকৈ চকু মেলি, অতি ক্ষীণ মাতেৰে ইন্দুমতীয়ে ক'লে, "স্বামী-গুৰু আপোনাৰ ভৰিটো মোৰ মূৰত তুলি দিয়ক স্বা—মী—গু—ৰু!"

লোকেশ্বৰ – "ইন্দু! ইন্দু! ইন্দু! ইন্দু! হায়! মোৰ ইন্দুক হাতত্তে হেৰুৱালো হৰলা! ইন্দু! ইন্দু! ইন্দু!"

বন্তি নুমাল।

## দ্বিতীয় অধ্যা

চক্ৰধৰ ফুকন শিৱসাগৰৰ এজন ডাঙৰ লোক; কাছাৰীৰ আমোলা। তেওঁৰ "আমোলাপটিত" ঘৰ; এগোহালি গৰু; এভড়াল ধান; এবাৰী তামোল-পাণ; এবাৰী বাঁহ, এপুখুৰী পানী আৰু সকুৰে-বৰে বাৰটা ঘৰ। অৱশ্যে বতাহত তিনিটা ঘৰৰ মুধচ, আজি এবছৰ হ'ল উৰি গৈছে; দুটাৰ ছালেদি চৰগ দেখি; পাঁচোটাৰ বেৰ "মেৰামতৰ" অপেক্ষাত আছে; এটাৰ বেৰ চকুৱাৰ তাপলি পাইছে; আৰু এটাই পিৰালিৰ পৰা চুৱাপাতনি বটা পাইছে। কিন্তু আমি ফুকনৰ ঘৰৰ সেইবোৰ দোষ গুণত আজি চকু দিবলৈ অছা নাই। কাৰণ, সেইবিলাকত চকু দিবলৈ গলে তাৰ লগৰীয়া এইবিলাকতও আমাৰ চকু পৰিব; যথা ঃ – তেওঁৰ ধানৰ মৰণা চ'ৰা-ঘৰৰ চোতালত বা ভিতৰত ম'ৰা হয়; আদগোহালি গৰু চৰা-ঘৰৰ ভিতৰত বন্ধা হয়; ভাত খোৱা মজিয়াত কেচু-মটা, বুলনি-ঘৰত কাঠ-ফুলা, পানীপোতাত নেগুৰীয়া পোক, নাওৰাত জেলুকীয়া কেচু আৰু বাৰীৰ আগফালে পাচফালে কচু-ঢেকিয়া আৰু চোৰাতৰ বুকুৱা হাবি। ইয়াৰ লগে লগে ফুকনৰ মহাজনীয়া টকচ্ ঘোৰাটো, নেজখাৰী মাখুন্দী হাতীজনী, ল'ৰা পাঁচোটা, সৰু ছোৱালী দুজনী আৰু ফুকননীও চকুত পৰি যাব। এই বাবেহে কৈছোঁ বোলো আমাৰ ফুকনৰ ঘৰ-বাৰী আদিত চকু দিবৰ সকাম কি? তেওঁৰ যি আছে সেয়ে থাওক, আমি তাত হস্তক্ষেপ নকৰোঁ। ধুমুহাত তেওঁৰ ঘৰৰ মুধচ উৰি গৈছে যদি তেওঁ তাক চোৱাই ল'ব, সেই কথা আমি গমি-গপি আমাৰ মূৰৰ ঘিউ খৰচ কৰোঁ কিয়? আমাৰ মূৰৰ ঘিউ আমাৰ ঘৰৰ মুধচৰ কুশলৰ অৰ্থে খৰচ কৰাই ভাল। ভগা-বেৰেদি যদি শিয়াল কুকুৰ ঘৰৰ ভিতৰলৈ সোমায়, তেওঁৰ ভাত-চৰু পেলনি যাব, বা তেওঁ টোকোন লৈ শিয়াল কুকুৰ খেদিব, তাত আমাৰ হৰণ-ভগন কি? চৰগ দেখা ছালে যদি উৰুখি পানী পৰে তেওঁৰ টপা মূৰ তিতিব, আমাৰ কি? পিৰালিৰ কাষত যদি চুৱাপাতনি পাতিছে তাৰ গোন্ধ-ভাপ সুগুণ-দুগুণ মহামতি চক্ৰধৰ ফুকনে ভুগিব, তাত আমাৰ লোকচান কি? এই নিমিত্তে সেইবিলাক কথাত বইচ বাইচ আজি আমি 'নকৰন্তি'। এই পৃথিৱীত মত দুটা; নিজৰ আৰু লোকৰ। ফুকন ডাঙৰীয়া, লোকৰ মতে, উজনিত এজন লেখৰ মানুহ; আৰু নিজৰ মতে সমনীয়াশূন্য এজন মাথোন অসমীয়া ডাঙৰ মানুহ। কৰলৈ পাহৰিছোঁ, ফুকনৰ দৰমহা দেৰকুৰি টকা; কেয়া-মুদীৰ ঘৰত ধাৰ বাৰকুৰি বাৰ টকা।

ফুকনৰ পাঁচোটা ল'ৰা পাঁচ ৰকমৰ লেখা পঢ়াত পঁড়িত হ'ল। প্ৰথমটো হাতীৰ মাউত, অৱশ্যে ঘৰৰে হাতীৰ, দ্বিতীয়টো বন-বৰাগী; তৃতীয়টোৰ কথা পাছত কম; চতুৰ্থটো হালোৱা;

আৰু পঞ্চম বা নুমলীয়াটো যাত্ৰাগানৰ ওজা।

তৃতীয়টোৰ সৈতে আমাৰ আজিৰ এই আখ্যানৰ সম্বন্ধ লাগিছে; সেই দেখি আন কেইটাৰ মাজৰ পৰা আমাৰ সম্বন্ধীয়া কুটুমক আঁতৰাই লৈ, আমি আজিৰ ইতিহাসৰ বাটত বাট বোলো। ফুকনৰ তৃতীয় ল'ৰাটোৰ নাম পশুপতি। পশুপতিৰ ওপজা ক্ষণত কোন গ্ৰহ বহিছিল, সৌৰবলী চাব জনা পণ্ডিতে হে ক'ব পাৰে; আমি মাথোন তাৰ ফলাফল এই দেখিছোঁ যে সকলৰ পৰা তাৰ মন চুৰ কৰাৰ ফালে আওঢলীয়া। মাটি-মিঠা আমগছত চুণ যেন টেঙা আম হ'লে, কেনেকৈ তেনে হ'ল, যেনেকৈ বুজিব নোৱাৰি, ধৰমী চক্ৰধৰ ফুকনৰ তেজৰ পৰা এই পশুপতি কেনেকৈ হ'ল, ঠিক তেনেকৈ বুজিব নোৱাৰি। অমুক "গৰু-চোৰ" বুলিলে তুমি আমি যি বুজোঁহঁক, ভাল মানুহৰ পৰা পশুপতি সেয়েই হ'ল। অৱশ্যে একে দিনাই যে পশুপতিয়ে এই মহাবিদ্যাত বিদগ্ধ বা দগধা উপাধি লভিছিল এনে নহয়; "এদেও দুদেও কৰিহে পশুপতিয়ে লোটা নিবৰ চেও" পাইছিল গৈ; আজি এখোপ কাইলৈ দুখোপকৈ উঠিহে পশুপতিয়ে মুধা পাইছিল। প্ৰথমতে বৰচোৰ, তাৰ পিছত গৰু চোৰ, তাৰ পিছতহে আমাৰ পশুপতি দগধা-চোৰৰ শাৰীলৈ উঠিছিল।

## তৃতীয় আধ্যা

খৰালি ব্ৰহ্মপুত্ৰত বালিৰ এনে একোটা ডাঙৰ চাপৰি পৰে, যে তাক দেখিলে কাৰ কেতিয়া বিশ্বাস কৰিবৰ মন যায়, যে বাৰিষা সেই চাপৰি, পানীত লোণ নাইকিয়া হোৱাদি চকুৰ পচাৰতে নাইকিয়া হ'ব? লোকেশ্বৰ বৰুৱাৰ মনত, তিৰুতাৰ শোক আৰু দ্বিতীয়বাৰ বিয়া নকৰিবৰ প্ৰতিজ্ঞাস্বৰূপ যি দুটা বালিৰ বৰ চাপৰি পৰিছিল, শোকৰ খৰালি গৈ আনন্দৰ বাৰিষা আহিলত সি ভৰ সোঁতত কেনিবা কৰবালৈ উটি গ'ল। ইন্দুমতী ঢুকুৱাৰ তিনি মাহ যাওঁতে নেযাওঁতেই তেওঁ আকৌ বিয়া কৰাই ন তিৰুতা ঘৰলৈ আনিলে; জাৰ-কালিৰ অন্তত তেওঁৰ জীৱনত আকৌ বসন্তই দেখা দিলে; আকৌ —।

"প্ৰফুল্লচূতাঙ্কুৰতীক্ষ্ণসায়কো দ্বিৰেফমালাবিলসদ্ধনুৰ্গুণঃ।
মনাংসিভেত্তুং সুৰতপ্ৰসঙ্গিনাং বসন্তযোধঃ সমুপা .তঃ প্ৰিয়ে।"

নিশ্চয় কৈ ক'ব পাৰোঁ, লোকেশ্বৰে নিজেও ভবা নাছিল যে তেওঁৰ মনৰ গতি এনেকৈ লৰিব। কিন্তু সংসাৰৰ এনেকুৱাই গতি। মানুহৰ মনৰ ওপৰত সময়ৰ এনেকুৱাই প্ৰভাৱ।

জৰিগছৰ পুলিয়ে পুৰণি পকিঘৰ শিপাই পেলোৱাদি অলপ বয়সীয়া নতুন ঘৈণীয়েকে বয়সীয়াল লোকেশ্বৰ বৰুৱাক অসংখ্য শিপাৰে অতি শীঘ্ৰে শিপাই পেলালে। তেওঁ এতিয়া ঘৈণীয়েকৰ "উঠ" কথাত জপিয়া আৰু "বহ" কথাত শোৱে। তেওঁ পাহৰিও এতিয়া ইন্দুমতীৰ নাম নকয়। ইন্দুমতী নাম এতিয়া তেওঁৰ কাণত বিহ-ফুল যেন তিতা। পেটৰ পোৱালি চেনেহৰ চন্দ্ৰ, লগনীয়া মাহীয়েকৰ অনুগ্ৰহত দুদিনতে বাপেকৰ অপ্ৰিয় হ'ল।

আৰু এটা ন কথাই লোকেশ্বৰ বৰুৱাৰ গাত বাহ ল'লে। আগৰ ধুন-পেঁচৰ ধাৰ নোখোৱা লোকেশ্বৰ, এতিয়া আদহীয়া বয়সত, ধুন-পেঁচৰ ওপৰত ধাৰতে পোত খালে। আগে পিছে

শেওঁতা, গাত গাত পাটৰ চোলা-চুৰিয়া, গোঁফত আতৰ আৰু মুখত তামোলৰ ৰাং আদিয়ে লোকেশ্বৰে বুঢ়া বয়সৰ বুঢ়া টেকেলাক ভেটি দি, তেওঁৰ ওপৰত "চমন জাৰি" নকৰিবলৈ খাটি, মুখত এমোকোৰা হাঁহি লৈ ভেকালি কৈ ফুৰিবলৈ ধৰিলে। ন ঘৈণীয়েকক দিনৌ কি কি ন উপায়েৰে তেওঁ সন্তুষ্ট কৰিব, তাৰ ভাৱনাচিন্তাতে তেওঁৰ সময় নিযুক্ত হ'ল।

## চতুৰ্থ আধ্যা

ভাল মানুহৰ সমাজৰ পৰা নাম কটাই, পশুপতিয়ে সিন্ধি-দিয়াসকলৰ সমাজত নাম লেখাই সিন্ধি-দিয়া ব্যৱসায় বেগেৰে চলাবলৈ ধৰিলে। আজি অমুকৰ ঘৰত সিন্ধি-দিয়া বাতৰি, কাইলৈ তমুকৰ ঘৰত সিন্ধি-দিয়া বাতৰিত নগৰ তোলপাৰ লাগিল। চোৰ কোন? চোৰৰ চৰ্দাৰ কোন? চোৰ পশুপতি। চোৰৰ চৰ্দাৰ পশুপ্তি।

মৰা আউসী। ৰাতি দুপৰ। লোকেশ্বৰ বৰুৱাৰ দুই নাকত বাজে গোটেই জগৎ নিমাত-নিতাল। এনে সময়ত বৰুৱাৰ শোৱনি ঘৰৰ বেৰত টক্-টক্-টক্ তিন্‌টা পৰিল। ক্ষন্তেকৰ পিছতে শোৱনি ঘৰৰ দুৱাৰ মুকলি হ'ল আৰু এজনী তিৰুতা মানুহ ভিতৰৰ পৰা ওলাই গৈ বাহিৰত থিয় হৈ থকা আন এটা মানুহৰ ডিঙিত সাবট মাৰি ধৰি সুধিলে, "তুমি আহিলা! বাট চাওঁতে চাওঁতে মোৰ আমনি লাগিছিল। তুমি আজি ইমান পলম কৰিলা কিয়?"

বাহিৰৰ মানুহটোৱে ক'লে, "পলম হোৱাৰ অৱশ্যে কাৰণ আছে। মই শুনিলোঁ তোমাৰ গিৰিয়েৰ হেনো নগাঁৱলৈ বদলি হৈছে; আৰু ৬/৭ দিনৰ ভিতৰতে সি তোক লৈ হেনো নগাঁৱলৈ যাব; সঁচানে?'

"সঁচা।"

নকলেও হ'ব যে ভিতৰৰ পৰা দুৱাৰ মেলি ওলাই যোৱা তিৰুতা মানুহজনী লোকেশ্বৰ বৰুৱাৰ ন ঘৈণীয়েক।

মানুহটো — "তেনেহ'লে তই মোক এৰি যাবলৈ ওলাইছ?"

বৰুৱানী — (চকুৰ লো টুকি) "মইনো কি কৰিম?'

মানুহটো — "কি কৰিবি? বুধি পোৱা নাই?"

বৰুৱানী — "মই তো বিবুধি।"

মানুহটো — "বিবুধি? মই যি কওঁ কৰিবি?"

বৰুৱানী — "কি?"

মানুহটো — "কৰিবি জানো?"

বৰুৱানী — "কৰিম।"

মানুহটো — "এইখন দাৰে গিৰিয়েকক এতিয়াই কাটি পেলা।"

বৰুৱানী — "ইস্ ৰাম! মই কেনেকৈ মানুহ কাটিম!"

মানুহটো — "কেনেকৈ কাটিবি? বুজিলো তই মোক ভাল নেপাৱ।"

বৰুৱানীয়ে এই কথা শুনি মানুহটোৰ ডিঙিত সাবটি ধৰি কান্দি ক'বলৈ ধৰিলে, "প্ৰাণেশ্বৰ! এনে নিদাৰুণ কথা কিয় কলা? মই তোমাক ভাল নেপাওঁ? হৰি হৰি! মই তেন্তে কাৰ মুখ চাই

জীয়াই আছোঁ মানুহ কাটিবলৈ মোৰ ভয় লাগে দেখিছে।"

মানুহটো — "ভয় লাগে? বাৰু কাটিব নেলাগে। তোৰ গিৰিয়েৰে ৰাতি পুৱাই পুৱাই আহোঁতেই নিতৌ উঠি সেই মূৰ-শিতানৰ কাষত থকা লোটাটোৰ পানী খায় নহয়?

বৰুৱানী — "খায়।"

মানুহটো — "তেন্তে নে এই ডোখৰ বিহ; সেই পানী লোটাত এতিয়াই পেলাই থ। কি ভাবিছ? কৰিবি নে নকৰ?"

বৰুৱানী — "বাৰু কৰিম।"

মানুহটো — "বাৰু কি? মই জানিছোঁ তই নকৰ। মই তেনেহ'লে গুচি যাওঁ।"

বৰুৱানী — "নেযাবা নেযাবা, খং নকৰিবা, মই এতিয়াই কৰিম; এতিয়াই কৰিম।"

ইয়াৰ পিছত দুয়ো বিদায় হ'ল।

## পঞ্চম আধ্যা

কাল ৰাতি পুৱাই আহিল। পুবে ফেহুজালি দিলে। কুকুৰাই ডাক দি মানুহক টোপনিৰ পৰা উঠি নিজ নিজ কামত লাগিবলৈ জগাই দিলে। লোকেশ্বৰ বৰুৱাই মোহ নিদ্ৰা পৰিহাৰ কৰি, ইষ্ট দেৱতাক সুমৰি হাত মেলি লোটাটো আনি যেই মুখত পানী ঢালিবলৈ ধৰিছে, "হে নেখাব। নেখাব।" বুলি এটা মানুহে বিজুলী-সঞ্চাৰে বৰুৱাৰ শোৱা ছালপিৰাৰ তলৰ পৰা ওলাই আহি তেওঁৰ হাতত ধৰিলে। বৰুৱাই ভয়ানক উছপ খাই থৰ্ থৰ্ কৰে কঁপিবলৈ ধৰিলে; হাতৰ লোটা সৰি মাটিত পৰিল, আৰু ঘৈণীয়েকে সৈতে একে বেলিয়েই "চোৰ ঔ" বুলি গছৰ পাত-সৰা চিয়ঁৰ লগাই দিলে। ততালিকে বৰুৱাৰ বৰঘৰ ওচৰ-চুবুৰীয়া মানুহেৰে উপচি পৰিল। চোৰ বান্ধত পৰিল আৰু টকৌপাতৰ ওপৰত বৰষুণৰ শিল পৰাদি তাৰ পিঠিত ঢকাটো ভুকুটো চৰটো গোৰটো পৰিবলৈ ধৰিলে। চকু-চাওঁতেই চাৰিওফালে এক হুলস্থূল কাণ্ড লাগি পৰিল।

এই চোৰ সকলোৱে চিনাকি। আমাৰো। নক'লেও হ'ব যে চক্ৰধৰ ফুকনৰ বংশধৰ পুতেক সেই পশুপতিয়েই এই চোৰ। 'মাৰ। মাৰ। মাৰ। সিংহৰ পোৱালি শিয়াল হ'ল। ভাল আমৰ পুলি বকৰাণিত গজিল।" অভ্যাগতসকলে মুখত এই কথা আৰু হাতত কিল-ভুকু লৈ পশুপতিক সম্ভাষণ কৰিবলৈ ধৰিলে। "ৰাইজহঁত মোক নেমাৰিবি ঐ। ৰজাৰ শৰণ। মই কি কওঁ আগেয়ে শুন।" পশুপতিৰ এই কাকুতিৰ উত্তৰত সকলোৱে, "চোৰে আকৌ কি কবি? চোৰ বুলিলেই ওৰ," এই বুলি আকৌ এজাউৰি গপ্ গপ্ কৰে কিল শোধালে। উপস্থিতসকলৰ গাৰপৰা খংৰূপী "ষ্টীম" হো হো কৰে কিছুমান ওলাই গ'লত, "বাৰু কি ক'ব খুজিছ ক" বুলি পশুপতিৰ ওপৰত ৰাইজৰ অনুমতি হ'ল।

পশুপতিয়ে ক'বলৈ ধৰিলে, "ৰাইজসকল। মই নেকেকাওঁ। চোৰৰ বিদ্যা শিকি গুৰুলাগুৰুল কিললৈ ভয় কৰিলে কি হ'ব? কিন্তু আপোনাসকলে বিচাৰ কৰি মোক কিলাওক বা ফাঁচীত দিয়ে বৰশীত দিয়ে দিয়ক। মই সকলো কথা ভাঙি কওঁ। গল ৰাতি মই বৰুৱাৰ ঘৰত চুৰ কৰিবলৈ আহি তেওঁৰ শোৱাছালপিৰাৰ তলত সোমাই আছিলোঁ; বোলো বৰুৱা-বৰুৱানীৰ টোপনি আহিলে মোৰ কাৰ্য্য সিদ্ধি কৰি গুচি যাম।"

ৰাইজ, "পাষণ্ড।"

"গিৰিহঁত গিৰিহঁতনীৰ ভালকৈ টোপনি আহিবলৈ বাট চাই আছোঁ। ৰাতি দুপৰ হ'ল গিৰিহঁতৰ টোপনি আহিল, গিৰিহঁতনীৰ অহা নাই।"

ৰাইজ, "অহাহেঁতেন হৈছিল আৰু কি। তই মূৰতে টাঙোন মাৰিলিহেঁতেন।"

"এনেতে দুৱাৰত তিনিটা টোকৰ পৰা শুনিলো। তাৰ পিছত দেখোন গিৰিহঁতনী লাহেকৈ উঠি বাহিৰলৈ গ'ল। ময়ো ছালপিৰাৰ তলৰ পৰা লাহেকৈ ওলাই হাতত-সাৰে ভৰিত-সাৰে পিছে পিছে গৈ, কি কথা কি বতৰা দুৱাৰ-চুকৰ পৰা লুকাই চাবলৈ ধৰিলোঁ। গিৰিহঁতনীয়ে এটা মানুহৰ ডিঙিত সাৱট মাৰি ধৰি তাৰ অহাত পলম হোৱাৰ কাৰণ সুধিলে। সি ক'লে, 'মোক এৰি তই তোৰ গিৰিয়েৰৰ সৈতে নগাঁৱলৈ যাব খুজিছ, এনে কথা হ'ব নোৱাৰে। যদি তই মোক ভাল পাৱ, তেন্তে তোৰ গিৰিয়েৰক আজিয়েই কাটি পেলা।' বৰুৱানীয়ে গিৰিয়েক কাটিবলৈ অমান্তি হোৱাত সি তেওঁৰ হাতত এডোখৰ বিহ দিলে, 'এই ডোখৰ বিহ তোৰ গিৰিয়েৰৰ খোৱা পানীত মিহলাই দি তাক মাৰ।' গিৰিহঁতনীয়ে সেই কাম কৰিবলৈ গাত লোৱাত সি গুছি গ'ল। মই লাহেকৈ আহি আকৌ ছালপিৰাৰ তলত সোমালো। বৰুৱানীয়ে তেতিয়াই, বৰুৱাৰ মূৰ-শিতানৰ কাষত থকা পানী লোটাত সেই বিহ ডোখৰ পেলাই দি পাটিত উঠি শুই পৰিল। মই দেখিলোঁ যে এই অসতী মহাপাপী তিৰুতাজনীয়ে এতিয়া নিজৰ গিৰিয়েকক বধ কৰে; তেহেলৈ মোৰ যি হয় হওক, মই কেতিয়াও এনে কাৰ্য্য হ'বলৈ নিদিওঁ। ইয়াকে মনত থিৰাং কৰি মই ওলাই নগৈ পুৱালৈকে সেই ছালপিৰাৰ তলতে আছিলো। আৰু ৰাতি পুৱালত বৰুৱা উঠি সেই বিহ দিয়া পানী খাবলৈ ধৰাত মই ছালপিৰাৰ তলৰ পৰা ওলাই তেওঁৰ সেই পানী খাবলৈ হাক দিছিলো। ইয়াৰ পিছত চোৰ বুলি হুৱামুৱা লাগি পৰিছে; আৰু আপোনাসকলেও মোক বান্ধি-ছাতি কিলাইছে। এই কথা হয়নে নহয় এই গিৰিহঁতনীক সোধক।"

এই বৃত্তান্ত শুনি সকলো কাঁহ-পৰি-জিন গ'ল। লোকেশ্বৰ বৰুৱাৰ চেনেহৰ ন-ঘৈণীয়েকে, চোৰে কোৱা সকলো কথা সৈ কাঢ়িলে।

## সামৰণি

সেই দিনাৰ পৰা পশুপতিৰ স্বভাব গোটেই বদলি হ'ল। গছৰ ডালত পৰি থকা এজোৰ কৰচন চৰাইৰ এটাক, ব্যাধ এটাই কাঁড়িয়াই মৰা দেখি বল্মীকৰ যেনে অতি অদ্ভুত পৰিবৰ্তন ঘটিছিল, আজিৰ এই ঘটনা দেখি পশুপতিৰ তেনে পৰিবৰ্তন ঘটিছিল। শেষ কালত পশুপতি এজন জ্ঞানী ধৰমী আৰু সৎ লোক বুলি খ্যাত হৈছিল।■

# পুত্ৰৱান পিতা

## প্ৰথম আধ্যা

কোনো কাৰ্য্য উপলক্ষে কিছু দিন আচাঙ্গোলত বসতি কৰিছিলো। আচাঙ্গোল ইষ্ট ইণ্ডিয়া ৰেল কোম্পানীয়ে কৰা এখন চহৰ। এখন সৰু গাঁৱৰ পৰা অলপ কালৰ ভিতৰতে ই এখন মুখীয়াল চহৰৰ শাৰীলৈ আহিল। ইষ্টইণ্ডিয়া ৰেল কোম্পানীয়ে এটা তিলক বেল কৰি তুলিলে বুলিব লাগে। পৃথিবীৰ ভিতৰত যি কেইটা বিখ্যাত ইঞ্জিন চেড্ আছে, আচাঙ্গোল ইঞ্জিন চেড্ তাৰ ভিতৰৰে লেখৰ এটা। এই আচাঙ্গোলৰ এদিনৰ এটি সামান্য ঘটনা, আজিৰ এই উপাখ্যানৰ বিষয়।

পুৱাৰ বেলিয়ে উদয়াচলত উঠি দশ দিকপালক সেৱা জনাই, ওৰেৰাতি উজাগৰে থাকি বৰণ সলোৱা জোনক শোৱনী ঘৰলৈ যাবলৈ কৈ, জোনৰসোণৰ ভাৰ-পাচিজোৰৰ কান্ধ-মাৰিডাল কান্ধ পাতি লৈছে মাথোন; মইও ওফোন্দাগালী গোমোঠামুখী টোপনিক শোৱাপাটিৰ নিহালিৰে সৈতে কাতিকৈ থৈ, প্ৰাতঃকৃত্যাদি সমাপন কৰি, চাহপানী আৰু ৰুটি-মাখনৰ ভাৱৰ শিকিয়া জোৰ মোৰ বাৰেওটি কালৰ সমল আলসুৱা পেটটিৰ কোমল কান্ধত লাহেকৈ দিছোঁ মাত্ৰ; এনে সময়তে ঘৰৰ আগচোতালৰ ফুলনি-বাৰীৰ দুৱাৰ মুখৰ পৰা "হিয়াঁচে যাওঁ" কেৰকেৰীয়া, মাত মোৰ কাণত পৰিল। হঠাৎ ইমান পুৱাই মোৰ দুৱাৰৰ ওপৰত উঠি-ৰজা বহি-ৰজা দুৱৰী মহাবীৰ প্ৰসাদ তেৱাৰীয়ে, ইন্দ্ৰৰ বজ্ৰক লাজ দিব পৰা কঠুৱা ডিঙিৰে কোন দুৰ্ভগীয়াক দুৱাৰ মুখৰ পৰা দূৰ হ'বলৈ হুকুম কৰিছে বুজিব নোৱাৰি মই পোনতে টভক্ মাৰিলো; আৰু মনত খেলাল, ভাগৱতত লিখা তাহানিৰ সনক-সনাতনকে আদি কৰি চাৰি সিদ্ধই, বৈকুণ্ঠ পুৰীৰে সৈতে জোৰ মাৰিব খোজা মোৰ এই এলাহ্বু-কলীয়া খাপৰীৰ বঙ্গলাত সোমাই থুলন্তৰ পুৰুষ স্বয়ং মোৰে সৈতে পুৱাতে "ঠাগুাই ঠাগুাই মুলাকাত" কৰিবলৈ আহিছে নে কি? নাইবা দাৰোৱান কুলৰ আকাশ-বন্তি মহাবীৰ প্ৰসাদে ৰাতি-পুৱাই দিনটোলৈ জয়-বিজয়ৰ মূৰ্তি ধৰিবৰ কাৰণ কি? "বেটা" ঋষিসকলৰ শাপত পৰে এতিয়া আৰু সৰহ বেলি নাই; অৱতাৰৰ ভাৰ মোৰেই মূৰত পৰিল দেখিছোঁ; নাইবা কাৰ গৰজ কোনে তাক উদ্ধাৰ কৰিবলৈ এই ভূ-ভাৰতত অৱতাৰ হ'বলৈ গাত ল'ব?

"সেৱকক যদি কৰে অপকাৰ,
ছোৱে অপযশে স্বামীক তাৰ।"

এক মুহূৰ্তৰ ভিতৰতে মোৰ মনত ইমানবিলাক ফুচুং ভাবৰ খেলিমেলি লাগিল দেখি কাগুটো কি, চাই চকু-কাণৰ খৰিয়ালকে ভাঙো বুলি লাহেকৈ "বাৰাণ্ডাৰ" আৰকাপোৰখন একতীয়াকৈ থৈ বিলাতী খুৰেৰে চিকুনুৱা নিকা মুখখন দীঘল নাকটোৰে সৈতে উলিয়াই দিলো। দেখোঁ, চাৰি সিদ্ধৰ এক সিদ্ধও নাই। তেওঁবিলাকৰ বদলি ফটা চুৰিয়া পিন্ধা এটা লুৰ্লুৰীয়া বুঢ়া বামুণ, ফুলনি বাৰীৰ মেল খাই থকা দুৱাৰেদি সোমাই তললৈ মূৰটো গুজি মোৰ ঘৰৰ ফাললৈ আহিব লাগিছে; আৰু মহাবীৰ প্ৰসাদৰ "নিকাল যাও" "নিকাল যাও" চিঞৰ, যেন বুঢ়াৰ কাণৰ বিদ্ধাৰ মুখত "প্ৰবেশ নিষেধ" লেখি আৰি দিয়া চাইন্‌বোৰ্ড দেখি এটা এটাকৈ পিচহুইঁকি পৰিছে। সি যি হওক, হুকুম উলঙ্ঘনকাৰীক বলেৰে শাসনৰ তললৈ আনিবৰ মনেৰে মহাবীৰ প্ৰসাদে, ভোবোলা ছাগলীৰ দাড়িৰ দৰে ওলোমা দীঘল দাড়ি জোকাৰি, সেই হাৰ-ছাল ওলোৱা বুঢ়াক ধৰিবলৈ শেনটো অহাদি আহিছে দেখি, মই বাহিৰলৈ ওলাই ৰ ৰকৈ তাৰ বেগত "ব্ৰেক" টানি দি ততালিকে তাক ফেঁচাৰ শাৰীলৈ "ডিগ্ৰেড" কৰি বুঢ়া বাপুক মাতি আনি মোৰ ঘৰৰ পিৰালিত বহুৱালো। বুঢ়াই ছানি পৰা ঘোলা চকুৰ পৰা ঘোলা চকু-লো টুকিবলৈ ধৰিলে। দেখি মোৰ মনত নথৈ দুখ লাগিল, মই বুঢ়াক যথাসাধ্য সান্ত্বনা দিবলৈ ধৰিলো।

বুঢ়াৰ বয়সে আশীৰ ডেওনা ডেইছে কি নাই ঠিক ক'ব নোৱাৰোঁ। মূৰত এডালিও চুলি নাই; তান্‌পুৰাৰ খোলাটো "পালিচ" কৰাদি কোনোবাই যেন মূৰটো চিক্‌মিকীয়াকৈ পালিচ কৰিহে থৈছে। দাঁত নাইকিয়া সোতোৰা পৰা মুখখন দেখিলে সহজে মনত নেখেলায় যে একালত সেই মুখ ডালিমগুটীয়া দাঁতে পোহৰাই থৈছিল। প্ৰায় পোন্ধৰ মিনিটমান বুঢ়াই কোনো কথা নকৈ কেৱল দুই চকুৰ পৰা দুধাৰ লো টুকিলে। সেই দৃশ্য দেখিলে কঠুৱা হিয়াও কৰুণৰসত দ্ৰৱ নহৈ থাকিব নোৱাৰে। কিছুমান বেলিৰ মূৰত বুঢ়াৰ শোকৰ খুন্দা কমি আহিল; ময়ো লাহে লাহে তেওঁৰ সবিশেষ বৃত্তান্তৰ আতি-গুৰি ল'বলৈ কাৰবাৰ কৰিলো। মোৰ প্ৰশ্নৰ উত্তৰত বুঢ়াই ক'বলৈ ধৰিলে, "পৰমেশ্বৰে তোমালোকৰ মঙ্গল কৰক। মোৰ দুখৰ কথা ক'বলগীয়া নহয়। এই নিদাৰুণ সংসাৰত এই দুখীয়াৰ প্ৰতি এধানমানো পুতৌ কৰোতা মানুহ আছেনে? হায়! এই এধামৰা এধাজীয়া অকামিলা বুঢ়াৰ দুখৰ কাহিনী শুনি চকুৰ পৰা এটোপা বেজাৰৰ লো পেলাবৰ মানুহ সঁচাকৈয়ে এই পৃথিৱীত আছেনে? নাই, নিশ্চয় নাই! মই ধুৰুপ বুজিছো। এই বুঢ়া বয়সত এই নিষ্ঠুৰ সংসাৰত জীয়াই থকাটোৱেই পাপ। বোপাইহঁত, তহঁতৰ সঁচাকৈয়ে ঘিণ লগা আৰু শোতাৰে সাৰি দলিয়াই পেলোৱা বুঢ়ালৈ মৰম লাগিছেনে? অসম্ভৱ অসম্ভৱ। মোৰ গাৰ তেজ মঙহ দি যাক গঢ়িলো, চৰাইয়ে পোৱালিক টোক খুৱাই পাখিৰে আবৰি ডাঙৰ দীঘল কৰাদি যিবিলাকক ডাঙৰ দীঘল কৰি খুটি খাব পৰা কৰিলো, সিহঁতৰতো মোৰ প্ৰতি এক তিলো দয়া মায়া নহ'ল।" বুঢ়াই উচুপি উচুপি কান্দিবলৈ ধৰিলে। খন্তেকৰ মূৰত কান্দোন সামৰি আকৌ ক'বলৈ লাগিল, "তেনেহ'লে বোধকৰো তুমি দয়ালু। এৰা অৱশ্যে পৃথিৱীত এতিয়াও দয়ালু মানুহ আছে। এটাইবিলাক মানুহেই যদি সিহঁতৰ নিচিনা হ'লহেঁতেন তেন্তে আই বসুমতীয়ে পাপৰ ভাৰ সহিব নোৱাৰি নিশ্চয় ৰসাতললৈ গ'লহেঁতেন। বোপাই তোমাৰ সেই বৰকান্দাজটোৱে যে মোক তোমাৰ ঘৰৰ চোতালৰপৰা গতিয়াই গতিয়াই উলিয়াই দিব

খুজিছিল, সি ঠিক কামকে কৰিছিল। তাৰ দোষ কি? সি তাৰ কৰ্তব্য কৰিছিল; কাৰণ প্ৰকৃত পক্ষে মই এটা ভিকহু মগনিয়াৰ, বাটৰ কুকুৰ নহওঁ নো কি? হায় বিধি! অম্বিকা-কালনাৰ নয়নচাঁদ মুখুৰ্য্যাৰ পুতেক কৃষ্ণচন্দ্ৰ মুখুৰ্য্যা সঁচাকৈয়ে আজি বাটৰ ভিকহু? কেলেহুৱা কুকুৰ। তাৰ নিজা ঘৰ-বাৰী খেতিপথাৰ গুটি-ধান গছী-ধানৰ ভৰাল আছিল নে বোপাই? নাই, নাই, নাছিল, নাছিল। দুৰ্কপলীয়া তাৰ কোনোকালে একো নাছিল। কিবা আছিল বুলি যদি তোমালোকে শুনিছিলা সি মিছা গোটেই মিছা উৰা বাতৰি, তাক নপতিয়াবাহঁক। আজি সঁচাকৈয়ে সি ডাল দৰিদ্ৰ, চুৰাপাতনিৰ কুকুৰ।"

হাতীমূৰীয়া মূৰত তিনহতীয়া ওখ মথুৰা পাগুৰি মাৰি, ঠিক এনে সময়তে, দাৰোৱান মহাবীৰ প্ৰসাদ তেৱাৰীয়ে গজগতি গমনেৰে এখোজ দোখোজকৈ মোৰ ফাললৈ আগবাঢ়ি আহি দীঘল চেলাম শোধাই সিংহৰ মাহীয়েক বুঢ়ী ছাগলীৰ দৰে দীঘল দাড়ি জোকাৰি "বয়ান" কৰিলে। "হুজুৰ, এইঠু পাগ্‌লা হ্যায়! ইস্কু নিকাল দেনেচে আচ্ছা।" দাৰোৱানজীৰ ইমানটো গধুৰ কথাৰ সমিধান মই খংমুৰাকৈ পাতলাই দিয়াত, ডাক জুইৰ ভাপত বেঙুৰে সৈতে বৰবেঙেনা টোটোৰা পৰাদি পাগুৰিৰে সৈতে তাৰ বৰ মুখখন টোটোৰা পৰি গ'ল। সিংহজীয়ে ভঙ্গ দি হঁহকি গ'লত, "দেউ, আপুনি এতিয়া গা পা ধুই আজিলৈ ইয়াতে খাই বই অলপ জিৰাই-সতাই লওক, মই আপোনাৰ সকলো দিহা পোহা কৰি দিওঁ" বুলি বুঢ়াক মিঠা কথাৰে আশ্বাস দি এই ঘটনাৰ প্ৰথম আধ্যাৰ ওৰ পেলালো।

## দ্বিতীয় আধ্যা

দুপৰ ব'দত লেৰেলা পৰা গছৰ পুলিয়ে পানী-দুনি আৰু ছাঁ পাই গধূলি ঠন ধৰা দি, খাই-বই বুঢ়াই অলপ ঠন ধৰিলে। মই লাহে লাহে কুহুলিয়াই কুহুলিয়াই তেওঁৰ আতি-গুৰি ল'বলৈ ধৰিলো। বুঢ়াই ক'বলৈ ধৰিলে, "ডাঙৰীয়া! মোৰ ঘৰ বৰ্দ্ধমানৰ অম্বিকা-কালনাত। মোৰ বোপাইৰ নাম নয়নচাঁদ মুখুৰ্য্যা আছিল। মোৰ নাম শ্ৰীকৃষ্ণচন্দ্ৰ মুখুৰ্য্য। বৰ্দ্ধমান ৰজাৰ কাছাৰীত মোৰ পিতাই নায়েবৰ কাম কৰিছিল। পিতাই যদিও ডাঙৰ কাম কৰিছিল, তথাপি ধন সম্পত্তি ৰূপবান বিশেষ তেওঁ একো ৰাখি যাব নোৱাৰিলে। পিতাৰ মৃত্যুৰ পিছত মই ৰাণীগঞ্জ কয়লাৰ কুঠিত চল্লিশ টকা দৰমহাত চাকৰি কৰিছিলো। মোৰ গৰাকীজন পৰম কৃপালু লোক আছিল। তেওঁ আমোলাবিলাকক বাপেকে পুতেকক চেনেহ কৰাদি কৰিছিল। বিধাতাৰ ইচ্ছাত সকলোকে অনাথ কৰি আমাৰ অন্নদাতা যি দিনা অকালতে কালৰ গৰাহত পৰিল, হায়! সেইদিনাই মোৰ দুৰ্দশাৰ সূত্ৰপাত হয়। কাৰণ, তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ কয়লাৰ কুঠিত নানা গোলমাল ঘটিবলৈ ধৰিলে আৰু শেহত কুঠি আন গৰাকীৰ হাতলৈ যোৱাত পুৰণি আমোলাবিলাকৰ ভিতৰত ভালেমানৰ চাকৰি গ'ল। সেই চাকৰি যোৱাবিলাকৰ ভিতৰত ময়ো এজন। চাকৰি কৰি যি অলপ অচৰপ ধন সাঁচিছিলো, তাৰেই ঘৰলৈ গৈ মাটি-বাৰী কিনি, খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰিবলৈ ধৰিলো। বৰ পৰিশ্ৰমৰ ফলত মোৰ অৱস্থা ক্ৰমে ভাল হ'বলৈ ধৰিলে। কালক্ৰমত মোৰ এটা ভাল্ পকিঘৰ, এটা ডাঙৰ পুখুৰী, এগোহালি গৰু আৰু তিনিটা ধানৰ ভৰাল হ'ল। দুটি ল'ৰা, এজনী ছোৱালী আৰু সহধৰ্মিনীৰে সৈতে সুখেৰে

গাঁৱৰ ভিতৰত এঘৰ মুখীয়াল মানুহ হৈ কাল কটাবলৈ ধৰিলোঁ। আমাৰ গাৱঁতে এটা ল'ৰাৰে সৈতে মোৰ ছোৱালীজনী বিয়া দি, পো দুটাক লিখা-পঢ়া শিকাই ডাঙৰ দীঘল কৰি বিয়া বাৰু দি দুজনী বোৱাৰী ঘৰলৈ আনিলোঁ। এনেতে মোৰ পৰিবাৰ মৰে। মোৰ দুৰ্দশাৰ দ্বিতীয় অধ্যায় আৰম্ভ এইখিনিতে। বুঢ়াকালত তিৰোতা মৰি যোৱা বৰ কষ্টকৰ। স্ত্ৰী শোকত কাঁতৰ হৈ মোৰ মনত বৈৰাগ্য উপজিল। সহধৰ্মিনী বিহীন দুখৰ জীৱনৰ শেহভাগ পবিত্ৰধাম বাৰানসীত কটাবলৈ মনত সঙ্কল্প কৰি, মৰমৰ পো দুটাক মাতি আনি মনৰ কথা ভাঙি কৈ মোৰ ধন সম্পত্তি যি আছিল সোপাকে সিহঁতক লেখা পঢ়া কৰি দি লেঠা ছিঙি জৰ্জৰীয়া হ'লো। কাশীলৈ যাবলৈ উদ্যোগ কৰিছোঁ, এনেতে টান নৰিয়াত পৰি শয্যাশায়ী হলো। কিছুদিনৰ পিছত নৰিয়া ভাল হ'ল, কিন্তু মোৰ মনৰ পৰা কাশীলৈ যোৱাৰ সঙ্কল্প অলপ অলপকৈ কুমলি যাবলৈ ধৰিলে। দিনক দিনে পো দুটিৰ মায়াই মোক টানকৈ বান্ধি আনিবলৈ ধৰিলে। আৰু মোৰ কাশীলৈ যাবৰ চিন্তা তল পৰি আহিল। নৰিয়াৰ সময়ত মোৰ ছোৱালীজনীয়ে মোক নথৈ সেৱা-শুশ্ৰূষা কৰিছিল। তাইৰ যত্নতেই মই শীঘ্ৰে আৰোগ্য হৈ উঠিলো বুলিব লাগে। তাইৰ মৰমে মোক অনেক পৰিমাণে স্ত্ৰী-শোক পাহৰাই ৰাখিছিল। কিন্তু হায়! ঈশ্বৰে যাক দণ্ডিব খোজে তাৰ সুখ শান্তি কেনেকৈ হ'ব? মোৰ তিৰোতাৰ মৃত্যুৰ ঠিক পাঁচ মাহৰ পিছত মোৰ ছোৱালীজনী আই ওলাই ঢুকাল। মোৰ দুৰ্দশাৰ তৃতীয় আধ্যাৰ আৰম্ভ এইখিনিতেই।" এই বুলিয়েই বুঢ়াৰ কণ্ঠৰোধ হ'ল, ল'ৰাৰ নিচিনাকৈ উচুপি উচুপি কান্দিবলৈ ধৰিলে।

## তৃতীয় আধ্যা

"কোৱা বাহুল্য, যে অতিৰিক্ত অপত্যস্নেহেই মোৰ ধ্বংসৰ মূল। পোনতে প্ৰবল স্ত্ৰী-শোকত পুৰি-ডেই সকলোবিলাক পৰিত্যাগ কৰি কাশীবাসী হম বুলি ভাবিছিলো; কিন্তু শোকৰ বল কমাৰ লগে লগে সন্তানৰ প্ৰতি মায়া বাঢ়ি আহিবলৈ ধৰিলে। পোইঁতে চকুৰ পানীৰে চল্‌চলীয়া হৈ ক'লে, পিতাদেউ, আমাক এৰি তুমি ক'লৈ যাবা? তুমি এৰি গ'লে, আমি কাৰ মুখ চাই থাকিম? আয়ে এৰি গ'ল, তুমিও যদি আমাক এৰি যোৱা আমি অনাথ হমহঁক। আই মৰি গ'ল আমি আছোঁ, তোমাৰ দুজনী বোৱাৰী আছে। আমি প্ৰাণপণে তোমাৰ সেৱা-শুশ্ৰূষা কৰি, তোমাক সুখে সন্তোষে ৰাখিবলৈ যতন কৰিমহঁক; তুমি নিশ্চিন্ত হৈ হৰিনাম গাবা, গোসাঁই পূজা কৰিবা, খাবা দাবা আৰু থাকিবা। সিহঁতৰ এই প্ৰবল যুক্তিত আগৰ পৰা গুৰি উভতি থকা মোৰ সঙ্কল্প শিপাই সৈতে কাতি হৈ পৰিল। হায়! তেতিয়া এবাৰো মোৰ মনত নেখেলালে যে অমৃতত বিহ আছে; ফুলৰ ভিতৰত বিষাক্ত পোক আছে। দহ দিন গ'ল, পোন্ধৰ দিন গ'ল, এমাহত পৰিল, মোৰ সুখৰ সপোন ভাঙ্গি আহিবলৈ ধৰিল। অমৃতত বিহৰ গোন্ধ পালো, ফুলৰ ভিতৰত লুকাই থকা পোক লাহে লাহে মোৰ চকুত পৰি আহিল। দিনে দিনে মই স্পষ্ট দেখি আহিবলৈ ধৰিলো যে মোৰ মৰমৰ পোইঁতৰ মৰম-চেনেহ এফেৰা এফেৰাকৈ জোখত কমি আহিবলৈ ধৰিছে। দিনে দিনে মোৰ চকুৰ আগত পৰিবলৈ ধৰিলে যে মোৰ ঘৰ-বাৰী, ধন-সম্পত্তিৰ ওপৰত মোৰ একো কথা নচলে। সেই সম্পৰ্কে যদি মই কদা-কাচিৎ পোইঁতক সৎপৰামৰ্শ দিবলৈ ওলাওঁ, সিহঁতে তাক উপলুঙা কৰি উৰাই দি মোলৈ এনে ভাবে চায় যেন

সেইবোৰ কথা মোৰ পক্ষে অনধিকাৰ চৰ্চাহে। পোনতে এনেবোৰ দেখি মোৰ মনত বৰ বেজাৰ লাগিছিল যদিও, মনত এই বুলি প্ৰবোধ দিছিলো যে সিহঁত ল'ৰা মানুহ, কিজানি বুজিব নোৱাৰি হে মোৰ সৈতে এনে অশোভন ব্যৱহাৰ কৰিছে। একো একোবাৰ সেই বাবে খঙো কৰিছিলো। কিন্তু পিছে গৈ পোহঁতে লাজৰ ঢাকনি গুচাই দেখা দেখিকৈ অভদ্ৰ আৰু অস্বাভাবিক ব্যৱহাৰ কৰিবলৈ ধৰাত মোৰ ভ্ৰম দূৰ হ'ল। তেতিয়াহে বুজিব পাৰিলো মই বুঢ়াই কি মূৰ্খামিকে কৰিলো।

লাহে লাহে মোৰ পূজা, খোৱা, পিন্ধা ইত্যাদি আৱশ্যকীয় বিষয়বিলাকতো মোৰ পো আৰু বোৱাৰীহঁতৰ অৱজ্ঞাৰ ভাব ফুটি ওলাবলৈ ধৰিলে। ক্ৰমশঃ অৱজ্ঞা আহি অপমান আৰু লঘু-লাঞ্ছনাত পৰিল। সৰু বোৱাৰীয়ে নিতৌ মোৰ পূজাৰ নৈবেদ্য ফুল তুলসী আদি যতনাই দি আহিছিল; কালি পুৱা গা ধুই পূজা কৰিবলৈ গৈ গোসাঁই ঘৰ সোমাই দেখিলো যে পূজাৰ আয়োজন একো নাই। ভাবিলো কিজানি আজি বোৱাৰীয়ে পাহৰিলেই। ভালেখিনি বেলি বোৱাৰীহঁতক মাতি মাতি ভাগৰিলো, কোনেও একো সমিধান নিদিলে। এনেতে দেখোন সৰু বোৱাৰী আহি মোৰ গাৰ ফালে কোষা অৰ্ঘা ফুল তুলসীবিলাক ছাটি মাৰি পেলাই দি গুচি গ'ল। কাৰণ সুধিলত তাই আকৌ মোকেই উৰাই ঘূৰাই গালি পাৰিলে। বৰ বোৱাৰীয়েও জাকৰ ফলীয়া হৈ মোক অপমান কৰিবলৈ সংকোচ নকৰিলে। পোহঁত কৰবালৈ গৈছিল, উভটি আহি ঘৈণীয়েকহঁতৰ চকুৰ পানীৰে দিয়া গোচৰ শুনি ঘৃতাহুতি হৈ মোক অবাচ্য ভাষাৰে গালি পাৰি ঘৰৰ পৰা ওলাই যাবলৈ ক'লে। দুখ অপমানত ম্ৰিয়মান হৈ, যিবিলাকক নিজৰ বুলি ইমান দিন বুকুত বান্ধি আছিলো, সেইবিলাকক জলাঞ্জলি দি কান্ধত এইখন গামোচা আৰু হাতত এইডাল লাখুটি লৈ, লাহে লাহে মেমাৰি ষ্টেচলৈ আহি এজন ভদ্ৰলোকৰ পৰা আচান্সোললৈকে ৰেলৰ কেৰেয়া ফেৰা মাগি লৈ, এই পুৱাৰ গাড়ীত আহি ওলাইছোঁহি। ইয়াৰ পৰা খুজি মাগি কোনোমতে পৱিত্ৰ কাশীধামলৈ গৈ এই কলুষিত শৰীৰ বিসৰ্জন দিব পাৰিলে, মোৰ জীৱনৰ শেহ আশা পূৰ হয়। ষ্টেচনতে এজন ভাল মানুহৰ মুখে আপোনাৰ বাতৰি পাই, ইয়াৰ পৰা কাশীলৈ যাবলৈ খৰচৰ নিমিত্তে পাইটো-পয়চাটো মাগিবলৈ আহিছিলো। যাক মই ইহকালৰ সাৰ বস্তু বুলি ভাবি বুকুত বান্ধি আছিলো সেই পোহঁতেই যেতিয়া মোক কেলেহুৱা কুকুৰৰ নিচিনাকৈ খেদি দিলে, আৰু এনে দুষ্ট সংসাৰত মোৰ জীয়াই থকাৰ সকাম কি?"

এই বুলি·বুঢ়াই মূচ্‌ৰ্চ্ছ্ গৈ মাটিত বাগৰি পৰিল। মূৰত তেল-পানী আৰু বিচনীৰ বা দিয়াত অলপ বেলিৰ মূৰত তেওঁৰ চেতনা আহিল। বুঢ়া ভালেমান সুস্থ হ'ল। কিন্তু সেই নিশাই তেওঁৰ ঘু-ঘুয়া জ্বৰ হৈ পিচদিনা সাত বজাৰ সময়ত সেই পুত্ৰৱান পিতাই এই নিষ্ঠুৰ পৃথিৱীৰ সকলো দুখ-যন্ত্ৰণা ভৰিৰে ঠেলি পেলাই জগৎপিতাৰ আনন্দ কোলালৈ গুচি গ'ল। আমি তেওঁৰ শৱটিৰ সৎকাৰাদি যথা নিয়মে সমাধা কৰিলো। ■

# জয়ন্তী

## প্ৰথম আধ্যা

জয়ন্তী ডাঙৰ মানুহৰ জীয়াৰী, ডাঙৰ মানুহৰ ঘৈণী; সৰুতে বাপেকৰ ঘৰত সুখত উঠা, আৰু ডাঙৰত গিৰিয়েকৰ ঘৰত সৌভাগ্যৰ কোলাত লালিতা। দৈন্য-দৈত্যৰ তাড়নাত শাৰীৰিক কিম্বা মানসিক কষ্ট বাপেকৰ ঘৰত কি শহুৰৰ ঘৰত তেওঁ অনুভৱ কৰা নাছিল। কিন্তু সেই বুলি আন আন ডাঙৰ মানুহৰ জীয়াৰী বোৱাৰীৰ নিচিনাকৈ আলাসৰ লাডুটিৰ দৰে নিষ্কৰ্মা হৈ সাজ-পাৰ, মেল-দোৱান আৰু আহাৰ-নিদ্ৰাদিতে মাথোন কাল কটাই ৰংপুৰৰ এই সম্ভ্ৰান্ত ধনী বামুনৰ জীয়াৰী ডাঙৰ দীঘল হোৱা নাছিল। বাপেকৰ ঘৰতে গুণৱতী মাকৰ যতন আৰু শিকনিত ভৱিষ্যৎ ঘৰুৱা জীৱনৰ প্ৰায় সকলো আৱশ্যকীয় কামত জয়ন্তী সুশিক্ষিতা হৈ উঠিছিল। আসামৰ ভাল মানুহৰ ঘৰৰ জীয়ৰীয়ে যিবিলাক বিদ্যাত পাৰ্গতালি লাভ কৰা উচিত, জয়ন্তী আইদেউৰ সেইবিলাক একো বাকী নাছিল। "টিক বলধা ওলাই মাটি, মাক ভালে জীয়েক জাতি", জ্ঞানী ডাকৰ এই বচনটিয়ে জয়ন্তীত সাৰ্থকতা লাভ কৰিছিল। তেওঁ গুণৱতী, শিপিনী মাকৰ আৰ্হিত গঢ় লৈ আপোন গুণেৰে ৰংপুৰ নগৰ পোহৰ কৰিছিল। কোনোবাই যদি সোধে, ৰংপুৰৰ ভিতৰত ভাল কাপোৰ বয় কোনে? উত্তৰ দিব লাগিব, জয়ন্তী আইদেৱে। ভাল পাৰি দিয়া কাপোৰ কাৰ তাঁতৰ পৰা ওলায়? ক'ব লাগিব জয়ন্তীৰ। বিয়াই সবাহে সুললিত মাতেৰে সকলোতকৈ সুৱলাকৈ কোনে নাম দিব পাৰে? জয়ন্তীয়ে। দশম, কীৰ্তন, ঘোষা, ৰত্নাৱলী প্ৰভৃতি পুথিবিলাকৰ কথা, ৰংপুৰৰ ভিতৰত কোন ছোৱালীৰ জিভাৰ আগত? শুনিবা জয়ন্তীৰ। গা ধুই মূৰ আচুৰি, কপালত সেন্দুৰৰ ফোট, কাণত কেৰু, ডিঙিত মণি, হাতত খাৰু আৰু বগা পাটৰ ৰিহা-মেখেলা পিন্ধি হাত জোৰকৈ বাল সূৰ্য্যৰ সেই বৰণীয় কান্তি ধ্যান কৰিবৰ সময়ত বশিষ্ঠজায়া অৰুন্ধতীৰ নিচিনা সুন্দৰী দেখুৱায় কাক? স্বীকাৰ কৰিব লাগিব, ৰমানাথ বৰুৱাৰ যোল বছৰীয়া সহধৰ্মিনী শ্ৰীমতী জয়ন্তী দেৱীক। সঁচাসঁচিকৈয়ে ৰমানাথ বৰুৱাৰ পত্নী শ্ৰীমতী জয়ন্তী দেৱী পুৰণি আসামৰ ৰাজধানী ৰংপুৰ নগৰৰ মাজত সাবিত্ৰীৰ নিচিনা সতী, কমলাৰ নিচিনা সুন্দৰী, শচীৰ দৰে সৌভাগ্যৱতী বুলি ৰাষ্ট্ৰ আছিল।

## দ্বিতীয় আধ্যা

আজি প্ৰায় এক শতিকা হ'বলগীয়া হ'ল, অসম দেশ মানৰ দ্বাৰাই তিনিবাৰ আক্ৰান্ত হয়। তৃতীয়বাৰৰ আক্ৰমণ অতি ভীষণ। এইবাৰ অসম দেশে ব্ৰহ্মৰজাৰ সৈন্যৰ দ্বাৰা অধিকৃত

হে স্বাধীনতা-ফুলৰ মালা ডিঙিৰ পৰা দলিয়াই পেলাই পৰাধীনতা-লোৰ শিকলি ভৰিত পিন্ধে। মানৰ গোৰোহনিয়ে স্বাধীন অসমৰ ওখ মূৰ দোৱাঁয়। আহোম ৰজাৰ গৌৰৱ-ৰবি চিৰকাললৈ অস্ত যায়। ছশ বছৰ অকণ্টক ৰাজ্য ভোগৰ পিছত সৌমাৰ-বিজেতা আহোম ৰজা চুকাফাৰ বংশধৰসকল বাটৰ মগনিয়াৰ হ'ল। ১৭৪২ শকৰ ২ চ'তৰ পৰা ১৭৪৭ শকৰ ২১ মাঘলৈকে নৃশংস ব্ৰহ্মবাসীহঁতৰ অত্যাচাৰ নিষ্ঠুৰতা হত্যা আৰু লুটপাত আদিৰে অসম লালকাল আৰু জুৰুলা হয়। শেহত, বৃটিছ-সূৰ্য্যৰ উদয়ত, দুৰ্ভগীয়া অসমৰ পৰা তিনি বছৰ দহ মাহ ঊনৈশ দিন ব্যাপী এই ঘোৰ এন্ধাৰ ৰাতিৰ ওৰ পৰে। এই সময় অসমৰ অৱস্থা বৰ্ণনা কৰিবলৈ কাপ অক্ষম। শিক্ষা, কৃষি, বাণিজ্য, শিল্প, সুখ, শান্তি পাপাত্মবিলাকৰ দৌৰাত্ম্যত দেশৰ পৰা একেবাৰেই অন্তৰ্হিত হৈছিল। ইহঁতৰ অত্যাচাৰত প্ৰায় তিনিভাগৰ এভাগ প্ৰজা অসমৰ পৰা নাইকিয়া হৈছিল। স্বামীৰ পৰা তিৰোতাক, বাপেকৰ পৰা পুতেকক, কোলাৰ কেচুৱাৰ পৰা মাকক, এই দুৰাচাৰহঁতে চিৰজন্মলৈ আঁতৰ কৰিছিল। শই শই গাওঁ দেৱালয় আদি অগ্নিত আহুতি দিয়া হৈছিল; হেজাৰ হেজাৰ সতী সাধ্বীয়ে দুৰাত্মহঁতৰ ভীষণ কবলত সতীত্ব ৰত্ন বিসৰ্জ্জন দিবলগীয়াত পৰিছিল। প্ৰকৃতিৰ কাম্য-কানন অসম মহাতপা বশিষ্ঠ গালব গোকৰ্ণকে আদি কৰি যোগী তপস্বী ঋষি মুণিসকল, পবিত্ৰ আশ্ৰম নীলাচল, অশ্বক্ৰান্ত, মণিকৰ্ণেশ্বৰ, উমানন্দ, শুক্ৰেশ্বৰ, হয়গ্ৰীৱমাধৱ, বিশ্বনাথ প্ৰভৃতি হিন্দু দেৱতাসকলৰ পীঠস্থান তীৰ্থস্থান অসম শ্মশানত পৰিণত হৈছিল। ঠিক এই সময়ৰ এদিনৰ এটি ঘটনা লৈ আজি আমি আমাৰ আখ্যান আৰম্ভ কৰিলো।

## তৃতীয় আধ্যা

দেশৰ এনে অৱস্থা। ধন-প্ৰাণৰ এনেকুৱা অস্থিৰতা। ৰজা চন্দ্ৰকান্ত সিংহ মানৰ ভয়ত কাপুৰুষৰ দৰে ৰাজ সিংহাসন আৰু ৰাজধানী এৰি পলৰীয়া। গতিকে মানৰ সেনাপতি মিঙ্গি মাহা তিলুৱাই ৰাজ ছত্ৰ-দণ্ড বুটলি পোৱাদি পাই তুলি ল'লে। উদণ্ড মানৰ অত্যাচাৰ, লুটনি, হত্যা, কুৰ্চ্চিত ব্যৱহাৰ আৰু নৃশংসতাত দুৰ্ভগীয়া অসমৰ টলবলনি লাগি পৰিল।

ৰমানাথ বৰুৱাই কি কৰিব ক'লৈ যাব একোকে ভাবি থিৰ কৰিব পৰা নাই। তেওঁৰ বন্ধু-বান্ধব লগুৱা লিক্‌চৌৰ ভালেখিনিয়ে প্ৰাণৰ ভয়ত দেশ এৰি পলাল, অথবা অসমৰ অগাধ অৰণ্যত হিংসুক বনৰীয়া জন্তুৰ প্ৰতিবেশিত্ব স্বীকাৰ কৰিলে। ৰমানাথে দেখিলে, যে প্ৰাণ, মান, ধন, জন লৈ আৰু জন্মভূতিম বাস কৰা অসম্ভৱ হৈ উঠিল। তেওঁ এই অৱস্থাত সোনকালে বঙ্গ দেশৰ ফাললৈ সস্ত্ৰীক পলোৱাৰ বাহিৰে আন একো উপায় দেখিবলৈ নেপাই এক সপ্তাহৰ ভিতৰতে জন্মভূমিৰ ওচৰত কৰযোৰ কৰি বিদায় মাগি ভটীয়াই যাবলৈ কৃতসঙ্কল্প হ'ল।

ইয়াৰ ভিতৰতে এদিন ঠিক দুপৰ বেলিকা ৰমানাথ বৰুৱাই আহাৰাদি কৰি চালপিৰাৰ ওপৰত শুই বিশ্ৰাম কৰিছে, চকুত অলপ তন্দ্ৰা আহিছে মাথোন; আৰু জয়ন্তী দেৱীয়ে গৃহকাৰ্য্য সমাপন কৰি ওচৰতে বহি বিচনী এখন লৈ স্বামীক বিচিব লাগিছে। এনে সময়তে তেওঁলোকে বাহিৰৰ দুৱাৰত ধুপ্ ধুপ্ কৈ কোব পৰা শুনিবলৈ পালে। কি হৈছে, কিহৰ শব্দ বুলি সুধি নাম কাঢ়ি মাতি মাতিও কোনো লগুৱা লিগিৰীৰ উত্তৰ নেপাই জয়ন্তীয়ে নিজে উঠি গৈ দেখিলে যে তিনিটা অস্ত্ৰধাৰী মানে টোকোনেৰে কুৰিয়াই ঘৰৰ দুৱাৰখন ভাঙি দোডোখৰ কৰিছে। এই

কাণ্ড দেখিয়েই জয়ন্তীৰ মুখ কেহেঁবাজ-বটা যেন বিবৰ্ণ হ'ল, ভয়ত তেওঁ থৰ্ থৰ্ কৰে কঁপিবলৈ ধৰিলে। ঘৰৰ লগুৱা লিগিৰীহঁত ইয়াৰ আগেয়ে ঘৰ এৰি মুহূৰ্তকতে ক'লৈ পলাই গ'ল ঠিক নাই। চকুৰ পচাৰতে মানহঁতে ঘৰৰ ভিতৰ সোমাই জয়ন্তী আৰু ৰমানাথক জৰিৰে কট্‌কটীয়াকৈ বান্ধি ঘৰ লুটিবলৈ ধৰিলে।

দেশৰ এনে হুলস্থূল অবস্থা দেখি ইয়াৰ দিন চেৰেকৰ আগেয়েই ৰমানাথ বৰুৱাই তেওঁৰ ৰূপ-বান অলঙ্কাৰ-পাতি আৰু মূল্যবান বয়-বস্তুবিলাক গুৱাহাটীলৈ তেওঁৰ ভায়েকৰ ঘৰলৈ পঠিয়াই দিছিল। গতিকে মান ডকাইতহঁতে বিশেষ মূল্যবান একো লুটিবলৈ নেপালে। আশাত নিৰাশ হৈ মানহঁতৰ খং জুই জ্বলাদি জ্বলি উঠিল, দাঁতে কড়মড় কৰিবলৈ ধৰিলে, চকুৰ পৰা জুইৰ আগুনি ওলাল। প্ৰথমটো মানে দ্বিতীয়টোলৈ চাই ক'লে, "ইহঁত বৰ টেঙৰ মানুহ; ৰূপবান অলঙ্কাৰপাতি সোপাকে আগৰ পৰাই কৰবাত লুকাই থৈছে।" দ্বিতীয়েটোৱে প্ৰথমটোৰ কথাৰ কোনো সমিধান নিদি ৰমানাথ বৰুৱাৰ পিঠিত চমটাৰে সাৰৌপ সাৰৌপকৈ তিনিকোব মাৰি গুজৰি সুধিলে, "ধন-বস্তুবিলাক ক'ত লুকাই থৈছ এতিয়াই দেখুৱাই দে, নাইবা তহঁতক এই ঘৰৰ ভিতৰতে জুই দি পুৰি মাৰিম।" চমটাৰ কোবত ৰমানাথ বৰুৱাৰ পিঠিৰ পৰা ঝৰ্ঝৰ্কৈ তেজ পৰিবলৈ ধৰিলে। স্বামীৰ এনে অবস্থা দেখি কান্দি কান্দি জয়ন্তীয়ে যোৰহাতকৈ কাতৰ কণ্ঠেৰে ডকাইতহঁতক ক'লে, "তোমালোক এই দুখুনীৰ প্ৰতি দয়া কৰা, মোৰ দেউতাহঁত, মোৰ স্বামীক আৰু নেমাৰিবা। মই ঈশ্বৰক সাক্ষী কৰি কৈছো, আমাৰ হাতত এতিয়া একো নাই। সত্যে সত্যে তিনি সইত খাই কৈছো, ৰূপ-বান অলঙ্কাৰপাতি বয়-বস্তু যি আছিল, আমি ইয়াৰ পৰা গুচি যাম বুলি দিন চেৰেক আগেয়েই আমাৰ গুৱাহাটীৰ মিতিৰ-কুটুমৰ ঘৰলৈ পঠিয়াই দিলো। এতিয়া তোমালোকে আমাৰ দুয়োকো ছোৱা-ছোৱাকৈ কাটিলেও একো পাবৰ উপায় নাই। সেইদেখি মোৰ দেউতাহঁত আমাক মিছাতে মাৰি-কাটি আৰু যন্ত্ৰণা নিদি ঘৰত যি আছে তাকে লৈ তোমালোক যোৱাহঁক। তোমালোকৰ ভৰিত ধৰি কাবৌ কৈ মাতিছো মোৰ স্বামীক আৰু নেমাৰিবাহঁক। মোৰ ডিঙিত এইধাৰ মণি হাতত আৰু এইযোৰ খাৰু আছে, ইয়াকে মই সোলোকাই দিছো, তোমালোকে তেওঁক এৰি দিয়া।" এই বুলি ডিঙিৰ মণিধাৰ আৰু হাতৰ খাৰুজোৰ সোলোকাই জয়ন্তীয়ে মানহঁতক দি কাকুতি কৰিবলৈ ধৰিলে। জয়ন্তীৰ কথা শুনি মান তিনটাই একে বেলিয়েই খল্ খল্ কৰে হাঁহি ক'লে, "তহঁতে আমাক কেচুৱা ল'ৰা বুলি ভাবিছ নেকি যে এইবিলাক মিছা কথা আমি বিশ্বাস কৰিম? ক'ত কি লুকাই থৈছ বেগতে ক, নাইবা পোনতে এই চমটাৰে কোবাই তহঁতৰ পিঠিৰ ছাল ছিঙিম, তাৰ পিছত জুই জ্বলাই দুইকো এই ঘৰৰ ভিতৰতে পুৰি ছাই কৰি গুচি যাম।"

দুখুনী জয়ন্তীৰ কাকুতি মিনতিলৈ আওকাণ কৰি পামৰহঁতে ৰমানাথ বৰুৱাক কোবাই কিলাই যেনে যন্ত্ৰণা দিব ধৰিলে তাক বৰ্ণনা কৰিবলৈ এই কাপ অক্ষম। শেহত মানহঁতে যেতিয়া দেখিলে যে ইমান মৰিয়াই কিলাই জীয়াতু দিও ধন-বস্তু একোকে তেওঁলোকৰ পৰা পোৱা নগ'ল, তেতিয়া প্ৰথম মানটোৱে লগৰীয়া দুটাৰ মুখলৈ চাই ক'লে, " আহ, ইহঁত দুটাকেই লৈ যাওঁহক, মটাটো বেছ শকত আৱত আছে, আমাৰ বয়-বস্তুবিলাক ইয়াৰ পিঠিত তুলি দি লৈ যাওঁহক, তাৰ পিছত লাঠুৱাক কাটি পেলাম। আৰু এই তিৰোতা মানুহজনী দেখিবলৈ শুৱনী

আছে, আমাৰ মলুকলৈ এইক লৈ গৈ আমাৰ ৰজাক ভেটী দিমহঁক; এনে ৰূপহী তিৰোতা ৰজাই পালে আমাৰ ওপৰত খুব সন্তুষ্ট হ'ব।" দ্বিতীয়টোৱে প্ৰথমটোৰ কথাত অমত প্ৰকাশ কৰি ক'লে, "দেখ ককাই, তোৰ আজিকালি এটা ৰোগ হৈছে; যিহকে হওক এটা ভাল বস্তু পালেই আগেয়েই তই কৈ পেলা যে এইটো আমাৰ দেশলৈ গৈ ৰজাক দিম। কিয়, ৰজাক দিম কিয়? মই কওঁ এই ৰূপহী তিৰোতাজনী মোৰ, মই কাকো নিদিওঁ। তহঁতে ৰূপ-বান, বয়-বস্তু যি মন যায় লহঁক, কিন্তু মোৰ ভাগত এই।" কথাষাৰ শুনা মাত্ৰকেই তৃতীয়টোৱে গৰ্জ্জি উঠিল ক'লে, "কাৰ? তোৰ? কেতিয়াও হ'ব নোৱাৰে। বাৰু! মই দেখিম, কোনে মোৰ হাতৰ পৰা এইক নিয়ে? এই মোৰ।" দুইৰো ভিতৰত এইদৰে পৌৰাণিক সুন্দ-উপসুন্দীয়া দন্দ লাগিবৰ দেখি প্ৰথমটোৱে "এই কথাৰ মীমাংসা পিছত কৰা যাব" বুলি দুইকো বুজাই সান্ত্বনা কৰিলে। ইয়াৰ পিছত সস্ত্ৰীক ৰমানাথ বৰুৱাক, লুটি-পুটি পোৱা বস্তুৰে সৈতে বান্ধি মানহঁতে লৈ যাবলৈ ধৰিলে। জয়ন্তীয়েও বিপদহাৰী মধুসূদনক কাতৰ কণ্ঠে মাতি স্বামীৰে সৈতে চকুৰ লো টুকি যাবলৈ ধৰিলে।

## চতুৰ্থ আধ্যা

বাটত যাওঁতে আত্মসংযমত অভ্যস্তা জয়ন্তীয়ে মনে মনে হঠাৎ এটা উপায় স্থিৰ কৰি খং আৰু বেজাৰৰ ভাও পৰিত্যাগ কৰি মানহঁতৰ ফালে চাই মৃদু মধুৰ মাতেৰে ক'লে, "দেখ, ভায়া। তহঁতে যেতিয়া আমাক ধৰি লৈ গৈছ, আৰু ধন-বস্তু ৰাখিবৰ মিছা চেষ্টা কৰি কি ফল? আমিয়েই যেতিয়া গাওঁ-ভূঁই দেশ এৰি যাবলগীয়াত পৰিলো আৰু আমাৰ ৰূপ-বান ধন-সম্পত্তি কোনে খাব? মোৰ কপালত গোসাঁয়ে যি লিখিছে সেয়েই হ'ব. কিন্তু যদি তহঁতে মোৰ স্বামীক নাকাটি এৰি দিবলৈ মান্তি হৱ তেন্তে আমাক ওভতাই আমাৰ ঘৰলৈ লৈ ব'ল; ক'ত আমাৰ পেৰাই পেৰাই সোণ-ৰূপ অলঙ্কাৰ পাতি পুতি লুকাই থৈছোহঁক, তহঁতক দেখুৱাই দিওঁগে।" জয়ন্তীৰ অলৌকিক ৰূপলাৱণ্যই ইতিপূৰ্ব্বেই ডকাইতহঁতক আংশিকৰূপে জয় কৰি ৰাখিছিল; এতিয়া তেওঁৰ এই সুমধুৰ বচনে আৰু বিপুল অৰ্থপ্ৰাপ্তিৰ লোভে সিহঁতক সম্পূৰ্ণৰূপে পৰাজয় কৰিলে। সিহঁতে উলাহেৰে আকৌ উভতি আহি ৰমানাথৰ ঘৰৰ ওচৰ চাপিল। জয়ন্তীয়ে ঘৰৰ আগচোতালৰ কাষতে থকা এজোপা কাঞ্চন ফুলৰ গছ দেখুৱাই ক'লে, "এইখিনিতে চাৰি হাত মাটিৰ তলত আমি আমাৰ ৰূপ-বানৰ পেৰাবিলাক পুতি থৈছোঁ।" এই কথা কাণত পৰা মাত্ৰকে মানহঁতে কাঞ্চন গছত ৰমানাথক ভালকৈ বান্ধি ৰং মনেৰে কোৰ লৈ সেই দেখুৱাই দিয়া ঠাই ডোখৰ খান্দিবলৈ লাগিল। এইখিনিতে কোৱা যাওক যে ডকাইতহঁতে জয়ন্তীক অবলা তিৰোতা মানুহ, ক'লৈ পলাব বুলি সৰহ পৰ বান্ধি ৰাখিবৰ আৱশ্যক যেন নেভাবি মুকলিকৈ থৈছিল। সিহঁতে আৰু ভাবিছিল, যদি তেওঁ পলাব খোজেও ততালিকে এজনী তিৰোতা মানুহক ধৰি পেলাবলৈ সৰহ কথা নেলাগে।

প্ৰায় আদঘণ্টামান বেলি তিনিউটা মানে ওপৰা-ওপৰিকৈ চাৰি হাত মান দকৈ গাঁত খানিলে; কিন্তু ৰূপ-বানৰ কিম্বা আন বয়-বস্তুৰ একো চিন পোৱা নগ'ল। প্ৰথম ডকাইতে জয়ন্তীৰ মুখলৈ চাই ক'লে, "চা চোন, ঐ মানুহজনী। তই আমাৰে সৈতে ঠাট্টা কৰিছ নেকি?

এইয়া এডিঙীয়াকৈ গাঁত খানিলো, তোৰ ধনৰ পেৰা ক'তা ?" জয়ন্তীয়ে গহীনকৈ উত্তৰ কৰিলে, "আৰু অলপমান খান নিশ্চয় ওলাব। আৰু নোলায় যদি আমিতো ডিঙি পাতিয়েই আছোঁ, তাৰ নিমিত্তে চিন্তা কি?" গাঁতৰ ভিতৰৰ মানটোৱে আশ্বস্ত হৈ আকৌ উৎসাহেৰে সৈতে খানিবলৈ লাগিল। গাঁতৰ পাৰত থকা দুটাই নিজ নিজ তৰোৱাল কাষত থৈ কথা পাতি থাকোঁতেই চেগ চাই জয়ন্তীয়ে বিজুলীৰ বেগেৰে সিহঁত দুইকো ঠেলা মাৰি সেই এডিঙীয়া দ গাঁতত পেলাই দি সেই তৰোৱালেৰেই মুহূৰ্তৰ ভিতৰতে তিনিউৰো মূৰ তিনিটা কাটি পেলাই, ৰমানাথৰ হাতৰ বান্ধ সোলোকাই দি বলিয়াই দৰে নাচিবলৈ ধৰিলে। নিমিষৰ ভিতৰতে এনে আচৰিত পট পৰিবৰ্তন ৰমানাথৰ সমাজিক যেন লাগিল। ক'ত সেই ভীমকায় দুৰ্বৃত্ত দস্যুৰ হাতত প্ৰতি নিমিষতে তেওঁৰ জীৱনৰ আশাত জলাঞ্জলি দিব লগীয়াত পৰিছিল, আৰু ক'ত খন্তেকতে সিহঁতৰ মৰা শ কেইটা স্বীকৃত দুষ্কাৰ্য্যৰ পৰাচিত স্বৰূপে নিজে-খন। গাঁতৰ ভিতৰত মূৰ নাইকিয়া হৈ পৰিল। ক'ত সেই ভয়ত সোত-মোত খোৱা জয়ন্তীয়ে চকুৰ লোৰে ৰিহাৰ আঁচত তিয়াইছিল আৰু ক'ত নিমিষতে এই ৰণোন্মত্তা চামুণ্ডাৰূপিনী তিৰোতাই তৰোৱাল হাতত লৈ উন্মাদ নৃত্য কৰিব লাগিছে। ক'ত কাঞ্চন গছত ৰমানাথ বধ্য বন্দী ৰূপে বান্ধ খাই আছিল, আৰু ক'ত পলকৰ ভিতৰতে তেওঁ বান্ধৰ পৰা মুকলি হৈ স্বাধীনতা লভিছে। নিমিষতে দৃশ্যৰ কি অদ্ভুত সলনি। সঁচাকৈয়ে এই নৃত্যকাৰিণী উন্মাদিনী ৰমণীয়েই সেই শান্ত লজ্জাশীলা আৰু ভীতা জয়ন্তী নে? এইবিলাক স্বপ্ন নে মায়া নে দিঠক? ৰমানাথে একো ঠিক কৰিব নোৱাৰি ধুৰঁলি-কুঁৱলী দেখি চকু মুদি বহি পৰিল। অলপ বেলি আকৌ চকু মেলি তেওঁ দেখিলে যে ই সপোন নহয়। সঁচাকৈয়ে দুৰাত্মাহঁতৰ কবন্ধ দেহ দ গাঁতৰ তলিত পৰি আছে, আৰু সঁচাসঁচিকৈয়ে তেওঁৰ হাতত বান্ধ নাই, তেওঁ স্বাধীন আৰু মুক্ত। আৰু সঁচাকৈয়ে তেওঁৰ প্ৰিয়তমা জয়ন্তী চুলি মেলা চামুণ্ডাৰ নিচিনাকৈ তেজেৰে ৰাঙলী হৈ হাতত দা লৈ নাচিব লাগিছে। হায়! জয়ন্তী সঁচাকৈয়ে উন্মাদ হ'লনে কি? ৰমানাথে স্পষ্টকৈ দেখিলে যে তেওঁৰ প্ৰাণপ্ৰিয়া জয়ন্তী বাহ্যজ্ঞানশূন্যা উন্মত্তা!

ইয়াৰ পিছত মানুহ-দুনুহৰ সাহায্যত জয়ন্তীক লৈ সেই ৰাতিয়েই ৰমানাথ বৰুৱাই ৰংপুৰ এৰি গুৱাহাটীলৈ যাত্ৰা কৰিলে। গুৱাহাটী পাই নিজৰ ভায়েক আৰু বন্ধুসকলৰ সাহায্যত তেওঁ অনেক প্ৰকাৰ চিকিৎসা কৰালে, কিন্তু জয়ন্তী আৰু আৰোগ্য নহ'ল।

বিষম উন্মাদ ৰুগীয়া জয়ন্তীৰ মুখত তেওঁৰ শেহ পৰ্যন্ত, "মোৰ স্বামীৰ হাতৰ বান্ধ মোকোলালো"— এইষাৰ কথাৰ বাহিৰে আৰু একো কথা শুনা নগৈছিল। শেহত সকলো দুখ আৰু সকলো শোক হৰোঁতা মৃত্যুৱে আপোনৰ কোমল কোলাত আশ্ৰয় দান কৰি, এই সতীক এই সংসাৰৰ দুখ যন্ত্ৰণাৰ হাতৰ পৰা উদ্ধাৰ কৰিলে। ■

# ডাক্তৰ বাবুৰ সাধু

অলপ ধতুৱা মানুহৰ পক্ষে পূজাৰ সময়ত কলিকতাত টিকা টান। এনেই কলিকলীয়া কলিকতা-বুঢ়ী নিতৌ নাচনিয়াৰ, তাতে আহিল নাতিনীয়েকৰ বিয়া দুৰ্গাপূজা, আৰু বুঢ়ীক পায় কোনে? গা সাতখন আঠখন। চাৰিওফালে ঢোলৰ কোব, পেঁপাৰ মাত, গাড়ীৰ ঘৰ্ঘৰণি আৰু বস্ত্ৰ বেচোঁতা মানুহৰ চিয়ঁৰ মিলি এক প্ৰকাণ্ড উৰ্ম্মি-ৰোল উঠিল। ঘৰৰ ভিতৰত সোমাই থাকিও ৰক্ষা পোৱা নেযায়। বঙ্গোপসাৰৰ প্ৰচণ্ড ধুমুহা বতাহৰ কোব আৰু পৰ্বত প্ৰমাণ ঢৌৰ হেন্দোল-দোপৰ হাত সাৰিবৰ অভিপ্ৰায়ে, তাত ওপঙি যোৱা "জাহাজৰ" কেবিনৰ ভিতৰত দুৱাৰ মাৰি সোমাই থকা যেনে, দুৱাৰত ডাং দি, ডুখৰি-পিৰাত দুখীয়া দেহ ডোখৰ সমৰ্পণ কৰি, এই পূজা হেন্দোলনিৰ হাত সাঁৰো বুলি, কলিকতাৰ ঘৰৰ ভিতৰত সোমাই থাকিবলৈ যোৱাও তেনে। বজাৰত বস্তু কিনিবলৈ গ'লে দোকানীয়ে মানুহৰ তেজৰ সোৱাদ পোৱা বাঘৰ নিচিনাকৈ কিনোতাক গিলি থ'ব খোজে। ঘৰত, চাকৰ-মাকৰ ল'ৰা-ছোৱালীৰ পৰা চাণ্ড-তলৰ মেকুৰীটোলৈকে সকলোৱে দে দে লগায়। আন কি, চৰকাৰী ডাক-হৰকৰা, আৰু গোটেইটো বছৰ-দুষ্প্ৰাপ্য ধুমকেতু পুলিচৰ পাহাৰাওৱালাইও কৰবাৰ পৰা ঘপহকৰে "হাওঁ-মাওঁ-খাওঁ" কৰি ওলাই দীঘল ওলোটা চালাম দি, বোলে, "হুজুৰ, পূজাকা বক্‌চিচ্!" এইটোতকৈ চৰা কলিকতাৰ ঠিকাগাড়ীৰ গাৰোৱান কেইটা। কিবা এটা পৰ্ব-তৰ্বৰ গোন্ধ ইহঁতৰ নাকেকি পেটত সোমালে, ইহঁতৰ "আ"টোও ডাঙৰ হয়, পেটটোও ডাঙৰ হয়। পূজাৰ পোন্ধৰ কুৰি দিন মানৰ আগৰে পৰাই ইহঁত ইমানকৈ 'আঁ' কৰি মুখখন মেলে যে, নেজ শুড় আৰু দাঁতে সৈতে দঁতাল হাতী একোটা ইহঁতৰ মুখেদি সোমাই পেট পালেগৈও ইহঁতৰ মুখ আৰু পেটৰ খজুৱতি মৰিব বুলি বিশ্বাস নহয়। ইহঁতে চাৰি অনাৰ ঠাইত ঠিকা-গাড়ীৰ কেৰেয়া তিনি টকা কৰি বহি আছে, এতিয়া কি কৰা কৰা।

পূজাৰ সময়ত ৰেল-কোম্পানীয়ে ৰেল যাত্ৰীসকলক অহা-যোৱা কৰিবলৈ সুবিধা কৰি কেৰেয়া কমাই দিয়ে। এবাৰৰ কেৰেয়াতে যাবও পাৰি আহিবও পাৰি। তাতে পূজাৰ ছুটী, অফিচ কাছাৰী বন্ধ, ভ্ৰমণকাৰীসকলৰ মাহেন্দ্ৰযোগ। মোৰো গা উঠিল, ফুৰিবলৈ ওলালোঁ। বিস্তৰ কেৰেয়া দি অতি কষ্টে এধা-মৰা এধা-জীয়া ঘোঁৰাৰে এধা-ভগা গাড়ী এখন ধৰি, ষষ্ঠীৰ ৰাতি ঘৰৰ পৰা ওলাই আঠ বজাত হাওৰা ষ্টেচনলৈ আহিলোঁ। ৰেল ষ্টেচনত কাৰে মানুহৰ উজান উঠাদি যাত্ৰীৰ উজান উঠিছে। মানুহৰ মাজত বিৰ দি সন্ধি পাবলৈ নাই। লৰালৰিকৈ টিকট কিনি ল'লোঁ। কিন্তু যিখন গাড়ীৰ ওচৰলৈকে যাওঁ, দেখো সেইখনেই "ৰিজাৰ্ভ" কৰা। কি মস্কিল! অনেক বিচাৰি ভালেমান বেলিৰ মূৰত দ্বিতীয় শ্ৰেণীৰ গাড়ী এখন এটা মানুহৰ

ঠাই খালি থকা পাই টুপুৰ কৰে উঠি খাজ খাই পৰিলো।

টেটুলৈকে খাজ-খোৱা কোজখোৱাসকলৰ দৰে, মেইল গাড়ীখন যাত্ৰীৰে খুন্দখাই পৰিল। গাড়ীখনত যিমান মানুহ উঠিল তাৰ দুগুণ মানুহে উঠিবলৈ ঠাই নেপাই উভতি যাব লগাত পৰিল। গাড়ীত উঠিলো হয়, কিন্তু মানুহৰ গাপ লাগি জাক দিয়া পকা মালভোগ কলটো যেন হ'লো। এতিয়া গাড়ীখন এৰি দিলেই মই বৰ্ত্তাত পৰিলো।

মোৰ সৌভাগ্যগুণেই হওক, বা দুৰ্ভাগ্যগুণেই হওক, মই সোমোৱা খোটালিত মোৰ সহযাত্ৰী এটাইকেইজন থুলন্তৰ বঙালী পুৰুষ। গা-ডাঙৰ বিষয়ত কোনো কম নহয়; ইজনতকৈ সিজন চৰা, সিজনতকৈ আৰু সিজন চৰা। এই ঘামৰ দিনত কোনে এই বৰপেটাল মানুহ কেইজন বাছি আনি একেটা খোটালিতে সুমাই দিছিল ক'ব নোৱাৰোঁ। ইচ্ছা কৰি তেওঁলোকে নিজে সোমাইছে যেনও মনে নধৰে। এগাড়ী বৰপেট একে ঠাইতে গোটাই ৰং চাবৰ মনেৰে টেটোন বিধাতাই নিশ্চয় এই কামটি কৰিলে। সি যি হওক, কঠালৰ ভিতৰত গুৰি-কঠাল থকাটো সকলোৱে জানে, চাউলৰ টোমৰ ভিতৰত ডাঙৰ টোম থকাটোও লোকৰ অবিদিত নাই, আৰু ধান-সৰিয়হৰ ডুলিৰ ভিতৰত বৰ ডুলি থকা দেখা পোৱা মানুহো ঠিতাতে এবুৰি ঔঅৰা ওলাব। এই স্থূলকায়সকলৰ ভিতৰতো এজন মহাকায় পুৰুষ আজি আমি সোঁ-চকুৰে দেখিলো। এওঁৰ গাটো বা পেটটো কিমান যে ডাঙৰ মই এবাৰ উশাহ নসলোৱাকৈ একে উশাহে ক'বই নোৱাৰিম যেন পাওঁ। এওঁৰ কি নাম কি কুল কি শীল ক'ব নোৱাৰো। কিন্তু ঘটোৎকচ হেন এই সুবৃহৎ পুৰুষজনক যি সুভাগী জননীয়ে দহ মাহ দহ দিন গৰ্ভত ধাৰণ কৰিছিল সেই হিড়িম্বা জননীৰ শ্ৰীচৰণ কমলেষু। এওঁৰ বিষয়ে মোৰ দুটা বক্তব্য আছে; প্ৰথমটি এই যে খোটালিটোৰ পাঁচভাগৰ এভাগ এওঁ অকলৈ জুৰি বহিছিল! আৰু এটা বক্তব্য এই যে এওঁৰ কঁকালেৰে সৈতে চুৰিয়াৰ সমূলি ৰাহি নাহে। ঠিক ক'ব লাগিলে এওঁ মকৰাজাল যেন চুৰিয়াখন হাতেৰে সামৰি নধৰিলে নচলে। চমুকৈ এওঁৰ এটা "ডেফিনিচন" দিবলৈ গ'লে এইদৰে ক'লেই হ'ব যে "এওঁ হাত ভৰি আদি ইন্দ্ৰিয় সংযুক্ত এটা পেট।" ক্ৰমশঃ মোৰ অনুমান হৈ আহিল যে এওঁৰ বৰ পেটটোত বাগবজাৰৰ ৰসগোল্লা যিমান আছে গোটেই কলিকতাৰ কথাও সিমান আছে। 'অ'কাৰ, 'আ'কাৰ 'ই'কাৰ 'উ'কাৰ যুক্ত যে কত ৰকমৰ কত সুকীয়া কথা সৰ্ সৰ্ কৰে পাখি লগা উঁইপৰুৱা গাতৰ পৰা ওলোৱাদি তাৰ ভিতৰৰ পৰা ওলাল তাৰ লেখ-জোখ নাই। আয়তনত কনিষ্ঠ কেজনৰ বাগযন্ত্ৰ কেটিও নিতান্ত নৰম "কোৱালিটি"ৰ নহয়; এডিচন্ চাহাবৰ নিজ হাতে কৰা ফনোগ্ৰাফেৰে ৰিজালেও নেহাৰিব কি জানি।

মই এচুকত পৰি মহাকায়সকলৰ ৰং-ৰূপ চাই কোন মুহূৰ্তত গাড়ীখন এৰিব, সেই মুহূৰ্তৰ অপেক্ষাত উৰ্দ্ধমুখে বহি আছোঁ। য়ুৰোপীয় বেশৰ গুণত তেওঁলোকে মোৰ কাষলৈ ৰৰকৈ চাপি অহা নাই। মহা মহাকায়জনে এবাৰ মোৰ ফালে চাই সুধিলে, "Good night sir, How far are you going?" সম্বোধনটো শুনি অলপ মিচিকিয়াই উত্তৰ দিলো "Cawnpore" মোৰ উত্তৰে এটাই কেজনৰ মুখ জঁয় পেলালে। তেওঁবিলাকে ভাবিছিল মই অলপতে কৰবাত নামিম, নামিলেই তেওঁলোকে এজন অবাঞ্ছনীয় বিদেশী সহযাত্ৰীৰ পৰা নিষ্কৃতি লভি নিজ নিজ মূল্যবান পেট কেইটি আয়াস কৰি থৈ সুখেৰে শয়ন কৰিব পাৰিব। তাৰে মূৰ মৰিবৰ উপক্ৰম যেন দেখি লম্বোদৰসকলৰ মনত বিমৰ্ষ উপজিল।

১মজন, "সাহেবকে কি অন্য গাড়ীতে পাঠাতে পাৰা যায় না?"

২য়জন, "দেখ চেষ্টা কোৰে তুমি, পাৰলেও পাৰতে পাৰ।"

৩য়জন, "বলনা সাহেবকে যে, সাহেব তোমাৰ এ গাড়ীতে কষ্ট হচ্ছে, পাশেৰ একখানা গাড়ীতে যাও।"

নোদোকা এন্দুৰসকলৰ ভিতৰতো এইবিলাক পৰামৰ্শ চলিব লাগিছে, কিন্তু মেকুৰীৰ ডিঙিত ঘণ্টা আৰি দিয়ে কোনটো এন্দুৰে? এই প্রশ্ন উত্থাপন হ'লত, ইমান কষ্টেৰে সজা তিনিমহলীয়া পৰামৰ্শঘৰটো হুৰ্ হুৰকৈ ভাগি পৰিল। তেওঁবিলাকৰ ধাৰণা, যে তেওঁলোকৰ বঙালী মাত চাহাবে নুবুজে; কিন্তু ধেমালিটো চাহাব বাহাদুৰ ডোখৰৰ বেয়া লগা নাছিল।

এনেতে গাড়ী এৰিলে। আমিও উশাহ লৈ জীলো। মুহূর্ততে হাওৰা ষ্টেচন আমাৰ স্মৰণশক্তিৰ বিষয় হ'ল। গাড়ীখনেও ইমান বেলি বন্দী হৈ থাকি বিৰক্ত হৈ শালৰ ঘোঁৰা মুকলি হোৱাদি মুকলি হৈ বিস্বাশবদে লৰ দিলে।

সভাপতি মহাকায়, "ওগো নৰেন বাবু, সাহেব কি কোৰে এমন ধাৰা চুপমেৰে ৰয়েছে বল তো? ওঁৰ কি মাথা ধৰে না?"

নৰেন বাবু, "সাহেবেৰ বাচ্ছা যে, ওদেৰ সবই সম্ভৱ।"

ডাক্তৰ বাবু, "সাহেবকে একবাৰ জিজ্ঞেস কৰে দেখ না কি কোৰে এমন চুপ কৰে থাকে?"

সভাপতি, "হাঁ, জিজ্ঞেস কোৰে সাহেবেৰ কাছ থেকে একটা ঘুসি খাওনা, তাহলেই ঠিক হবে।"

আন এজন, "তা বইকি, আমৰা এতজন বাঙ্গালী থাকতে এটা সাহেব ও কাজটি কৰে নিজেৰ প্রাণ নিয়ে পালাবে?"

সভাপতি, "চুপ কৰ বাপু চুপ কৰ, আৰ বীৰত্ব কৰে কাজ নেই, ঢেৰ জানা আছে। এখন যে ৰকম দেখছি, সমস্ত ৰাতটাতো এই বোসেই কাটাতে হবে। কি কৰে সময়টা কাটাই বল দিকিন?"

ডাক্তৰ বাবু, "তামাক খেয়ে।"

আন এজন, "আমিতো বলি পৰনিন্দা কৰি। অবিশ্যি এমন একজন লোকেৰ নিন্দা কৰতে হবে, যাকে আমৰা সকলে জানি। ধৰুন সুৰেন্দ্রনাথ বানুৰ্জ্জী।"

এই কথাষাৰ শুনি স্থূলকায় সভাৰ সভ্যসকলৰ মাজত হাঁহিৰ ধুম পৰি গ'ল। তুলনাত ক্ষীণকায় মইও মুখখন টিপা মাৰি ধৰি লুকাই সৰু-সুৰা সমসাময়িক হাঁহি এটা মাৰি দিলোঁ।

সভাপতি, "ফাজলামি কোৰে কাজ নেই, আসুন্ না আমৰা প্রত্যেকে এক একটা কোৰে গল্প বলি, তাহলেই ৰাতটা কাবাৰ হয়ে যাবে।"

সভাপতিৰ কথাত এটাই কেইজনে মত দিলত সেইটোৰেই সিদ্ধান্ত স্থিৰ হ'ল। কিন্তু নৰেন বাবুৱে মুখখন কাতি কৈ লাহেকৈ ক'লে, "আমৰা নাহয় নিজেৰ গল্প বলব. সাহেবেৰ গল্প কে বলবে, বল দেখি? সেটা কি অমনি মাঠে মাৰা যাবে?"

ডাক্তৰ, "সাহেবেৰ হয়ে না হয় আপনিই বলবেন।"

নৰেন, "সাহেব তাৰ জন্য আমাকে কি দেবে?"

আন এজন, "একটা কিক্।"

এই কথা শুনি আকৌ এবাৰ তেওঁলোকৰ মাজত হাঁহিৰ ধ্বনি উঠিল। বেচেৰা নৰেন বাবুৱে কিন্তু এইবাৰ লাজত পৰাৰ ভয়তহে সেই হাঁহিত যোগ দিলে, নতুবা তেওঁ যথেষ্ট অপ্ৰস্তুত হৈছিল।

ডাক্তৰ, "তাহ'লে নৰেন বাবুকে দুটো গল্প বলতে হ'বে।"

সকলোৱে ডাক্তৰৰ প্ৰস্তাৱত সম্মতি প্ৰকাশ কৰিলত আৰু সভাপতি মহাকায়েও ডিঙি নাইকিয়া লথৌ মূৰটো যথাসাধ্য দুপিয়াই তাক সমৰ্থন কৰিলত, সেইটো সিদ্ধান্ত স্থিৰ হ'ল। মইও ভদ্ৰতা ৰক্ষা কৰি পেটৰ ভিতৰতে নৰেন বাবুক নিফুট ধন্যবাদ এটা দি থ'লো। প্ৰথমতে ডাক্তৰ বাবুৰ সাধু ক'বৰ পাল পৰিল। ডাক্তৰ বাবুৱে আৰম্ভ কৰিলে —

"প্ৰথমতে কৈ লওঁ, যদিও কথাটো সাধু-কথাৰ শাৰীত পেলাই ক'বলৈ গৈছোঁ, কিন্তু ই সত্য ঘটনা। ১৮৮৬ চনত মই কলিকতাত মেডিকেল কলেজৰ শেষ মহলাত উঠি উদয়পুৰ ৰজাৰ ডাক্তৰ হৈ উদয়পুৰলৈ যাওঁ। এই উদয়পুৰ ৰাজপুতনাৰ উদয়পুৰ নহয়, ছোটনাগপুৰৰ উদয়পুৰ; চেণ্ট্ৰেল প্ৰভিন্সৰ ৰায়গৰ বিলাসপুৰৰ কাষত। ইয়াৰ লোক সংখ্যা প্ৰায় চল্লিশ হেজাৰ, আৰু আয় উনৈশ কুৰি হেজাৰ। ১৮১৮ চনত নাগপুৰৰ ৰজা মাধুজী ভোচলাৰে (যাক সকলোৱে আপাচাহেব বুলিছিল) সৈতে কৰা সন্ধিপত্ৰ অনুসাৰে চাৰগুজা প্ৰভৃতি ৰাজ্যৰ সৈতে এই উদয়পুৰ ৰাজ্য ব্ৰিটিছ গৱৰ্ণমেণ্টৰ হাতলৈ আহে। তেতিয়াৰে পৰা ই ইংৰাজ গৱৰ্ণমেণ্টৰ কৰতলীয়া।

"এই উদয়পুৰতে এদিন পুৱা বজাৰৰ ফালে ফুৰিবলৈ গৈছিলো, এনেতে দূৰৰ পৰা দেখিলো, এখন পোহাৰৰ আগত কিছুমান মানুহ গোটখাই গোলমাল কৰিব লাগিছে। কি হৈছে, জানিবৰ মনেৰে ওচৰ চাপি গৈ দেখিলো, এটা বাৰ-তেৰ বছৰীয়া ল'ৰাক সেই পোহাৰৰে পোহাৰী এজনীয়ে ডোখৰা খৰি এডাল লৈ উৰাই-ঘূৰাই মাৰিছে। কিন্তু ইমান মাৰেও ল'ৰাটোৰ চকুৰ পৰা পানী এটোপা আৰু মুখৰ পৰা চিঞৰ এটাও ওলিয়াব পৰা নাই। হাতুৰীৰ কোব লো এডোখৰে পিঠি দি সহাৰ দৰে সি কাঠখৰিৰ কোব পিঠি পাতি সহিব লাগিছে, আৰু হাতুৰীৰ কোবৰ তলৰ লো ডোখৰৰ দৰে মাৰৰ কোবত সি অলপ ইকাট সিকাট কৰি মাটিত পৰি দীঘল হৈ গৈছে মাথোন। দৰ্শকবৃন্দৰ ভিতৰত সৰহ ভাগে ল'ৰাটোক পুতৌ কৰি এৰুৱাই দিয়া দূৰত থাওক, 'বেছ হৈছে। আৰু মাৰ; ভাৰি দুষ্ট ল'ৰা।" বুলি পোহাৰীক উৎসাহ দি লগাইহে দিছে। মই তৎক্ষণাৎ জনতাৰ মাজত সোমাই, ল'ৰাটোক পোহাৰীজনীৰ হাতৰ পৰা এৰুৱাই, কিয় তাই তাক মাৰি ধোবাৰ পাট যেন কৰিছে, কাৰণ সুধিলো। মোৰ প্ৰশ্নটো মুখৰ পৰা ওলাবলৈ পাওঁতে নাপাওঁতেই চাৰিউ ফালৰ পৰা একেবাৰেই উত্তৰৰ কালী-পেঁপা বাজি উঠিল, 'বাবু ই বৰ দগাবাজ ল'ৰা, নিতৌ পোহাৰীৰ পোহাৰৰ পৰা বস্তু চুৰকৈ খায়। আজি এটা আখৈ লাড়ু চুৰ কৰিছিল, ধৰা পৰি মাৰ খাইছে। ইয়াৰ হাত বা ভৰি এটা মৰিয়াই ভাঙি নিদিলে ইয়াৰ জোৰাই-জোৰাই শিকনি নহয়।' এটা নিৰ্বাক নিঃসহায় ল'ৰা আচামী, আৰু ইমানবিলাক বলৱন্ত বক্তা আৰু প্ৰহাৰ কৰোঁতা ফৰিয়াদী। দেখি মোৰ মনত নথৈ বেয়া লাগিল। কিন্তু দেখি আচৰিত মানিলো যে আচামীৰ আত্মৰক্ষাৰ কোনো যত্ন নাই; সি নিৰুত্তৰ। তাক দেখি এনে মনে ধৰিলে যে, এই পৃথিৱীৰ সকলো লোকেই তাৰ বিপক্ষ, আৰু এনে মাৰ কিল খোৱাটো তাৰ জীৱনৰ এটা অপৰিহাৰ্য্য কাৰ্য্য, এনে এটা বহুদিনীয়া বিশ্বাসে তাৰ মনত কৰাল মাৰি ধৰি আছে। হঠাৎ

কৰবাৰ পৰা এটা মানুহ আহি এনে দয়া প্ৰকাশ কৰি তাৰ ফলীয়া হোৱা দেখি সি নথৈ আচৰিত মাৰি মোৰ মুখৰ ফালে চাবলৈ ধৰিলে। মই পোহাৰীক তাইৰ আখৈ লাৰুটোৰ বেচ কিমান বুলি সোধাত, তাই ক'লে, 'এক পয়চা।' 'হোঁ নে এই দুই পয়চা' বুলি মই তাইৰ আগত পইচা দুটা পেলাই দিলো। মোৰ এই কাৰ্য্য ল'ৰা চোৰটোৰ চকুত আৰু অদ্ভুত যেন লাগিল।

পোহাৰী, "আজি জানিবা আপুনি পয়চা দিলেই, কিন্তু কাইলৈ যেতিয়া সি আকৌ চুৰ কৰিব তেতিয়া কোনে পয়চা দিব?"

মই: "ই আৰু চুৰ নকৰে।"

মোৰ কথা শুনি দৰ্শকবৃন্দৰ ভিতৰত এটা ইতিকিংসূচক হাঁহিৰ ৰোল উঠিল। মই তালৈ ভ্ৰূক্ষেপ নকৰি ল'ৰাটোৰ হাতত ধৰি টানি তাক মোৰ ঘৰৰ ফালে লৈ আহিলো। তাক সুধিলো, "তোৰ কোন আছে?'

ল'ৰা: "মোৰ সকলো আছে?"

মই: "মাৰ বাপেৰ আছে?"

ল'ৰা: "নাই।"

মই: "ককায়েৰ ভায়েৰ আছে?"

ল'ৰা: "নাই।"

মই: "আন কোনো মিতিৰ-কুটুম, বণ্ডহ-পৰিয়াল আছে?"

ল'ৰা: "নাই।"

মই: "তেন্তে তই কিয় কৈছিলি তোৰ সকলো আছে বুলি?"

"সি মনে মনে থাকিয়েই মোৰ কথাৰ উত্তৰ দিলে। আচলতে তাৰ জীৱনত কেতিয়াও নোপোৱা এই নতুন বিধৰ আদৰ আৰু চেনেহ মিহলি সম্ভাষণ শুনি, সি থোটামোজা খাই কিবা এটা কেনেবা অৱস্থা অনুভৱ কৰিবলৈ ধৰিলে, কি ক'ব বা কি উত্তৰ দিব তাৰ ভূ হেৰাই পৰিছিল। তাৰ মুখ দেখি মোৰ মনে ধৰিলে, যে 'এৰি দে বোপাই মই মাৰখাই জীওঁ।' এনে এটা ভাবেৰে মোক যেন সি কাকূতি কৰিব লাগিছে। মনুষ্য জাতিৰ স্বভাৱ বুজা অতি কঠিন। অনেক সময়ত বুজি উঠা একেবাৰেই অসম্ভৱ। প্ৰাণীমাত্ৰৰে স্বভাৱ ৰক্ষণশীল, মানুহৰ গাত এই ৰক্ষণশীল স্বভাৱ অতি পৰিমাণে আছে। সুখেই হওক বা দুখেই হওক বৰ্তমান যেনে অৱস্থাত মানুহ থাকে, সহজে সেই অৱস্থা সি পৰিবৰ্তন কৰিব নোখোজে। আমেৰিকাৰ দাস ব্যৱসায় তুলি দি বন্দী-বেটীবিলাকক মুকলি কৰি দিলত প্ৰথমতে বহুত বন্দী-বেটী মুক্ত অৱস্থালৈ যাবলৈ অনিচ্ছুক হৈছিল। সিহঁতৰ মনত সেই নতুন স্বাধীনতা অতি অদ্ভুত যেন লাগিছিল। "খালাচ" হৈ কি কৰিব একো ভাবি নেপাই অনেকে সেই দাসত্ব নেৰি আপোন গৰাকীৰ ঘৰতে আজীৱন কাল কটাইছিল। আমি স্ত্ৰী-স্বাধীনতা স্ত্ৰী-স্বাধীনতা কৰি চিঞৰো, কিন্তু হিন্দু মুছলমানসকলে নিজ নিজ ঘৰৰ ঘৈণীয়েকসকলক যদি সোধে, তেওঁলোকক এনে তেনে স্বাধীনতা লাগেনে নেলাগে, তেন্তে এশৰ ভিতৰত নিৰানব্বই জনাই তেওঁলোকৰ স্বামীসকলৰ মূৰত লৰালৰিকৈ তেল-টেঙা আনি থপিয়াই দিবলৈ যে আহিব এই কথা নিশ্চয়কৈ ক'ব পাৰো, অনেক গিৰিয়েক ঘৈণীয়েকে পুৱা গধূলি দন্দ কৰি আপোন বিবাহিত জীৱন বিহৰ

নিচিনা আৰু ঘৰ বাঁহতল কৰি পেলায়, আৰু এনে অসুখীয়া জীৱনে ওৰ পেলাবৰ মনেৰে কেতিয়াবা নিজৰ ডিঙিত ৰেপ দিবলৈ তামোল কটাৰীও বিচাৰি আনে; কিন্তু কোনো পৰোপকাৰী শুভানুধ্যায়ী লোকে যদি দুইৰো মাজত শান্তি স্থাপন কৰিবৰ মনেৰে দুইকো অন্ততঃ দিনচেৰেকমান আঁতৰ কৰি থ'ব খোজে, তেন্তে সেই পৰোপকাৰী পুৰুষজনে তেওঁবিলাকৰ পৰা বটাস্বৰূপে গালি আৰু কিল নোখোৱাকৈ সাৰিব পাৰিলেই তেওঁক বাহাদুৰ বুলিব লাগিব।

ল'ৰাটোৰ অনিচ্ছাসত্ত্বেও মই তাক আনি মোৰ ঘৰত ৰাখি আদৰ সাদৰ মৰম যত্ন কৰিবলৈ ধৰিলো। মোতকৈও মোৰ সহধৰ্মিণীয়ে তাক আতোলতোলকৈ মৰম কৰি দিনৌ ভাল কথা আৰু অলপ অচৰপ লেখাপঢ়া শিকাবলৈ ধৰিলে। এই স্নেহপূৰ্ণ যত্নত ৰামলোচনৰ (তাৰ নাম ৰামলোচন) অতি অলপ দিনৰ ভিতৰতে স্বভাৱ-চৰিত্ৰ একেবাৰেই পৰিবৰ্তন ঘটিল। আগৰ দুষ্ট চূড়ামণি, ৰাইজৰ গৰিহাখোৱা, কিল-খাই-ডগা-পিঠীয়া ৰামলোচন ছমাহৰ ভিতৰতে এক সোণামুৱা ৰামলোচন হৈ উঠিল। প্ৰথমতে সংস্কৃত শিকা ছাত্ৰৰ মনত মুগ্ধবোধ ব্যাকৰণৰ সূত্ৰবোৰ যেন লাগে প্ৰথম এমাহমানলৈকে আমাৰ মৰম-চেনেহ, আদৰৰ-সাদবোৰ তাৰ মনত তেনে লাগিছিল। সেইবোৰৰ মানে আৰু মূল্য সি একোকে বুজিব নোৱাৰিছিল। কোনো এটা বস্তু খাবলৈ দিলে সি চিলনীয়ে থাপ মৰা দি মাৰি নিছিল, আৰু তাক পিন্ধিব খাবলৈ দিয়া তাৰ নিজা বস্তুবোৰকে সি কিবা চুৰকৈ নিয়াদি নিছিল। আৰু দিনৰ দিনটো তাৰ পিঠিত কোনেও ডবা কোবোৱা নাই কেলেই সেই কথাৰ অৰ্থ মূৰ ঘমাইও ভাবি নেপাইছিল।

এবছৰৰ ভিতৰতে ৰামলোচন এটা অতি বিশ্বাসী সংস্বভাৱৰ ল'ৰা হৈ পৰিল। কুমলীয়া ল'ৰা, অলপ সেও-পোতকতে ভালৰ ফালে ঢাল ল'লে। তাৰ পাঁচ বছৰ বয়সতে মাক-বাপেক ভাই-ককাই যি আছিল এটাইবোৰ মাউৰত মৰিল। বগুৰা মাউৰা নিঠৰুৱা হৈ ঠেঙোণা মোঙোণা খাই আলিবাটে গছ-তলে বাগৰি-জুগৰি চুৰ-তাৰিকৈ খাই তেতিয়াৰে পৰা আহি এই বাৰ বছৰ বয়সীয়া হৈছিল। কায়স্থৰ ঘৰৰ ল'ৰা দেখি মই লাহে লাহে তাক ভাত ৰান্ধনি পাতিলো। সিও ইমান প্ৰভুৰ অনুৰক্ত হৈ উঠিছিল যে মোৰ আৰু মোৰ সহধৰ্মিণীৰ নিমিত্তে সি সদায় নিজৰ প্ৰাণ দিবলৈ প্ৰস্তুত। এইদৰে ছবছৰ কাটি গ'ল। মই উদয়পুৰৰ কাম এৰি বেঙ্গল গৱৰ্ণমেণ্টৰ কাম লৈ বৰ্দ্ধমান বিভাগৰ— *এচিষ্টেণ্ট চাৰ্জ্জন হৈ আহিলো। সিও মোৰ লগতে আহিল। সময়ে আমাৰ ভিতৰৰ মৰম-চেনেহ আৰু আত্মীয়তাৰ এক ঘনিষ্টামানো টুটাব পৰা নাছিল।

এদিন ৰাতিপুৱা শুই উঠি ৰামলোচন ৰামলোচন কৈ দেখোন মই মাতিছোঁহে মাতিছোঁ, ৰামলোচনৰ উত্তৰ নেপাওঁ। আন দিন ৰামলোচনে মই উঠাৰ আগেয়ে উঠি পুৱাৰ সকলো ঘৰুৱা কামৰ দিহা-পোহা কৰি ঠিক কৰে। আজিনো ইয়াৰ সাৰসুৰ নেপাওঁ কিয়? ভাবিলো, ইয়াৰ কিবা নৰীয়া হৈছে। সি শোৱা খোটালিলৈ সোমাই গৈ দেখিলো ৰামলোচন ঘৰৰ চতিৰ পৰা আঁৰা ডোল এডালৰ খোৰোচা গাঁঠিত ডিঙিটো সুমুৱাই ওলমি আছে! কি ভয়ানক কাণ্ড! দেখি মোৰ গা থক্‌থক্ কৰে কঁপিবলৈ ধৰিলে। গোলমাল কৰি মানুহ-দুনুহ মাতি তাক নমাই অনাই চাওঁ তাৰ ধাতু নাই। ৰামলোচনৰ ওলমি থকা দেহ বন্দীশালৰ পৰা ওলাই চাৰি-পাঁচ ঘণ্টামানৰ আগেয়েই সিপুৰীলৈ পলাল।

পুলিচ আহিল। ম্যাজিষ্ট্ৰেটৰ আগত বিচাৰ হ'ল। সিদ্ধান্ত হ'ল, আত্মহত্যা। দুখৰ কথা

কি কম, পোষ্টমৰ্টম একজামিনেচনৰ ভাৰও মোৰ গাতে পৰিছিল। কি আগমগুহ্-কলা-পৰি-যোৱা বেজাৰেৰে যে মই তাৰ গাত অস্ত্ৰ বহুৱাইছিলো ক'ব নোৱাৰোঁ, সেই কথা মনত পৰিলে এতিয়াও মোৰ চকুৰ পানী ওলাব খোজে!

সি কিয় আত্মহত্যা কৰিলে তাৰ কাৰণ বিচাৰি বিচাৰি তাৰ চুৰিয়া খোঁচোনাত পালো। খোঁচোনাত এডোখৰ তাৰ হাতৰ লেখা ওলাল। তাত লিখা আছিল, 'ৰাজুবালা, আমি চলিলাম, তুমি তোমাৰ মনেৰ মত লোককে বিবাহ কৰিয়া সুখী হও!' কাকত ডোখৰ পঢ়ি মইতো অবাক! ই বঙ্গালীৰ দেশলৈ আহি তলে তলে প্ৰেম কৰিবলৈ শিকিছিল! আৰু তাৰ ফল স্বৰূপে ঈৰ্ষা-বহ্নিত দগ্ধ হৈ বঙ্গালীৰ দৰে আত্মহত্যা কৰিবলৈকো শিকিলে! ইয়াৰ তলে তলে ইমান বিদ্যা হৈছিল, হৰি হৰি! মই আগেয়ে নেজানিলো, নতুবা মই তাৰ প্ৰতিবিধান কৰিব পাৰিলোহেঁতেন।

নৰেন বাবু ঃ "ৰাজুবালাটা কে মহাশয়?"

ডাক্তৰ — "আমাদেৰই এক প্ৰতিবেশীৰ মেয়ে।"

নৰেন বাবু — "তাৰ বয়স ক'ত?"

ডাক্তৰ — "তখন দশ বৎসৰ।"

সভাপতি ঃ "একটা দশ বছৰেৰ মেয়েৰ এত বিদ্যে?"

ডাক্তৰ — "মহাশয়, সে যে বঙ্কিম বাবুৰ নভেল পঢ়া আজকালকাৰ বাঙ্গালী মেয়ে।"

নৰেন — "দেখুন না, আমাদেৰ সাহেব, নেপোলিয়ানী ঘুম্ ঘুমাচ্ছে।"

মই বেচেৰা চাহাব ডোখৰে চকুমুদি টলকা মাৰি ডাক্তৰৰ সাধু শুনিব লাগিছো। নৰেন বাবু নেকি, সেই চেলেপুজনে তাকে দেখি এইষাৰ কথা কথিলে।

সভাপতি — "সে সব যাক, গল্পটা শেষ কৰুণ!"

ডাক্তৰে আকৌ আৰম্ভ কৰিলে, "সেই দিনা ৰাতি তিনি বজাত মোৰ এবাৰ চাঁতকৰে টোপনি ভাগিল। শুনিলো, বাহিৰৰ দুৱাৰ মুখৰ পৰা 'ডাক্তৰ বাবু! ডাক্তৰ বাবু!' বুলি কোনোবা মানুহ এটাই মোক ৰিঙিয়াই মাতিছে। মাজে সময়ে ৰোগী চাবলৈ এইদৰে ৰাতি আহি মানুহে মোক মাতে। মই ঘপ্‌কৰে উঠিলো। উঠিলো হয়, কিন্তু মোৰ খুব খং উঠিছে, যে দুৱৰিটোৱে কিয় উত্তৰ দি মানুহটোক বহিবলৈ ঘৰৰ দুৱাৰ মেলি দিয়া নাই। উঠি তেতিয়াও আকৌ দুৱাৰ শুনিলো 'ডাক্তৰ বাবু! ডাক্তৰ বাবু!' 'চবুৰ কৰ যাতা হায়' বুলি লৰালৰিকৈ আহি চৰাঘৰৰ দুৱাৰ মেলি দিলো। বাহিৰত ফৰিংফুটা জোনাক। দেখিলো ৰামলোচন চোতালত থিয় হৈ আছে!! মই 'আই ঔ'!" বুলি" চিঞৰ মাৰি দিলো। চিঞৰ শুনি দুৱাৰৰ কাষতে শুই থকা দুৱৰিটোৱে "ক্যা হুৱা হজুৰ" বুলি শোৱা পাটিৰপৰা উঠি উধাতু খাই ওলাই আহিল। কিন্তু ৰামলোচন চকুৰ আগতে নাইকিয়া হ'ল।"

ডাক্তৰৰ সাধুত মই ইমান মগ্ন হৈ আছিলো, কেতিয়া যে গাড়ী আহি আচান্সোল পালেহি গমকে নেপালো। টিকেটকলেক্টৰে "Ticket please" বুলিলতহে খচ্‌মচ্‌কৈ টিকেটটো উলিয়াই দেখুৱাই, পুৱাৰ গাড়ীত যাম ভাবি আচান্সোলতে নামি পৰিলো। মই নামি যোৱাদেখি অতিকায়সকলৰ বৰপেটৰ পৰা আহ্লাদসূচক এই কেইটা "আৱাজ" উঠিল, "Thank you Shaheb, much obliged, you are very good.". ■

# ধোৱাঁখোৱা

## প্ৰথম আধ্যা

গঙ্গাৰাম ডাঙৰীয়া কাছাৰীৰ পৰা আহি হাত-মুখ ধুই আগচোতালতে হাত-ভগা মাচিয়া ডোখৰত দুইমোন-দুই-সেৰীয়া থুলন্তৰ গাটো থৈ গধূলি বেলিকা জুৰ লৈছে। ডাঙৰীয়াৰ হাত ৰূপৰ ধোঁৱাখোৱাই, ভৰি হাতী-দাঁতৰ চুলা-দিয়া কঠাল কাঠৰ খৰমে, ডিঙি তুলসীৰ জগন্নথীয়া মালাই পোহৰাব লাগিছে। এনেতে, লৰফৰ কৰে টিকনি জোকাৰি তামোলৰ ৰাঙেৰে দেইপুৰা; থুনুপাকৰ মুখ যেন ওঠ দুটা মিচিকীয়া হাঁহিৰ চোচনি দোলেৰ দুফালে টানি, ঢুলীয়া, ফাপৰে-খোৱা, পেটু-ওলোৱা তালতলি চটি জোতাৰে কটপ্ কট্‌প কৰে গোৰোৱাত মাৰি, আমুকা পণ্ডিত ওলালহি।*

গঙ্গাৰাম ঃ আহ পণ্ডিত আহ বহ, আজি তিনি চাৰি দিন তোৰে সৈতে দেখা সাক্ষাৎ নাই। ক'লৈ গৈছিলি?

পণ্ডিত ঃ কলৈকো যোৱা নাছিলো দেউতা, কঁকালৰ বিষত এই তিন দিন ঘৰতেহে পৰি আছিলো।

গঙ্গাৰাম ঃ তহঁত ডেকা মানুহৰনো আকৌ কঁকালৰ বিষ কিহৰ? আমাৰ নিচিনা বয়সত তহঁতে শোৱাপাটীৰ পৰা উঠিবই নোৱাৰিবি কি জানি। হেৰ ৰাতীয়া, আমুকা পণ্ডিতলৈ ধপাত এচিলিম লৈ আহ।

পণ্ডিত ঃ সকলতে দেউতা অমৃতা গছৰ পৰা পৰি মোৰ এই কঁপালৰ বিষটো হ'ল; থাকি থাকি মাজে মাজে উক দি উঠে। আৰু এটা কথা, দেউতা বোলোতে ভাগ্যবান পুৰুষ; আমিনো এনে শৰীৰ পামনে?

গঙ্গাৰাম ঃ (মিচিকিয়াই) হেৰ ৰাতীয়া, তোৰ দেখোন ধপাত এচিলিমেই আজি অনা নহয়। বেগাই লৈ আহ। হেৰ ৰামেশ্বৰ! অ' ৰামেশ্বৰ! হেৰ ৰাতীয়া ৰামেশ্বৰ গ'ল ক'লৈ?

ৰাতীয়া ঃ দেউতা ৰামেশ্বৰ বোপা নাই, কৰবাত ফুৰিবলৈ গৈছে।

গঙ্গাৰাম ঃ তয়ে ভিতৰত ক'গৈ, গোহালি ঘৰৰ কাষৰ কঠাল জোপাৰ কঠালটো যে মই পৰাই শলা মৰাই থৈছিলো, পকিব পায়; পণ্ডিতক সেইটো তেনেকৈ খাবলৈ দিয়ক। ইনো ৰামেশ্বৰ গধূলি ফুৰিবলৈ যায় ক'লৈ? গোসাঁই ঘৰত চাকি-চুকা এটা দিবলৈ পাবলৈ নাই। ই সদায় সন্ধ্যা বেলিকা কাৰ ঘৰলৈ গৈ কি কৰে, কিবা কব পাৰ নে পণ্ডিত?

এনেতে পাঁচ বছৰীয়া মাহিন্দ্ৰী ভিতৰৰ পৰা দলিটো অহাদি লৰি ক'লে, "দেউতা ককাইদেৱে দিনৌ ফয়থলা নবিথৰ ঘৰত ধপাত খায়গৈ!" কথাষাৰ ডাঙৰীয়াৰ কাণত, তুলাত ফিৰিঙতি পৰাদি পৰিল।

গঙ্গাৰাম ঃ সঁচা নে ই কুলাধমে ধপাত খাবলৈ শিকিলে?

মাহিন্দ্ৰী ঃ সঁঠা সঁঠা দেউতা, ককাইদেৱে খুব ধপাত খায়। তুমি কাছাৰীলৈ গ'লে, তোমাৰ হোকাত ককাইদেউ আৰু ৰাতীয়া দুয়ো ধপাত খায়। মই নিতৌ তোমাক কৈ দিম বুলি হুমিয়াই থাকো; তোমাক নক'বলৈ নিতৌ তেওঁ মোক পয়থা দিম বুলি টুটুৱাই থাকে, নিদিয়ে; সেই দেখি কৈ দিলো।

পণ্ডিত ঃ হয় দেউতা ৰামেশ্বৰ বোপাই খুব ধপাত খাবলৈ শিকিলে। তেওঁৰ ধপাতৰ চাটি দেখিলে ভয় লাগে।

গঙ্গাৰাম ঃ মোক ইমানদিনে তইঁতে কোৱা নাছিলি কিয়? তইঁত এটায়ে মোক মৰিয়াই মাৰিবৰ কাৰবাৰ কৰিছইঁক। যা যা পণ্ডিত তই এতিয়াই বৰহ্মবধীক ফয়চলানবিচৰ ঘৰৰ পৰা ধৰি লৈ আহ গৈ। ৰাতীয়া গোলামক ধৰ! ধৰ! মোৰ হোকাত ধপাত খায়। কি বিষম সাহ। ই গোলামে মোৰ ল'ৰাটোক ধপাত খাবলৈ শিকালে! খালে।

## দ্বিতীয় আধ্যা

ডাঙৰীয়াৰ ধোৱাঁখোৱাত ধপাত খোৱা আৰু ধপাত খাবলৈ শিকাই ৰামেশ্বৰৰ মূৰ খোৱা অপৰাধত বহুদিনীয়া পুৰণি লগুৱা ৰাতীয়াৰ পিঠিৰ ছাল আৰু চাকৰি লগে ভাগে গ'ল। এই দণ্ডত ৰাতীয়াক আমি পুতৌ নকৰো, তাৰ দোষ চাই দণ্ড হ'ল। কিন্তু ঘাই জগৰীয়া কোন এই কথাৰ বুজ নহ'ল। ঘাই জগৰীয়া ৰতীয়াও নহয়, ৰামেশ্বৰও নহয়, ফয়চলানবিচৰ পুতেক বা আন লগৰ লগৰীয়া ধপতুৱাইঁতও নহয়। তেন্তে নো কোন? ক'লেও লাগিব লেঠা, বুলিব গা পালিছি দেখোন। ফটামুখেৰে নকৈও নোৱাৰি। ঘাই জগৰীয়া — ডাঙৰ পাগুৰী, ডাঙৰ গাৰু আৰু ডাঙৰ গাৰে আমাৰ ডাঙৰীয়া ভেবা গঙ্গাৰাম।

জ্ঞানী লোকে কয়, উপদেশতকৈ আৰ্হি ভাল। তেওঁৰ নিজ ধপতুৱা তেজ মঙহেৰে গঠিত পাতল মনৰ পুতেকৰ আগত ধোৱাঁখোৱা লৈ দিনে-ৰাতিয়ে ধপাত খাই তেওঁৰ ঘৰ ধুৱঁলী-কুৱঁলি কৰি থাকিব, আৰু সেই পুতেকে সেই আৰ্হি নোলোৱাকৈ হাত সাবটি বহি থাকিব, এনে আশা কৰাটোৱেই অযুগুত। এশৰ ভিতৰত দুই চাৰিটা ল'ৰাইহে, ধপাত আদি ৰাগীয়াল বস্তু খোৱা বাপেকৰ অসজ আৰ্হি লোৱা লোভৰ হাতৰ পৰা সাৰিব পৰা দেখা যায়। মানুহৰ মন, বিশেষকৈ ল'ৰাৰ মন তপতে তপতে আমোদ পোৱা পাপ কাৰ্য্য কৰিবলৈ অলপতে ঢাল লয়। লোকৰ, ঘাইকৈ মাক-বাপেকৰ আৰ্হি লোৱাটো ল'ৰাৰ স্বভাৱ। থিতাতে ৰং-লগোৱা ৰাগীয়াল বস্তু, ধপতুৱা বাপেকৰ আৰ্হি আৰু ৰাতীয়া লগুৱাৰ কুসংসৰ্গ, এই এটাই কেইটাই লগ লাগি ৰামেশ্বৰক ধপাত-গোসানীৰ আগত বলি দিলে। নেচাবি বোলা বস্তুটো বেছি দেখনিয়াৰ, আৰু নেখাবি বোলা বস্তুটো বৰ সোৱাদ যেন লাগে। আমাৰ ৰামেশ্বৰৰ মনতো খাবলৈ- হাক ধপাত, চেনিতকৈ সোৱাদ আৰু ধন-সোণতকৈ মূল্যবান হৈ উঠিল। দেখোঁতে দেখোঁতেই

শ্ৰীলশ্ৰীযুক্ত গঙ্গাৰাম ডাঙৰীয়াৰ জল-পিণ্ডৰ আশা আমুকা পণ্ডিতৰ ভৰসা, ডাঙৰীয়ানীৰ আলসুৰা পুতেক শ্ৰীমান ৰামেশ্বৰ ডেকাডাঙৰীয়াৰ বৰ ধপতুৰা নাম যোৰহাট চহৰৰ, পূবে কুমাৰগাওঁ, পশ্চিমে দামুৰিচোৰগাওঁ, উত্তৰে ডোমগাওঁ, দক্ষিণে হাজাৰীগাওঁ আৰু বন্দীগাওঁ— এই চাৰিসীমা বিয়পি পৰিল।

## তৃতীয় আধ্যা

কালক্ৰমত শ্ৰীযুত গঙ্গাৰাম ডাঙৰীয়াই নিজ নামৰ আগৰপৰা "শ্ৰী"ক আসনচ্যুত কৰি সেই ঠাইত এই চিনটি বহুৱাই আৰু নিজ বংশধৰ ৰামেশ্বৰক নিজ উত্তৰাধিকাৰীৰ আৰু প্ৰতিনিধিৰ আসন এৰি দি, বিষদ-বায়ু-ৰাৰি-বহ্নি-বসুন্ধৰীৰে মিলি গ'ল। ভূতপূৰ্ব ৰামেশ্বৰ বোপা, ওৰফে ৰামেশ্বৰ ডেকাডাঙৰীয়া, বৰ্তমান শ্ৰীযুত ৰামেশ্বৰ সম্পূৰ্ণ ডাঙৰীয়া, গতিকে এই পাঁচ দফা বস্তুৰ মালিক হ'ল ঃ

(১) মাক আৰু ভনীয়েক।

(২) ঘৈণীয়েক।

(৩) ১০ জোপা বাঁহ, ১৭৫ জোপা তামোল, ২০ জোপা আম, ১৩ জোপা কঠাল, আৰু সৰুসুৰা আন আন গছেৰে সৈতে বৰঘৰ, মাৰল-ঘৰ, চৰাঘৰ, গোঁসাই-ঘৰ আৰু গোহালি-ঘৰ বিশিষ্ট, যোৰহাট নগৰস্থ পৈতৃক সম্পত্তি।

(৪) ১৮৪২।৯ টকা কেএজন মুদি আৰু দুই চাৰিজন সুতখোৰা লোকৰ ঘৰত পৈতৃক ধাৰ।

(৫) ৰূপৰ পৈতৃক ধোৰাঁখোৰা।

অচিৰতে উল্লিখিত সম্পত্তিৰ স্বত্বাধিকাৰী নতুন ডাঙৰীয়া ৰামেশ্বৰৰ গমন গজেন্দ্ৰৰ নিচিনা। বচন ভগা-ঢোলৰ নিচিনা আৰু গলধন মতা ম'হৰ নিচিনা হৈ পৰা দেখি আমি আচৰিত নেমানিলো। ৰামেশ্বৰ পূৰা ডাঙৰীয়াৰ গাদিত উঠিবৰ দিনাৰপৰা ৰূপৰ ধোৰাঁখোৰাৰ ধোৰাঁই, তেওঁৰ জীৱনৰ একমাত্ৰ ওখ আশা পৰিপূৰ্ণ কৰি, বৰখুটা-বৰচতিৰে পৈতৃক চৰাঘৰটো, সকলোৰে দেখা শুনাকৈ ধুৰঁলী-কুৰঁলি কৰি থ'বলৈ ধৰিলে।

## চতুৰ্থ আধ্যা

টকাই টকা আনে বুলি বুঢ়ালোকে কয়। বিয়োগ চিনৰ "—" কানমাৰি কান্ধত লৈ ১৮৪২।৯ টকাই নিজৰ লগলৈ অতি অলপ দিনৰ ভিতৰতে ২৩১৩।০ টকা ভাৰ বান্ধি আনিলে। ধাৰ দিওঁতা কেএজনমহাজন দোকানী পোহাৰীৰ ভিতৰত ৰামেশ্বৰ ডাঙৰীয়াক ভেট ভেট লাগি পৰিল। দলনিত নমা ম'হৰ ঠেঙত জোক ওলোমাদি ৰামেশ্বৰ ডাঙৰীয়াৰ গাত জোকাজোকে মামলা-মোকৰ্দ্দমা ডিক্ৰি ডিক্ৰিজাৰি ওলমি পৰিল। দেখোতে দেখোতেই ৰাপতীসাহোন মাটি-বাৰী অলঙ্কাৰ-পাতি যি আছিল সকলোবোৰ, ফুটা পাচীৰপৰা জুৰ-জুৰ কৰে বালি সৰি পৰাদি পৰি নাইকিয়া হ'ল। ৰামেশ্বৰ ডাঙৰীয়াৰ কিন্তু তাত বেজাৰ নাই। হৰিয়ে দিছিল, হৰিয়েই আকৌ হৰি নিলে। উপজি আহোঁতে তেওঁ ধন-সম্পত্তি একো লগত লৈ অহা নাই, এই পৃথিৱী এৰি যাওঁতেও সেইবিলাক একোকে তেওঁ লগত লৈ নেযায়। অৱশ্যে পৈতৃক ৰূপৰ

ধোৱাঁখোৱাটো হাতৰপৰা যাবৰ দিনা তেওঁৰ দুচকুৰে দুধাৰ লো বৈ গৈছিল; কিন্তু লো দুধাৰ তেওঁ সকলোৰে আগতে তেতিয়াই মচি পেলালে। তেতিয়াৰ পৰা তেওঁৰ চকুত পানী দেখিছো বুলি কোনোবাই শপত খাই ক'ব পাৰে যদি কওকচোন? ৰূদাই গ'ল ভদাই আহিল; ৰূপ খটোৱা ধোৱাঁখোৱা গ'ল, তাৰ পিছ দিনাই নাৰিকলৰ উকা ধোৱাঁখোৱা আহিল। ৰূপৰ ধোৱাঁখোৱাইদি যেনে বৰণৰ যি পৰিমাণৰ ধোৱাঁ তেওঁ উলিয়াইছিল, আজিৰ এই চৰতীয়া বেছৰ ধোঁৱাখোৱাতো তেওঁ তেনে বৰণীয়া আৰু সিমান পৰিমাণে ধোঁৱা উলিওৱাত কোনো ব্যাঘাত জন্মা নাই। তেন্তে তেওঁৰ নিচিনা জ্ঞানীলোকৰ তাত বেজাৰৰ কাৰণ কি আছে? আগেয়ে তেওঁ ঘৰ-দুৱাৰ আদি নানা বিষয়ৰ ভাবনা জালত পৰি আছিল, এতিয়া সেই জালৰ পৰা এৰাই আহি এক ধোৱাঁখোৱাৰ চিন্তাত ৰ'লহি। শাপ নহ'ল তেওঁৰ পক্ষে ই বৰ, আৰু "বান্ধ নহ'ল পৰম প্ৰসাদ"হে হ'ল, অন্ততঃ তেওঁৰ এনে বিশ্বাস। বোজা পেলাই এতিয়া ৰামেশ্বৰ ডাঙৰীয়াই গাটি ফুলৰ চাকি যেন লঘু পালে; আৰু ডাঙৰীয়াৰ লগে লগে আমি দৰ্শক সকলৰ গা কেইটিও লঘু লাগি পৰিল।

বহুতে ভাবি মূৰ তপা কৰিছে যে, ৰামেশ্বৰ ডাঙৰীয়াৰ কিহত ইমানবিলাক ধাৰ লাগিল? তেওঁৰ দোষৰ ভিতৰত কেৱল ধপাত খোৱাটোৰ বাহিৰে দেখোন একো শুনিবলৈ পোৱা নেযায়। ধোৱাঁখোৱাই দিনে ৰাতিয়ে মৰিমুজি তোৰ্‌তোৱাইও যে এই অলপ কালৰ ভিতৰতে মাতি আনি, ইমান বিলাক ধাৰৰ বৰষুণ বৰষাবৰ সমৰ্থ হ'ব, এনে সম্ভৱ নহয়। সত্যৰ খাতিৰত সৈ কঢ়া উচিত যে ওপৰত কোৱা 'বহুতৰ' ভিতৰত আমাৰও আসন আছে। এই নিৰ্দোষী "বহুত" বেচেৰাইঁতৰ নিচিনাকৈ, লোকৰ আপোন আপোন অৱস্থাদি সম্পৰ্কে গোপনীয় ঘৰুৱা কথা জানিবৰ নিমিত্তে আকলুৱা হৈ শুং বিচাৰি ফুৰা অভ্যাসটো আমাৰো নাই বুলি ধৰম চিয়াই ক'ব নোৱাৰোঁ। কিন্তু অহো পুৰুষাৰ্থ কৰিও এইবাৰ এই কথাৰ শুং বা পুং বিচাৰি উলিয়াব নোৱাৰিলো। এইবাবে শুং অন্বেষণকাৰী ভ্ৰাতৃমণ্ডলীৰ ওচৰত আমাৰ গলবস্ত্ৰে ক্ষমা প্ৰাৰ্থনা।

এইবিলাক যেই কিবা নহওক, এইটো ধ্ৰুৱপ যে পাঁচ দফা সম্পত্তিৰ মালিক ৰামেশ্বৰ ডাঙৰীয়া টুটি গৈ দুবছৰৰ ভিতৰতে মোটে এদফাৰ মালিকত ৰ'লগৈ। সেই দফাও আগৰ দফাৰ পাইকহে, যথা— নাৰিকলৰ কোৰোকাৰ উকা হোকা একগোট। অৰ্থাৎ আগৰ পৈতৃক ৰূপ-খটোৱা ধোৱাঁখোৱাৰ প্ৰেতাত্মা বা ভূত চাৰি পয়চীয়া হোকা এটা বিপদ নৈৰ ঢল অহাদি আহে। তেওঁৰ মাক ভনীয়েক আৰু ঘৈণীয়েককো বিপদৰ বানে এই সংসাৰৰ পৰা অলপ দিনৰ ভিতৰতে উটাই লৈ গুচি গ'ল। সকলোৰে চকুৰ আগতে ৰামেশ্বৰে ডাঙৰীয়া এই পৃথিৱীত অকলশৰীয়া হৈ পৰিল। বিপদৰ বন্ধু এক ধোৱাঁখোৱাত বাজে ইহ সংসাৰত তেওঁৰ সহায়-সাৰথি আৰু কোনো নৰ'ল। তাকে হাতত লৈ, পৰ্বত যেন মানুহ সেই গঙ্গাৰাম ডাঙৰীয়াৰ পুতেক অকলশৰীয়া ৰামেশ্বৰ ডাঙৰীয়া, যোৰহাট নগৰৰ আলিবাটত টৌ টৌ ফুৰিবলৈ ধৰিলে।

## পঞ্চম অধ্যা

জেঠৰ ৭ তাৰিখে দুপৰীয়া দিখৌমুখলৈ যোৱা বাটৰ গছ এজোপাৰ তলত এজন মানুহে হাতত ধোৱাঁখোৱা লৈ বহি জিৰাইছে। বৰ ৰ'দ কিন্তু গছৰ ছাঁত জুৰ। দুৰৰ গছ-গছনিত জিলীয়ে

কেৰ-কেৰীয়া দীঘল সুৰীয়া, আমি বুজিব নোৱাৰা গীত গাইছে; আৰু আলিৰ কাষৰ গছজোপাৰ তলত সেই মানুহজনৰ হোকাই সেই গীতত আমি বুজিব পৰা চুটি আৰু দীঘল দুই ৰকমৰ গোৰগোৰীয়া সুৰ দিছে। এনে সময়তে টাপলি মৰা ছাতি এটা লৈ, আমাৰ চিনাকি টিকনি জোকাৰি, আৰু এজন মানুহ কাষ চাপি আহি মাত লগালে, "হ! এইটিআমাৰ ৰামেশ্বৰ বোপা ডাঙৰীয়া নে কি? ক'ৰপৰা ওলালাহি?"

ৰামেশ্বৰ ঃ তেৱেঁই। তুমি নো কৰপৰা ওলালাহি আগেয়ে কোৱাচোন?

আমুকা পণ্ডিত ঃ মই এটা সকামত ৰংপুৰলৈ গৈছিলো। দক্ষিণপটীয়া গোসাঁই ঈশ্বৰৰ কাইলৈ শ্ৰাদ্ধ পাতিছে, তালৈকে যাবলৈ বুলি আহিছো, তুমিও সেই মুৱেইনে কি?

ৰামেশ্বৰ ঃ এৰা, ঘূৰি-পকি আহি আমিও সেই মুৱেই। ভালেদিন গুৰু ঘৰলৈ যোৱা নাই, এই সময়ত গৈ সেৱা এটা কৰি আহোঁগৈ বুলি ওলাইছো। ভালেই হ'ল, দুয়ো একেলগে যাওঁইক। ধপাত এহোঁপা নোখোৱানে?

পণ্ডিত ঃ কিয় নেখাম? দিয়া।

ৰামেশ্বৰ ঃ এতিয়া আৰু তোমাৰ আগত মই তাহানিৰ নিচিনাকৈ ধোৰাঁখোৰা নুলুকাওঁ। হিঃ হিঃ হিঃ! মনত আছে নে?

পণ্ডিত ঃ আছেতো! তুমি এতিয়া ডাঙৰ শাৰীলৈ 'প্ৰমোচন' পালা। তেতিয়া তুমি 'পোৱালি' আছিলা। হিঃ—হিঃ—হিঃ—!

## ষষ্ঠ আধ্যা

দিখৌমুখত ধাপৰ নোহোৱা নাও এখন লৈ ৰামেশ্বৰ ডাঙৰীয়া আৰু আমুকা পণ্ডিতে দক্ষিণপাটলৈ পাৰি দিলে। গোসাঁইৰ শৰাধত কিমান দক্ষিণা আৰু কাপোৰকানি পাব, মনে মনে তাৰ লেখ কৰি আমুকা পণ্ডিত নাৱৰ চৰথতে বহি টলকা মাৰি যাব লাগিছে। ডাঙৰীয়া ৰামেশ্বৰেও কাষতে বহি মৌন হৈ, কি ভাবি ক'ব নোৱাৰো, হোঁকা হুপি যাব লাগিছে।

গুৰিয়াল ঃ দেউতা, সৌৱা ৰিণিকি ৰিণিকি দক্ষিণপাট সত্ৰৰগছ দেখা পোৱা গৈছে।

"হয়নে ক'তা?" বুলি ৰামেশ্বৰ ডাঙৰীয়াই, বা ভূতপূৰ্ব ৰামেশ্বৰ ডাঙৰীয়াৰ অৱশিষ্টই, খচ্মচ্ কৰে উঠি সত্ৰৰ উদ্দেশ্যে সেৱা কৰিবৰ খোজোতেই, কেনেবাকৈ হাতৰ পৰা সচিলিম ধোৰাঁখোৰাটো ব্ৰহ্মপুত্ৰত পৰিল। ডাঙৰীয়াইও মুহূৰ্ত মাত্ৰ অপেক্ষা নকৰাকৈ চৰতীয়া বেচৰ ধোঁৰাখোৰাটো ধৰি আনিবৰ মনেৰে নিজৰ বহুমূলীয়া শৰীৰটোক, নাৱৰীয়াহঁতৰ আৰু পণ্ডিতৰ "হে কি কৰা? কি কৰা?" চিঞৰলৈ আওকাণ কৰি, জপং কৰে ব্ৰহ্মপুত্ৰৰ মাজত পেলাই দিলে।

হায়! হেকাটো ব্ৰহ্মপুত্ৰৰ টান সোঁতত ভালেমান দূৰলৈকে সোঁ-সোঁ কৰে উটি যোৱা দেখা গ'ল। কিন্তু ডাঙৰীয়াক আৰু দেখা পোৱা নগ'ল। পণ্ডিত আৰু নাৱৰীয়াহঁতে মূৰে কপালে হাত দি, "হায়! হায়! কি হ'ল!" কৰিবলৈ ধৰিলে।

বিয়লি বেলিকা নাওখন আহি দক্ষিণপাটৰ ঘাট চাপিলহি। নাও ঘাট চপা দেখি পণ্ডিতে লাহেকৈ মাত লগালে, 'নাৱৰীয়া ককাইহঁত এটা কথা; আদখিনি বাটলৈকেতো ৰামেশ্বৰ ডাঙৰীয়া

নাৱত আহিছিল; সেইদেখি সেইডোখৰ বাটৰ বাবে আদখিনি কেৰেয়া তেওঁৰ গাত। মোৰ পৰা বাকী আদখিনিহে তহঁতে পাব লাগে।"

নাৱৰীয়াঁহত ঃ বাপু দেউ, আপুনি যাওক, আমাক একো দিব নেলাগে। আজি আমি এজন মানুহকে হেৰুৱালো, ধন লৈ আমি চহকী নহওঁ।

এই কথা শুনি "বাৰু বোপাইহঁত কুশলে থাক" বুলি পণ্ডিতে দুই হাত দাঙি নাৱৰীয়াহঁতক আশীৰ্বাদ কৰি নাৱৰ পৰা বামলৈ উঠিবলৈ কাৰবাৰ কৰিছে, এনেতে কাষতে জাজী এসোপাৰ মাজত লাগি থকা এটা ধোবাঁখোৱা তেওঁৰ চকুত পৰিল। খাগৰি এডালেৰে হাকুতিয়াই পণ্ডিতে হোকাটো আনিলে। দেখোন ৰামেশ্বৰ ডাঙৰীয়াৰ সেই সাংঘাতিক ধোবাঁখোৱাটো। ■

# ভদৰী

## প্ৰথম আধ্যা

"ঐ অ! ভাত লৈ আহ! — শুনিছনে? বোলো ভাত লৈ আহ!" এইবুলি নাঙলটো চোতালতে থৈ শিঙৰামে লৰা-লৰিকে আঠুমূৰীয়া তিতা চুৰিয়াখন সলাই ঘৈণীয়েক ভদৰীয়ে ভাত-বন্ধা খোটালি পাই দেখিলে, ভাতে ফুটহে কাঢ়িছে। আজ্ঞাৰ কালেও ততোধিক মলিয়াইছে বা কলিয়াইছে হে বুলিব লাগে। অৰ্থাৎ ঢেকীয়া শাকমুঠি মেলাহি-বাটিটোত বাছি থোৱা হৈছে, ধোৱাও হোৱা নাই; কলপাত এডোখৰৰ ওপৰত ওচৰতে মৈদাখন মৰা ম'ৰা চৰাইটো যেন কাতি হৈ পৰি আছে, আৰু ঠেতেলামূৰীয়া মাটি সনা কাৱৈ মাছকেইটাই, ভাং খাই টঙনাটঙনি কৰি মূৰ ফলাফলি কৰা ছাই সনা ফকিৰৰ দৰে, পৰি ছট্‌ফট্ কৰিব লাগিছে। সিফালে ভাতৰ চৰুৰ তলত গেৰেহা খৰি লৰালৰিকৈ সুমাই দি, ভদৰীয়ে কম্মৰৰ ভাতীৰ নিচিনাকৈ ফোচ্ ফোচ্ কৰি ফুৰাইছেহে ফুৰাইছে কিন্তু খৰিৰ জাৰেই মৰা নাই, সোঁ-সোঁ-সোঁ কৰি খৰিয়ে কেকনি-গেথনিহে ধৰিছে। শিঙৰামৰ খং মূৰৰ চুলিৰ আগ পালেগৈ। কেইবাটাও কথাই আজি পুৱাৰ পৰা শিঙৰ খংজুই জ্বলাই থৈছিল; দুপৰীয়া হাল মেলি আহি ভাত নোপোৱা কথাটোৱে সেই জ্বলা জুইকুৰাত ঘিঁউ ঢালি দিলে মাথোন। প্ৰথম কাৰণ, আগদিনা শিঙৰ লঘোণে থৈ আৰু তাৰ হাল খতি কৰি নিষ্ঠুৰ কৃষ্ণা একাদশী গুছি গ'ল। দ্বিতীয় কাৰণ, একাদশী কৰি গা-বহা গৰাকীৰ দৰে, গৰুহালেও হালত নেযাওঁ-নথওঁকৈ পুৱাৰে পৰা শিঙক মহা আমনি কৰি আছিল। স্বৰূপতে পথাৰৰ এটাইখিনি কথা ভাঙি-ছিঙি ক'ব লাগিলে, গৰু হালত গাত, কামৰ সময়ত "গাফিলি" কৰি কান্ধত যুৱলিৰেই গুইপৰা জগৰ পৰে; আৰু গৰুৰ গৰাকীৰ গাতো হিন্দুৰ পূজ্য গোজাতিৰ বিপক্ষে অতি অহিন্দু শাইক প্ৰয়োগ কৰা আদি ডাঙৰ জগৰ আহি পৰে। লোকে যিহকে কওক, আমি কিন্তু লগনীয়া স্বভাৱৰ লোক নহওঁ। সেইবিলাক টুটকীয়া কথা লগাই, একাদশী কৰি পেটে কঁকালে লগা বপুৰা শিঙৰামক আৰু লঘোণে-ভোকে থৰৰ আমাৰ ইচ্ছা নাই; আৰু গৰুহালৰ ওপৰত ভদৰীৰ শেলাই বন্ধ গৈ থকা ভাল মতটো খহি-পিহি গুচাই দিবৰ অভিলাষো আমাৰ নাই। তৃতীয় কাৰণটো এইখিনিতে লগে ভাগে কৈ থোৱা ভাল, নাইবা ভদৰী-শিঙৰামৰ এই উপাখ্যানটো এই পৃথিৱীত অঙ্গহীন হৈ ৰ'ব। যথা, মাটিৰ সীমা ঠেলা ৰাবে বেথাই বহুৱাৰে সৈতে সেই পুৱাই পথাৰত শিঙৰামৰ অলপ থকা-খুন্দা লাগি আহিছে। থকা-খুন্দাটো, তপত ঘিঁউত লুচি ওফন্দানি ওফন্দি, ডাঙৰ হৈ উঠিছিল, কিন্তু গতি

বিষম দেখি বহুৱা বেথায়ে খোচ মাৰি, ওফন্দি উঠা টৌটো ফুটাই দি পলাল দেখি জানিবা সেই খকা-খুন্দা অৱস্থাতে ৰ'ল। এই বিচিত্ৰ সংসাৰত পূৰ্বাপৰ প্ৰচলিত নিয়ম আছে, যে বাহিৰত য'তে যিহতে পুৰুষৰ খং উঠক, তাত সেই খঙৰ সদ্ব্যৱহাৰ বা অসদ্ব্যৱহাৰ তেওঁ কৰিব নোৱাৰিলে, ঘৰলৈ উভতি আহি ঘৈণীয়েকৰ ওপৰত, সঁচাই-মিছাই সেই খং দপালি দি বৰ মতা ওলায়। আমাৰ সংসাৰী শিশুৰামো এই প্ৰচলিত নিয়মৰ বাহিৰা নহয়। ইয়াৰ আগেয়ে সি এদিন অঘাইটং বেথাই বহুৱাৰ পালতে পৰিণগুৰ্ণাগতি হৈ আহি, গোহালিত এতিয়ালৈকে জাকি দিয়া হোৱা নাই বুলি, ঘৰ সোমায়েই অনাহকতে ভদৰী বেচেৰীৰ পিঠিত ঔ পৰা কথাও আমি জানো।

গিৰীয়েকৰ এনে বৰ মতালিৰ মানে ভদৰীয়েও বৰিয়াকৈ বুজি, একো নেমাতি আই বসুমতীৰ দৰে পিঠি পাতি দি সদাই সহি থাকে। বাস্তবিক পক্ষতে ভদৰীৰ এনে বিশ্বাস হৈ গৈছিল যে ভুকুটো ঢকাটো চৰটো গোৰটো আৰু কাঠখৰি আৰু ঢেকিঠোৰাৰ মাৰটো, উঠা-বহা, খোৱা-লোৱাৰ লগৰে বিবাহিত জীৱনৰ এটা অপৰিহাৰ্য্য অঙ্গ। কিন্তু সকলো কথাৰে এটা যুক্তিসঙ্গত সীমা আছে; মাৰ-কিলো যে অসীম ঈশ্বৰ লগতে এটা অসীম পদাৰ্থ এনে নহয়। সহন-শিৰোমণি বসুমতীৰো কেতিয়াবা কেতিয়াবা শিল-মাটিৰ গা কঁপে। আমাৰ সৰু-সহনীয়া ভদৰীৰ তেজ-মঙহৰ শৰীৰেও থাকি থাকি অসহ্য হ'লে কেতিয়াবা দুই এটা জিকাৰ মৰাটো কি টান কথা? কেঁচা খৰিৰ জুই ফুৱাই ফুৱাই নাকৰ পানী আৰু চকুৰ পানীয়ে একে হোৱা ভদৰীয়ে দুৰ্ভাগ্যবশতঃ আজিও এটা অসঙ্গত আৰু অযুগুত জিকাৰ মাৰি দিলে।

শিশুৰাম ঃ অমুকৰ জীয়েক, এই বেলি তিনিপৰীয়ালৈকে ভাত হোৱা নাই কিয়?

ভদৰী ঃ মোৰ মূৰটোৰে ভাত ৰান্ধি দিম নেকি? খৰি এডাল বুলিবলৈ নাই! গেৰেহা কেঁচা খৰি ফুৱাওঁতে ফুৱাওঁতে হাৰাশাস্তি হৈছো। নুবুজা নেমেলাকৈ দুপ্‌দুপাই উঠিলেই হ'ল নেকি?

"বেটী কি বুলিলি?" এইবুলি জমদগ্নি শিশুৰামে, কাৰৈ মাছৰ তেজ পিবলৈ টোপালি পাৰি পৰি থকা মৈদাখনেৰে, ভদৰীৰ পিঠিত ওপৰা ওপৰিকৈ দোকাব মাৰিলে। তৃতীয় কোব মৰাৰ আগেয়ে, ভদৰীৰ চিএৰ শুনি লৰি আহি, শিশুৰামৰ বেলেগতীয়া ভায়েক কিনাৰামে পিচ ফালৰ পৰা "হে হে ককাই কি কৰা!" বুলি শিশুৰামক সাবট মাৰি থাপমাৰি হাতৰপৰা তেজেৰে ৰাঙলি মৈদাখন কাঢ়ি নিলে। ভদৰী তেজেৰে টুংৰলি হৈ মুচ্‌কচ্ গৈ মাটিত পৰিল।

## দ্বিতীয় আধ্যা

আস্পতালত থাকি তিন দিনৰ মূৰত ভদৰীয়ে জ্ঞান পালে। জ্ঞান পায়েই প্ৰথমেই কাষত থকা ডেৰেচীক সুধিলে, "তেওঁ ক'লৈ গ'ল?"

ডেৰেচী ঃ কৌন তেওঁ?"

"ভদৰী ঃ (অলপ অপ্ৰস্তুত হৈ) আমাৰ তেওঁ। মোৰ গিৰিহঁত।

ডেৰেচী ঃ ও আদমী হাজোত মে আছে।

ভদৰী ঃ তেওঁক মাতি পঠিয়াওক দেউতা!

ডেৰেচী ঃ ক্যা মাতি পঠিয়াও গে; ও আদমি আভি আহিবে নাহি পাৰিবে। উচ্‌কো তো হাজত মে দিছে। আচ্ছা তুমি ৰহ আভি। তোমাৰা আদমিকা বাত তুমি আভি নাহি ভাবিবে। ও বাত আভি ভাবিলে হামি জানিছে তোমৰা বেমাৰ বহুত বেছি হবে।

আস্পতালৰ ডেৰেচীৰ কথা শুনিয়েই ভদৰী আকৌ অজ্ঞান হৈ পৰিল। এনেতে বৰ ডাক্তৰ আহি পালেহি। ডাক্তৰে কম্পাউণ্ডৰৰ মুখে ৰোগীৰ সকলো অৱস্থাৰ ভূ পাই শিশুৰামক হাজোতৰ পৰা আনি তাইৰ আগত নিদিলে তাইৰ সোনকালে আৰোগ্য হ'বৰ আশা নাই বুজি, তেতিয়াই তাৰ দিহা কৰিলে।

## তৃতীয় আধ্যা

এইবাৰ জ্ঞান পাই ভদৰীয়ে চকু মেলিয়েই দেখিলে তাই পৰি থকা শয্যাৰ কাষত, দুটা ৰঙা পাগুৰীয়া কনিষ্টবলৰ মাজত শিশুৰাম থিয় হৈ আছে। কাষতে ডাক্তৰ চাহাব।

ভদৰী ঃ (শিশুৰামৰ ফালে চাই) তোমাৰ গা কেনে আছে? আজি ভাত খালানে? তোমাৰ ভাত পানী খোৱাত মহা দুখ হৈছে চাগৈ?

উত্তৰস্বৰূপে শিশুৰামৰ দুচকুৰে দুধাৰ লো বৈ গ'ল।

ভদৰী ঃ (ডাক্তৰলৈ চাই হাত যোৰ কৰি) দেউতা ঈশ্বৰ। ধৰ্ম্মাৱতাৰ। এওঁৰ কোনো দোষ নাই, এওঁক এৰি দিয়ক। বেটী গোলামীয়ে চুলি ছিঙি কাতৰ কৰি মাতিছোঁ, মোৰ গিৰিহঁতক এৰি দিয়ক। মাছ বাছিবলৈ যাওঁতে উজুটি খাই পাতি থোৱা মৈদাত পৰি বেটী গোলামীৰ গা কাটিছে।

ভদৰীৰ সকৰুণ কথা শুনি ডাক্তৰ, ডেৰেচী, কনিষ্টবল আদি সকলো অবাক! শিশুৰামেও আৰু থাকিব নোৱাৰি হৌ হৌ কৰে কান্দিবলৈ ধৰিলে, "নহয় হজুৰ! মইহে এইক মৈদাৰে কুবিয়ালো, মোক হজুৰ ফাঁচি দিয়ক। ধৰ্ম্মাৱতাৰ মই মহাপাপী; মই এনেজনী তিৰোতাৰ গাত অস্ত্ৰেৰে কোব মাৰিলো।"

## সামৰণি

অলপ দিনৰ ভিতৰতে ভদৰী সম্পূৰ্ণৰূপে আৰোগ্য হ'ল। কিন্তু স্বামীক নিৰ্দোষী কৰি আইনৰ গৰাহৰ পৰা ৰাখিবলৈ তাই প্ৰাণপণে চেষ্টা কৰাতও, তাৰ কঠিন পৰিশ্ৰমেৰে সৈতে তিনি মাহ ফাটকৰ হুকুম হ'ল। শিশুৰামে হাঁহি হাঁহি বৰ ফাটকৰ ভিতৰলৈ, আৰু ভদৰীয়ে কান্দি কান্দি শোক-ভৰা হৃদয় লৈ আপোন ঘৰৰ ভিতৰলৈ সোমাই, এইখিনিতে আমাৰ এই বেগেতীয়া সাধুটি শেষ কৰি দিলে। ■

# শিৱপ্ৰসাদ

## প্ৰথম আধ্যা

শিৱপ্ৰসাদৰ ঘৰ আনন্দপুৰত; বয়স ১৮ বছৰ। সি জাতত কঁহাৰ; সুস্থসবল আৰু সুশ্ৰী ডেকা। তাৰ মাক-বাপেক ককায়েক ভায়েক ভনীয়েক সকলো আছে; ঘৰত খাবলৈ ভাত, পিন্ধিবলৈ কাপোৰ আছে; কিন্তু মনত শান্তি নাই! আজি এবছৰ মানৰ পৰা তাৰ মানসিক অৱস্থা শোচনীয়। সি সঁচাসঁচিকৈয়ে ভাবে তাৰ সকলো আছে, অথচ সি ডালদৰিদ্ৰ। এবুকুৱা পানীত সি পৰি থাকিও তাৰ ডিঙি শুকান। তাৰ মন উদাস, হিয়া উদং, প্ৰাণ বলিয়া। আমি কিন্তু তাৰ গাত দায় নিদিওঁ; দায় দিওঁ যৌৱন প্ৰভাতৰ উত্ৰাৱল বতাহৰ গাত। মোহনী ভাঙৰ চিলিমৰ এহোপা ধোঁৱাই যেনেকৈ জাতিলাও এটাৰ সমান আয়তনৰ মানুহৰ মূৰ এটাৰ ভিতৰত্ত উনপঞ্চাশটা বায়ুৰ অৱতাৰণা কৰিবৰ পক্ষে যথেষ্ট, প্ৰথম যৌৱনৰ এচাতি চোকা বতাহেই তেনেকৈ ন ডেকা এজনৰ মূৰৰ ভিতৰত কলৈ যাওঁ, কি কৰো নামৰ বিষম বাতিক জন্মাবৰ পক্ষে যথেষ্ট। বঙালী কবিয়ে বান্ধি থৈছে ঃ

"জীবনে আজ কি প্ৰথম এল বসন্ত!  
নবীন বাসনা ভরে হৃদয় কেমন করে  
নবীন জীবনে হল জীবন্ত!  
সুখ-ভরা এ ধরায় মন বাহিরিতে চায়,  
কাহারে বসাতে চায় হৃদয়ে!  
তাহারে খুঁজিব দিক-দিগন্ত!  
যেমন দখিনে বায়ু ছুটেছে!  
কে জানে কোথায় ফুল ফুটেছে!  
তেমনি আমিও সখি যাব,  
না জানি কোথায় দেখা পাব!  
কার সুধাস্বর মাঝে জগতের গীত বাজে,  
প্রভাত জাগিছে কার নয়নে!  
কাহার প্রাণের প্রাণ অনন্ত!  
তাহারে খুজিব দিক দিগন্ত।"

এইদেখি আমি বপুৰা শিৱপ্ৰসাদৰ গাত জানি শুনিয়েই দোষৰ ছিটা পেলোৱা নাই। জীৱনৰ ভিতৰত, সাধু-মহন্ত, ৰজা-প্ৰজা, ধনী, খৰীভাৰী কোনেও হাতত তাম-তুলসী-গঙ্গাজল লৈ ক'ব নোৱাৰে যে তেওঁ এবাৰ এই প্ৰথম যৌৱন-ভাণ্ডৰ চিলিমত হোপা মাৰি মন মুকলি কৰি নাই দিয়া বুলি। ৰজাৰ কোঁৱৰৰ গাত ওপৰত কোৱা প্ৰথম বসন্তৰ বতাহ লাগিলে মন্ত্ৰীৰ কোঁৱৰ, পাত্ৰৰ কোঁৱৰ আৰু বাৰীৰ কোঁৱৰক লগ লৈ তেওঁ দেশভ্ৰমণ কৰিবলৈ ওলায়; ভাল মানুহৰ ল'ৰাৰ গাত এই বতাহ লাগিলে তেওঁ ঘৰ এৰি যাত্ৰাওৱালাৰ লগত পলাই যায় বা থিয়েটাৰৰ দলত সোমায়, আৰু সৰু মানুহৰ ল'ৰাৰ গালত উল্লিখিত সৰ্বনশীয়া বা লাগিলে সি বলিয়া বতিয়া হৈ কাছাৰীত গোচৰৰ লেখ বঢ়ায়। সৰহ নকওঁ, বাঘ চাল পিন্ধা গোবৰখুটিৰ ছাই-সনা মহাযোগী মহাদেউৰ নামেও পুৰাণত "হৰমোহন" বুলি দণ্ডবিধি আইনমতে দণ্ডনীয় কিবা এটা গুৰুতৰ অভিযোগ আজিলৈকে ফটফটীয়া হৈ পৰি আছে। আমাৰ ন বকৰা শিৱপ্ৰসাদো এদিন ঘৰ এৰি আপোনাৰ সকলোকে শোক সাগৰত বুৰাই মনৰ মানুহ বিচাৰি "দক্ষিণে বায়ু ছুটাদি" কৰবালৈ "ছুটিল।" পুৰুলিয়াত লচিমীয়াৰ ঘৰ। লচিমীয়া নৱযৌৱন-সম্পন্না শুভ্ৰদৰ্শনা শুভ্ৰবসনা কৃষ্ণাঙ্গী কোল সুন্দৰী। তাইৰ বাপেক মৰিল, মাক মাথোন আছে। মাক বুঢ়ী আৰু নিচেই হোজা; জীয়েকো হোজা বিষয়ত মাকৰ নিৰ্ভুল নকল। লচিমীয়াই হাটবাৰৰ দিনা লাওটো কচুটো হাটত বেচি যি উপাৰ্জন কৰি আনে, তাৰেই মাক-জীয়েক দুয়ো পোহ যায়। আইয়ৰ্ণ চাহাব পুৰুলিয়াৰ প্ৰজাৰঞ্জক হাকিম। বিলাতৰপৰা তেওঁ আহিবৰ বহুত দিন হোৱা নাই; কিন্তু তেওঁ ইয়াৰ ভিতৰতে পুৰুলিয়াৰ মানুহৰ প্ৰিয়পাত্ৰ হৈ পৰিছে। এদিন চাহাব হাট চাবলৈ গৈছিল। হাটতে লচিমীয়াই আলু কচু গোটাচেৰেক আগত লৈ পোহাৰ দি বহি আছে। চুম্বকৰ ফালে লো টান খাই অহা দি লচিমীয়াৰ ফালে চাহাব বাহাদুৰ টান খাই আহিল।

চাহাব : "তোমাৰ ঘৰ কতে আছে?"

লচিমীয়া : "এই পুৰুলিয়াস্তে।"

চাহাব : "তুমি দেখিবলৈ ভাৰী হুন্দৰী আছে।"

লচিমীয়া : "হুন্দ্ৰীতো আছোঁ, থাকিলে কি হোবে চাহাব, হামাৰ জাতৰ মৰদলোকতো হামাকে হুন্দ্ৰী নাহি দেখে!"

চাহাবে লচিমীৰ কথা শুনি হাঁহিবলৈ ধৰিলে। সঁচাকৈয়ে লচিমীয়াৰ মনত সদাই বেজাৰ যে তাইৰ আজিলৈকে বিয়া নহ'ল। কোলৰ ভিতৰত দুখীয়া ছোৱালীৰ বিয়া হোৱা বৰ মস্কিল। একো একো জনী আবিয়ৈ থাকিয়েই বুঢ়ী হৈ মৰি যায়। সিহঁতৰ বিয়াৰ বাটত নানা প্ৰতিবন্ধক।

## দ্বিতীয় আধ্যা

শিৱপ্ৰসাদ অনাই বনাই ফুৰি এদিন পুৰুলিয়াৰ হাটত ওলালহি। হাটত হঠাৎ এবাৰ লচিমীয়াৰ সৈতে দেখা হ'ল। দেখাও হ'ল, ততালিয়ে দুয়ো দুয়োৰো চিটিকাতো লাগিল। নিমিষৰ ভিতৰতে শিৱপ্ৰসাদৰ মনত হ'ল, যে সি যি বস্তুকে আজি অ'ত দিন অনাইবনাই আকুল-ব্যাকুল হৈ বিচাৰি ফুৰিছিল, এই কোল সুন্দৰীয়েই সেই বস্তুটো। এই সুন্দৰীৰ নয়নতে "প্ৰভাত জাগিছে", এই সুন্দৰীৰ সুধাস্বৰৰ মাজতে "জগতেৰ গীত বাজে"। ওপৰত-কোৱা বঙ্গ

লেী কবিৰ গান এফাকি আকৌ এইখিনিতে শিৱপ্ৰসাদৰ হৈ গাই দিওঁ—

"আমার পরাণ যাহা চায়, তুমি তাই, তুমি তাই গো।
তোমা ছাড়া আর এ জগতে মোর, কেহ নাই কিছু নাই গো
তুমি সুখ যদি নাহি পাও, যাও, সুখের সন্ধানে যাও,
আমি তোমারে পেয়েছি হৃদয় মাঝে আর কিছু নাহিচাই গো!"

পৰস্পৰ চকুৱাচকি হ'ল, আৰু তাৰ লগে লগে পৰস্পৰৰ মন কিনা বেচাও হৈ গ'ল। আজিৰ হাট কৰি লচিমীয়াই যি বস্তু পালে, আনন্দত উৎফুল্ল হৈ হাঁহি হাঁহি সেই বস্তু লৈ গৈ মাকৰ হাতত শোধাই দিলে। মাকে জোঁৱাই পালে, জীয়েকে স্বামী পালে, আৰু আমাৰ শিৱপ্ৰসাদে দেশে বিদেশে বিচাৰি ফুৰা বস্তু পালে! তিনিউৰো মনত মহা আনন্দ মিলিল। দুদিনৰ ভিতৰতে শিৱপ্ৰসাদ আৰু লচিমীয়া বিয়াৰ বান্ধত কট্‌কটীয়াকৈ বান্ধ খালে।

## তৃতীয়া আধ্যা

পৃথিৱীখন সুমথিৰা টেঙাটোৰ নিচিনা ঘূৰণীয়া, আৰু দুমূৰে দুটা অলপ খোৰ। প্ৰথম দৃষ্টিত সেই খোৰ দুটা চকুত নপৰে। বিবাহিত জীৱনৰ পৃথিৱীখনো তেনেকুৱা। প্ৰথমতে যি বেছ ঘূৰণীয়া যেন লাগে, আৰু দুমূৰৰ খোৰ দুটাও চকুত নপৰে। কিন্তু প্ৰথম অনুৰাগৰ ৰাগী কমি গ'লেই বিৰাগৰ দীঘল হামি আৰু ছুটি ছুটি হেকুটিয়ে গা ৰাইজাই কৈ পেলায়। তেতিয়া সুখৰ পৃথিৱীৰ গাৰ হেঙ্গুল হাইতাল সোপা উটি গৈ ধানখেৰৰ জুমুঠি ওলাই পৰে।

তিনি মাহ যাওঁতে নেযাওঁতেই শিৱপ্ৰসাদৰ ৰাগি এৰিলে। সমাজিকৰ পৰা উঠি চেতন পোৱা মানুহৰ নিচিনাকৈ মনে মনে সি ভাবিবলৈ ধৰিলে— মোৰ আই ক'ত? বোপাই ক'ত? ভাই ক'ত? মোৰ জাত ক'ত? দেশ ক'ত? গাওঁ ক'ত? মনত বিষাদ, বিৰাগ আৰু বিৰক্তি উৎপন্ন হ'ল। আৰু তাৰ ফলত সিফালে বেচেৰী নিৰ্দোষী লচিমীয়াৰ মৰণদশা উপস্থিত হ'ল।

দিনে দিনে লাহে লাহে স্পষ্টকৈ দেখা গ'ল যে শিৱপ্ৰসাদে লচিমীয়াক আৰু ভাল নোপোৱা হৈ আহিল। স্বামীৰ আযত্ন আৰু কঠোৰ ব্যৱহাৰত দিনে দিনে এই কোমল লতাটি জয় পৰি আহিবলৈ ধৰিলে। লচিমীয়াৰ ফালে স্বামীৰ ঃ কাকুতি-মিনতি কত অনুনয়-বিনয় কত ভক্তি স্নেহ চলিল, কিন্তু স্বামীৰ হৃদয় দৰ্পণত তাৰ অলপো প্ৰতিবিম্ব নপৰিল। হায়! স্বামীৰ সেই পুৰণি স্নেহ-সৰোবৰৰ পানী শুকাল! বিবাহিত জীৱন সুখৰ বোজা নহৈ এই অলপ কালৰ ভিতৰতে দুখৰ ভাৰ হৈ উঠিল। ঘৰত সুখ নেপাই শিৱপ্ৰসাদে কানি-ভাং আৰু মদৰ খোলাত সুখ বিচাৰিবলৈ আৰম্ভ কৰি অচিৰতে সেই তিনি বস্তুৰ নিষ্ঠাবান সেৱক হৈ পৰিল।

## চতুৰ্থ আধ্যা

ভিখৰাজ ঃ "শিৱপ্ৰসাদ ভাই, কি কৈছিলা! মই কানিৰ হোপা মাৰিছিলো কথাটো ভালকৈ মোৰ কাণত নপৰিল।"

শিৱপ্ৰসাদ ঃ "ইয়াকে কৈছিলো, বোলো মোৰ তিৰোতাজনীৰ পৰা মহা মস্কিলত পৰিলো। গুড় এচেলেকা মোকো দিয়াচোন! আজি কাল নাই নেকি?"

ভিখৰাজ : "নিয়া ভাই, এইয়া গুড়। কল নেপালো। কি মস্কিলত পৰিলা?"

শিৱপ্ৰসাদ : "তাই জটৌপটৌকে মোৰ ডিঙিত ধৰিছে, এৰাব নোৱাৰা হ'লো।"

ভিখৰাজ : কিয়নো এৰাব খুজিছা?"

শিৱপ্ৰসাদ : "আই-বোপাই, ভাই-ককাই, গাওঁ-ভূঁই এৰি বিদেশ তিৰোতা এজনী টেটুত বান্ধি লৈনো কিমান থাকিবাহে? গুৰ ফেৰা বৰ সোৱাদ ক'ত পাইছিলা?"

ভিখৰাজ : "দেশলৈ নোযোৱা কিয়?"

শিৱপ্ৰসাদ : "কোল জাতৰ তিৰোতাজনী দেশলৈ লৈ গৈ জাত-কুল হেৰুৱাই মৰিব দিছানে? তুমিনো দিনে দিনে কিবা অকৰা হৈ আহিছা নেকিহে?"

ভিখৰাজ : "তেনেহ'লে কিনো কৰিব খুজিছা এতিয়া?"

শিৱপ্ৰসাদ : "ভালকৈ কাটি-টিকিৰা এটাত হোঁপা মাৰি দিব খুজিছোঁ।"

ভিখৰাজ : "যোৱা কিবা তুমি ধেমালি কৰিবলৈ লাগিলা।"

শিৱপ্ৰসাদ : "কৰিব খুজিছোঁ আৰু কি, এদিন ৰাতি ইয়াতে এৰি ভুকং কৰে পলাই গুচি যাম।"

● ভিখৰাজ : "তোমাক ভাল বুধি দিওঁ শুনিবানে?"

শিৱপ্ৰসাদ : "বুধিটো দিয়াৰ আগেয়ে আৰু এফেৰা মোক গুড় দিয়া।"

ভিখৰাজ : "হোঁৱা, নিয়া ভাই, এইয়া গুড়।"

শিৱপ্ৰসাদ : "কি বুধি দিবা কোৱা?"

ভিখৰাজ : "তোমাৰ তিৰোতাজনী এৰিব খুজিছা যদি এনেই এৰিবা কিয়, গোটাচেৰেক টকাৰ উপায় নকৰা কিয়?"

শিৱপ্ৰসাদ : "কি টকাৰ উপায় কৰিম?"

ভিখৰাজ : "তোমাৰ ঘৈণীয়েৰাক আচাল্গোললৈ লৈ ব'লা, মইও যাওঁ, তাত কুলিৰ ডিপো আছে। তাতে বেচি থৈ গোটাচেৰেক টকা লৈ ঘৰলৈ নোযোৱা কিয়?"

শিৱপ্ৰসাদ : "কথাটো হওঁতে বেছ কৈছা, কিন্তু কিয় তাই আচাল্গোললৈ যাব?"

ভিখৰাজ : "কিয় নেযাব। তাৰ বুধি আছে! তুমি তাইক কোৱাগৈ যে, 'বল আমি দুয়ো আসামলৈ যাওঁহঁক, তাত আমাৰ দুইৰো ভাল চাকৰিৰ দিহা কৰিছোঁ। টকা-কড়ি ঘটি আমি তাতে সুখেৰে থাকিব পাৰিম। ইয়াত দুখত থাকি কি কৰিমহঁক।' এই বুলি তাইক সন্মত কৰাই লৈ ব'লা, আচাল্গোলৰ কুলিৰ ডিপোতে তাইক দি মোৰ হাতৰপৰা এক্কুৰি টকা লৈ তুমি ঘৰলৈ গুচি যাবা।"

শিৱপ্ৰসাদ : "ভিখৰাজ ককাই, তোমাক এটা চুমাকে খাওঁ দিয়া। তোমাৰ বুধি নহ'লে কি হয়? তুমি মোৰ পৰম বন্ধু।"

ভিখৰাজ : "পৰাপক্ষত আমি পৰৰ উপকাৰহে কৰো, অনিষ্ট নকৰো, লোকক সদাই ভাল বাটটোহে দেখুৱাব লাগে। পৰৰ অনিষ্ট কৰিনো সংসাৰত কেইদিন থাম লমহে? কি বোলা?"

শিৱপ্ৰসাদে "হয়তো" বুলি ভিখৰাজৰ কথাটোত সম্পূৰ্ণ সহানুভূতি প্ৰকাশক এই বচনটো মাতি চিলিমত দীঘলকৈ হোঁপা মাৰি ভমক কৰে জুই তুলি দিলে। ঃ—

"বম্ কলিকাতাৱালী, বচন নেযায় খালি, বল ভোলে,
গাঞ্জা ঘোলে, সদা সুখে ৰহে, বম্ বম্ তলে গাঞ্জা উপৰে হাম।"

## পঞ্চম আধ্যা

গিৰিয়েকে ঘৈণীয়েকৰ হতুৱাই কৰাব নোৱাৰে, এনে কাম খুব অলপহে আছে। সতী তিৰোতাৰ স্বামীৰ বাহিৰে আন গতি নাই। বুজাই-বৰাই শিৱপ্ৰসাদে ঘৈণীয়েকক আসামলৈ যাবলৈ সন্মত কৰালে। এদিন ৰাতি বুঢ়ী মাক শুই থাকোতে লচিমীয়াক লগত লৈ শিৱপ্ৰসাদ আৰু ভিখৰাজ আড়িকাটি ৰেলত উঠি প্ৰস্থান কৰিলে। গাড়ীয়ে লৰালৰাই লৈ গৈ তিনি চাৰি ঘণ্টাৰ ভিতৰতে বপুৰি লচিমীয়াক শঠ স্বামী আৰু বঞ্চক বন্ধুৰে সৈতে আচাঙ্গোল পোৱাই দিলেগৈ। আচাঙ্গোল পাই ভিখৰাজে শিৱপ্ৰসাদক অলপ আঁতৰকৈ মাতি নি ক'লে, "ভাই, তোমাক এটা কথা কওঁ দেই।"

শিৱপ্ৰসাদ ঃ "কি কথা?"

ভিখৰাজ ঃ "ডিপোৰ চাহাবক তোমাৰ ঘৈণীয়েৰাই অসমলৈ যাওঁ বুলি এখন গিৰমিট লেখি দিব লাগিব।"

শিৱপ্ৰসাদ ঃ "দিব।"

ভিখৰাজ ঃ "কিন্তু এটা কথা; তোমাৰ ঘৈণীয়া দেখিছো বৰ টেঁঙৰ তিৰোতা। তোমাকো গিৰমিট্ লেখি দিয়া নেদেখিলে, তোমাৰ কথাত তাই সন্দেহ কৰিব, আৰু গিৰমিট লেখি নিদিয়ে। সেই দেখি তাইক দেখুৱাই তুমিও এখন মিছামিছি গিৰমিট্ লেখি দিয়া। সেইখন পিচে ফালি পেলাম, আৰু তুমি তোমাৰ কুৰি টকা ৰূপ লৈ ঘৰলৈ গুচি যাবা. কি বোলা?"

শিৱপ্ৰসাদ ঃ "দিম লেখি, তাত নো কি? তোমাৰ কথা মই কেতিয়াও নেপেলাওঁ।"

## ষষ্ঠ আধ্যা

শিৱপ্ৰসাদ ঃ 'ভিখৰাজ ককাই, গিৰমিটতো লেখি দিয়া হ'ল; এতিয়া মোক টকা কেইটা দিয়া ঘৰলৈ গুচি যাওঁগৈ।"

ভিখৰাজ ঃ "কিহৰ টকা?"

শিৱপ্ৰসাদ ঃ "মোক দিব খোজা কুৰি টকা ৰূপ!"

ভিখৰাজ ঃ (চকু ৰঙাকৈ) "তই মোক কেচুৱা ল'ৰা পাইছিলি হ'বলা! বুঢ়াৰ হাতত চেঙেলি পৰিছ বুলি বুজকে পোৱা নাই। ঘৈণীয়েৰক বেচি টকা লৈ মোৰ হাতৰপৰা তই সাৰি যাবলৈ আহিছ!"

এই বুলি ভিখৰাজে ডিপোৰ বৰকন্দাজৰ হাতত শিৱপ্ৰসাদ আৰু লচিমীয়াক গটাই দি এগ্ৰিমেণ্ট দুখন লৈ ডিপোৰ চাহাবক দি টুপ্ কৰে নাইকিয়া হ'ল। শিৱপ্ৰসাদৰ মুখ চুণ-দিয়া জোকৰ মুখ যেন হ'ল। লচিমীয়াই তেতিয়াহে সকলো চক্ৰান্ত বুজিব পাৰি মূৰে কপালে হাত দি কান্দিবলৈ ধৰিলে।

"কোটাৰ ঘৰৰ কুটী, লোকলৈ বুলি জল পুতি আপুনি মৰে ফুটি।" ■

# ৰতনমুণ্ডা

## প্ৰথম আধ্যা

মাঘপৰবলৈ (১) মাজতে তিন দিন আছে। কামিনী, জুনজুনী আৰু বুধুনীকে আদি কৰি লগৰীয়া ছোৱালী এটাইবোৰে নিজৰ নিজৰ অলঙ্কাৰপাতি উলিয়াই মেলি জাৰি-জোকাৰি ঠিক কৰিছে; জুমুৰীয়ে সেই কামত হাত দিয়া নাই। নিদিয়াৰ কাৰণ আছে। তাইৰ ভৰিৰ অলঙ্কাৰ ক'ত? লগৰ ছোৱালীয়ে নেপুৰ-পিন্ধা ভৰিৰে নাচিব, আৰু তাই কোনটো লাজেৰে শুদা ভৰিৰে সিহঁতৰ লগত নাচিবলৈ যাব? "মহা ভাবনা" বুলি যে সংসাৰত এডোখৰ মহামস্কিল পলবোকা আছে, হাতী পৰাদি জুমুৰী তাতে পৰি গ'ল। এই ভাবনা চিন্তাই জুমুৰীৰ ৰাতি টোপনি খেদিলে। "নেপুৰ এজোৰ কিনি দে" বুলি বাপেকক ক'বলৈকো, কোনখন মুখেৰে তাই সাহ কৰি সেই কথা কয়? তাইতো অবুজন ছোৱালী নহয়। চকুৰ আগতে সিদিনা তাই দেখিছিল, ৰজাৰ খাজনা ছমহা দিব নোৱাৰি টেকেলাৰ হাতত বাপেকৰ কি লঘু-লাঞ্ছনা ঘটিছিল। এনেস্থলত, বাপেকক টকাৰ নিমিত্তে আমনি কৰি কন্দুৱাটো জুমুৰীৰ পক্ষে সম্ভৱ নে? দুখৰ কথা ভাবি জুমুৰী আমন-জিমনকৈ বহি আছে, এনেতে জুনজুনী সখীৰ হাঁহি-মুখে এটা কোল গীত ওঠত তুলি লৈ, ডাৱৰৰ মাজৰ পৰা জোনে ভুমুকি মৰাদি, ভুমুকি মাৰিলেহি। গীতটো আমাৰ ভাষালৈ ভাঙিলে এনেটো হয়ঃ—

গছৰ চৰাই জোৰ ভুৰুঙাই উৰিল!
ঘৰত নাই থাকিবৰ মন।
মাঘৰ পৰব সখি নাচি আহিল;
মোৰনো লগৰীয়া কোন?

অৱশ্যে গীতটোৰ সুৰটো কাকতত প্ৰকাশ কৰিবৰ উপায় নাই। সি সাৰঙ্গো নহয়, গৌৰীও নহয়, সুহাইও নহয়, ধনশ্ৰীও নহয়, যে ইয়াত লেখি দিওঁ, গায়ন পাঠকে ধৰি টানি নিয়ক। সি সাত ৰাগ ছত্ৰিশ ৰাগিণীৰ ধাপৰো বাজ কুলৰো বাজ। সি বনৰীয়া কোলৰ বনৰীয়া সুৰ। গীতটোৰ শেহৰ ফাকি এধাডুখৰীয়াকৈয়ে এৰি জুনজুনীয়ে মাত লগালে — "সখি কি হ'ল হে তোমাৰ? আমন-জিমনকৈ বহি কি ভাবিব লাগিছা?"

জুমুৰী: "কি ভাবিম দেওহে, এনেয়েহে আছো বহি।"

জুনজুনী: "যোৱাহে, এনেই মানুহে এনেকৈ বহি থাকে? মোৰে শপত, কোৱা কি

ভাবিছা? হাঁহি আহিছিলো, কিন্তু তোমাৰ বেজাৰ মুখৰ তপত ভাপ লাগি মোৰ হাঁহিটো জয় পৰি গ'ল?"

জুমুৰী: "আৰু কি ভাবিম, ইয়াকে ভাবিছিলো, বোলো পশুইলৈ মাঘপৰব; মোৰ ভৰি উকা!"

জুন্‌জুনী: "তোমাৰ ভৰি কিয় উকা হ'বলৈ দিম। বাপেৰাই কি কয়?"

জুমুৰী: "বোপায়ে কি ক'ব, তেওঁ ক'ৰ পৰাইবা দিব? মই তেওঁক কমেইবা কিয়? সিদিনা ৰজাৰ খাজনাৰ বাবে কি হৈছিল নেদেখিছিলা।"

জুন্‌জুনী: "নেপুৰ এজোৰত কিমান বেচ ল'ব?"

জুমুৰী: "নোৱাৰো ক'ব দেওহে, মই কেতিয়াবা কিনিছোঁ জানো?"

জুন্‌জুনী: "মোৰ হাতত আঠোটা পইচা আছে; খৰি বেচি এটা এটাকৈ গোটাইছিলো। তাৰে যদি এজোৰ পায়, বলা সেই নেপুৰ বেচা দোকানখনলৈ যাওঁ।"

জুমুৰী: "এনে কথা কেলেই কোৱা দেওহে, তোমাৰ দুখৰ বিতফেৰা ভাঙিবলৈ মোৰ কি হৈছে।"

জুন্‌জুনী: "মই তোমাক ধাৰেহে দিছোঁ; কি হ'ল খৰচ কৰিলা। মানুহে জানো ধাৰ নকৰে; ৰজাৰপৰা প্ৰজালৈকে সকলোৱে ধাৰ কৰে। বলা বলা।"

## দ্বিতীয় আধ্যা

ৰতনমুণ্ডা বেঙামুণ্ডা কোলৰ পুতেক; ওঠৰ বছৰ বয়সীয়া; ব্যৱসায় কঁহাৰ; বাপেকৰ দোকানতে কঁহাৰৰ কাম কৰে। কঁহাৰ নেপুৰ খাৰু ইত্যাদি গঢ়ি কোলসুন্দৰীহঁতক হাত-ভৰি অলঙ্কৃত কৰি যি অলপ-অচৰপ উপাৰ্জন হয়, তাৰেই বাপ-পো উভয়ৰে সংসাৰ চলে।

বাপেক কিবা কামত কৰবালৈ গৈছিল; ৰতনমুণ্ডাই দোকানতে নিজৰ ক'লা শৰীৰটো, আলিবাটত বগা চকুজোৰ আৰু কৰবাত তাজী ঘোঁৰা যেন মনটো থৈ ৰহি আছে, এনেতে জুমুৰী আৰু জুন্‌জুনী হাতত ধৰাধৰিকৈ ওলালহি।

জুন্‌জুনী: হেৰা ককাই, আমাক এজোৰ সস্তা চাই ভাল নেপুৰ দিয়াছোন।

মুহূৰ্ত্ততে ৰতনে জুমুৰীৰ আপাদমস্তক নিৰীক্ষণ কৰিলে; কৰি ৰ লাগিল। জুন্‌জুনীৰ কথাষাৰ তাৰ কাণত পৰি, তেল-সনা গাত পানী পৰি পিচলি যোৱা দি পিচলি গ'ল।

জুন্‌জুনী: অ', কিহে, একো নেমাতা দেখোন? আমাৰ সখীৰ ৰূপ দেখিয়েই ভোল গ'লা নে কি?

ৰতনমুণ্ডা: অ', কি কৈছা? কি লাগে? বোপাইৰ কথা সুধিছা? তেওঁ কিবা কামত এতিয়াই ওলাই গৈছে।

তাৰ কথা শুনি দুয়োজনী ছোৱালীয়ে খিল খিল কৰে হাঁহিবলৈ ধৰিলে। ৰতন মহা অপ্ৰস্তুত। বেচেৰাৰ এলান্ধু-কলীয়া মুখ যথাসাধ্য ৰঙা হৈ উঠিল।

জুন্‌জুনী: বোলো, ককাই খবৰ কি? তোমাৰ গা ভাল? এওঁৰ ভৰিৰ সস্তা চাই এজোৰ নেপুৰ দিয়া।

ৰতনে লৰালৰিকৈ উঠি জুমুৰীৰ ভৰিৰ জোখ লৈ এজোৰ ভাল চাই নেপুৰ উলিয়াই আনিলে।

জুন্‌জুনী ঃ ইয়াৰ বেচ কিমান?

ৰতন ঃ বাৰ অনা।

বেচৰ কথা শুনি জুমুৰীয়ে "বলা সখি যাওঁ" বুলি গিৰিষ কৰে উঠিল। "বঁহা, বঁহা, ইমাননো লৰালৰি লগাইছা কেলৈ?" বুলি জুন্‌জুনীয়ে জুমুৰীৰ শাৰীখনত অলপকৈ আজুৰি ধৰি তাইক বহুৱাই ৰতনৰ মুখলৈ চাই ক'লে, "ইমান বেচৰ নেলাগে; সস্তা চাই এজোৰ দিব নোৱাৰানে হে? তোমাক কৈ দিওঁ, আমাৰ হাতত মুঠেই দুঅনা পইচাহে সম্বল।"

এইবাৰ দেৰ টকা বেচৰ এজোৰ বঢ়িয়া নেপুৰ ৰতনে উলিয়াই আনি ক'লে, "এইজোৰ দুঅনাত পাবা।" এই বুলি টপৰ্ কৰে বহি জুমুৰীৰ ভৰিত সি নেপুৰ পিন্ধাবলৈ লাগি গ'ল।

কোল ছোৱালীৰ নেপুৰ পিন্ধা এক ভয়ানক ব্যাপাৰ। নেপুৰ পিন্ধোতে একোজনীৰ ভৰিত ঘা লাগি তেজ ওলাই যায়; আৰু কান্দোন কাটোন চিঞৰ-বাখৰ লাগি পৰে। কিন্তু পিন্ধা হৈ গ'লেই সেই কান্দোনৰ বতাহ বৰষুণ উৰি গৈ সিহঁতৰ মুখত নিৰ্ম্মল আকাশে দেখা দিয়ে। ৰতনে যিমান পাৰে আলফুলকৈ নেপুৰজোৰ জুমুৰীৰ ভৰিত পিন্ধাবলৈ চেষ্টা কৰিছিল; তথাপি যন্ত্ৰণাত তাইৰ চকুৰ লো ওলাবলৈ ধৰিলে। সি যিহওক, অলপ বেলিৰ ভিতৰতে জুমুৰীৰ ভৰিৰে, নেপুৰেৰে, কান্দোনেৰে, হাঁহিৰে বিপৰীত সন্মিলনী হ'ল।

## তৃতীয় আধ্যা

অতি হেপাহৰ মাঘপৰব আহিল। কোল ডেকা-ডেকেৰীৰ অন্তৰে বাহিৰে আনন্দৰ ঢোল বাজি উঠিল। মুকলি পথাৰৰ মুকলি বতাহ মুকলিমূৰীয়া কোল ডেকা ডেকেৰীৰ নাচোন-বাগোন গীতবাদ্যত খলক লাগিল। সকলোৰে বছেৰেকীয়া দুখ-ভাগৰ এলাহ-অনুৎসাহ খিয়লা-খিয়লি দন্দ-খৰিয়াল পুৰণি বছৰেৰে সৈতে বিদায় দি গা-মন পাতলাই লৈ ৰঙত উৰাও মাৰিলে। কিন্তু ৰবাচোন চাওঁ; হাতে-খাৰুৰে লগ লগাদি লগ লাগি ডেও দি দি সৌ দুটি কোন নাচি ফুৰিছে? আমাৰ চিনাকী জুমুৰী আৰু ৰতন নেকি? হয়, থমকি থমকি দুয়ো দুয়োৰো মুখলৈ চাই ফুচ্ ফুচ্ কৰে কিবা ক'ব লাগিছে। কি কৈছে? কোনে জানে কি কৈছে; কপৌৱে কপৌৰনীৰ মুখলৈ চাই কি কয়, ভাটৌৱে ভাটৌৰনীৰ কাণত কি ফুচ্‌ফুচায় কোনে জানে? ঘূৰণীয়া পৃথিৱীত আমিও নাচি ঘূৰি গৈ থাকো আহা, বাটতে উজুটি খাই ৰবৰ আমাৰ সকাম কি?

## চতুৰ্থ আধ্যা

কোল নৰ-নাৰীৰ মন-সমুদ্ৰত ক্ষন্তেকীয়া ঢৌ তুলি মাঘ পৰবৰ ধুমুহা বছেৰেকলৈ গুচি গ'ল। কিন্তু এই ধুমুহাৰ চাটিটোৱে এই খন্তেকৰ ভিতৰতে কেইখন প্ৰেম-মাৰ-নাও ভাঙি গুটিয়া কৰিলে, কেইখন গুটীয়া নাও লগ লগাই মাৰ বান্ধিলে, কিমান বুৰালে, কিমান ফালিলে, ক'ত আঁতৰি থকা আৰু ভঙা বুকু জোৰা লগালে, ক'ত জোৰা লগা বুকু ভাঙিলে আৰু আঁতৰালে কোনে ক'ব পাৰে? আনৰ কথা আমাক নেলাগে; ৰতনমুণ্ডা আৰু জুমুৰীৰ আঁতৰি থকা হৃদয়

দুখন প্ৰেম সুৰগাৰে জ্বালি একেবাৰেই নিৰহ নিপানীকৈ জোৰাই যে সি একেখন কৰি দি গ'ল, আন নহ'লেও, এই বাবেই আমি মাঘপৰবৰ ওচৰত ধৰুৱা।

ৰতনমুণ্ডাৰ প্ৰাৰ্থনা মতে বাপেক বেঙামুণ্ডাই এদিন ভাল দিনবাৰ চাই পুতেকৰ বিয়াৰ প্ৰস্তাৱ কৰি জুমুৰীৰ বাপেকৰ ঘৰলৈ মানুহ পঠিয়াই দিলে। ছোৱালীৰ বাপেকে প্ৰস্তাৱত সম্মতি প্ৰকাশ কৰাত "পানৰ" দিন ঠিক হ'ল; অৰ্থাৎ দৰাৰ বাপেক ছোৱালীৰ বাপেকৰ ঘৰলৈ গৈ তাৰে সৈতে মেল কৰি ঠিক কৰিবৰ দিন আহিল, যে ছোৱালী বিয়া দিয়াৰ বাবে ছোৱালীৰ বাপেকে দৰাৰ বাপেকৰ পৰা কিমান ধন-বস্তু ল'ব। পোন বাটেক'বলৈ গ'লে, অৰ্থাৎ ছোৱালীজনী সি কিমান দৰত বেচিব।

ছোৱালীৰ বাপেকে এহাল বলধ গৰু, এজনী গাই, আৰু সাত টকা ৰূপৰ "দাওৱা", বা দৰ কৰি বহিল; দৰাৰ বাপেকে ইমানখিনি দিব নোৱাৰোঁ বুলি অস্বীকাৰ কৰি উঠিল। দুয়োৰো বান্ধ দুয়ো আটি ধৰাত মাজতে বিয়াৰ বান্ধটো ভটৰ্ কৰি ছিগি থাকিল, আৰু ৰতন-জুমুৰী নিৰাশা নাদৰ দ তলিত উফৰি পৰিল। দুই লুভীয়া আৰু কিৰ্পিণ মহৰ যুঁজত মাজতে নিৰ্দোষী বিৰিণাৰ মৰণ মিলিল।

## পঞ্চম আধ্যা

পৰ্বতৰ পৰা নৈ কোবেৰে বৈ আহিছে, ভেটা দি ৰাখে কাৰ সাধ্য! এপিনে ভেটা দিলে সি আনপিনে দুগুণ কোবেৰে ভাঙি ছিঙি বৈ আহি তাৰ হোৰ তুলিব। এদিন ৰতন-জুমুৰী অদৃশ্য হ'ল। কোনেও সিহঁতক বিচাৰি নেপালে।

ঘৰৰ পৰা পলাই আহোঁতে ৰতনৰ হাতত সমল ধেনু-কাঁড়, জুমুৰীৰ ভৰিত সমল সেই নেপুৰ, আৰু দুইৰো উমৈহতীয়া সমল দ প্ৰেম।

* * * *

জুমুৰী ঃ এই শিলটোৰ ওপৰতে অলপ বহি জিৰাওঁ আহা, গোটেইটো দিন খোজ কাঢ়ি কাঢ়ি মোৰ আৰু ভৰি নচলা হৈছেহি।

ৰতন ঃ মোৰ ইয়াত বহিবলৈ ভয় লাগে; যদি কেনেবাকৈ সিহঁতে আমাক বিচাৰি আহি পায়হি! সৌ যে ৰিণিকি ৰিণিকি দেখা গৈছে পৰ্বতটো, সেইটো নেপাওঁগৈ মানে আমি নিৰাপদ নহওঁ। আহা মোৰ বোকোছাত উঠাহি, মই লৈ গৈ থাকোঁ।

ৰতনে জুমুৰীক বোকোছাত তুলি লৈ গৈ গধূলি এটা পৰ্বতৰ গুহা পাই তাতে আশ্ৰয় ল'লৈগে। গুহাৰ কাষেদি এটি সৰু পৰ্বতীয়া জুৰি কুল্‌কুল্ শব্দ কৰি কৰবালৈ বৈ গৈছে। চাৰিওফালে বনৰীয়া জন্তুৰে পৰিপূৰ্ণ অগাধ অৰণ্য।

ৰাতি পুৱাল। নিশাচৰ জন্তু নিশাৰে সৈতে পলাল, দিবাচৰ জন্তু দিনৰে সৈতে ওলাল। ৰতনে ধেনু-কাঁড় লৈ লৰালৰিকৈ এটা বনৰীয়া গাহৰি মাৰি আনি জুৰিৰ পাৰতে এধাপোৰা কৰিলে। তাৰেই দুয়োৰো আহাৰৰ কাৰ্য্য সমাপিত হ'ল। আবেলি ৰতনমুণ্ডাই গা ধুবলৈ জুৰিত নামিল। জুমুৰী পাৰতে। ৰতনে পানীত বুৰ মাৰিলে। কিন্তু সেই বুৰ অনন্ত বুৰত পৰিণত হ'ল।

ৰতন আৰু নোলাল।

গোটেইটো দিন জুমুৰীয়ে জুৰিৰ পাৰতে বহি বাট চাই কটালে, কিন্তু ৰতন আৰু নোলাল। ৰাতি হ'ল। ৰতনক হাততে হেৰুৱাই কান্দিকাটি তাই সেই গুহাতে পূৰ্ব্বৰতে সোমাই নিদ্ৰাৰ হাতত আত্মসমৰ্পণ কৰিলে।

আকৌ ৰাতি পুৱাল, আকৌ জুৰিৰ পাৰতে জুমুৰী বহি ৰতনক মাতি বিনাই কান্দি কাল কটালে, কিন্তু ৰতন নোলাল। ৰতনৰ ধেনু-কাঁড় লৈ, ওচৰৰ পৰা জন্তু এটা মাৰি আনি পুৰি, দুভাগ কৰি, নিজে এভাগ খাই আৰু ৰতনলৈ এভাগ থৈ জুমুৰ বাট চাই আছে, হায়! তাইৰ ৰতন-মণি আৰু নাই!

এইৰূপে সাদিন গ'ল। ৰতন পানীৰ পৰা গুলাব এই মিছা আশাৰ সূতাত ওলমি, দিনত জুৰিৰ পাৰত বহি আৰু ৰাতি হ'লে গুহাতে শুই জুমুৰীয়ে দিন কটাবলৈ ধৰিলে। এই নিঃসহায়, নিৰুপায়, অলপবুধীয়া, সৰল কোল ছোৱালীজনীৰ শোকৰ অৱস্থা বৰ্ণাব নোৱাৰি।

## ষষ্ঠ আধ্যা

এদিন বনাই ৰজা (বনাই ছোটনাগপুৰৰ তলৰ এখন কৰতলীয়া ৰাজ্য) আৰু ৰাইবাচাৰ ডিপুটী কমিশ্যনৰে সৈতে হাতীৰে মৃগয়া কৰিবলৈ গৈছিল। হাবিত পহু বিচাৰি ফুৰোঁতে হঠাৎ এবাৰ বহুত দূৰৰ পৰা কান্দোনৰ এটা ধ্বনি আহি তেওঁবিলাকৰ কাণত পৰিল।

ডি. কমিশ্যনৰ ঃ "ওৱেল মহাৰাজ, সেইটো কিহে কান্দিছে শুনিছে?"

ৰজা ঃ "সেইটো হজুৰ, দেও অৰ্থাৎ ভূতে কান্দিছে।"

ডি. কমিশ্যনৰ ঃ "নাহি নাহি কি ভূতে কান্দিছে, ভূত নাহি হ্যায়। সেইটো আদমি কান্দিছে।"

ৰজা ঃ "নহয় হজুৰ, এই জঙ্গলত বহুত ভূত আছে।"

ডি. কমিশ্যনৰ ঃ "ওৱেল মাহুত, যো তৰফ মাতিছে, ওহি তৰফ চলাও।"

ৰজা ঃ "হজুৰ সেই তৰফ যাব নেলাগে; গ'লে সেই ভূতে হামিলোকক মাৰি ফেলাবে।"

কমিশ্যনৰ ঃ "মহাৰাজ, তুমি ভয় নাহি কৰিবে, ভূত নাহি হ্যায়।"

হাতী হাবি ভাঙি এখোজ দোখোজকৈ সেই ফালে যাবলৈ ধৰিলে। ৰজা বাহাদুৰেও একো নেমাতি অদৃষ্টৰ আৰু হাতীৰ হাতত আপোন ৰাজদেহটো সমৰ্পণ কৰি, মনে মনে ইষ্টদেৱতাক সুমৰিবলৈ লাগিল।

কমিশ্যনৰ ঃ "মহাৰাজ, তুমি এতনা কঁপিছে কেলৈ? ভয় কৰিছে? মোৰ গাত নাহি ধৰিবে, হাতীকো হাওদামে ধৰিবে।"

ৰজা ঃ "না-নাহি হজুৰ হামি ভয় কৰা না-আই।"

অলপ সময়ৰ ভিতৰতে সিবিলাক সেই কান্দোনৰ ঠাইত উপস্থিত হ'ল। দেখিলে, এজনী কোল ছোৱালীয়ে পানীৰ ফালে চাই, এটা জুৰিৰ পাৰতে শিল এডোখৰৰ ওপৰত বহি, আগতে পোৱা মঙহ ডোখৰচেবেক লৈ বিনাই কান্দিব লাগিছে। নক'লেও হ'ব যে, এই ছোৱালীজনীয়েই আমাৰ ৰতনমুণ্ডাৰ জুমুৰী।

ডিপুটী কমিশ্যনৰে লাহে লাহে জুমুৰীৰ মুখৰপৰা, আগৰপৰা গুৰিলৈকে গোটেই বৃত্তান্ত

উলিয়াই লৈ, তাইক বুজাই-বৰাই আপোন হাতীত তুলি লৈ আহি, নিজে তাইৰ গাৱঁলৈ গৈ তাইক বাপেক মাকক শোধাই দিলে। কিন্তু কি দুখৰ কথা, বাপেক মাকে তাইক নিজৰ ছোৱালী বুলি সাবটি লওক ছাটি, ভূত বুলি টাঙোন লৈ মাৰিবলৈ উঠিল। সিহঁতে বোলে, "হুজুৰ, আমাৰ চোৱালী আজি সাদিন হ'ল এটা ডেকা ল'ৰাৰে সৈতে পলাই কৰবালৈ গ'ল। এইজনী নৈৰ পাৰৰ যক্ষিণী, আমাৰ ছোৱালীৰ ৰূপ ধৰি চলিবলৈ আহিছে!" কমিশ্যনৰে অনেক বুজাইও সিহঁতৰ মনৰ ভ্ৰম গুচাব নোৱাৰি, আৰু বনাইৰ ৰজাইও সিহঁতৰ মততে মত দিয়া দেখি, তাইৰ বিপদৰ আশঙ্কা কৰি, তাইক লগত লৈ আহি, ছাইবাচাৰ খ্ৰীষ্টান মিশ্যনেৰীৰ ব'ৰ্ডিঙত থৈ দিলে।

## পৰিশিষ্ট

(১) মাঘ-পৰব কোলৰ এক মহোৎসৱ। বছেৰেকত কোলৰ সাতোটা পৰব বা উৎসৱ; তাৰ ভিতৰত মাঘ-পৰবেই ঘাই। বঙালীৰ ভিতৰত দুৰ্গোৎসৱ যেনেকুৱা, অসমীয়া ভিতৰত বহাগৰ বিহু যেনেকুৱা, কোলৰ ভিতৰত মাঘপৰব তেনেকুৱা। কোলৰ সকলো পৰবৰ প্ৰধান আৱশ্যকীয় বস্তু হৈছে "হাড়ীয়া" মদ। ভাত ৰান্ধি তাক বাহি কৰি থৈ গেলাই এই মদ প্ৰস্তুত কৰা হয়। এই মদ কৰিব পৰা বিদ্যাটো কোল কামিনীহঁতৰ এটা প্ৰধান আৱশ্যকীয় গুণৰ ভিতৰত। এই মদ কৰাত নিপুণতা দেখুৱাব পাৰিলে কোল ছোৱালীয়ে কাজী নাম পায়।

মাঘপৰব মাঘ মহীয়া হয়। মাঘত কোলৰ ভঁড়াল ধানেৰে পূৰ, আৰু মন আমোদেৰে পূৰ হয়। সিহঁতৰ ধাৰণা, মাঘ মাহত মানুহৰ মন কুপ্ৰবৃত্তিত ইমান উপচি পৰে যে তাক চৰিতাৰ্থ কৰি ক্ষয় নকৰিলে নহয়। এই পৰব তিনি দিন হয়। এই তিনি দিনত চাকৰে গৰাকীৰ প্ৰতি কৰ্তব্য, ল'ৰা-ছোৱালীয়ে মাক-বাপেকৰ প্ৰতি কৰ্তব্য, মুনিহ মানুহে তিৰোতা মানুহৰ প্ৰতি সম্মান, তিৰোতাই স্ত্ৰীসুলভ নম্ৰতা, গাম্ভীৰ্য্য আৰু লাজ সমূলি পাহৰে।

পৰবৰ আৰম্ভতে কুকুৰা কাটি সিহঁতৰ দেৱতাৰ আগত বলি দিয়া হয়। পলাশ ফুল আৰু পিঠাৰ নৈবেদ্যৰে সৈতে এই বলি দি পুৰোহিত বা পুৰোহিতৰ অভাৱৰ গাৱঁৰ প্ৰধান মান্যবন্ত জ্ঞানী বয়সীয়া কোলে প্ৰাৰ্থনা কৰে অহা বছৰলৈ যেন ল'ৰা-চোৱালীৰে সৈতে সিহঁত নিৰাপদ হয়; আৰু যেন বতৰত বৰষুণ আৰু শস্য হয়।

এনেকৈ, কোলবিলাক শান্ত আৰু গম্ভীৰ প্ৰকৃতিৰ মানুহ। তিৰোতা মানুহৰ প্ৰতি সিহঁতে সদায় শিষ্ট আৰু কোমল ব্যৱহাৰ কৰে। কোল তিৰোতাবিলাক ৰঙীয়াল আৰু মুকলিমূৰীয়া। সিহঁতৰ গাত হিতাহিত আৰু কৰ্তব্য-অকৰ্তব্য বিবেচনা কৰিব পৰা এটা জ্ঞান সদায় থাকে। আন দেশী সৰু মানুহৰ তিৰোতাবিলাকৰ মুখত যেনে অশ্লীল গালি বা মাত-কথা শুনিবলৈ পোৱা যায়, কোলনীবিলাকৰ মুখত তেনে মাত-কথা শুনিবলৈ পোৱা নেযায়। ইহঁতে পৰৰ টান মাত অলপো সহিব নোৱাৰে আৰু লোকৰো তেনে মাত নিদিয়ে। কিন্তু মাঘপৰবত ইহঁতৰ ওপৰত কোৱা গুণ আৰু আচৰণ বিলাক সমূলি লোপ পায়। এই পৰবৰ কালত পুতেক-জীয়েকে মাক-বাপেকক আৰু মাক-বাপেকে পো-জীক অশ্লীল কথাৰে গালি পাৰি আনন্দ অনুভৱ কৰে। ডেকা-ডেকেৰীয়ে কুপ্ৰবৃত্তিৰ বশৱতী হৈ একে বাৰেই পশুৰ নিচিনা ব্যৱহাৰ

কৰে; আৰু বাপেক মাকে নিজ নিজ কন্যাক যৎপৰোনাস্তি স্বাধীনতা দিয়ে। ডেকা ডেকেৰীৰ ভিতৰত খুব নাচ হয়।

(২) পৰ্বতীয়া নদীত গা ধুবলৈ গৈ মাজে মাজে মানুহ অদৃশ্য হৈ ক'লৈ যায় কোনেও ক'ব নোৱাৰে; শৰটো পৰ্যন্ত পোৱা নেযায়। প্ৰবাদ আছে, নদীত ভয়ানক অজগৰ সাপ আছে; সেই সাপে মানুহ, গৰু প্ৰভৃতি জন্তুবোৰ পানীত নামিলে ধৰি গিলি থয়। প্ৰকৃতপক্ষে এনে নহয়; এইবিলাক পৰ্বতীয়া নদীৰ ঠায়ে ঠায়ে তললৈ পানী টানি নিয়া গাতৰ দৰে আছে। তাত যি বস্তুৱেই পৰে তৎক্ষণাৎ তাক তললৈ সোঁতে টানি লৈ যায়। ■

# ভেমপুৰীয়া মৌজাদাৰ

এওঁকে বোলে। এওঁৰ ঘাই নাম ডাঙৰীয়া শ্ৰীযুত লম্বোদৰ শৰ্মা বৰুৱা। এই ধানপুৰীয়া কঠাল যেন নামটো ওপৰত উল্লেখ কৰা উপলুঙা নামৰ ডাঠ পাতৰ তলত সদায় ঢাক খাই থাকে, কাৰো সতকাই চকুত নপৰে। ডাঙৰীয়াৰ ঘৰ উজনিত; আৰু সেই ফালৰে ভেমপুৰ মৌজাৰ মৌজাদাৰ। বৰ ডাঙৰ লোক। মূৰ ডাঙৰ, কাণ ডাঙৰ, হাত ডাঙৰ, ভৰি ডাঙৰ আৰু সকলোতকৈ পেট ডাঙৰ। বোধকৰোঁ ডাঙৰীয়াৰ এনে ভৱিষ্যৎ ভাবিহে তেওঁৰ দীৰ্ঘদৰ্শী পিতৃদেৱতাই তেওঁৰ নাম লম্বোধৰ ৰাখি থৈছিল। কিন্তু দেউতাকে নামটো য'তে ৰাখিলে ততে থাকিল; ডাল-পাত পুলি-পোখা মেলি সি আৰু বাঢ়িব নেজানিলে। তেওঁক ভেমপুৰীয়া বুলিলেহে সকলোৱে চিনে। চলিত গল্প আছে, এদিন হেনো ডাঙৰীয়াই ৰাতি কৰবাৰ পৰা ফুৰি আহি বাহিৰৰ পৰা ডাঙৰীয়ানীক ঘৰৰ দুৱাৰ মেলি দিবলৈ ক'লত, ডাঙৰীয়ানীয়ে কোন বুলি সোধাত "মই লম্বোদৰ" বুলি উত্তৰ দিলে। উত্তৰ শুনি ডাঙৰীয়ানীয়ে "চোৰ ঔ" "চোৰ ঔ" বুলি চিএঞৰ লগাই দিছিল। পাছে লৰালৰিকৈ লম্বোদৰ গুছি ভেমপুৰীয়া হলতহে জানিবা সেই যাত্ৰাত ডাঙৰীয়াৰ মান ৰ'ল।

অলপ আগৰে পৰা ধৰি আমাৰ ডাঙৰীয়াৰ ইতিহাসটোৰ সংক্ষেপ আভাষ দিওঁ। সুপ্ৰসিদ্ধ অধ্যাপক উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ পঢ়াশালিত বছৰছেৰেক লৰোঁ নামেৰেই তেওঁ শবদ সাধি বিদ্যাৱন্ত হৈ কাছাৰীত লম্বোধৰ শৰ্মা বৰুৱা নামেৰে মহাপেচ কামত সোমাল। মহাপেচ খানাত কাকত পেচ, বাহিৰত কথা পেচ আৰু মুখৰ ভিতৰত বুঢ়া তামোল কোমল তামোল পেচ কৰি থাকোতেই, দুই এবছৰৰ ভিতৰতে তেওঁৰ নামেৰে পেটৰে দন্দ ভাগিল। অৰ্থাৎ পেটটো দেখিলেই তেওঁৰ নামটোলৈ আৰু নামটো শুনিলেই তেওঁৰ পেটটোলৈ সকলোৰে মনত পৰা হ'ল। তৰাং পানীত পিঠীয়া মাছৰ পিঠি ওলাই পৰাদি সোনকালে কাছাৰী ঘৰত ডাঙৰীয়াৰ পিঠি ওলাই পৰিল। বৰচাহাবৰ বৰ চকু ডাঙৰীয়াৰ পেচখানাৰ পৰা ওলাই ভেমপুৰীয়া মৌজাদাৰৰ বিষয়খন পালে। কি "গেৰ গেৰি" (Grergory), কি "খিলিপ্" (Phillip), কি "কম্বল" (Campbell), কি "লেমটেম" (Lamb) চাহাব, ডাঙৰীয়াই এদিন বা দুদিন তেওঁক লগ পালেই হ'ল, টুপুৰ কৰে ডাঙৰীয়াই হজুৰৰ বৰ খাটনীয়াৰ হৈ পৰিল। আমি কওঁ, ডাঙৰীয়াৰ ৰাশিটো কিছু বলী; জহৰমহৰ ডোখৰৰ আগত ফেটী সাপৰ ফেটটো যেনেকৈ দোঁ খায়, আমাৰ ডাঙৰীয়াৰ আগতো ওপৰত কোৱা চাহাবসকলৰ হেটটো বা ফেটটো তেনেকৈ দোঁ খাই পৰে। কিন্তু নিন্দুকবিলাকে ইয়াৰ ব্যাখ্যা বেলেগ প্ৰকাৰে কৰে। সিহঁতে কয়, ডাঙৰীয়াৰ প্ৰাতঃসন্ধ্যা

একাদশী-আউসীত খতি হ'লেও, পুৰা গধুলি বৰচাহাব পুৰা ফুৰি আহি চাকৰক বুটজোতা সোলোকাই দিবলৈ কওঁতে আমাৰ ডাঙৰীয়া আগতে আছিল; চাহাবৰ চাকৰ আহি পাওঁতে নৌপাওঁতেই ডাঙৰীয়াই টপৰাই বহি বুট সোলোকাই দিলে। চাহাবৰ চাকৰবিলাকৰ মুখ তলি ফুটা নে কি ক'ব নোৱাৰি, ফুটা মাটিকলহৰ পৰা পানী বোৱাদি সিহঁতৰ মুখৰপৰা এই কথাটোও বৈ ওলাই পৰিবলৈ বৰ পলম নেলাগিল। সি যি হওক, এদিনৰ এই ক্ষুদ্ৰ ঘটনা এটাৰ পৰা লম্বোদৰ শৰ্মা বৰুৱা ভেমপুৰীয়া মৌজাদাৰ ডাঙৰীয়াৰ গাৰপৰা সাত পুৰুষীয়া মানৰ গোবৰ-মাটিৰ লেওটা খহি পৰাটো সম্ভৱ নহয়। ডাঙৰীয়া পাবত-গজা লোক নহয়। শাস্ত্ৰত কৈছে, মৃগ মীন আৰু সাধুলোক সকলৰ, ব্যাধ মাছমৰীয়া আৰু খলবিলাক নিষ্কাৰণ বৈৰী। এতিয়াও এই মৃগপহু ডাঙৰীয়াৰ, বিনা কাৰণতে হোৱা, বৈৰীৰ আটক নাই। হৰিণাৰ মাংসই বৈৰী, আমাৰ ডাঙৰীয়াৰো বৰপেটটোৱেই যে বৈৰী ই কথা ঠিক। বৰপেটটো দেখি নিশ্চয় সকলোৰে খিয়াল লাগে। কিন্তু খিয়াল লাগিলে কি হ'ব, ডাঙৰীয়াই কিবা তেওঁৰ বেচেৰা বৰপেট ডোখৰক তামোল পাণৰ শৰাই দি মাতি আনিছিলগৈ নে কি? সি পূৰ্বজন্মৰ পুণ্যৰ ফলত হোৱা বস্তু।

ডাঙৰীয়াৰ মৌজাতো ঘৰ আছে, নগৰতো ঘৰ আছে। ডাঙৰীয়াৰ মৌজালৈ গ'লে মৌজাৰ মাটি তলৰপৰা ওপৰ হয়, নগৰলৈ আহিলে নগৰৰ মাটিৰো সেই দশা হয়। অন্ততঃ তেনে হয় বুলি ডাঙৰীয়াই নিজে ভাবে। বৰচাহাব মফস্বললৈ গ'লে মৌজাদাৰ ডাঙৰীয়াৰ কপাল ফুলে বুলি শুনা যায়। একেবাৰেই হেনো এবছৰলৈ ডাঙৰীয়াৰ নিজ খোৰাকৰ দুখ গুচে। ৰাইজৰপৰা বিনামূলীয়াকৈ আদায় কৰা 'ৰচত' বৰচাহাবলৈ যদি এগুণ যায়, ডাঙৰীয়াৰ ভড়ালত হাতৰ-পাচ তাৰ ৯ গুণ বৈ যায়। কুলি ধৰাতো ডাঙৰীয়া হেনো কালান্তক যম। এই অমৃতক্ষণ পৰিলে হেনো ডাঙৰীয়াৰ "আখেজ"ৰ ডাঙৰ খালবিলাকত ধুমাধুমিকৈ মাটি পৰি পোট খাই যায়। ভদায়ে দিনটোত পাঁচোটা দণ্ডবৎ কৰি পাঁচবাৰ ডাঙৰীয়াক 'দেউতাঈশ্বৰ' নুবুলিলে, "বাৰু দেখা যাব।" ৰূদায়ে তাৰ ৰাৰীত হোৱা সোন্দা কল থোকা ডাঙৰীয়ালৈ পঠিয়াই নিদি, তাৰে বৰসবাহ কৰিলে তই কেনে ৰূদাই ওলাইছ দেখিম।" ঘিণায়ে ডাঙৰীয়াৰ জীয়েকৰ বিয়ালৈ পাঁচ ঘট গাখীৰ দিম বুলি তিনিঘট দিলে "তই দিনদেক বাট চা।" ডাঙৰীয়াই লোকৰ পৰা বৰঙণি তুলি নিজৰ নামে নিজৰ ঘৰত কৰা কালী পূজালৈ, পানীৰামে তিনিপুৰা কোমলচাউলৰ ঠাইত দুপুৰাহে দিলে, "পানীৰাম দুদিনমান ৰ তোক পানী কৰিম।"

ৰাজভক্তি ডাঙৰীয়াৰ গাত সোতৰ অনা বিদ্যমান। মন গ'লে চাহাবৰ চাপৰাচীটোৱেও ডাঙৰীয়াৰ হতুৱাই তাৰ ভৰিৰ ফটুৱাইবিলাকত তপত তেল দিয়াই ল'ব পাৰে। চাহাবৰ ছাপৰাচীৰ আগত পানীত তিতা মেকুৰীটো যেন হৈ থকা ডাঙৰীয়াৰ শুভদৰ্শন আমাৰ অদৃষ্টত কেইবা দিনো ঘটিছে; কিন্তু নিন্দুকবিলাকে যে কয়, "ভেমপুৰীয়া মৌজাদাৰে বৰচাহাবৰ ছাপৰাচীৰ আগত হাত যোৰকৈ কথা কয়," এই কাম আমি হ'লে আপোন চকুৰে দেখা নাই। মিছাকৈ পৰৰ বেয়াটো আমি কেতিয়াও নকওঁ।

মৌজাদাৰ ডাঙৰীয়া শুদা শক্তিৰ লোক নহয়। মহাপুৰুষ সদ্‌ব্ৰাহ্মণ। তেওঁ পাহু ৰাখি মূৰ খুৰাই ৰঙা চন্দনৰ ফোট লয়; ডাড়িগোফ নেৰাখে; লোকৰ হোকাত ধপাত নোহোহে। তিনি সন্ধ্যা পূজা আহ্নিক নিয়ম মতে কৰে; লোকৰ ঘৰত কেতিয়াও শৰাধে বিয়ায় জলপান

এটাও নেখায়; মানুহক শপত খুৱাব লাগিলে নিজৰ গালে চোৱাই বা আপোনাৰ খৰম চুৱলৈ কৈ শপত খুৱায়; দুৰ্গা পূজাত আৰু কালী পূজাত নিজ হাতে ছাগলী কাটে, বা আগত থিয় দি থাকি লোকৰ হতুৱাই কটাই তাৰ তেজৰ ফোটেৰে নিজৰ বহল কপাল শুৱনী কৰে; মুখেৰে দিনে ৰাতিয়ে "মা কালী" "জয় দুৰ্গা" কৰি থাকে; আন কি শিৱৰাত্ৰিত ভাঙৰ মিঠৈ আৰু বিজয়াৰ দিনা ঘোটা খাই ডাঙৰীয়াই বলিয়া হৈ গাৰ কাপোৰ-কানি খহাই থোৱাও দেখা গৈছে। ইমানতো তোমাৰ সন্দেহ আছে যে আমাৰ ডাঙৰীয়া সদ্‌ব্ৰাহ্মণ আৰু মহাপুৰুষ? আছে যদি কোৱা, তোমাৰ মুখ একেবাৰেই মাৰি থবৰ দিহা কৰোঁ। ডাঙৰীয়া অমুক বৰুৱাৰ বংশতকৈ অসমত কোনো ডাঙৰ বংশ নাই; ডাঙৰীয়াই নিজ মুখ-পদ্মৰেই এই কথা অনুগ্ৰহকৈ দিনটোত সহস্ৰবাৰ তেওঁৰ অনুগত লোকসকলৰ আগত কৈ থাকে। এনেস্থলত তোমাৰ সন্দেহ কৰিবৰ কি কাৰণ থাকিব পাৰে আমি দেখোন ক্ষুদ্ৰ বুদ্ধিৰে তাক ঢুকি নেপাওঁ। অবুজনব বুজাবলৈ আৰু ঢেকুৱাৰ ঠাৰি সিজাবলৈ আমি গাত ল'ব নোৱাৰো, তেহেলৈ তুমি যিহকে মন যায় কোৱাঁ। "ডাঙৰীয়াই ভেটী খায়।" খাবতো! ডাঙৰ লোকে ভেটী নেখাই তুমি আমি ছাল-ছিগা ভিকহুৱে ভেটী খামনে? তোমা-আমাক ভেটী কোনোবাই মুখখন চাই দিবহি। লঘোনে ভোকে থাকি আউনীআটিত শপত খাই ক'ব পাৰি, তুমি ভেটী খাবলৈ পোৱাহেঁতেন ভেটি খোৱাৰ বিৰুদ্ধে তোমাৰ চন্দ্ৰমুখ ফেৰা নিশ্চয় গজালি থলাহেঁতেন। আৰু কৈছা, "ডাঙৰীয়াই বেটী-বান্দী চাকৰ-নাকৰক দৰমহা নিদিয়ে; সিহঁতে দৰমহা খুজিলে, চোতালত শুকাবলৈ মেলি দিয়া কাঠ-খৰি লৈ, সিহঁত দৰমহাৰ সলনি প্ৰহাৰ দিয়ে।" প্ৰহাৰ দিবতো; দৰমহা নিদিবতো; ডাঙৰীয়াৰ হাতৰ মাৰ খোৱাটো যে সিহঁতৰ পক্ষে সৌভাগ্যৰ কথা, সেইটো গৰুহঁতে কেতিয়াও নুবুজে দেখিছে! মূৰ্খহঁতেনো ডাঙৰীয়াৰ পৰা দৰমহা বিচাৰে কিয়? বৰলোকক দিয়েনে নাই বৰ লোকৰ পৰা নিয়ে? ডাঙৰীয়া জ্ঞানী লোক, জানি শুনিয়েই তেওঁ চাকৰহঁতক দৰমহা নিদিয়ে। ব্ৰহ্মাস্ত্ৰ নিবলৈ দি বৌ-বৌ নৰকত ডাঙৰীয়াই সিহঁতক পেলালেই মাৰিলেই তুমি সন্তুষ্ট? হাড় মূৰ ভাঙি লগুৱালি কৰাৰ পুৰস্কাৰ শেষত সিহঁতক ডাঙৰীয়াই এইটোকে দিয়ক আৰু কি! তোমাৰ বুদ্ধিটো মেমেৰা হৈ যাব লাগিছে, তাৰ গুৰিত সাৰ-জাবৰ দিবলগীয়া হ'লহি দেখিছোঁ।

ঘৰে ঘৰে ডাঙৰীয়াই জলপান চেলেকি নুফুৰা বাবে জগৰ লাগিল? আহা! কি জগৰটোকেই বিচাৰি পালেহি একা! যাৰ পাই যাৰে ঘৰত জলপান চেলেকি ফুৰি তাত তপস্যাৰ ফলত পোৱা ব্ৰাহ্মণৰ জাতটো নিয়ালেই তোমালোকৰ মনত সুখ। গুৰুজনে বৰগীতত বান্ধি থোৱা কথাটো ঠিক টং কৰিলেই বুজিব পাৰিবা। "কত তপস্যাই, নৰতনু পাই, বিকাইলোঁ কাঞ্চন মোলে।" তোমালোকৰ মতি-গতি ঘোৰ কলিয়ে গ্ৰাস কৰিলে। বাৰু তুমি আমাক এই কথাটোৰ সমিধান দিয়াচোন, ডাঙৰীয়াৰ জোখৰ-ফেৰৰ কোন মানুহ আছে যে তাৰ ঘৰত গৈ তেওঁ জলপান খাব পাৰে?

আৰু ডাঙৰীয়াৰ এটা দুটা যি দোষৰ কথা কৈছা, তাৰ বিষয়ে তোমাক চমুকৈ কৈ থওঁ। কীৰ্তনত আছে, "সৰ্ব ভক্ষ বহ্নি সবাকো শোষে; তাঙ্ক কি কৰিব ইসব দোষে।" মহৎ লোকক ক্ষুদ্ৰ পাপে চুব নোৱাৰে। জুইয়ে কেঁচা পকা দুইকো পোৰে।

কি কলা? সিদিনা ৰাতি দুপৰত ডাঙৰীয়ানীয়ে অমুকী বেটীৰ ওপৰত খং কৰি, আৰু স্বামীৰ ঘিণ লগা ব্যৱহাৰত, নিজৰ জীৱনকে ধিক্কাৰ দি, চিয়ঁৰবাখৰ কৰি লৰ মাৰি নৈত পৰি মৰিবলৈ গৈছিল কিয়? কি ক'লা? ওঁ গৈছিল কিয়? উৰহি গছৰ ওৰটো নেপালে তুমি নেৰা। তোমাৰ মুখৰ লগতে কেতিয়াবা তুমি কটা যাবা মই দেখিছোঁ। কেপকেপাই নেথাকিবা মনে মনে থাকা।।

ইতি শ্ৰীভেমপুৰীয়া মৌজাদাৰস্থ আখ্যানং
সম্পূৰ্ণং সমাপ্তং। ■

# নকওঁ

মাহেকৰ আগৰেপৰা আমাৰ গাত উলাহ, ফাকুৱা আহিছে। তাতে ঘৰতে পূজা; উলাহৰ ওপৰত উলাহ পৰি আমাৰ ৰং ৰংপুৰৰ ৰংঘৰটোৰ সমান হৈছে। পূজালৈ বয়-বস্তু নৈবেদ্য-উপকৰণ গোটাবলৈ আমি ল'ৰাবোৰে উঠি-পৰি লাগিছোহঁক।

আজি অধিবাস। মেৰদাহ হ'ব। কি আনন্দ। ভৰি, তই মাটিত পৰ নে নপৰ ক'ব পাৰ নে? ৰং, তই থাকিবলৈ মোৰ বুকুত ঠাঁয়ে নোজোৰাত পৰিল, কি কৰিম, নিজগুণে ক্ষমা কৰিবি। আলিবাটেদি যোৱা সৌ কেটা মানুহলৈ চোৱা, গোটেইটো গাৰ ভৰ ভৰিত দি, আৰু ভৰিৰ গোটেইখন পতা মাটিত পেলাই কেনেকৈ লেহেমকৈ খোজ কাঢ়িছে। সোৰোপাহঁত! অলপো যদি তহঁতৰ গাত উছাহ আছে! এনে লেহেম খোজ ফটুৱাই-ফটা ভৰিৰে দেখোন নিতৌ কাঢ়িব লাগিছে, তেও আমনি লগা নাই নে? আজি ফাকুৱাৰ দিনাও মাটিত ফটা চৰণ কেইটা নেপেলোৱাকৈ খোজ কাঢ়িলে কিবা জগৰ লাগে নে? ৰঙে আমাৰ মনৰ ভাবৰ গঢ় এনেবিলাক কৰিছিল। উৎসৱৰ দিনা ডেও দি দি খোজ কঢ়াটোহে আমাৰ মনত স্বাভাৱিক যেন লাগিছিল।

আমি ল'ৰাবোৰে গাইপতি একোটা কামত মহা উৎসাহেৰে লাগি গৈছোঁ। মোৰ বেছি হেপাহ, পূজাত ফুল সৰহকৈ গোট খাব কেনেকৈ। সেই দেখি ফুল তোলা বাবটো মই ল'লো। পুৱাৰপৰা ফুলৰ কুকি হাতত লৈ, আঘোণমহীয়া পথাৰৰ পকা ধান দোৱাদি, আমাৰ ফুলনি বাৰীৰ আৰু লোকৰ ফুলনি বাৰীৰ ফুল অন্ত পৰিলোঁ। ফুলে গোসাঁইঘৰ উপচি পৰিল, তেও মোৰ হেপাহ পলোৱা নাই। পলাশৰ ওপৰত চকু আছে। লুকাই দুমুখীয়া দা এখন লৈ পলাশফুল পাৰিবৰ মনেৰে বিলৰ সিপাৰলৈ গ'লো। লুকাই যাবলগীয়াত পৰিছিলোঁ এই বাবে যে আমাৰ অভিভাৱকৰ হুকুম নাই, যে আমি গছত উঠোঁ। আৰু হুকুম অমান্য কৰা বাতৰি যদি কেনেবাকৈ অভিভাৱকৰ কাণত উঠে তেন্তে আমাৰ পিঠিতো চেকনি উঠিবলৈ সৰহ পলম নহ'ব। তাতে বিলৰ পাৰত বাঘ-থকা হাবিৰ মাজত পলাশ গছ। এনে স্থলত চাৰি-ফিট-এঘাৰ-ইঞ্চি-দীঘল ল'ৰা এটাৰ সাধ্য কি যে ভৰ-দুপৰীয়া এনে এটা কাম দেখা-শুনাকৈ মৰসাহ দি কৰিবলৈ যায়? কিন্তু অভিভাৱকৰ যিমান কি কট্‌কটীয়া হাক্ থাকক সৰু কালত মই গছত উঠা, সাঁতোৰা আদি মুনিহ-বিদ্যা লুকাই চুৰকৈ চৰ্চা কৰি তাত অধ্যাপকৰো অধ্যাপক হৈ উঠিছিলো। ফাকুৱাৰ উলাহ আৰু বসন্তকালৰ ডাল-ভৰা পলাশ ফুলৰ মনমোহা কান্তিয়ে জগাই দিয়া মোৰ মনৰ হেপাহক, অভিভাৱক আৰু হাবিৰ ভয়ে গছকি তল পেলাব নোৱাৰিলে। অকললৈ সুৰ্ সুৰ্ কৈ

গ্ৰাবিৰ মাজৰ পলাশৰ তল পালোঁগৈ।

ভৰ-দুপৰ। ৰদটো পকি পৰিছে। বেলিয়ে মূৰকে ভৰিকে ছাঁৰে লগ লগাই দিছে। চৰাই-চিৰিকতি নিমাত। চাৰিউ ফাল নিজম। শব্দৰ ভিতৰত, পলাশৰ শুকান পাতত মোৰ ভৰি পৰি যি খৰ্‌খৰণি উঠিছে সেইয়েইহে। ইমান নিজম যে শুকান পাতৰ শব্দ হৈছে, পাছে সেই খৰ্‌খৰণি শুনি চাৰিউফালৰ গছ-গছনিবোৰে উচপ খাই উঠে। গছ-গছনিৰ কথাকে নেলাগে, প্ৰথম খোজ উঠা খৰখৰনিটোৱেই দ্বিতীয় খোজৰ খৰ্‌খৰণি শুনি উচপ খাই উঠা যেন লাগিবলৈ ধৰিলে। মোৰ বুকুৰ ভিতৰত ঢপ্‌ঢপনি স্পষ্টকৈ মোৰ কাণত পৰিল। ৰূপহ ৰঙা ফুলেৰে পলাশ জোপা ৰঙালি হৈ আছে। লোভত মুখত পানী ওলোৱাদি যদি চকুতো পানী ওলাবৰ নিয়ম থাকিলহেঁতেন তেন্তে সেই ফুল দেখি সৰ্ সৰ্ কৰে মোৰ চকুৰো পানী ওলাইছে বুলি ক'লোহেঁতেন।

এনেতে বিলৰ সিপাৰে এটা মহ-গুৱালে গালে ঃ

"কেলৈ ফুলিলি ৰূপহী মদাৰ ঐ?

কেলৈ পেলালি কলি?

গুৰুতো নেলাগে ভকততো নেলাগে,

থাক তলে ভৰি সৰি।"

ৰিণিকি ৰিণিকি এই বনগীত ফাকি মোৰ কাণত পৰিল। ভাবিলো, মদাৰৰতো এই দশা, পলাশক কিন্তু আজি মই গুৰু-ভকতক নলগাই নেৰোঁ। কঁকালত দাখন গুজি লৈ পলাশ গছত উঠি গ'লো। গছজোপা সৰু নহয়; দুই মুনিহে আকোৱালি নোপোৱা। মই কিন্তু এটা লেখৰ গছোৱাই বুলি আগেয়েই উনুকিয়াই থৈছোঁ। অঙ্গদ সুগ্ৰীৱ উঠাদি টপ্ টপ্ কৰে উঠি গৈ এটা খাঁকি পাবলৈ মোৰ বেছি প্ৰয়াস নেলাগিল। ল'ৰা-মন, গছৰ খাঁকিত উঠি মোৰ ৰাজপাটত উঠা যেন লাগিল। নেলাগিবই বা কিয়, কেঁচা কলঠছৰা এডালকে, জৰিৰ লেকাম লগাই, ঘোৰা কৰি উঠি চেকুৰি ফুৰি, ঘোৰাত উঠাৰ সুখ অনুভৱ কৰা কালটোক বিদায় দিবৰতো বহুদিন হোৱা নাছিল।

ফুলেৰে ভৰি থকা ডাল এটা কাটি তললৈ পেলাই দিওঁ বুলি, দাখন ডাঙি লৈছোঁ, এনেতে যেন কোনোবাই কিবা গুণ্‌গুণাই কোৱা কথা মোৰ কাণত পৰিল। কোনে নো কি ক'লে ঐ? ইফালেও চাওঁ সিফালেও চাওঁ, ক'তো এনে নেদেখোঁ। গছ জোপায়ে, তাৰ ডালত কোব নেমাৰিবলৈ মোক কাকতি কৰি কিবা কৈছেনে কি? ক'বও পাৰে, কাৰণ মই যে আজি ৰাজসিংহাসনত উঠি ৰজা হৈছোঁ। গছেও সেইটো বুজ পাইছে যেন পাওঁ। ৰজাৰ আগত গোচৰ কৰিবলৈ অনেকৰ অনেক কথা থাকে। "ওৱেল্ গছ তোৰ কি ক'বলগা আছে, সোনকালে ক, ৰজাৰ আজি ফোৰছেদ বহুৎ কম আছে। তোৰ যদি ঘৈণীয়েৰে তোক এৰি গুচি গৈছে, তেন্তে মই এতিয়াই তাইক তোৰ ডিগিৰি দিম। কিন্তু যদিহে ক'ব খুজিছ, তোৰ ডাল নেকাটিবলৈ, তেন্তে তোৰ গোচৰ ডিচ্‌মিচ্ বা ঘিচ্‌মিচ্।" এই বুলি আকৌ দাৰ নালটোৰ খামোচটো কটকটীয়াকৈ ধৰি ডালটো বলি দিব খোজোতেই আকৌ গুণ্‌গুণ্ কৰে কোনোবাই কিবা কোৱা যেন লাগিল। কাণটো "মলতৰি" কৰি আকৌ চাৰিউফালে চকু ফুৰালো। এইবাৰ চকুত পৰিল, পলাশ গছৰ

গুৰিৰ পৰা এবেওঁমান দূৰত পৰি থকা লাওখোলাৰে সৈতে মানুহৰ জকা এটা। এইবাৰ সাহেৰে বক্ষোৰা মোৰ বুকুখন অলপ লৰিল দেই। এই জকাটোৱেই মোক কিবা কৈছেনে কি? জকাটোৱে নো কি ক'ব পাৰে? সি মৰা মানুহৰ জকা। কিবা ভূতেই তাত লম্ভিছে বা? কি ভূত লম্ভিব। ভূত থকাটো তো মই বিশ্বাস নকৰোঁ। গবৰ্ণমেণ্ট হাইস্কুলৰ প্ৰথম শ্ৰেণীত পঢ়ি যদি আকৌ ভূত মানিব লাগিল, তেন্তে মোৰ জীৱনত ধিক্‌কাৰ, স্কুলৰো বদনাম, প্ৰথম শ্ৰেণীৰো হাঁহিয়াত, আৰু আমাৰ হেড মাষ্টৰৰো অপযশ। নহয় নহয় ভূত নহয়, ভূত নাই। এতিয়া ঠিক বুজিলো, বতাহে সৌ শিমলু গছ জোপাৰ ঢোণ্ডত, ভাটৌৰ অনুপস্থিতিত, অনধিকাৰ প্ৰৱেশ কৰি, ভাটৌৱনীৰ কাণত মনোবেদনা জনাইছে। বাৰু, এই মানুহৰ জকাটো নো ক'ৰপৰা আহি ইয়াত ওলালিহি? অ' আৰু বেলি যে আমাৰ সেই লগুৱাটো মৰিছিল, তাক এইখনতে কৰবাত পুতিছিল। শিয়ালে বোধকৰোঁ তাৰে জকাটো খানি উলিয়াই টানিটুনি আনি এইখিনিত পেলালেহি।

এইবিলাক কথাৰ এটা সন্তোষজনক মানসিক সমালোচনা কৰি পলাশৰ ডালটোত দুমুখীয়া দাৰে আকৌ বাহু দাঙি কোব মাৰিব খোজোতেই, মোৰ পেটত এটা আমৰলি পৰুৱাই কৰবাৰ পৰা আহি কেটেৰ কৰে কামোৰ মাৰি দিলে। উস্ উস্ কৈ পৰুৱাটো একৰাই এচাৰ মাৰি পেলাই দিলো। ইমান বেগেৰে এচাৰ মাৰি তাক পেলাইছিলো, যে সি পৰুৱা নহৈ যদি এটা মখনা হাতীও হ'লহেঁতেন যে তাৰ হাড়-মূৰ কেইডোখৰ, বাৰ্হনি বা সোতাৰে সাৰি একেঠাই কৰিবলৈকো আমাৰ আমুকী বেটী "বুঢ়ী বায়ে" বিচাৰি নাপালেহেঁতেন। কামোৰা ঠাইডোখৰ ততালিকে ৰঙা পৰি উখহি বিষাবলৈ ধৰিলে। এই সমসাময়িক কালতে চিলনি এটাই 'চি-হিঁ-হিঁ' কৰি, মোৰ দুখত হাঁহিয়েই নে ক'ব নোৱাৰো, শিমলু জোপাৰ ফালে উৰি গ'ল। এইবাৰ কিন্তু সঁচাকৈয়ে মোৰ গাটো গম্ গম্ কৰিব লাগিল, আৰু গাৰ নোমবোৰো কেঁটেলাপহুৰ কাঁইটৰ নিচিনাকৈ থিয় হ'ল। একিল পাই এবুধি চাপিল। ভাবিলোঁ ভৰ-দুপৰীয়া অকলৈ এই হাবিৰ মাজৰ গছত উঠি ফুল পাৰিবলৈ আহি মই ভাল কৰা নাই। ফুল পৰা এৰি এতিয়া লাহেকৈ নামি ঘৰ পাবগৈ পাৰিলে বৰ্তো। মানুহে কিবা "পৰুৱাই পোৱা" বুলি ভূতে পোৱাৰ কথা কয়, মোক হ'লে আজি সঁচাসঁচিকৈয়ে ভূত-পৰুৱাই পাওক নেপাওক আমবলি পৰুৱাই পালে। বিষত তত এৰুৱাব লাগিছে।

এনেতে আকৌ আগৰ নিচিনা গুণগুণনি মোৰ কাণত পৰিল। ই কথাই কথা নহয়, সৃত কৰে নামি পৰোঁ বুলি নামিবলৈ কাৰবাৰ কৰিলো। এখোপ নামিছোঁ, দুৰ্ভাগ্যবশতঃ এনেতে মনত খেলালে মোৰ আজি ইমান পৰিশ্ৰমটো এনেই গ'ল। অন্ততঃ গোটাচেৰেকমানো ফুল লৈ যাব পৰাহেঁতেন ভাল আছিল। ঈশ্বৰৰ পূজাৰ অৰ্থে ফুল নিবলৈ আহিছোঁ, আনতো একো অন্যায় কাম কৰিবলৈ মই অহা নাই, এইবোৰ মিছা ভয়-ভ্ৰান্তি কৰি শুদাতে সময় নষ্ট কৰিছোঁ কিয়? যি খোপ নামিছিলো সেই খোপ দুনাই উঠি গৈ আগৰ আসন বা সিংহাসন গ্ৰহণ কৰিলো। তলত লিখা ঘোষা ফাকি নাঁকী সুৰেৰে গাই, ভয় সৰকিব নোৱাৰাকৈ মনটো ল'লো।—

"হৰিৰ নামৰ ধ্বনি লাগি পলাই পাপ দশোদিশে ভাগি
হেৰ পাইলে বুলি ভয়ত ভিৰি লৰবে।
এক ব্ৰহ্মাণ্ডত নেপাই ঠাই আৰ ব্ৰহ্মাণ্ডক পলাই যায়

নামে খেদি নেন্ত ব্ৰহ্মাণ্ডোপৰি বাগৰে।।"

ঘোষা ফাকিবো অন্ত পৰিল, পলাশৰ ডালত পূৰ্ণহতীয়া কোবো পৰিল, কিন্তু মনৰ বেগত দুমুখীয়া দাখন ইমানকৈ দাণ্ডি কোব মাৰিলো যে তাৰ এমুখৰ কোব পলাশৰ ডালত আৰু আন মুখৰ কোব মোৰ মূৰত বহিল। মূৰৰ পৰা তেজ ববলৈ ধৰিলে। অধৰমী দাখন তললৈ পেলাই দি সোঁ হাতে মূৰৰ ঘাত আৰু বাঁও হাতে গছৰ গাত ধৰিলো। এনেতে কুৰি বেওঁ মান আঁতৰত থকা ঔ গছ এজোপাৰ তলৰ পৰা এই কথাষাৰ আহি মোৰ কাণৰ বিন্ধাত কাঁড় পৰাদি পৰিল, "বোপাদেও, গছত ভালকৈ সাৱটি ধৰক; নেৰিব মই গৈছোঁ?" কটা ঘালৈ পাহৰি মই "খায় ঔ" বুলি চিঞৰ মাৰি দিলো। "মই জ-হে ভয় নকৰিব" এই বুলি গোনামহে হাবি ভাঙি অহাদি হাবি ভাঙি লৰি জ-মোৰ আগত ওলালহি। চাকিৰ আগত এন্ধাৰ যেনেকৈ পলায় তাৰ আগত মোৰ ভয় তেনেকৈ পলাল। মোৰ বুকুখন চাৰি আঙুলমান ডাঠ হৈ পৰি মুখত এই প্ৰশ্ন ওলাল, "তই ইয়াত কৰপৰা ওলালিহি জ-? আ-কলৈ গ'ল? তইঁতক পুলিচে বিচাৰি ফুৰিছে।" সি মোৰ কথাৰ উত্তৰ দিবলৈ গৈ সময় নষ্ট নকৰি, মোক সাহায্য কৰি লাহে লাহে গছৰপৰা নমাই লৰালৰিকৈ তাৰ গাৰ গামোছাখনেৰে মোৰ মূৰটো বান্ধি দি, ঔ গছজোপাৰ তললৈ লৈ গ'ল। ঔ গছৰ তলতে আ-ক দেখিলোঁ। "ইস্ বোপা, কিমান কাটিলে চাওঁ? আপুনিনো এই ভৰ দুপৰীয়া হাবিৰ ভিতৰত গছত উঠি ফুল পাৰিবলৈ আহিব পায় নে?" এই বুলি আ-ই বাঁহৰ চুঙা এটা আনি লৰালৰিকৈ মোৰ মূৰৰ ঘাত পানী ঢালি দিবলৈ ধৰিলে। সিহঁত দুইৰো যত্নত পাঁচ মিনিট মানৰ মূৰত মোৰ তেজ ৰ'ল। কিন্তু সুখৰ বিষয়, বেছি কটা নাছিল। কিবা এটা বন-পাত দৰব বিচাৰি আনি আ-ই চোবাই মোৰ মূৰৰ ঘাত দি ক'লে, "বোপা, এই দৰবটো তিনি দিনলৈ ঘা ডোখৰৰ পৰা নুগুচাব, আপোনাৰ ঘা নপকে আৰু শুকাই যাব।"

জ-ক শুধিলো, "পিছে জা-, কচোন তই আ-ক পলুৱাই আনি আজি সাত দিন ক'ত আছ? তোৰ হাকিম- বৰুৱাই তোক বিচাৰি গোটেইখনতে চলথ লগাইছে। তেওঁৰ ঘৰত পানী এটোপা আনি দিবলৈকো মানুহ এটা নাই; আমাৰ লগুৱাই হে গৈ পানী এভাৰ দি আহে। সিফালে মৌজাদাৰে তেওঁৰ এইক দি আহে। সিফালে মৌজাদাৰে তেওঁৰ এইক তই পলুৱাই অনা বাবে, তইঁত দুইকো গ্ৰেপ্তাৰ কৰাবৰ মনেৰে, দুইৰো নামে তেওঁৰ কিবা-কিবি বস্তু চুৰ কৰি আনিছহঁক বুলি, পুলিচত সংবাদ দিছে; পুলিচে পিত-পিত কৈ তইঁতক বিচাৰি ফুৰিছে।

জ ঃ "বোপা, তেওঁ কৰক পুলিচত মকৰ্দমা। মই তেওঁৰ লিগিৰীজনী আনিছোঁ হয়, কিন্তু তেওঁৰ কুটা এগছতো হাত দিয়া নাই। তাইও দিয়া নাই। আমি চোৰ নহওঁ।"

আ ঃ "অত দিন তেওঁৰ ঘৰত কাম কৰিলো, এটা খুদ চাউল চুৰি কৰিছোঁ বুলি কোনেও ক'ব নোৱাৰে। এতিয়া যদি তেওঁৰ বস্তু চুৰ কৰি আনিছোঁ বুলি, তেওঁ বামুণ ধৰ্মীষ্ঠ আৰু ডাঙৰ মানুহ হৈ কৈছে, কওক গোসাঁয়ে দেখিব।"

মই ঃ "বাৰু জ তইঁতে এই হাবিতে আছনে?"

জ ঃ "ইয়াতে আছোঁ।"

মই ঃ "ৰাতি হ'লে ইয়াত কেনেকৈ থাক?"

জ ঃ "এই ঔ জোপাৰ ওপৰত উঠি থাকোহঁক।"

মই ঃ "আ কেনেকৈ গছত উঠে?"

জ ঃ "তাইক মই তুলি নিওঁ।"

মই ঃ "ৰাতি টোপনিয়াই দেখোঁ সৰি পৰিবৰ সম্ভৱ?"

জ ঃ পানী গামোচাৰে আমাৰ কঁকাল গছৰ ডালত বান্ধি থওঁ।"

এইবিলাক শুনি মোৰ ল'ৰা-মন কেনে লাগিছিল ক'ব নোৱাৰোঁ। "মই যাওঁ এতিয়া" বুলি বিদায় লৈ আহিবলৈ ধৰোঁতে, আ-ই মোৰ ভৰিত দীঘল কৈ পৰি ক'লে, "বোপা দেউতা, মোৰ এটি কথা ৰাখিব লাগিব।" মই "ৰাখিম" বুলি উত্তৰ দিলত, তাই ক'লে, "আমি যে ইয়াতে পলাই আছোঁ এই কথা আপুনি কাকো নক'ব।" মই "নকওঁ" বুলি ঘৰ-মুৱা হ'লো। অলপমান দূৰ আহিছোঁ, এনেতে "বোপা বোপা"কৈ জ-লৰি আহি মোক লগ ধৰিলে। মই "কি হ'ল" বুলি সুধিলত সি ক'লে, "আমাৰ তাই বৰকৈ কৈ পঠিয়াইছে যেন আপুনি আপোনাৰ মূৰৰ সেই দৰবটো তিনি দিনলৈকে নেৰুৱায়।" মই "নেৰুৱাওঁ" বুলি কৈ গুচি আহিলো। প্ৰতিজ্ঞা পালন কৰি তিনি দিনলৈকে মই সেই দৰবটো ঘাৰ পৰা এৰুৱা নাছিলো। তিনি দিনৰ মূৰত দৰবটো এৰুৱাই দেখিলো, ঘা শুকাই গ'ল। সিটো প্ৰতিজ্ঞাও, প্ৰায় দহ বছৰ হ'ল আজিলৈকে মই পালন কৰি আছোঁ। এই পৰ্যন্ত এটা কোনাচিলাকো, সিহঁত সেই বিলৰ পাৰৰ হাবিত পলাই আছিল, সেই কথা মই কোৱা নাই, আৰু "নকওঁ।" ■

# কন্যা

কার্য্যগতিকে কিছুদিনৰ নিমিত্তে মোৰ প্ৰবাস ঘটিল। প্ৰবাস নুবুলি বনবাস বোলাই যুগুত। বাসস্থানৰ চাৰিউফালৰ প্ৰকাণ্ড গছ পৰ্বত আৰু এণ্ডাৰ বৰণীয়া কোলৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ঘৰ। ঘৰ বোলাত তোমাৰ আমাৰ ঘৰৰ নিচিনা ঘৰ বুলি নেভাবিবা। জুপুৰি বা পজা। সিও অসমৰ দুখীয়া মানুহৰ বা মগনীয়াৰ জুপুৰিৰ নিচিনা বুলি ভাবিলে ভুল হ'ব। গছৰ ঠেঙুলি গোটাচেৰেক দি, চাৰিহাত মান দীঘল দুখন চালৰ নিচিনা কৰি, তাৰ ওপৰত এসোপা ঘাঁহ চটিয়াই দিয়া; বেৰ নিদিবা, দুই পানী পাছকে মাটিত লগাই দি বেৰৰ কাম কৰোৱা; মুধেদি বাটৰ ব্যৱস্থা কৰা। দেখিবা, গিৰীয়েক, ঘৈণীয়েক, পুতেক, বোৱাৰীয়েক, লৰা-ছোৱালীৰে সৈতে এটা পৰিয়াল বাস কৰিব পৰা এটা কোল-জুপুৰি তুলি সাজি পেলালা।

আমাৰ ঘৰৰ কাষেদি এখন সৰু পৰ্বতীয়া নৈ কৰু কৰাই শিলৰ মাজেদি বৈ গৈছে। নৈখনৰ নাম কন্যা। সোৱাদ নামটি। হয় কোনো কবিয়ে এই নামটি ৰাখিছিল, নহয়, নৈয়েই আপোনা গুণেৰে সৰ্বসাধাৰণ অকবিৰ হৃদয়ত কবিতা-লহৰি তুলি দি বলেৰে এই প্ৰাপ্য নামটি ল'লে। কন্যাৰ গৰ্ভত ডাঙৰ সৰু নানাবিধ শিল আছে। এই শিলবিলাকত পানী পৰি দিনে ৰাতিয়ে অবিশ্ৰাম কৰু কৰনি উঠি থাকে। প্ৰায় আদ মাইল বাটৰ পৰা, কান্দোনৰ নিচিনা সেই বিষাদসূচক কৰু কৰনি কাণত পৰে। শুনিলে মন বনৰৰাগী হৈ কৰৰালৈ গুচি যাব খোজে। দুই পাৰৰ প্ৰকাণ্ড কোনোবা-কলিশ-যুগীয়া দুশাৰি গছে নৈখন সাৱট মাৰি ধৰি, সেই কান্দোন শুনি সমবেদনাজ্ঞাপক টোপালেৰে সেই শোকত সহানুভূতি প্ৰকাশ কৰিব লাগিছে যেন লাগে। বিশ্বনিয়ন্তাৰ ৰাজ্যত এই মৰ্মভেদী শোক আৰু হৃদয়স্পৰ্শী সহানুভূতিৰ তাৎপৰ্য্য কি আমি কি বুজিম? কিন্তু এনে নিভাজ সহানুভূতি যত পোৱা যায় তাত কান্দিও সুখ আছে। পুৱা-গধূলিৰ আহৰি কালটো মই কন্যাৰ পাৰত কটাওঁ। বৰ ভাল লাগে। ঘাইকৈ তাত মোৰ দুটা সকাম। প্ৰথম — বগা ৰঙা ক'লা হালধীয়া ইত্যাদি নানা বৰণীয়া শিলগুটি গোটোৱা। দ্বিতীয় — পাৰৰ গছ এজোপাৰ শিপাতে অকলশৰীয়া হৈ বহি কন্যাৰ সেই কান্দোন শুনা। ইমান দিনৰ পিছত আজিও সেই দুটা কাম আৰু সেই কন্যাৰ পাৰলৈ মনত পৰিলে বুকুখন হম্ হমাই উঠে।

একো একো দিনা মোৰ উল্লিখিত দুই কাৰ্য্যত এজন বন্ধুৱে যোগ দিয়ে। বন্ধুৰ কিছু সাংসাৰিক আৰু ৰঙ্গীয়াল বিধৰ মানুহ। অৰ্থাৎ এই পৃথিবীত খাই-লৈ মানুহমুৱা হৈ থাকিবলৈ হ'লৈ যেনে হোৱা আৱশ্যক, তেনে; কবিতাৰ যেন খাই গোটেই জীৱনটো উস্ উস্ আস্-আস্ কৰি ফুৰা বিধৰ লোক নহয়। কাৰোবাক কবিত্ব কৰিবৰ দেখিলে দুটা এটা ধেমেলীয়া কথা

প্ৰয়োগ কৰি হাস্যৰসৰ অৱতাৰণা নকৰি তেওঁ নেথাকে। কোনো এজোপা গছৰ সৌন্দৰ্য্য দেখুৱাই কোনো কথা তেওঁৰ আগত ক'লে, তেওঁ উত্তৰত সেই জোপা গছ দীঘলে কেই হাত, বেৰে কেই হাত, আৰু কাটিলে তাত কেইটা খুটা কেইটা চতি হ'ব আৰু তাৰ মূল্য কিমান হ'ব, এনেবিলাক হিচাপ কৰি কাব্যৰসৰ দহাকাজ সোপাকে কৰি থয়। কলা শিলগুটি এটা বুটলি আনি "এইটি কেনে সুন্দৰ চোৱাঁ" বুলি তেওঁক দেখুৱালে, সেইটো ভাঙি গলালে শতকৰা কিমান তাত লো বা আন ধাতু ওলাব তাৰ তেওঁ লেখ কৰি কথাৰ ওৰ পেলাই দিয়ে। এদিন এটি বঢ়িয়া চিকচিকীয়া ক'লা শিলগুটি আনি তেওঁক দেখুৱাই সুধিলোঁ, "কেনেকৈ এনে দেখিবলৈ চিকুণ ক'লা শিলগুটি হয়?" তেওঁ উত্তৰ দিলে, "এই যে কেতোৰ ক'লা মানুহবোৰ দেখিছা, ইহঁত মৰিলে ইহঁতৰ হাড় আৰু মঙহবোৰ ভাগিছিগি এই শিলগুটিবিলাক হয়।" মই শিলগুটি বিচাৰি বুটলি ফুৰোঁ, তেৱোঁ মোৰ লগে লগে বিচাৰি ফুৰে, কিন্তু কয়, তেওঁৰ উদ্দেশ্য বেলেগ, তেওঁ শিলগুটি বিচৰা নাই, কৰবাত হীৰা বা আন বহুমূলীয়া শিল পায় বুলিহে বিচাৰিছে।

যি ডাল গছৰ শিপাত বহি মই দ্বিতীয়টি কাম কৰোঁ, তাৰ দহ বেও মান আঁতৰতে এটা ঘুলিত এটা কুৰি বছৰমান বয়সীয়া ডেকা কোল ল'ৰাই আহি নিতৌ আবেলিপৰৰ পৰা গধূলিলৈকে বৰশী বায়। সি নিতৌ বৰশী বায়, কিন্তু মই এদিনো তাক এটাও মাছ ধৰা নেদেখিলো। নৈত যে মাছ নাই এনে নহয় বা বৰশীত খোটা সিহঁতৰ অভ্যাস নাই এনেও নহয়। লোকৰ ল'ৰাই বৰশী বাই সেই নৈৰে মাছ জোকাজোকে লৈ গৈ তিনিতেলনি মাৰি খায়। আচল কথা, আমাৰ ল'ৰাই বৰশী থয় পানীত, আৰু চকু থয় নৈৰ সিপাৰত। মাছে নিজৰ অৱসৰ মতে আহি বৰশীত খুটিয়ায়, পুঙা টনাটনি ব্যায়াম বা পৰিশ্ৰম কৰে, শেহত আকণ্ঠ পৰিপূৰ্ণ কৰি টোপ খাই ভোক গুচাই ঘৰাঘৰি গুচি যায়। বৰশী বাওঁতাৰ ভুৰেই নাই। বৰশীৰ গৰাকীয়ে কেৱল নৈৰ সিপাৰত চকু থৈ কোনোবা সপোন পুৰীত ঘূৰি ফুৰে।

সমুখতে সিপাৰে পানী নিয়া ঘাট। এজনী গাভৰু কৃষ্ণবৰ্ণ কোল ছোৱালী নিতৌ অকলৈ সেই সময়তে কাষত কলহ লৈ পানী নিবলৈ আহে। এই ক'লা চুম্বক ডোখৰেই আমাৰ ক'লা লো কোল ডেকাৰ চকু দুটা সিপাৰলৈ টানি নি ধৰি ৰাখে। কোল সুন্দৰী পানী নিবলৈ আহে আবেলিতে, কিন্তু সন্ধ্যা লাগি ভাগি যায়, তথাপি তাইৰ কলহ ধোৱাই নহয়। তাইৰ মাটিকলহটোৰে সৈতে নো মলিৰ কিয় ইমানটো ডাঠ প্ৰণয় ক'ব নোৱাৰোঁ। তাই ঘঁহি-পিহি ধুই-পখালি দেখোন কোনো মতেই কলহৰ পৰা মলিৰ কামোৰ এৰুৱাব নোৱাৰে।

সি যি হওক, এই মাছ-ধৰোঁতা আৰু পানী কঢ়িয়াওঁতা দুজনৰ ভিতৰত এষাৰ কথাও কেতিয়াও সাল-বদল হোৱা নেদেখিলো। দেখাৰ ভিতৰত মাত্ৰ এই যেৰাহে— ইফালে ইটোৱে হাতত বৰশীৰ ডাঁড়ি লৈ চৰগ-পৰা মানুহটো যেন চকু থিৰ কৈ থাকে, সিফালে সিজনীয়ে বালি ঘঁহি ঘনে ঘনে কলহ ধুই কেঁৰা-কেৰিকৈ ইয়াৰ ফালে চাই কাল কটায়।

এনেৰূপে কিছু দিন গ'ল। এই লীলা দিনৌ হয়। কন্যাৰ পাৰলৈ যোৱা মোৰ সকামৰ তালিকাত এই লীলা দৰ্শন কাৰ্য্যটিও তৃতীয় স্থান ভুক্ত হ'ল।

এদিন আমি তিনিও নিজ নিজ নিত্য কাৰ্যত নিমগ্ন আছোঁ, এনেতে দেখোন হঠাৎ কোল ডেকাই ভয়ানক উচপ খাই, বৰশীৰ ডাঁড়ি হাতৰ পৰা পেলাই জপং কৰে সেই ঘুলিত পৰিল।

মই তাৰ একো অৰ্থ বুজিব নোৱাৰি এক মুহূৰ্তমান চাই আছোঁ, দেখিলোঁ, সি ঢোকাঢোকে পানী খাই বুৰ মাৰিব লগা হৈছে! লৰ মাৰি গৈ কাপোৰে-কানিয়ে একে জাপেই পানীত পৰিলো। কিন্তু মই লৰি গৈ পানীত পৰোঁমানে সি তলেই গ'ল। দুই মিনিটমানৰ মূৰত তাক বিচাৰি পাই জোটোৰ-পোটোৰকৈ অতি কষ্টে বামলৈ তুলিলো। উভটি চাই দেখোঁ, চাৰি-পাঁচটা মানুহ মোক সেই কাৰ্যত সহায় কৰিবলৈ লৰি আহিছে। অলপমান পৰৰ মূৰতে ভালেমান মানুহ আহি সেই ঠাইত গোট খালে; আৰু লৰি ঢাপৰি কান্দি-কাতি তাৰ মাক বাপেক ওলালহি। এখন হুৱা-দুৱা কোঢ়াল লাগি পৰিল।

কিয় কি শোকৰ কথা! সকলোৱে নানা প্ৰকাৰ চেষ্টা কৰিও তাৰ ধাতু আনিব নোৱাৰিলে। তাৰ শৰীৰ সজাৰ পৰা প্ৰাণ পখী উৰি পলাল!

কিন্তু সি হঠাৎ এনে উচপ খাই পানীত পৰিল, এই কথাৰ গুৰি বিচাৰি গৈ দেখা গ'ল যে, সি পাৰৰ যিখিনিতে দিনৌ বহি বৰশীবায়, সেইখিনিতে এটা ভয়ানক অজগৰ সাপ মাটিত পোত খাই আছে। সাপটোৰ গাৰ ওপৰত মাটি পৰি বন গজিছে। সি নিতৌ সেই সাপৰ ওপৰত বহি বৰশী বাইছিল, তেও সাপ বুলি নেজানে। সেইদিনা সাপে লপ লৰচৰ কৰিছিল; সি কি এইটো বুলি বৰ ভয় খাই পানীত পৰিল।

গাঁৱৰ ভালেমান মানুহ আহি মাটি খানি খুটিপুতি কুঠাৰেৰে কাটি সাপটো মাৰিলে। জুখি দেখা গ'ল সি দীঘলে বাৰ হাত, বেৰে আঢ়ৈ হাত। সেই দিনাৰ পৰা কন্যাৰ পাৰৰ লীলা শেষ হ'ল। ভয়তেই হওক কি বেজাৰতেই হওক আৰু সেইফালে মই মুখ নকৰা হ'লো।

এই ঘটনাৰ তিনি দিনৰ পাছত পুৱাই পানী আনিবলৈ যোৱা মোৰ লগুৱা ল'ৰাটো উধাতু খাই লৰি আহি মোক মাতিলে, "দেউতা! দেউতা!" মই "তামোলৰ চিকুণ গুৱা, টোপনিৰ চিকুণ পুৱা", বুলি কোৱা আগৰকলীয়া সেই বুঢ়া লোকজনক পেটে পেটে নথৈ শলাগি সুখেৰে দকচি শুই আছো। "দেউতা! দেউতা" কৈ পুৱাই মোক টোপনি ভঙা বাবে কঠালগুটীয়া লগুৱা ল'ৰাটোক মই ভেকাহি মাৰি দিলো; "কি হেকেউতা হেকেউতা কৰিবলৈ লাগিলিহি তই ৰাতি পুৱাই দিনটোলৈ, গুচ ইয়াৰ পৰা, মুখ ভাঙিম ধৰি।" সি ক'লে, "দেউতা, আহকচোন চাওকহি সেই ঘূলিতে কিবা এটা ওপণ্ডি আছে।" মই লৰালৰিকৈ উঠি চাবলৈ গৈ, মানুহৰ শ যেন দেখি তোলাই অনালো। দেখোন, নৈৰ সিপাৰে নিতৌ পানী নিবলৈ অহা সেই কোল ছোৱালীজনী !!! ■

# পণ্ডিত মহাশয়

## প্ৰথম আখ্যা

খাজনা-গাবাজৰ বৰকাঁহত টং টং কৰে ৰাতি ৯ কোব পৰিল, পণ্ডিত মহাশয়ে আলহী কেজনক বাহিৰতে শুৱলৈ কৈ এন্ধাৰে-মুধাৰে খপিয়াই-খপিয়াই আহি ৰান্ধনী-ঘৰৰ দুৱাৰ মেলি চাকি বিচাৰিবলৈ লাগিল। কলীয়া বোন্দা মহাশয়ে এন্ধাৰ ৰান্ধনী-ঘৰত গধূলিৰে পৰা এতেখেনি বেলিলৈকে নিগনি, শলিয়া, ভজা-মাছ আৰু গাখীৰৰ ওপৰত অকণ্টকা ৰাজত্ব কৰি, এতিয়া ছত্ৰভঙ্গ হ'বৰ কাল পালেহি জানি আখাৰ ওচৰত ক্ষণকালৰ নিমিত্তে আসন গ্ৰহণ কৰি ৰাজ্যভাৰ এৰি বাণপ্ৰস্থী হোৱাৰ কথা ভাবি চিন্তাত নিমগ্ন হ'ল। "অত্যাচাৰী মাৰ্জাৰী ৰজাৰ হাতৰ পৰা পৰম দয়ালু 'পণ্ডিত' গবৰ্ণমেণ্টৰ শাসনৰ তলত পৰিলো, আহা! আমাৰ কেনে সৌভাগ্য!" এই কথা ভাবি নিগনি শলিয়া প্ৰভৃতি প্ৰজাসকলে মূৰত হাত ফুৰাবলৈ ধৰিলে। পণ্ডিত মহাশয়ে স্পৰ্শেন্দ্ৰিয়ৰ সাহায্য লৈ এন্ধাৰেৰে সৈতে তুমুল সংগ্ৰাম কৰি অনেক কষ্টেৰে এপেট সৰিয়হৰ তেলেৰে মাটিৰ চাকিটো উদ্ধাৰ কৰি পলাই আহি বাহিৰৰ পৰা লগাই নি ৰান্ধনী-ঘৰত পুনঃ প্ৰবেশ কৰিলে।

নিৰ্দিষ্ট ঠাইত হাতৰ চাকিটো থৈ, ৰন্ধা-বঢ়া সন্ধ্যা-অৰ্চা আদি নিৰ্দিষ্ট কামৰ আগেয়ে, মাজ মজিয়াত "এহন বলিস্ না দেখি বেটা ইঠা না সিঠা?" এই বুলি পণ্ডিতে এটা গোৰ মাৰিলে। অলপ পৰ থাকি আকৌ সেই ফাকি কৈ এগোৰ, আৰু অলপ পৰ থাকি আকৌ কৈ আকৌ এগোৰ। এই ফেৰা মাল-শ্ৰম কৰি নিশ্চিন্ত মনে তেওঁ হাতেৰে ভাত ৰান্ধিবলৈ আৰু মুখেৰে দুৰ্গাসহস্ৰনাম পাঠ কৰিবলৈ ধৰিলে।

বাহিৰৰ ঘৰত শুই থকা তিনি আলহীৰ ভিতৰৰ এজনৰ কাণত ঠাচ্ কৰে হঠাৎ এবাৰ সেই কথাফাঁকি পৰিল। আৰু তাৰ লগে লগে তেওঁৰ অন্তৰৰ বহুদিনীয়া এন্ধাৰ খোটাদি এটাত কিবা এটা মোৰ নথকা ঘটনাৰ, বিজুলীৰ পোহৰৰ দৰে, চকামকা এটা পোহৰো পৰিল।

## দ্বিতীয় আখ্যা

দুৰ্গাপূজা ওচৰা ওচৰি; সকলোৰে মনত উৎসাহ আনন্দ আৰু প্ৰফুল্লতা। স্কুল বন্ধ হ'ব, ছুটী পাম, ঘৰলৈ যাম, এইবিলাক ভাবি চতুৰ্ভূজপুৰৰ গৱৰ্ণমেণ্ট হাইস্কুলৰ লৰাবিলাক ৰঙত নাচি ফুৰিছে। চাওঁতে চাওঁতেই আজি কালিকে পূজাৰ বন্ধ আহিল। মফস্বলৰ ছাত্ৰবিলাক, কোনোটা বন্ধ হ'বৰ দিনাই, কোনোটো তাৰ পিছ দিনাই, উলাহত ডেও দি মাক-বাপেক ককায়েক-

ভনীয়েকৰ কাষ পালেগৈ।

শিতলপুৰৰ বাবু বিলকুচন্দ্ৰ খৰিদ্দাৰ অনুষ্টুপীয়া ৰকমৰ জমিদাৰ। বছেৰেকত হেজাৰ টকা মুঠেই আয়, ইফালে ব্যয়ৰো বাহুল্য আছে, গতিকে তেওঁৰ চলন-ফুৰণ বৰ ধুমধাম তমস্কাৰ বিধৰ নহয়। তেওঁৰ একেটি ল'ৰা, বয়স ১৪ বছৰ, চৰ্তুভুজপুৰত পঢ়িবলৈ থৈছিল। পূজাৰ বন্ধত লৰাটি যি দিনা ঘৰ পাবহি কথা আছিল, সেই দিনা নেপালে দেখি জমিদাৰ বাবুৰে পাছ দিনা ল'ৰাটি লৈ আহিবলৈ চৰ্তুভুজপুৰলৈ নাও মানুহ পঠিয়াই দিলে। এদিনৰ পিছত নাও মানুহ উভতি আহি বাতৰি দিলে বোলে ল'ৰা তাত নাই, বন্ধৰ দিনাই ইয়ালৈ গুছি আহিছে। আহিছে বাতৰি শুনি জমিদাৰ বাবু আৰু তেওঁৰ স্ত্ৰী চিন্তিত হৈ পৰিল। পিছত জমিদাৰ বাবু নিজে চতুৰ্ভুজপুৰলৈ ল'ৰা বিচাৰি গ'ল; কিন্তু ল'ৰাক আৰু তেওঁ তাত বিচাৰি নেপালে। পুলিচৰ অনুসন্ধান, নিজৰ অনুসন্ধান, বন্ধু-বান্ধৱৰ অনুসন্ধান আদি যত প্ৰকাৰ অনুসন্ধান বা উপায় আছিল সোপাকে প্ৰয়োগ কৰিও ল'ৰা ক'লৈ গ'ল কি হ'ল, তাৰ একো শুং-সূত্ৰ উৱাদিহ পোৱা নগ'ল। অৱশেষত নিৰাশ হৈ জমিদাৰ বাবু শূন্য-হৃদয় লৈ ঘৰলৈ উভতি আহি শূন্য-হৃদয়া স্ত্ৰীৰে সৈতে কান্দি কান্দি শোকেৰে দিন নিয়াবলৈ ধৰিলে।

## তৃতীয় আখ্যা

শান্তিৰক্ষক পুলিচৰ বৰ বদনামৰ কথা হ'ল যে তেওঁবিলাকে এই ঘটনাৰ একো উৱাদিহ উলিয়াব নোৱাৰিলে। নানা ঠাইৰ পৰা পকাবুধীয়া চতুৰ চাই চাই পুলিচৰ নানা বিষয়াক এই ঘটনাৰ মোৰ ধৰিবলৈ আনি লগাই দিয়া হ'ল, কিন্তু মোৰ নেপাই সকলো বিমোৰ হৈ পেপুৱা লাগিল, ঘটনা গুৰিতে যেনে আছিল তেনেই অফুট থাকিল।

বুদ্ধিনাথ চক্ৰবৰ্তী নামে এজন ডেকা পুলিচ ইন্‌স্পেক্টৰে পুলিচৰ গৌৰৱ ৰক্ষা কৰিবৰ নিমিত্তে অৱশেষত সঙ্কল্প কৰি আগবাঢ়ি ওলাল। তেওঁ চতুৰ্ভুজপুৰলৈ আহিয়েই ল'ৰাটিৰ স্বভাৱ-চৰিত্ৰ চলন-ফুৰণ বন্ধু-বান্ধৱ ইত্যাদি বিষয়ৰ শুং বিচাৰি বিচাৰি পাতি পাতি কৈ অনুসন্ধান কৰি সকলো কথা গোটাই ল'লে। হঠাৎ এদিন তেওঁৰ মনত কিবা এটা ভাব খেলাই তেওঁ সামান্য মানুহৰ বেশ ধৰি চতুৰ্ভুজপুৰৰ গৱৰ্ণমেণ্ট হাইস্কুলৰ পণ্ডিত আমাৰ "পণ্ডিত মহাশয়ৰ" ঘৰত গধূলি আলহী হ'লগৈ। দৈৱক্ৰমে সেই দিনাই সেই সময়তে পণ্ডিত মহাশয়ৰ জন্মভূমি শ্ৰীহট্ট প্ৰদেশৰ পৰা দুজন আলহী আহি তাতে উপস্থিত; সেই দুজনৰ লগতে লগ লাগি দাৰোগা বাবুও মিলি গ'ল। আলহী দুজনে ভাবিলে, এওঁ পণ্ডিতৰ মানুহ, পণ্ডিতে ভাবিলে এৰো এজন সেই দুজনৰ লগৰে আলহী। এই ভ্ৰমৰ আশ্ৰয়তে আশ্ৰয় লৈ তেওঁ কোনো পক্ষৰ প্ৰশ্ন বা সন্দেহ নজগোৱাকৈ তাতে ৰাতিটো কটালে। এতিয়া এই দাৰোগা আলহীয়েইহে পণ্ডিত মহাশয়ে ৰান্ধনী-ঘৰত সোমাই কোৱা সেই "এহন বলিস না কেন বেটা ইঠা না সিঠা" কথা শুনি চমকি উঠিছে।

## চতুৰ্থ আখ্যা

পাছদিনা আগৰ দৰে ৰাতি ৯ই আকৌ ৰান্ধনীঘৰৰ ঘৰিত ঘটং ঘটং কৰি "পণ্ডিত মহাশয়! গা ডাওক, চাউল সিজাবৰ হ'ল" এই বুলি ন বাৰ খিৰিয়াই ক'লে। পণ্ডিত উঠি

ৰান্ধনী ঘৰত পূৰ্ব্বৱতে চাকি খপিয়াবলৈ লাগি গ'ল। কিন্তু 'ভাতচৰুৰ কাষত সৌ দুটা ট-ট কৰে কি জ্বলিছে? ভয়াইঔ? চকু নে কি? হয় চকু! কিহৰ চকু? জানো! মোৰ ফালে দেখোন চাব লাগিছে!' এইবিলাক প্ৰশ্ন আৰু উত্তৰ আপোনাৰ মনত আপুনি কৰি তেওঁ 'চাক্ষ্যনুসন্ধান' কাৰ্য্য স্থগিত ৰাখি থৰলাগি ৰৈ আছে; এনেতে আমাৰ সেই চিনাকী কলীয়া বোন্দা মহাশয়ে 'মই মেকুৰীহে, মই মেকুৰীহে' এই কথা "মেও" "মেও" ভাষাকে কৈ তেওঁৰ দুঃচিন্তা দূৰ কৰি দিলে। এইখিনিতে কোৱা আৱশ্যক যে মেকুৰী মহাশয়ে ৰাতি ৯ বজাৰ সময়ত পণ্ডিতৰ হাততে লঘু-লাঞ্ছনা ভুগি বিৰক্ত হৈ নিতৌ সেই সময়তে বাণপ্ৰস্থী হ'বৰ সঙ্কল্প কৰি অলপ পাছতে আকৌ সেই ছোৱা সঙ্কল্পৰে সৈতে পাহৰণিৰ গৰ্ভত নিক্ষেপ কৰে। এতিয়া সেই দেখিহে তেওঁ আগৰাতিৰ প্ৰতিজ্ঞাত পানী এচলু দি পণ্ডিতৰ ভাত-চৰুৰ প্ৰেম-পাশ ছেদন কৰিব নোৱাৰি লাজ-কাজ কাতিকৈ থৈ নিধক কাণ-কটাৰ দৰে ৰান্ধনী ঘৰত সোমাইছিলহি।

চাকি-চুকি লগাই পণ্ডিতে মজিয়াৰ নিত্যকৰ্ম্ম যেৰা সমাপন কৰিবৰ উদ্যোগ কৰোঁতেই ঘৰৰ মুধৰ গোহালিঘৰত গৰুবোৰ হঠাৎ দুপ্‌দুপাই উঠিল আৰু লগে লগে পণ্ডিতৰ বুকুখনৰ পৰাও ঢপ্ ঢপ্ শব্দ উঠিল। সাহত ভিৰ দি বাহিৰলৈ ওলাই আহি জুমি-জামি পণ্ডিতে চায় ক'তো একো নাই। কেৱল এন্ধাৰ— এন্ধাৰ— এন্ধাৰৰ ওপৰত এন্ধাৰ। গৰুৰ ভৰিৰ দুপদুপনিৰ ঠাইত মুখৰ ঘাঁহ পাগুলনিৰ কৰ্কৰণিহে শুনা গ'ল। ক্ষন্তেকৰ পাছতে পণ্ডিতে নিশ্চিন্ত হৈ ভিতৰ সোমাই আহি শ্ৰীবিষ্ণু স্মৰণ কৰি, "এহন বলিস না কেন্ বেটা ইঠা না সিঠা" মন্ত্ৰ মাতি মজিয়াত পূৰ্ব্বৱতে পদাঘাত প্ৰয়োগ কৰিবলৈ লাগিল।

গৰুবে দুপ দুপাইছিল কিয়? — দাৰোগা বাবুৱে পণ্ডিতৰ কাৰ্যকলাপ গতি-গোত্ৰ আৰু তেওঁ কি কৰে কি মেলে, এইবিলাক জুমি চাবৰ অভিপ্ৰায়ে আহি গোহালিত সিহঁতৰ মাজত সোমোৱাহি বাবে। এতিয়া বা সিহঁতে দুপ্‌দুপাবলৈ এৰিলে কিয়? গৰুৰ গৰু বুদ্ধি; সিহঁতে ভাবিলে ফটা-ঠেঙা গাত লৈ এই ৯ বজা ৰাতি ই যেতিয়া আহি আমাৰ মাজত সোমাইছেহি, ইও এক গৰুবেইহে; এতেকে গোলমাল নকৰি ইয়াকো আমাৰ মাজতে এচমকা ঠাই দি কুটুম্বিতা কৰা যাওক।

## পঞ্চম আধ্যা

শনিবাৰ। দুপৰীয়া। পণ্ডিত মহাশয়ে ভাতৰ পাতত বহি ভাতৰ গৰাহ মাৰিব খুজিছে। বাহিৰৰ পৰা এটা হুটা মাত আহি তেওঁৰ কাণ পালেহি; সনা ভাতৰ গৰাহ মুখলৈ নিনি তেওঁ থমক খাই ৰ'ল। দ্বিতীয়বাৰ হুটামাতটো দ্বিগুণ হৈ বৰ হুটা আকাৰ ধাৰণ কৰি মাতিলে "পণ্ডিত মহাশয়, ওলাই আহক।" পণ্ডিতে চুৱা হাত এধা ধোৱা কৰি লগুণডালত খামোচ মাৰি ধৰি গায়ত্ৰী জপিবলৈ ধৰিলে। আকৌ এবাৰ হাতুৰীৰ মাৰ পৰাদি তেওঁৰ কাণত পৰিল "তৎক্ষণাৎ ওলাই আঁহা!" থৰক্‌বৰক্‌কৈ বাৰে-ছালে খুন্দাখুন্দলি খাই আহি পণ্ডিতে দেখে বুদ্ধিনাথ চক্ৰবৰ্তী দাৰোগা আৰু দুটা কনিষ্টবল। এটা কনিষ্টবলৰ হাতত এডাল জিঞ্জিৰি, এটাৰ হাতত এখন কোৰ।

দাৰোগা ঃ "এইবোৰ কি কথা?"

পণ্ডিত ঃ "হজুৰ— হজুৰ— ওঁ আপুনিতো সো-সোপাকে জানেই আৰু মই নো কি ক-কম?"

দাৰোগা ঃ "তুমিও ক'ব লাগিব নক'লে নহ'ব।"

পণ্ডিত ঃ "ক'ব লাগে হজুৰ ক-কওঁ। সেই তাতে আছে।"

দাৰোগা ঃ "ত আছে।"

পণ্ডিত ঃ "মজিয়াৰ তলতে।"

দাৰোগা ঃ "সকলো কথা ভাঙ্গি ক'ব লাগিব, এই দৰে ক'লে নহ'ব।"

পণ্ডিত ঃ "ভাঙি ক'বলৈ হজুৰ নাই, গোলামেই।"

দাৰোগা ঃ "কি গোলামেই? কি গোলামেই? কিয় সকলো কথাৰ সম্ভেদ নকয়? মোহন সিং! ইস্‌কা পাকৰাও—"

পণ্ডিত ঃ "কওঁ হজুৰ, কওঁ হজুৰ, কওঁ হজুৰ। জমিদাৰ বাবুৰ ল'ৰাটোৱে মই স্কুলত সিহঁতৰ শ্ৰেণীলৈ পঢ়াবলৈ গ'লে সদাই মোক "পণ্ডিত মহাশয় বলুন ইঠা না সিঠা?" এই বুলি জোকায় ঠাট্টা কৰে। সেই কথাই মাৰ অন্তৰত শেল সোমোৱাদি সোমাই মোক সদায় বৰ যাতনা দি আছিল; কি কৰিম, প্ৰতিশোধ ল'বৰ একো উপায় নেপাই স্কুলত মনে মনে আছিলো। কিন্তু প্ৰতিশোধ-বহ্নি সদায় মোৰ মনত দুপ দুপ্ কৰে জ্বলি আছিল। পূজাৰ বন্ধ হ'বৰ দিনা সি গধূলি মোৰ ওচৰত ঘৰলৈ যাবলৈ বিদায় ল'বলৈ আহিছিল। মই চেলুপাই 'বহুত দিনলৈ আতৰ হৈ যাবি, আহ বোপাই জলপান অলপ খাই যা', এই বুলি তাক ৰান্ধনী-ঘৰলৈ মাতি আনি হেচা মাৰি ধৰি মুখত কাপোৰেৰে সোপা দি ডিঙিটো মুচৰি ভাঙি মজিয়াত গাত খানি পুতি থ'লো। আৰু হজুৰ মোৰ ক'বলৈ একো নাই।"

এই কথা শুনি পণ্ডিতক হাতকেড়েয়া দি দাৰোগাৰ "লাচ"টো খনাই উলিয়াই কেছাৰিলৈ লৈ গ'ল। সকলো মানুহে দেখি অবাক! স্তব্ধ!

## সামৰণি

বিন্দুৱা ঃ "আজি পুৱাই বৰ ফাটকৰ ওচৰত ইমানবিলাক মানুহ গোট খাইছে কিয়হে কাতিয়া ককাই?"

কাতীয়া ঃ "পাষণ্ড সতাই নাৰকী মানুহবধী সেই ছিলঠীয়া 'পণ্ডিতক' টেঁটুত খোৰোচা লগাই তাতে আৰি থৈছে নহয়, তাকে চাবলৈ।" ■

# মালতী

## প্ৰথম আধ্যা

"হৰি হৰি! মোৰ পৱিত্ৰ কুলত কলঙ্ক দিবলৈ, বোপা-ককাৰ নাম অনাবলৈকে মোৰ ঈশ্বৰে জীয়াই ৰাখিছিল। কটা, লেতা, আহোম" এই বুলিবলৈ পাওঁতেই ডেকা বৰুৱানীয়ে "সৰ্বনাশ! কি কৰিব খুজিছে! মনে মনে থাকক!" বুলি জয়ৰাম ডেকা বৰুৱাৰ মুখত তুলা যেন হাতেৰে সোপা মাৰি ধৰিলে। ভেটা-দিয়া জানৰ পানীৰ নিচিনাকৈ ডেকা বৰুৱাৰ মুখৰ কথাৰ সোতে ডেকা বৰুৱানীৰ হাতৰ ভেটা পাই তিনি গুণ কোবেৰে কল্‌কল্‌কৈ দুচকুৰেদি বৈ তেওঁৰ গা বুৰাই দিলে।

ডেকা বৰুৱানী ঃ "আৰু ৰক্ষা নাই, চুচেংফা সৰ্গদেৱৰ যেতিয়া মোৰ ছোৱালীত চকু পৰিল, আৰু ৰক্ষা নাই। নিদিলে আমাৰ আলুৰে-কলা-পুলিয়ে তুলিব, পেটৰ পোৱালীকো ছিৰি ছিৰি কাটিব।"

জয়ৰাম ঃ "ছিৰক, ফাঁচীত দিয়ে বৰশীত দিয়ে যি কৰে কৰক, তেওঁ মই মোৰ পেটৰ পোৱালীক আপোন হাতে মেলেচৰ হাতত সঁপিব নোৱাৰোঁ।"

ডেকা বৰুৱানী ঃ "অধৰমী মেলেচ ৰজাৰ দেশত থাকিলেই এই দশা। মই আগৰ পৰা আপোনাক চেতাই আছিলো যে মোৰ ৰূপহী ছোৱালীটী লৈ গুৰু-গৌৰৱ নমনা লুভীয়া আহোমৰ দেশত নেথাকোঁ। ভটিয়াই যাওঁগৈ। আপুনি ক'লে, "সাত পুৰুষীয়া ঘৰ বাৰী এৰি কেনেকৈনো বিদেশলৈ যাওঁ? মোৰ আই মালতী সৰ্গৰ তৰা, কোনেও চুকি নেপায়, একো ভয় নকৰিবা!' এতিয়া কি হ'ব?"

জয়ৰাম ঃ "ব'লা, এতিয়াও ছোৱালীটী বুকুত বান্ধি লৈ য'লৈকে পাওঁ তলৈকে পলাই গুছি যাওঁগৈ।"

ডেকা বৰুৱানী ঃ "থালি-ভগা জুয়ে খেদাদি খেদিব; ৰজাৰ ডাঁড়িৰ হাতৰ পৰা নো কৰবাত পলাই সাৰিব পাৰিনে? আকৌ আমি সাৰিলেও বণ্ডহ-পৰিয়াল য'ত যি আছে, এটাইবিলাকক ধৰি আনি ডোখৰ ডোখৰকৈ কাটিব। আমাৰ দোষত বংশটোৱেই নিৰ্মূল হ'ব।"

জয়ৰাম ঃ "তেনেহ'লে?"

ডেকা বৰুৱানী ঃ "তেনেহ'লে নিজৰ ৰক্ষা আৰু বণ্ডহ-কুটুম-পৰিয়ালৰ ৰক্ষাৰ নিমিত্তে ৰজাক ছোৱালীটী নিদিলে আৰু উপায় কি?"

জয়ৰাম ঃ "আই মালতী! তোৰ পিতৃ-স্নেহ, মাতৃ-স্নেহ, তোৰ পিতৃ-মাতৃৰ পৰা এই প্ৰতিদান!" এই বুলি জয়ৰাম ডেকা বৰুৱাই হুক্‌হুক কৰে কান্দিবলৈ ধৰিলে।

## দ্বিতীয় আধ্যা

মালতীয়ে ৰান্ধনী ঘৰত বহি ভাত ৰান্ধিছিল। ডেকা বৰুৱা ডেকা বৰুৱানীয়ে মাৰল ঘৰত বহি মালতীৰ অসাক্ষাতে এইবিলাক কোবামেলা কৰিছিল। ৰান্ধনী ঘৰ ওচৰতে, গতিকে সোপাই মালতীৰ কাণত পৰিল। কথা কাণত পৰিয়েই মালতীৰ মূৰ ঘূৰি গ'ল, চকুৱে ধূঁৱলি-কুঁৱলী দেখিলে, হাতৰ হেতা সৰি পৰিল। অলপ বেলি এই অৱস্থাত থাকিয়েই হঠাৎ কি এটা ভাবি ভয়ানক স্থিৰ হৈ সোণৰ পদুম যেন হাত যুৰি মূৰৰ ওপৰলৈ তুলি "হে প্ৰভু মোক এই সঙ্কট সময়ত ৰাখা!" ইয়াকে বুলি অতি সকৰুণ স্বৰেৰে পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিলে—

"শুণ্ডে মেৰাই পদ্ম গোট ওপৰক তুলি।
গজেন্দ্ৰ শৰণ লৈলা ত্ৰাহি হৰি বুলি।"

## তৃতীয় আধ্যা

মালতী ঃ "আই! তুমি মোক অথনিৰে পৰা কি ক'বলৈ উচ-পিচাই আছা অথচ ক'ব পৰা নাই, মুখৰ কথা মুখৰ ভিতৰতে লুকাইছে মই বুজিছোঁ। আই! তোমালোকে দুখ বেজাৰ নকৰিবা, বৰুৱাৰ ঘৰৰ জীয়াৰী পিতৃ-মাতৃৰ কল্যাণ আৰু বংশ ৰক্ষাৰ নিমিত্তে কলঙ্কিনী হ'বলৈকো পিছ নোহোঁহকে।" এই চোকা কথা কেবাৰ মাকৰ কোমল অন্তৰত কলাপাতৰ-ঠোৰত কাঁড় সৰকাদি সৰকি গ'ল।

## চতুৰ্থ আধ্যা

গান্ধকলাই-পহৰ গান্ধকলাই ফুটি গোন্ধ ভোটৰ পৰ্বত বিয়পি পৰিলে পহৰবীয়াবিলাক ধেনু-কাঁড়, যাঠী-জোং লৈ যেনেকৈ তাৰ ফাললৈ লৰ ধৰে, মালতী ৰজাৰ কুঁৱৰী হ'ব, এই বাতৰি ফুটি তাৰ গোন্ধ গড়গাওঁৰ ইমূৰৰ পৰা সিমূৰলৈ বিয়াদান দিয়া মাত্ৰকতে, সেইদৰে গড়গাঞা প্ৰজাই নানা ৰকম কথাৰ যাঠী জোং-ধেনু-কাঁড় লৈ জয়ৰাম ডেকা বৰুৱাৰ ঘৰলৈ লৰিবলৈ ধৰিলে। দুপৰী সাজ-তোলনী আহিছে ইয়াকে ক'বলৈ, "তোক কোলাত লৈ তুলিলো আই, এতিয়া সু-কপালৰ গুণে ৰাজৰাণী হলি, মই আৰু কটনাকাটি ভাত নেখাওঁ।" লীলাই আৰু বকুলী আহিছে ঃ "একেলগে সৰুৰে পৰা ডাঙৰ দীঘল হ'লোঁহক মালতী, আমি চুকৰ ভেকুলী চুকতে পৰি থাকিলো, কপালৰ বলত তই হলি ৰজাৰ কুঁৱৰী", এই কথা ক'বলৈ। "ক" ককায়ে ক'বলৈ আহিছে, "আইটি! তই ডাঙৰ মানুহ হলি, সখাগৰা পিথৱীৰ ৰাজেশ্বৰী হলি, এতিয়া আমালৈ নেপাহৰিবি, বিষয়-বাসনা এখন দি এঠাইত গুজিমেলি ৰাখিবি।" "খ" পাচনীয়ে ভয়ত তৎমৎ এৰি, তাহানি মাটি এডৰাত লাগি মিছা কথাতে ডেকা বৰুৱাৰে সৈতে দণ্ড কৰাৰ বাবে, ডেকা বৰুৱা-ডেকা বৰুৱানী আৰু মালতীক গাইপতি ক্ষমা প্ৰাৰ্থনা কৰিবলৈ আহিছে। "ঙ" বৰুৱাই মথুৰা পাগ মাৰি "কি কথাটো হ'ল। আহোমে আমাৰ বংশতো হাত

ঘালিলে। এই লাজ অপমান ক'ত থওঁ?" এই কথা ডেকা বৰুৱাৰ কাণে কাণে কৈ ইস্-ইস্ আস্-আস্ কৰি মৰণান্তিক বেদনা প্ৰকাশ কৰি আছেহি। খোৰা "দ" খোৰা বৰুৱাই বাই আহি ডেকা বৰুৱাৰ আগত নিজৰ দুৰ্দশাৰ কথা, আৰু ডেকা বৰুৱা কপালী পুৰুষৰ সুদশাৰ কথা মাখি-মুখি ক'ব লাগিছেহি। বিকাই বাপু পেট কটা 'ৰই' ঘৈণীয়েকৰ সৈতে দন্দ কৰি খঙত আপোনাৰ পেটকে আপুনি কাটি ছমাহ শুকনি-পকনি খাই বিদুৰৰ শয্যাত পৰি আছিল, হঠাৎ এই বাতৰি শুনি পেটত পানী গামোছা বান্ধি আহি ডেকাবৰুৱানীৰ আগত সেয়া কি লেব্‌লেবাব লাগিছেহি শুনা। "জ" বৰা আৰু "এঃ" বৰাণীয়ে গোট খাই "জ্ঞ" হৈ মালতীৰ আগত মেলা বকলাৰো লেখ জোখ নাই।

## পঞ্চম আধ্যা

"ৰজাৰ লেজু মেলিব পাৰি, চপাব নোৱাৰি।" আমাৰ কথাৰ লেজু কিন্তু তেনে নহয়, মেলিবও পাৰি, চপাবও পাৰি, ঠাই বুজি। ঠাইৰ নাড়ীডাল টিপি চালেই গম পোৱা যায়, যে ইমানতে আমাৰ কথাও চপাবলৈ কাৰবাৰ নকৰিলে অৱস্থা ত্ৰিদোষীৰ ফালে টানে; গতিকে সিয়েই বিধেয়। মাজত অমুক হ'ল, তমুক হ'ল, তমুকৰ পাছত আকৌ অমুক হ'ল, হৈ তাৰ পাছত আমাৰ মালতী কুৱঁৰী ৰজাৰ ঘৰলৈ গ'ল, গৈ শোৱনী-ঘৰত সোমাবৰ কাল হ'ল। মালতীয়ে সৰ্গদেৱলৈ জনাই পঠিয়ালে যে "সৰ্গদেও! বেটীৰ লাজ লাগে, বেটী শোৱনী ঘৰত সোমোৱাৰ আগেয়ে যেন শোৱনী-ঘৰৰ চাকিবিলাক নুমুৱাই দিয়া হয়, বেটীৰ এই প্ৰাৰ্থনা।" ন কুৱঁৰীৰ প্ৰথম ন-প্ৰাৰ্থনা পূৰণ কৰি কৃতাৰ্থ হ'বৰ প্ৰথম সুবিধা পাই ৰঙত চুচেংফা সৰ্গদেৱে বৰ-ঘৰৰ ভিতৰত দুৱাৰ মাৰি কেইবাৰ ওভোতা খৰ মাৰিলে জনা নগ'ল, কিন্তু কুৱঁৰীৰ প্ৰাৰ্থনা তেওঁৰ কাণত পৰিবলৈ আহোঁতেই আদবাটতে মঞ্জুৰ হ'ল।

ঈশ্বৰৰ কি অভিপ্ৰায় কোনে জানে; এন্ধাৰ শোৱনী ঘৰৰ শোৱাপাটীত পৰি ন-কুৱঁৰীলৈ বাট চাই থাকোঁতেই সৰ্গদেৱৰ মূৰত থকা ফটিকাৰ ৰাগিয়ে হাত মেলি ঠাইতে লাহেকৈ চকুৰ পিৰিকতি দুটা মুদাই ধৰিলে, আৰু আঠুৱাৰ চুকত কালঘুমটিয়ে লুকাই চেগ চাই আছিল, চল পাই খপ্‌কৰে সৰ্গদেৱক হেচা মাৰি ধৰিলে। কাগুখন দেখি দুই ভাই নাসিকা-লৱ-কুশে ৰহস্যত সুৰ ধৰি ঘট ঘট ৰামায়ণ গান কৰিবলৈ লাগি গল। মালতী কুৱঁৰীয়ে ঈশ্বৰৰ চৰণত আপোনাক সমৰ্পি এন্ধাৰে-মুধাৰে শোৱনীঘৰ সোমাই খুপি খুপি শোৱাখাটৰ ফালে অনুমান কৰি আহি আছে, এনেতে হঠাৎ সৰ্গদেৱৰ তাম্ৰোলৰ বটা-শৰাইত উজুতি লাগি তেওঁ হামকুৰি খাই পৰিল আৰু বঁটা শৰাই ভোগজৰা পিক্‌দান আদি যি আছিল সেইবিলাকে হৰ্ হৰ্ কৰে পৰি এটা মহাৰোল উঠিল। খক্‌মক্‌কৈ সাৰ পাই টোপনি আৰু ফটিকাৰ জালত মহাৰজাই, তেওঁকে কোনোবা শত্ৰুয়ে আক্ৰমণ কৰিবলৈ আহিছে, ইয়াকে স্থিৰ কৰি, খপ্ কৰে পাটিৰ কাষত থকা তৰোৱাল খুলি লৈ মালতীৰ বুকুত বহুৱাই দিলে। দি অতাইয়েই চেতনা হ'ল। দেখিলে কি সৰ্বনাশ কৰিলে!! সকলো আশাৰ মূৰত বজ্ৰপাত!!!

## ষষ্ঠ আধ্যা

ৰজাক কেতিয়াকৈ ধৰিবলৈ পাওঁ, এই কথা ভাবি ভাবি টোপনিৰ চকুত টোপনি নাইকিয়া হৈছিল, এই হৃদয়বিদাৰক ঘটনাৰ ৰাতিৰ পৰা সেই টোপনি আৰু সৰ্গদেৱৰ গড়গাৱঁৰ বাহৰ এৰি পলাই পত্ৰং দিলে। ইয়াৰ পিছত নিতৌ মাজ-নিশা শোৱনী ঘৰৰ মুখত এটা বিকট হাঁহি আৰু টকালিৰে সৈতে তিৰোতাৰ মাতেৰে এই কথাষাৰ সৰ্গদেৱে শুনিবলৈ পায় "কেনে পালি? লোভ, অত্যাচাৰ আৰু পাপৰ এই প্ৰতিফল!" চুচেংফাই গড়গাওঁ আৰু সেই টকালি এৰি ৰংপুৰ বাহৰলৈ শান্তি আৰু টোপনি বিচাৰি আহিল, কিন্তু ৰংপুৰে সেইবিলাক দিয়া দূৰত থাওক,আকৌ দিনে ৰাতিয়ে সমানে সেই কথা হাঁহি আৰু টকালি তেওঁক আনিহে দিলে। পণ্ডিত ব্ৰাহ্মণসকলৰ পৰামৰ্শত দিখৌৰ পাৰত চুচেংফাই 'মহেশ্বৰ' নামে এটা দৌল সজাই, শিব স্থাপন কৰি দিলে, ব্ৰাহ্মণ সজ্জনক দান-দক্ষিণা আদি অনেক কৰিলে, কিন্তু তথাপি সেই হাঁহি টকালি আৰু কথাৰ হাত তেওঁ সাৰিব নোৱাৰিলে। আজিও চুচেংফাৰ মৈদামৰ ওপৰত মৰা আউসীৰ মাজ নিশাত সেই হাঁহি, টকালি আৰু "কেনে পালি? লোভ, অত্যাচাৰ আৰু পাপৰ এই প্ৰতিফল!" এই কথা শুনিবলৈ পোৱা যায়। ■

# সেউতী

## প্ৰথম আধ্যা

সেউতী যে সেউতীয়েই। ৰোহ নাই, ঠেহ নাই, ধুন নাই, পেচ নাই, গোটেই দিপ্‌লিপ্ ছোৱালীটি। কথাত মানুহ ভোল যায়, মাত শুনি থাকিবৰ মন যায়, বুকুত ল'লে বুকু জুৰায়, চাই থাকিলে চকু ৰয়, এনেটি ছোৱালী সেউতী। মাকৰ সোণ চেকুৰা, বাপেকৰ আলাসৰ লাডু, ককায়েকৰ দেহ্‌লাও আৰু উমলিবৰ লগ সেউতী। বয়স ৯ বছৰ।

মাক-বাপেকৰ চিন্তা হ'ল, কেনেকৈ সেউতীক বিয়া দিওঁ? ক'ত ভাল ল'ৰা এটা পাওঁ? ক'ত ঠাইৰ পৰা কত ভাল লৰাৰ সোৱঁৰণী আনি আনি চোৱা হ'ল, তেওঁ একোটো ঠিক কৰিব পৰা নহ'ল। কাৰোৰে সৈতে যোৰা নাহে; কোনোৰ মাক নাই, মাহীমাক আছে; কোনোৰ ঘৰত বাদকুবাদ আদিৰ চেকা আছে; কোনোৰ খোৱালোৱাৰ বৰ বিচাৰ নাই; কোনোটো ঠেঙা পিন্ধা; কোনোটো চুলি-কটা; কোনোটো সন্ধ্যা-নকৰে; কোনোটো পূজা-নকৰা; কোনোটো দাড়ি বা নুৰ-ৰখা; কোনোটোৰ ৰক্ত পিত্তৰ ব্যাধি; কোনোৰ আকৌ সঞ্চিত গ্ৰহণী; গতিকেই সেউতীলৈ দৰা নহ'ল জানিবা পৰ্বতৰ কাছ কণীহে হ'ল। যি হওক, আৰু সৰহ দিন দৰাৰ একাল নেথাকিল; সেউতীয়ে যাৰ তিল খাই খাই আহিছিল তেওঁ ওলাল। সেউতীৰ দেউতাকে যেনে বিচাৰিছিল এওঁ তেনেই; যথা— সন্ধ্যা-পূজা কৰা, টিকনি-ৰখা, নিনুৰ নিৰোগী সদব্ৰাহ্মণ; লুকাই চেলেউটো খোৱাঁখোৱাটো খায় কিন্তু সি নধৰ্তব্যং; কাৰণ সি লুকাই। সবৰ সুলক্ষণীয়াটি আকৌ বৈকুণ্ঠতহে মিলে। বৈকুণ্ঠতো নো সদায় মিলে ক'ত, তাতো ফাঁপৰে-খোৱা আছে বুলি লোকে কয়, এতেকে এই দৰা "বাহাল"।

## দ্বিতীয় আধ্যা

বিয়াৰ দিন আদি সকলো ঠিক হ'ল; মাকে সেউতীক মাতি আনি কোলাত লৈ মূৰ শুঙি ক'লে, "আই, তোৰ অমুক দিনা বিয়া হ'ব নহয়।"

সেউতী: "আই সঁচা নে? কি বিয়া? আমাৰ 'দৰা-কন্যাৰ' বিয়াৰ নিচিনা বিয়ানে ওঁ আই?"

মাক: "এৰা, তেনেকুৱাই। তই কন্যা হ'ব লাগিব, আৰু এটা ল'ৰা আনি দৰা পাতি বিয়া দিম?"

সেউতী: "ঢোল বজাব নে আই?"

মাক: "ঢোল খোল মৃদং কালী পেঁপা এটাইবোৰ বজাব; পানী তুলিম, তোৰ গাত মাহ-হালধি ঘঁহি নোৱাম, নাম গাম।"

সেউতী: "আই, ময়ো নাম গাম আৰু নোৱাম দেই?"

মাক: "তই কি নোৱাবি, আমিহে তোক নোৱাম। বিয়া দি তোক উলিয়াই দিম, দৰাই তোক নিজৰ ঘৰলৈ লৈ যাবগৈ, আমাক এৰি আৰু তই যাবিগৈ।"

সেউতী: "আকৌ পিছে তোৰ ওচৰলৈ উভতি আহিম, নহয় নে আই?"

মাক: "উভতি আহিবি কি? আমাক এৰি একেবেলিয়েই যাবিগৈ। সেইখনহে তোৰ আপোন ঘৰ হ'ব।"

সেউতী: "আই তোক একেবেলিয়েই এৰি যাব লাগিব? তেনেকুৱা বিয়া তেন্তে মই নকৰাওঁ।"

এই বুলিয়েই সেউতীৰ চকু ঢুলঢুলীয়া হৈ গ'ল। মাকে আকৌ বুজাই-সুজাই ক'লত, সেউতীয়ে সুধিলে,

"আই তোৰো এনে বিয়া হৈছিল নে?"

মাক: "মোৰো হৈছিল।"

সেউতী: "মোৰ নহ'লে নহয় নে?"

মাক: "নহয়।"

সেউতী: "বাৰু তেনেহ'লে হওক, কি কৰিম।"

## তৃতীয় আধ্যা

মহাসমাৰোহেৰে তলৰ মাটি ওপৰকৈ সেউতীৰ বিয়া হৈ গ'ল। বাহীবিয়াৰ পিছত দৰা-ঘৰলৈ ছোৱালী, এতিয়াই ওভোতাই পঠিয়াই দিয়া যাব বুলি লৈ গ'ল। বেলি দুপৰ হৈ গ'ল, সেউতীৰ মাক-বাপেকে পানী এটোপাকে খোৱা নাই, বৈ আছে, ছোৱালীটি এতিয়াই আহিব, একেলগে খাম বুলি। কিন্তু ছোৱালীটি নাহিল। দুপৰৰ পাছত তিনিপৰ আহিল, ছোৱালীটি নাহিল। সন্ধ্যা আহিল, মাকে খুদ-কণ এটিকে মুখত নিদিয়াকৈ পদূলি মূৰলৈ চাই আছে, ছোৱালীটি নুভতিল। অৱশেষত দৰা ঘৰলৈ মানুহ পঠিয়াই দিলে ছোৱালীটি লৈ আহিবলৈ। মানুহ উভতি আহি বতৰা ক'লে, "ছোৱালী নপঠিয়া আৰু।" মাক-বাপেকৰ মূৰত আকাশী চৰণ ভাগি পৰিল। আকৌ কাকুতি-মিনতি কৰি মাক-বাপেকে কৈ পঠিয়ালে, ছোৱালীটি পঠিয়াই দিয়ক, দিনৰ-দিনটো তাই খাবলৈ নেপাই দুখ পাইছে। আকৌ উত্তৰ আহিল, "ছোৱালী নপঠিয়াওঁ। আমি ছোৱালী শিকাই বুজাই ভালকৈ ল'ব লাগে। ছোৱালীৰ ওপৰত তোমালোকৰ এতিয়া কোনো অধিকাৰ নাই। সৰু মানুহৰ ছোৱালী আমি বিয়া কৰাইছো যেতিয়া আৰু মাক বাপেকৰ ঘৰত ভাত খাবলৈ আমি পঠিয়াব নোৱাৰো।"

এই সমিধান পাই সেউতীৰ মাক-বাপেক কান্দি-কাটি বিয়াকুল। শেষত আকৌ নানাপ্ৰকাৰে কাবৌ-কোকালি কৰি দৰা-ঘৰলৈ মানুহ পঠিয়ালে; কিন্তু এইবাৰ উত্তৰত ফটা-জোতা এপাট আহিল।

## চতুৰ্থ আধ্যা

মানুহে পাতে ঈশ্বৰে ভাঙে। বিয়াৰ এমাহ মানৰ পিছতে ঘুনুক ঘানাক খবৰ ওলাল যে অমুকে সম্বন্ধ লগা ছোৱালীজনীক বিয়া কৰি আনিলে। আজি কালিকৈ সেই ঘুনুক-ঘানাক খবৰেই সঁচা-সঁচিকৈয়ে ডাঙৰ-দীঘল শকত-আবত হৈ ভীমাকাৰ হ'ল। এতিয়া আৰু কাৰ সাধ্য তাৰে সৈতে গদাযুদ্ধ কৰে? প্ৰমাণ হৈ গ'ল, যে সঁচাসঁচিকৈয়ে ছোৱালী সম্বন্ধ-লগা। দৰা-ঘৰৰ মূৰতো বজ্ৰপাত, ছোৱালী-ঘৰৰ মূৰতো বজ্ৰপাত! পণ্ডিতে মুঠিয়ে মুঠিয়ে টকা গঙ্গাজল যেনেকৈ গিলি শূলপাণি-গঙ্গাজল চাই ব্যৱস্থা দিলে, এইজনী ছোৱালী পৰিত্যাগ কৰি আকৌ নতুনকৈ ছোৱালী বিয়া কৰা বিধেয়। দৰাৰ ঘৰৰ পৰা ছোৱালী মাক-বাপেকৰ ঘৰলৈ পঠিয়াই দিয়া হ'ল। সম্প্ৰতি শাপেই বৰ হ'ল; বুকুৰ ছোৱালীটি বুকুত পাই, মাকৰ বুকু জুৰালে, সেউতীয়েও আকৌ মাকৰ কোলাত মুখখনি সুমাবলৈ পাই স্বৰ্গ ঢুকি পালে। তাইৰ গাত তত আহিল। সেউতীৰ খবৰেই নাই, কি কাল সাপে তাইক খোঁট মাৰিলে। বপুৰীয়ে মাকৰ ওচৰ পায়েই জাপ মাৰি কোলাত উঠি কৈছে, "আই, তই কৈছিলি নহয়, মই একেবাৰেই তোক এৰি যাম বুলি, কতা মই দেখোন আকৌ তোৰ ওচৰলৈ আহিলো?'

## পঞ্চম আধ্যা

এই অৱস্থাতে এদিন দুদিনকৈ মাহেক গ'ল, এমাৰ দুমাহকৈ বছেৰেক গ'ল, এবছৰ দুবছৰকৈ চাৰি বছৰ গৈ পাঁচ বছৰে কান পাতিলে। দৰাৰ মাক আৰু ঘৰতে বাঁৰী হৈ থকা বায়েকে দৰাক আকৌ নকৈ ছোৱালী বিয়া কৰাই দিলে। নকৈ ছোৱালী বিয়া কৰোৱা দেখি সেউতীৰ মাক-বাপেকৰ মনত যি এফেৰা আশাৰ ছাঁট্ আছিল, সেই ফেৰাও নাইকিয়া হ'ল। সেউতীয়েও এতিয়া বিয়া কি বস্তু, স্বামী কি বস্তু, আৰু নিজৰ কেনে ভয়ানক অৱস্থা ঘটিছে, লাহে লাহে সোপাকে বুজিব পাৰিলে। মাকৰ হতুৱাই সেউতীয়ে বাপেকক কোৱালে যে তেওঁ স্বামীৰ ঘৰলৈ যাব।

বাপেকে চকুলো টুকি ক'লে, "আই, তোৰুতো সি- -ত এৰিলে; তই গৈ ক'ত থাকিবি?"

সেউতী: "দেউতা, মই তেওঁৰ বেটী হৈ ঢো-. .লত পৰি থাকিম, মোক পঠিয়াই দিয়ক।"

এই কথা শুনি মাক-বাপেকে দুয়ো হুক্ হুক্ কৰে কান্দিবলৈ ধৰিলে। সেউতী কিন্তু কামাখ্যাৰ ভুৱনেশ্বৰীৰ মন্দিৰটীৰ নিচিনা গম্ভীৰ স্থিৰ আৰু অটল। দেউতাকে ছোৱালীৰ ইচ্ছা জনাই নানা স্তুতি মিনতি কৰি এই কথা দৰা-ঘৰলৈ কৈ পঠিয়ালে। দৰাৰ বাঁৰী বায়েকে উত্তৰ দি পঠিয়ালে— ৰুৰবাৰ যদি কোনোবাটো গিৰীয়েকৰ ঘৰলৈ আহিবৰ মন হৈছে আহক, মোৰ ঘৰলৈ হ'লে আহিব নোৱাৰে।"

ইয়াৰ পাছত সেউতীৰ বাপেকে মনৰ দুখত নিৰুপায় হৈ জীয়েকে খোৰাকী পাবলৈ কাছাৰিত মকৰ্দমা কৰিলে। দৰাই "জবানবন্দি" দিলে, "মই ছোৱালী এৰা নাই, আজিয়েই আনিম।" মকৰ্দমা একে ফুতে উৰি গ'ল।

## ষষ্ঠ আধ্যা

সঁচাসঁচিকৈ গিৰীয়েকৰ ঘৰলৈ আহি সেউতীৰ ঘৰ ঢেকি শালৰ চালিত, কাম— গোবৰ পেলোৱা, ছুৱাধোৱা; লগ— বেটী-বন্দী হ'ল। বাইদেওৰ হুকুম ঃ পাহৰিও হঠাৎ সেউতীয়ে স্বামীৰ ফালে চাব নেপায়, আৰু স্বামীৰ এশ হাতৰ ওচৰ চাপিব নেপায়। হেজাৰ হওক স্বামীজন তেওঁ মানুহহে; আগেয়ে স্ত্রী চকুৰে নেদেখাত আছিল, মনত সিমান তেওঁৰ আঘাতো নেলাগিছিল, কিন্তু এতিয়া চকুৰ আগতে, নন্দন কাননৰ সেউতী পুলিটীৰ এনে বুকু ফাটি-যোৱা দুখ দেখি তেওঁ অস্থিৰ হৈ পৰিল। লাহে লাহে লুকাই-চুৰকৈ স্বামী-স্ত্রীৰ মিলন হৈ দুখ, বেজাৰ, প্রেম, স্নেহ, সহানুভূতি প্রভৃতি বিশ্ব-ব্রহ্মাণ্ডখনেও নধৰা মনৰ ভাববিলাক দুইৰো ভিতৰত জনোৱা-জনি হ'বলৈ ধৰিলে। সেউতীৰ পক্ষে নৰকও স্বৰ্গ হ'ল।

দুৰ্দশীয়া মানুহৰ শত্রু গোটেই পৃথিৱী। আন কি ঢেকিশালৰ ভগা চাল-বেৰেও শত্রুতাচৰণ কৰি যাকে লগ পায় তাকে ক'বলৈ ধৰিলে যে স্বামীয়ে নিতৌ লুকাই সেউতীৰে সৈতে সাক্ষাৎ কৰে। লাহে লাহে এই কথা ঘৰৰ সকলোৰে গম পালে। সহজেই বুজিব পাৰি, যে ইয়াৰ বাবে দৰাৰ মাক, বিশেষকৈ আয়েকৰ হাতত সেউতীৰ কি লাঞ্ছনা ঘটিল। নিজৰ ল'ৰাক হাক দি ৰাখিব নোৱাৰি, পৰৰ দুখুনী ছোৱালীক, পিশাচীহঁতে যি পাৰে কৰিবলৈ লাগিল। যমৰ যাতনা কাক কয় এই সংসাৰতে সেউতীৰ বোধগম্য হ'ল।

## সপ্তম আধ্যা

মাক (দৰাৰ) ঃ "কি হ'ব, মই বিচুৰ্ত্তি, গোৱেপোৱে তল যোৱা কথা। এতিয়াই এটায়ে বিবিবাবা লগাইছে, আৰু ইকাণ-সিকাণ সহস্রকাণ হৈ কথা বাঢ়ি গ'লেতো মানুহ ঘৰ জীয়ন্তে মৰিলো!"

বায়েক (দৰাৰ) ঃ "এই শাখিনী জনীৰ শিপা নুতুলিলে আমাৰ ৰক্ষা পৰিবৰ কোনো উপায় নাই। মই তাৰ উপায় উলিয়াইছোঁ, গোসাঁনীৰ অনুগ্রহত সকলো সুকলমে হ'ব। আই, তুমি কালীপূজা এভাগলৈ আগ কৰা।"

মাক ঃ "গোসাঁনীলৈ মই এটা মহ বলি আগ কৰিছো। আই মাতৃয়ে মোৰ ঘৰখন এই যাত্রাৰ পৰা ৰক্ষা কৰক। কিনো উপায় উলিয়াইছ মোক কচোন?"

বায়েক ঃ "একেবেলিয়েই জানিবা, এতিয়া থাওক।"

ইয়াৰ পাছত সেই দিনা ৰাতিয়েই সকলোৰে চুৱা পাতৰ পৰা চুছি-মেলি গোটাই দিয়া ভাতৰ পাতত বহি সেউতীয়ে প্রথম গৰাহ ভাত সানি মুখত দিয়েই জিভা কোচ খাই গৈ "স্বামীগুৰু" বুলি লুটি খাই পৰি একেবেলিয়েই "ঘৰখন ৰক্ষাৰ" উপায় কৰি গুলে। এই ঘটনা ঘটি অতোৱাৰ পাছত ওচৰ-চুবুৰীয়া ভালেমান জনা-শুনা ধাৰ্মিক মানুহে, আপোন আপোন জুহালৰ কাষত বহি আপোন আপোন গধুৰ মতামত প্রকাশ কৰা শুনা গৈছিল, যে প্রকৃতপক্ষে ছোৱালী সম্বন্ধ-লগা নহয়। ■

# ঘৰ-পতা ককা

## (উপকথা)

### প্ৰথম আধ্যা

সত্যকালত চৰাই-চিৰিকতি পছু-পতং সকলোৱে কথা ক'ব পাৰিছিল, আৰু সকলোৰে মাত সকলোৱে বুজিছিল। আজি সত্যযুগৰ কণমান সাধু এটি আমি পাঠকসকলৰ আগত ধৰিলো। "সংসাৰত গোসাঁইয়ে কৃষ্ণলৈ ৰুক্মী, চোৰলৈ চুৰুণী, ইন্দ্ৰলৈ শচী, ফেঁচালৈ ফেঁচী, খোৰালৈ খুৰী আৰু বেঙালৈ বেঙী থৈছে, কেৱল মোলৈহে একো নথলে। মই দুৰ্ভগীয়াক নো কেলৈ স্ৰজিলি কণা গোসাঁই ঐ ? কপাল ! মোৰ আই বোপাই থকাহেঁতেন এতিয়া কিহৰ চিন্তা, ভৰিত ধৰি কৰবৌ কৰি মোলৈ লোকে ছোৱালী দিলেহেঁতেন, তেতিয়া আকৌ মইহে এঙাই কলোহেঁতেন ঃ মোক ছোৱালী নেলাগে।" এই বুলি বনৰজা শ্ৰীযুত গোজৰ বৰুৱাই বিলাপ কৰি আলিকৈঁকুৰীৰ বিৰিণা-জোপাৰ মাজত বহি গধূলি বেলিকা চকু-লো টুকিব লাগিছে।

শলাল শইকীয়া আৰু টোকোৰা বৰা বিযলি জাঁজীৰ পৰা শিৱসাগৰলৈ খোজ লৈছে, সেই দিনাই নগৰ পাবগৈ লাগে, পাছদিনা তেওঁলোকৰ মকৰ্দমাৰ দিন। কান্ধত তিনিভাগ ধানখেৰেৰে পূৰোৱা বৰ ডাঙৰ টোম দুটাত চাউলৰ ডাঙৰ ভাৰ; আৰু শকত, ডাঠ, দীঘল, কেঁয়া আঙুলি নোসোমোৱা, একোটাত পাঁচ টকাকৈ গাখীৰ ধৰা এজোকা গাখীৰৰ চুঙা, খোজত লৰি ঘটং ঘটংকৈ বাজি গৈছে। কোনোবা বিষযাৰ ভেটী। শলাল শইকীয়াই মাত লগালে, "বৰা ককাই, মই সেইদেখি ঘৰ-পতা ককাৰ ওচৰলৈ তোমাক আগেয়েই যাবলৈ কৈছিলোঁ, মোৰ কথা নুশুনা বাবে এইখন ঘটং-মটং লাগিল। এতিয়া গোচৰ-ফৰিয়াজ কৰি মৰ, চুৰাখাঁতী ছোৱালীৰ বাবে। ঘৰ-পতা ককাই ৰাজ্যৰ ঘৰ পাতি দিযে, তোমাৰ হে কিন্তু ঘৰখন পাতি দিব নোৱাৰিলেহেঁতেন।"

এই কেৰাৰ কথা গোজৰ বৰুৱা বাঘৰ কাণত পৰা মাত্ৰকে তেওঁ একে জাপেই বাটৰুৱা দুজনৰ আগত পৰিলগৈ। বাটৰুৱাইঁতে "খায় ঔ" বুলি ভাৰ পেলাই বিশ্বাশৰদে লৰ মাৰিলে। গোজৰে কথা বিসঙ্গতি দেখি "হে ককাইহঁত নেযাবা ! ঔ ভয় নকৰিবা ! মই কতা একেষাৰ হে সুধি ল'ব খুজিছোঁ", এই বুলি পাছে পাছে খেদা দিবলৈ ধৰিলে।

### দ্বিতীয় আধ্যা

চোতালত মেলি দিযা ধান চপাই আঁতাই শুকান বগৰিৰ ডলাত ঘৰ-পতা ককানীযে অৰ্থাৎ বুঢ়ী আয়ে হাত দিছে, পাঁচ বছৰীয়া সৰু ল'ৰাটিয়ে নিজৰ সৰু হাতটিৰে তাৰে এখামোচ

নগৰি থাপ্ মাৰি মাকৰ শাবে সৈতে লৈ পলাইছে, আৰু ঘৰ-পতা ককাই ওচৰতে পলৰ কাঠী চাছিব লাগিছে। এনে সময়তে দূৰত এটা হাই উৰুমি উঠিল। সেইটো কিহৰ হাই বুলি গলা-গপা কৰোঁতেই এটা কাঠ খোৰা শৰ পদুৰে সৈতে এটা ভয়ঙ্কৰ ঢেকিয়াপতীয়া বাঘ ককাৰ আগত উপস্থিত হৈ সাষ্টাঙ্গে প্ৰণিপাত! বুঢ়ী আয়ে চিয়ঁৰ এটা মাৰি বৰঘৰৰ শোবা চাঙৰ তলত সোমাল, ল'ৰাটোৱে কান্দি গছৰ পাত সৰাবলৈ ধৰিলে। ককা বুকু ডাঠ মানুহ, চিয়ঁৰ বাখৰ নকৰি পলৰ কাঠী চছা নলীয়া কটাৰীখনৰ নালটোত টানকৈ খামোচ মাৰি ধৰি গোজৰৰ ফালে টোৱাই সমুখ সমৰলৈ সাজু হ'ল।

## তৃতীয় আধ্যা

গোজৰ বৰুৱা বাঘ "কৃষ্ণক চিন্তি কিন্তু-ৰূপে ঘৰ-পতা ককা, আপুনি ভয় নেখাব; মই আপোনাৰ ওচৰলৈ এটা ডাঙৰ সকামত হে আহিছোঁ। মোৰ সৰুতে আই বোপাই মৰিল। মই মাউৰা ল'ৰা! মোৰ কেও-কিছু নাই। দুজন বাটৰুৱা ভকতৰ মুখে আপোনাৰ খা-খবৰ বই-পাতৰি ঠা-ঠিকনা শুনি অনেক পুৰুষাৰ্থ কৰি আপোনাৰ শ্ৰীচৰণ দৰ্শন কৰিবলৈ পাইছোঁহি। আপুনি সকলোৰে ঘৰ পাতে, মই দুখীয়া নিমাখিত নিঃকিন প্ৰাণীৰো ঘৰখন পাতি দিয়ক, আশীৰ্বাদ পাব। আপুনি মোৰ বোপাই তুল্য। মোৰ আদবয়স হ'ল, আগদাঁত এটাই কেইটা সৰিল, গুৰিদাঁতো এটা দুটাকৈ লৰিছে, চুলিও এডাল দুডালকৈ পকিছে, দিনৌ কাঢ়ি নথকাহেঁতেন, লোকৰ আগলৈ ওলাবলৈকে লাজ লাগিলহেঁতেন, তেও মোৰ আজিলৈকে গৃহবাস নহ'ল। এইবিলাক অনেক কথা গপি-গাথি ভাবনা চিন্তাত দিনৌ কিন্তু মোৰ টোপনি নাহে, মূৰটো আচন্দ্ৰাইকৈ ঘূৰাই লৈ ফুৰায়, খোৱামেলাত ৰুচি নজন্মে। এতেকে আপোনাৰ অভয় চৰণত শৰণ পশি কিন্তু লাজ-কাজ কাটিকৈ থৈ কৈছোঁ, ঘৰ-পতা ককা, নিজৰ পো বুলি যেন নিঠৰুৱা দুখীয়া ল'ৰাৰ ঘৰখন পাতি দিয়ে।"

## চতুৰ্থ আধ্যা

গোজৰ বৰুৱাৰ এই আবেদন শুনি আমাৰ ঘৰ-পতা ককাৰ ধাতুটি গি কেডাল চুলিৰ আগেদি বগাই গৈছিল সেই কেডাল চুলিয়েদিয়েই আকৌ চুচৰি নামি আহি সোমাল। গোজৰক সম্বোধন কৰি আমাৰ ককাই মেঘৰ গম্ভীৰ ধ্বনিৰে ক'বলৈ ধৰিলে— "শুন অমুকা, " (গোজৰে এইখিনিতে, মোৰ নাম 'গোজৰ বৰুৱা' বুলি কৈ ককাক পোনাই দিলে।) "শুন গোজৰ! তোৰ দুখৰ কথা শুনি মোক শোকে খুন্দা মাৰি ধৰিছে! অঃ! এই পৃথিৱীত ইমান দুখিত প্ৰাণীও আছে! সকলো মোৰ প্ৰভুৰ লীলা! বাৰু, একো কথা নাই, ঘৰ-পতা ককাই অচিৰে তোৰ ঘৰ পাতি দিব। পৰৰ উপকাৰ (বাঘ ঃ মোক পৰ বুলি নেভাবিব, আপোনাৰ পো বুলি ভাবক) অৱশ্যে মোৰ পোৰ, মোৰ আপোন পোৰ উপকাৰ কৰিবলৈকে মোৰ প্ৰভুৱে মোক আজিলৈকে জীয়াই ৰাখিছে। তই আজি যা, পৰশুইলৈ এতেবেলি ভাৰ-ভেটী লৈ মোৰ ইয়ালৈ আহিবি, তোৰ নিশ্চয় ঘৰ পাতি দিম।"

ঘৰ পতা ককাৰ এই সমিধান শুনি গোজৰ বৰুৱা আনন্দত গদগদ হৈ চকু লোৰে গা

তিয়াই কৃতজ্ঞতা প্ৰকাশি ককাক সাষ্টাঙ্গে প্ৰণিপাত কৰি দীঘল দীঘল জাপ মাৰি আপোন ঘৰ-মুৱা হৈ গুচি গ'ল।

## পঞ্চম আধ্যা

আজি গোজৰ বৰুৱা আহিবৰ দিন, ঘৰ-পতা ককাৰ মুখত পানী নাই, বুকু টিপিং টিপিং কৰিব লাগিছে; বুঢ়ী আইৰ ভাত-চৰুৰ তললৈ জাল যোৱা নাই। ককাই কি বাঘৰ পাতি দিব, উলটি আজি বাঘৰ হাতত তেওঁৰ পতং, এই ভাবি গাঁৱা মানুহে ধন-বিত মাটিত পুতি, লোটা-বাটি পুখুৰীত পেলাই, পিঠাগুড়িৰ টেকেলি আৰু গুড়ৰ টেকেলিৰ ভাৰ কান্ধত পেলাই পত্ৰং দিলে। ককাই সাহত ভিৰ দি গৰু-ছালৰ ডাঙৰ মোট এটা সি, ইষ্ট মন্ত্ৰ জপি, গুৰু ঘৰলৈ আতোলা সোণৰ এপাহ ফুল আগ কৰি, গোজৰ বৰুৱালৈ বাট চাই আগচোতালতে বহি আছে।

এনে সময়তে বৰুৱা গোজৰে এটা পহু আৰু এটা মহ পোৱালী প্ৰাণ কাতৰে চোচোৰাই আনি ককাৰ আগত থৈ দীঘল হৈ পৰি দণ্ডবৎ কৰিলে।

ককা ঃ "গোজৰ আহিলি? তোৰ গা ভাল? এইবোৰ কি পালি?"

গোজৰ ঃ "ককাৰ আশীৰ্বাদত সেৱকৰ প্ৰাণ গতিক মঙ্গল। ককাৰ ওচৰলৈ বন্দী শুদা হাতে কেতিয়াও নাহোঁ; এটি পহু পোৱালী আৰু এটি মহ-পোৱালী যৎকিঞ্চিৎৰূপে লৈ অহা হৈছে।"

ককা ঃ "মহ-পোৱালী কেলেই? হিন্দু মানুহে জানো মহ খায়?"

"ককা সেইটো মই জানো। কিন্তু মনত খুকুৰি হ'ল, ককা হেন্দু নে মুছলমান। সেই দেখি হেন্দু আৰু মুছলমান মিলাই দুই বিধৰ দুটা আনিছো, ককাৰ ইচ্ছামতে ল'ব।"

এই কথা শুনি ককাই একুৰি বাৰটা দাঁতৰ আলু উলিয়াই ঢেক্‌ঢেক্‌কৈ হাঁহিবলৈ ধৰিলে।

## ষষ্ঠ আধ্যা

টেটোন ককাই ফাকতি কৰি গৰু-চালৰ মোটত গোজৰক সুমাই মোটৰ মুখখন আটি আটি বান্ধি লৈ, তাক বধি তাৰপৰা ৰক্ষা পাবৰ মনেৰে, ঢেকিঠোৰা লৈ যিমান পাৰে সিমান মোটৰ ওপৰত মৰিয়াবলৈ ধৰিলে।

গোজৰ ঃ "ককা দুখ পাইছোঁ, ধৰকৈ নেমাৰিব।"

ককা ঃ "ঘৰ পাতিবৰ দিহা হৈছে ৰ।"

গোজৰ ঃ "ককা খুন্দাৰ তাপত মোৰ হাড় এটাই কেডাল গুড়ি হ'বৰ উপক্ৰম।"

ককা ঃ "ইয়াকেহে বোলে ঘৰ পতা!"

গোজৰ ঃ "ককা, থাওক, আৰু মোৰ ঘৰ পাতিব নেলাগে, বৰলা হৈয়েই থকটো ভাল যেন দেখিছোঁ এতিয়া।"

শেহত খুন্দাৰ তাপত বাঘ লবেজান হ'লত, মৰিল বুলি ভাবি ককা আৰু বুঢ়ী আই দুয়ো ধৰি মৰিমুজি তাক চোচোৰাই নি নৈত উটাই দি মূৰত হাত ফুৰাই ঘৰলৈ আহি গোসাঁই ঘৰত দীঘল হৈ পৰি গুৰুজনৰ নাম ল'বলৈ ধৰিলে।

## সপ্তম আধ্যা

আহাৰ মহীয়া নৈ। তাতে ঢল আহিছে। ফেনে-ফোটোকাৰে জাঁজীয়ে-কাঠে নাৰে-দুনিয়ে এক মহা সমাৰোহ; নৈয়ে 'কলৈ যাওঁ গোপাল, কলৈ যাওঁ কৃপাল' লগাইছে। দেখিলেই মনত এনে কথা খেলায়, যেন নৈয়ে কিছুমান মানুহৰ নিচিনাকৈ আঁত শুকুৱা খৰালিৰ পুৰণি কথা সমূলি পাহৰি, খন্তেকীয়া ওপচ-ভড়ালৰ গৰাকী হৈ জগতক তৃণ হেন দেখিছে।

সম্প্ৰতি বিধবা বাঘিনী বগলাসুন্দৰী শোকত জৰ্জৰিত হৈ ওফোন্দা নৈৰ চকুলোৰে আৰু ওফোন্দাই ল'ৰা-ছোৱালী কেইটাৰে সৈতে নৈৰ পাৰত বহি আছে। এনেতে দূৰত ৰিণিকি কিবা এটা উটি অহা বগলাই দেখিবলৈ পালে।

বগলা ঃ "ল'ৰাহঁত চাচোন, সেইটো কি উটি আহিছে? কান্দোতে কান্দোতে মোৰ চকুৰ তেজ কমিছে, মই ভালকৈ নমনো। এ মোৰ কি সুখ সন্তোষ আছে, কনা গোসাঁয়ে হু উ উ!"

এই বুলি বগলাসুন্দৰী বাঘিনীয়ে কান্দিবলৈ ধৰিলে। কিন্তু অৱশেষত ল'ৰাহঁতৰ খটিয়নিত তত নেপাই নিজেই সাঁতোৰ মেলি উটি অহা গৰুটো ধৰি লৈ আহিলগৈ।

## অষ্টম আধ্যা

ৰাতিয়ে মাছৰ পেটত কামদেৱক পোৱাটো পুৰাণৰ কথা বুলি শিক্ষিত উনৈচ শতিকীয়া সকলে উৰাই দিলে। ছাগলীৰ পেটত শিয়াল পোৱালীয়ে জন্ম গ্ৰহণ কৰাটো অসমীয়া বাতৰি কাকতৰ কথা বুলি মানুহে বিশ্বাস নকৰে, কিন্তু গৰুৰ পেটত যে আমাৰ গোজৰ বৰুৱা বাঘৰ পুনৰ্জন্ম হ'ল এই ঘটনা শিক্ষিত অশিক্ষিত উনৈচ শতিকীয়া কুৰি শতিকীয়া এটাই বিলাকে বিশ্বাস নকৰোঁ বুলি মুঠ বান্ধি লাগিলেও তাক মিছা কৰিব পৰাটোৰ সম্ভৱ নাই। কাৰণ, ৰাঁৰী বগলাসুন্দৰী বাঘিনীয়ে যে স্বামী পালে এই কথা সকলোৱে জানে, আৰু ই যাবচন্দ্ৰদিবাকৰ সঁচা হৈ থাকিব।

বগলা অলপ দিন হ'ল, পতি মৃত্যুত ৰাঁৰী হৈ আছিল। গোজৰ স্ত্ৰীৰ অভাৱত বৰলা হৈ আছিল। গতিকে দুইৰো মধুৰমিলন ঘটিল; দুয়ো দুইকো প্ৰেম-বেদনা জনালে। অৱশেষত চূড়ান্ত, অৰ্থাৎ দুইৰো বিয়া।

## নৱম আধ্যা

মৰিল বুলি নৈত উটাই দিয়া গোজৰ, পো-পোৱালি-লগা ন তিৰোতা লৈ ভাৰে-ভেটীয়ে এদিন ঘৰ-পতা ককাৰ দুৱাৰ মুখত উপস্থিত। ককাৰ তালু ফুটি জীৱ গ'ল! মূৰত বিনামেঘে বজ্ৰাঘাত।

গোজৰ ঃ (ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীয়ে সৈতে দীঘল হৈ পৰি) "ককা, আপোনাৰ ধাৰ মই এই জন্মত শুজিব নোৱাৰো। একে দিনাই আপুনি মোৰ ঘৰ পাতিলে। নৈত উটাই দিবৰ দিনাই সেৱকে পো পোৱালি কেটাৰে সৈতে এই সেৱকীক পালে। নাতিয়েকহঁতে সৈতে আপোনাৰ বোৱাৰী বেটীক আশীৰ্বাদ কৰক।"

ককা ঃ (বিচূৰ্তি হৈ অথচ নিজক চম্ভালি) "তহঁতৰ অপায় অমঙ্গল দূৰ হওক। দীৰ্ঘায়ু হ'। বৰ-কন্যাৰ হৰ-গৌৰী বসতি হওক!" ■

# মুলা-খোৱা বুঢ়া

তাহানি এক ৰজাৰ দিনত এহালি বুঢ়া-বুঢ়ী আছিল। দুয়ো গাঁৱৰ এমূৰত সৰু পজা এটিতে টুক্ টুক্ টাক্ টাক্কৈ কোনোমতে খাই বৈ থাকে, খেতি-বাতি বিশেষ একো নাই; কেৱল ঘৰৰ আগৰ এচমকামান মাটিতে শাকটো-পাচলিটো আৰ্জি তাকেই বেচি কিনি কোনোমতে পেটে ভাতে খাই সান্ত সমস্তকৈ দিন কটায়। ঘৰখনিৰ ভিতৰত বুঢ়া আৰু বুঢ়ী, তেওঁবিলাকৰ আগলৈ চাবলৈকো নাই, পাছলৈ চাবলৈকো নাই।

এইবাৰ বুঢ়াই কৰবাৰ পৰা ভাল মূলাৰ গুটি আনি বৈ গোবৰ-মাটি ছাই-মাকতি সাৰ-জাবৰ আদি দি নিকাই খুচৰি লহ-পহ কৰে ভাল মূলা এডৰা কৰিছে; দেখিলেই এনেহে লাগে, যেন মূলাডৰাই 'মোক খা' 'মোক খা' কৈ হাত বাউলি দি মাতিব লাগিছে।

কোন কোৱা-চিলাই বতৰা কলেগৈ ক'ব নোৱাৰোঁ, স্বৰ্গত বাতৰি ওলালগৈ, যে অমুক ঠাইত অমুক বুঢ়াৰ শাকনি বাৰীত এনে এডৰা 'মোক খা, মোক খা' কৰা মূলা হৈছে। লাহে লাহে এই কথাৰ পম বাঢ়ি গৈ ইন্দ্ৰৰ কাণ পালেগৈ। কথাটো লুভীয়া ইন্দ্ৰৰ কাণেদি সোমাই মূৰ পাই পমি জিবাইদি টপ্ টপ্কৈ পানী হৈ পৰিবলৈ ধৰিলে। দেৱৰাজ ইন্দ্ৰ বাহাদুৰৰ পেটত 'কেতিয়া মূলাৰ ওচৰ পাওঁ' এই কথাই ধান বানিবলৈ লাগি গ'ল।

## দ্বিতীয় আধ্যা

ৰাতিপুৱাই কাউৰী-কুকুৰ নৌ উঠোতেই ফটা-কঁথা নিহালিৰ মায়ামোহ এৰি বুঢ়াৰ শাকনি সোমোৱা অভ্যাস। দিনততো দিঠকত মূলাখোচৰা আছেই, ৰাতিও সমাজিকত বুঢ়াৰ মূলা-খোচৰাৰ ত্ৰুটী নাই; আন কি, টোপনিত গাৰ খুদখহুত কেনেবাকৈ হাত পৰি খজুৱালেও বুঢ়াৰ মূলা-খোচৰা যেনহে লাগে। এদিন ৰাতিপুৱা দোক্মোকালিতে শাকনিৰ পৰা বুঢ়াই ৰিঙিয়াই মাতিবলৈ ধৰিলে, "বুঢ়ী ঐ বুঢ়ী!"

বুঢ়ী ঃ "ঐ!"

বুঢ়া ঃ "চাহিচোন বেগাই আহ!"

বুঢ়ী ঃ "ৰাতি এডোখৰ থাকোতেই নো কি হ'ল ঐ! মই জাৰত এতিয়াই নোৱাৰোঁ উঠিব।"

বুঢ়া ঃ "মোৰ মূৰখাৰ্তী বুঢ়ী, আহচোন চাই যাহি।"

বুঢ়ী ঃ "মোৰ মূৰখোৱা বুঢ়া, মই নোৱাৰোঁ যাব, কি হ'ল ক?"

বুঢ়া ঃ "বোলো, মূলাৰকণ কঠীয়া মাৰিলে।"

বুঢ়ী ঃ "কি হ'ল ? কোনে ? গৈছো।"

এই বুলি নিহালি কঁথা তুলি তলিচা যি আছিল সোপাকে গাত মেৰাই লৈ বুঢ়ী শাকনি পালেগৈ।

## তৃতীয় আধ্যা

বুঢ়া ঃ "ই কথাই কথা নহয়, সি মূলা খাই লত্তা পাইছে যেতিয়া আজিও আহি ওলাবহি। আজি ৰাতি খাপ দি তাক ধৰিবই লাগিব, কি বোল বুঢ়ী ? মই আমুকা বুঢ়া হওঁ যদি তাক গৰু-বন্ধা পঘাৰে বান্ধি ঢেকি-ঠোৰা লগাম।"

বুঢ়ী ঃ "মই হবলা আমুকী বুঢ়ী হওঁ যদি মাকতিয়েকে তাক বুঢ়ী বাঢ়নী নলগাম ?"

এইদৰে বুঢ়া-বুঢ়ীয়ে পাঙি-পাতি দীঘল দিনটো কোনো মতে নিয়াই ৰাতি খাই-বৈ উঠি খাপ দি আছে। ফেঁচাই কুৰুলিয়ালে, গ'ল, মূলাচোৰ নাহিল। হঁয়কলিয়ে মাতিলে ঃ "হঁয়কলি, হঁয়কলি, অতকবোৰ ধান চাউল কি কৈলি ?" হঁয়কলিয়নীয়ে উত্তৰ দিলে ঃ "পোৱে খালে, জীয়ে খালে ঠোক্ ঠোক্, থাক্ থাক্", গ'ল, মূলাচোৰ নাহিল; গাঁৱৰ সিমূৰে ফেৰুবাই "ফেউ ফেউ" কৰিলে, গ'ল, মূলাচোৰ নাহিল; কুকুৰে ওচৰতে 'ভৌ অ-অ-অউ হো —' কৈ আকাল লংঘা কুলক্ষণীয়া চিয়ঁৰ লগালে, গ'ল, মূলাচোৰ নাহিল। মূলা নাইকীয়া মানুহে শোৱাপাটীত পৰি এলুটি দুলুটিকৈ তিনি চাৰি বাৰ লুটি-বাগৰ দি টোপনিটো সলাই লৈ আকৌ শুলে, তেও মূলাচোৰ নাহিল। বুঢ়াই নিৰাশ হৈ বেজাৰ মনেৰে বুঢ়ীক মাত লগালে, "বুঢ়ী কি কৰ! চোৰ দেখোন নাহিল।" বুঢ়ীয়ে কিংকৰ্তব্যবিমূঢ় হৈ কি উত্তৰ দিব, এই কথা ভাবোঁতেই মূলাচোৰ ইন্দ্ৰই গাত ঔ বীজ আৰু তেল জেপ্‌জেপিয়াকৈ ঘহি, তেল কলীয়া আঠু মুৰীয়া চুৰিয়া পিন্ধি, আৰু এৰীয়া কাপোৰ গাঁত মাৰি, বুঢ়া মানুহ এটাৰ বেশ ধৰি শাকনি সোমাই কচ্ কচ্ কৰে মূলা খাবলৈ লাগি গ'ল। সহস্ৰলোচন মূলাত ইমান মজি গৈছিল যে তেওঁৰ সহস্ৰ চকুৰ আগতো, হাতত গৰুৰ পঘা, ঢেকিঠোৰা, আৰু বুঢ়ী বাঢ়নী লৈ দুৱাৰ চুকত লুকাই থকা বুঢ়া বুঢ়ী, নপৰিল।

## চতুৰ্থ আধ্যা

ইন্দ্ৰ ঃ "হে ককাই, মোক আৰু নিকিলাবা ঔ, এয়ে আঁতিছে। মই এধামৰা হ'লো; তুমিও বুঢ়া মানুহ, ময়ো বুঢ়া মানুহ, অলপ মুখলৈ চোৱাঁ ঔ এই বাৰৰপৰা মই আৰু এনে কাম নকৰোঁও! মোক এৰি দিয়া ঔ! হে বৌ! বাঢ়নীৰ খোচত মোৰ চকু ফুটিবলগীয়া হ'ল, মোক ইমানতে এৰাওঁ! বান্ধ মোকোলাই দিয়া, মই দুটি ভৰিত ধৰি চুলি চিঙি কাতৰ কৰি মাতিছোঁও! হে বধে চুব আৰু নেমাৰিবাওঁ!"

বুঢ়া ঃ "তোৰ মুখেদি মই মূলা এটাইকেইটা উলিয়াইহে এৰিম। মোৰ গুৰুক দিয়া নাই, গোসাঁইক দিয়া নাই, ভকতক দিয়া নাই, মহাজনক দিয়া নাই, সন্ত-সাধুক দিয়া নাই; তই কটা মোৰ মূলা আগেয়ে চুৰকৈ খালি।"

বুঢ়ী ঃ "মোৰ এইটোৰ বাঢ়নী ভাগি ঢুকাল, আৰু এটা আছে, সেইটো আনোঁগে ৰ।"

ইন্দ্ৰ ঃ "ককাই তোমাক যিহকে লাগে তাকে দিম, মোক এৰি দিয়া।"

বুঢ়া ঃ "যিহকে লাগে তাকে দিবি? ওঁ বাৰু অ'। কটা ছাল-ছিগা ভিকহু, তই যিহকে লাগে তাকে দিব নেলাগে, মোৰ ঘৰতে গোলাম হৈ থাকি খেতি-বাতি কৰি দিম বুলি সৈ কাঢ়।"

ইন্দ্ৰ ঃ "ককাই মই সেইটোৰ বাহিৰে যিহকে কোৱা তাকে কৰিবলৈ গাত লৈছোঁ, সেইটোহে নোৱাৰোঁ। তোমাৰ আগত আৰু কি মিছা কথা কম, মই ইন্দ্ৰ, বেশছ্‌ন কৰি আহি তোমাৰ মূলা খাইছিলোঁ।"

বুঢ়া ঃ "তই ইন্দ্ৰ যদি ভালেই হ'ল, মইও তোকেইহে বিচাৰি ফুৰিছিলো, বুঢ়াৰ হাতত চেঙেলি পৰিছ। জনমৰ পৰা আমাৰ দুখতে কাল গৈছে, তেও তই চকু মেলি নেচা? বুঢ়ী, সিটোৰ বাঢ়নী আনগৈ, যা বাঘেখাঁতী কৰিছ কি? বেগাই যা। ইয়াৰ চকু কেটাৰ একে বেলিযেই চাই-থনীয়া শৰাধ কৰি থওঁ।"

ইন্দ্ৰ ঃ "মই তিনি শইত খাই কৈছোঁ, ককাই তোমাক যিহকে লাগে তাকে দিম, মোক একো নকৰিবা।"

বুঢ়া ঃ "বাৰু ৰ তেন্তে, আমি বুঢ়া-বুঢ়ী দুয়ো আলচ কৰি কি লাগে কওঁ।"

এই বুলি পঘাৰ বান্ধটো ঘৰৰ খুঁটাত ভালকৈ আঁটি দি বুঢ়া-বুঢ়ী অলপ আঁতৰ হৈ ইন্দ্ৰই নুশুনাকৈ আলচ কৰিবলৈ লাগি গ'ল।

## পঞ্চম আধ্যা

ইফালে স্বৰ্গত শেহ ৰাতি টোপনি ভাগি শচীয়ে কাষৰত খপিয়াই ইন্দ্ৰক নেপাই কান্দি-কাটি মহা হুলস্থূল লগাই দিলে। কি কৰিব নিৰুপায়, ঘৰৰ কোনেও ধৰি শচীক ৰাখিব নোৱাৰে, পানীত পৰি মৰিবলৈ যায়; আৰু গোটেইজনী বাউলী হৈ, গিৰীয়েকৰ স্বভাৱচৰিত্ৰ সোপাকে আগৰ পৰা গুৰিলৈকে উকটি, নানা সুমিষ্ট ভাষাৰে গালি-শপনি পাৰি তলমাটি ওপৰ লগাই দিলে। চন্দ্ৰ-সূৰ্য্য বায়ু-বৰুণ আদি কৰি ত্ৰিদশকোটি দেৱতা আৰু ঘৰৰ চাকৰ-নাকৰ লগুৱা-লিক্‌চৌ বিলাকে দিহাদিহি ইন্দ্ৰক বিচাৰি চলাথ লগাইছে, কিন্তু সকলোৱে ওপৰে ওপৰেহে ফুৰিছে, ঘাই কথাৰ সম্ভেদ কোনেও পোৱা নাই। ইন্দ্ৰ-জোন কেনি বৈ গ'ল, তাৰ উৱাদিহ ধৰিব নোৱাৰি যেয়ে যেনিয়ে পাই তেনিয়েই ভেটা দি ফুৰিছে। ত'ত যে ইফাল আহি বুঢ়াৰ ঢেকি-ঠোৰাৰ মাৰত চেপেটা লাগি ত্ৰাহি-মধুসুদন দেখিব লাগিছে, এই কথা কাৰো সমাজিকতো নাই।

## ষষ্ঠ আধ্যা

বুঢ়া ঃ "এটা বৰ-ঘৰ, এটা মাৰল-ঘৰ, এটা চৰা-ঘৰ, এটা বুলনি-ঘৰ, এটা গোহালি-ঘৰ, এযোৰ ভঁড়াল (এটি গুটি, এটা গছী), ঢেকিশাল, তাঁত-শাল, নাম-ঘৰ; তাৰ পাছত এগোহালি গৰু, এখুটি মহ; তাৰ পাছত ৰাম-বুলিয়া মোৰ কাপোৰ-কানি; তাৰ পাছত কিবা বোলেনে তোৰ ৰিহা-মেখেলা, অলঙ্কাৰ-পাতি; ইয়াকে কোৱা যাওক; কি বোল বুঢ়ী?"

বুঢ়ী ঃ "কি বোলো, মোৰ মুৰ খোৱা, তোৰ মুৰ বোলো। আগেয়ে মোৰ অলঙ্কাৰ-পাতি,

তাৰ পাছতহে তোৰ ঘৰ-দুৱাৰ হাতী মাখি।"

বুঢ়া ঃ "আগেয়ে ঘৰ-দুৱাৰ নহ'লে তোৰ মূৰ অলঙ্কাৰ-পাতি ক'ত থবি বুঢ়ী ঘুগুলী?"

বুঢ়ী ঃ "বুঢ়া ঘুগুলা, তোৰ মূৰ অলঙ্কাৰ-পাতি মোৰ গাত থাকিব। ঘৰ-দুৱাৰ গৰু মহ জুইযে পুৰিলে, মৰি থাকিল, আজৰি হল, মোৰ অলঙ্কাৰ সদাই থাকিব। বুঢ়া ঘুগুলা সোলা!"

বুঢ়া ঃ "মোৰ মূৰ খাঁতী বুঢ়ী ঘুগুলী সুলী! তই মৰিলে তোৰ অলঙ্কাৰ তোৰ মূৰ কত থাকিব?"

বুঢ়ী ঃ "মোৰ মূৰ খোৱা বুঢ়া ঘুগুলা হৰ্তাচিৰি হোৱা, মই মৰিলে মোৰ মূৰটো তয়ে খাবি। বুঢ়া ঘুগুলা, মোৰ মূৰটোলৈ, তোৰ বৰ হেপাহ হৈছে, ৰ জ্বকে তোক দিওঁ।"

এই বুলি বুঢ়ীয়ে ফোঁ ফোঁ কৰে লৰ মাৰি আহি "বুঢ়াক মোৰ মূৰটো লাগে, তাকে দিয়া" বুলি ইন্দ্ৰক কৈ হাতৰ বান্ধটো মেলি দিলে। বুঢ়া ভেবা লাগি চাই থাকোঁতেই গ'ল; ইন্দ্ৰই বান্ধৰ পৰাম মুকলি হৈয়েই বুঢ়ীৰ কথামতেই তৎক্ষণাৎ বজ্ৰেৰে কোব মাৰি বুঢ়ীৰ মূৰটো কাটি বুঢ়াৰ আগত পেলাই দি মায়া হৈ গুচি গ'ল। কাণ্ডখন দেখি বুঢ়া বিমূৰ্চ্ছিত হৈ মাটিত পৰিল। ■

# জলকুঁৱৰী

ৰূপহী সৰু নৈ। দ। খৰালিৰ পানী চিৰ্-চিৰীয়া। সেই পানীক কৰবাৰ পৰা বৈ অহা ফটিক-জোল বুলিলেহে ৰজে। কিন্তু বাৰিষাৰ পানী টৌ-লেও দিয়া বোকা। আহিন কাতিৰ ৰূপহী নিমাতী ক্ষীণ আৰু লাজকুৰীয়া। আহাৰ শাওণৰ ৰূপহী টপ্‌টপী শকত, ডেও-পাৰতী আৰু নাচনী; দেখিলেই সেয়েই নে এই ৰূপহী ঠাৰবোৰা টান।

ৰূপহীৰ পাৰৰ এডোখৰ আওহতীয়া ঠাইত এজোপা ডাঙৰ জৰী গছ আছে। সেই জৰী জোপাৰ তলতে এজনী ছোৱালী পুৱা-গধূলি সদাই বহি থকা দেখিবলৈ পোৱা যায়। ছোৱালীজনীৰ চকু ৰূপহীৰ বুকুৰ এটা ছাকনৈযাৰ ওপৰতে থাকে। সেই ছাকনৈয়াটোক ছাকনৈয়া নুবুলি ৰূপহীৰ মুখ বুলিলে কথাটো বোধকৰো বেছি খেও খায়। কাঠ খাগৰি নল যি সেইখিনি পাইহি, ৰূপহীয়ে আ কৰি তাক পেটৰ ভিতৰত সুমাই থয়।

ছোৱালীজনীৰ দৈনিক বন হৈছে খাগৰি একোছা গোটাই আনি এডাল এডালকৈ ছাকনৈয়াত পেলাই দিয়া; আৰু কেনেকৈ সি পোনতে লাহে লাহে, তাৰ পিছত বেগেৰে টাকুৰী ঘূৰাদি ঘূৰি থিয় হৈ ভৰ্ ভৰ্ কৰে তললৈ সোমাই যায়, সেই ৰং চোৱা। আৰু এটা কাম, ৰূপহীৰ সৈতে কথা পতা; আৰু মাজে মাজে আগ গুৰি বিবৰ্জিত নাম সাজি আনি ৰূপহীক গাই শুনোৱা। তাইৰ এটা নামৰ চানেকী তলত দিলো।

"তইও ৰূপহী মইও ৰূপহী
ৰাঙতে ৰূপ চৰিল,
ইকৰা পাতৰে নাও বাই গলো
সোঁ মাজ পায়ে বুৰিল।"

ষোল বছৰীয়া ছোৱালী এজনীয়ে কি এইখন লৰালি কৰি কাল কটায় তাক হৰি ভগৱন্ত আৰু তাইহে জানে।

তাইৰে সৈতে সময়ৰ মুঠেই মিল নাই; গছৰ তলত তাইৰ দৰে বহি কটাবলৈ সময়ৰ ঘোৰ আপত্তি। সংসাৰত সময়-ঘোঁৰাৰে সৈতে চেকুৰিব নোৱাৰিলে সি মানুহক পিছ পেলাই গুচি যায়। কালক্ৰমত তাইলৈ দৰা আৰু বিয়া আহি উপস্থিত হ'ল। দৰা বাইচ বছৰীয়া, দেখিবলৈ ভাল, শুনিবলৈ ভাল, ভাল কুলীয়া। ছোৱালীৰ মাকৰো মত, বাপেকৰো মত, গতিকেই নিৰ্বিৰোধে বিয়াৰ ঠিক হ'ল। দৰা-ছোৱালীৰ দেখা দেখি আলাপ পৰিচয় ঘটিল। বিয়ালৈ আছে সাত দিন। কিন্তু ছোৱালীৰ মনৰ টানটো হ'ব-খোজা দৰাৰ ফলতকৈ ৰূপহী নৈৰ ফাললৈহে প্ৰবল যেন

দেখি। বিয়া পালেহি, তাৰ চিন্তা-চৰ্চা বা আন ভাৱনা একো নাই, এতিয়াও আগৰ দৰেই নিতৌ ৰূপহীৰ পাৰত তাই বহি কটায়। তাইৰ এনে স্বভাৱ লক্ষ্য কৰি দৰা অতি অসন্তুষ্ট।

এদিন তাই নৈৰ পাৰৰ পৰা গধূলি আহি শুনিলে, দৰাই তাইক বিয়া নকৰাই কাইলৈ বিদেশলৈ গুচি যাব খুজিছে। কথাটো কঁঠালৰ ডিলাত বাহৰ শাল সোমোৱাদি তাইৰ বুকুত সোমাল। তাই ভাবিলে, "যাওঁ, গৈ এই নিশাই তেওঁক হাতে ভৰিয়ে ধৰি নেযাবলৈ কওঁগৈ।" আকৌ ভাবিলে "লাজ পুৰি নেখালে মোৰ পক্ষে এনেকৈ কোৱাটো অসম্ভৱ।" ভাবনাত ৰাতি তাইৰ টোপনি নাই। বাহিৰত ফৰিংফুটা জোনাক। শোৱা-পাটী এৰি মনে মনে তাই ৰূপহীৰ পাৰ ওলালগৈ। পাৰ পায়েই তাইৰ সকলো চিন্তা ভাৱনা ৰূপহীৰ সোতত মুহূৰ্ততে কৰবালৈ উটি গ'ল। আকৌ তাই খাগৰি গোটাই আনি ছাকনৈয়াত এডাল এডালকৈ পেলাবলৈ লাগিল।

এনেতে হঠাৎ পিছ ফালৰপৰা দুখন তপত হাতে তাইৰ চকু দুটা মুদাই ধৰিলে। তাই বলেৰে হাত দুখন এৰুৱাই উভতি চাই দেখিলে সেই হ'ব খোজা স্বামী। দুইৰো মাজত হাঁহিৰ ধুম পৰি গ'ল। ৰূপহীৰ সিপাৰৰ পৰা প্ৰতিধ্বনিয়েও সমান ভাৱে সেই হাঁহিত যোগ দিলে। জৰী গছৰ ওপৰত ফেঁচা-ফেঁচী আছিল, সিহঁতেও এই আনন্দত মনে মনে থাকিব নোৱাৰি কুৰুলিয়াই দিলে।

বাকী খাগৰি যি আছিল এটাইকেডাল তাই গোটাই আনি একেবাৰেই ছাকনৈয়াত পেলাই দি তিনটা চাপৰি বজালে।

দৰা ঃ "কি কৰিলা?"

ছোৱালী ঃ (হাঁহি হাঁহি) "এই ছাকনৈয়াত এজনী ছোৱালী এতিয়াই বুৰি মৰিল! মই মইনা চৰাই; মোক সজাত সুমাই থোৱাঁগৈ, লৈ বলা!" ■

# আমাৰ সংসাৰ

[ডম্বৰুধৰৰ বয়স ২১। বি. এ. মহলালৈ থাৰ্দইয়েৰ ক্লাছত পঢ়িছে। কাকতে পত্ৰই "চেন্টিমেন্টল" কবিতা লেখা স্বভাৱটোও আছে। কলিকতাৰ কলেজ বন্ধত ঘৰলৈ আহিলত মাকে ডম্বৰুৰ শান্তি বিয়া পাতি বাৰবছৰীয়া ঘৈণীয়েকক ঘৰলৈ আনিলে। প্ৰথম ৰাতি। ১১ বজা। ডম্বৰু আৰু ঘৈণীয়েক শোৱা পাটীত বহি।]

ডম্বৰু ঃ (ঘৈণীয়েকৰ মুখৰ ওৰণি গুচাবলৈ ধৰি) প্ৰিয়ে! প্ৰাণ প্ৰিয়ে! প্ৰাণেশ্বৰী! মুখৰ ওৰণি গুচুৱাঁ! আ-হা-হা! পূৰ্ণিমাৰ জোনটিক ডাৱৰে কেনেকৈ ঢাকি ধৰিছে! গোটেই ফুলা, আপোন জেউতিৰে জ্বলা, গোলাপ ফুল পাহিক পাতে কেনেকৈ ছাতি আছে! চাওঁ, ডাৱৰ গুচ, আঁতৰ, পলা; পূৰ্ণিমাৰ চিকুণ জোনটি দেখি মোৰ চকু জুৰাওক। আঃ ওৰণিৰ পৰা হাত আঁতৰোৱা। কুৎচিত কাপোৰ এখনেৰে সোণ যেন মুখখন আবৰি ৰাখি তাৰ জেউতি লুকাই লাভ কি? বাঃ বাঃ ওৰ্ৰণিৰ তলেদি এতিয়াই তোমাৰ তিল-ফুল যেন চিকুণ নাকটিৰ আগটি ওলাইছিল। সত্যে কৈছো, ঠিক মেঘৰ তলেদি বিজুলীয়ে ভুমুকিয়ালে যেনে দেখিবলৈ হয় তেনে হৈছিল। হায়! চক্‌মক্ কৰে ওলোৱা আৰু লুকুৱা বিজুলীক চিৰস্থায়ী কৰি চকুৰ আগতে ধৰি ৰাখিব পাৰিলে কিমান সুখ! চাও, ইমান ঘামিছা কেলৈ? নিশ্চয় তোমাৰ কপালত ঘামৰ টোপাবিলাক একোটি মুকুতা হৈ ওলমিছে; দেখিবলৈ চাগৈ কেনে শুৱনী হৈছে! ওৰণি গুচুৱা! গুচুৱা! গুচুৱা! মোৰ চকুক সেই সুখৰ পৰা বঞ্চিত কৰা কেলৈ? অ' মোৰ কপাল! ফোপাইছেও! কিয়? মোৰ সোণাই তুমি ফোপাইছা কেলৈ? তোমাৰ কি হৈছে? তোমাৰ কি মানসিক যন্ত্ৰণা হৈছে? একো চিন্তা নাই, মই শপত খাই কৈছো, চন্দ্ৰ-সূৰ্য্য-গ্ৰহ-নক্ষত্ৰকে সাক্ষী কৰি কৈছো, ওৰে ৰাতিটো, জীয়াই থাকোমানে, নমৰোঁ মানে, একেহাতে ছেদ্‌ভেদ্ নোহোৱাকৈ তোমাক তালপাতৰ চেঁচা বিছনিৰে চন্দন কাঠৰ সুগন্ধী বিছনিৰে, ম'ৰা পাখিৰ ৰূপহ বিছনিৰে, বিছি থাকিম।

(বিছনি লৈ বিছিবলৈ ধৰে) চেঁচা পানীত মিছিৰি তিয়াই চৰ্পত কৰি তোমাক খাবলৈ দিম। বৰফ লিমনেড্ দিম। (অ' পাহৰিছোঁৱেই, এই জঙ্গলী দেশত লিমনেড্ পোৱা নেযায় হ'বলা) ভয় লাগিছে দেখি ফোপাইছা? মই ওচৰত থাকোতেও তোমাৰ ভয়? তোমাৰ স্বামী, তোমাৰ প্ৰাণেশ্বৰ, তোমাৰ সুখ-দুখৰ লগৰীয়া তোমাৰ কাষত থাকোঁতে তোমাৰ ওচৰলৈ কি আপদ আহিব পাৰে? প্ৰিয়ে মৃগ-নয়নী! তোমাৰ নিমিত্তে, তোমাৰ ৰক্ষাৰ নিমিত্তে, তোমাৰ সুখৰ অৰ্থে মই মুহূৰ্ততে প্ৰাণ দিব পাৰোঁ, তুমি নেজানানে? পৰমেশ্বৰ! O dear! who the D-knows whether there is a God or not! মিল, হিউম, স্পেন্সৰ, বেইনৰ মতবিলাক মই তোমাক লাহে লাহে বুজাই দিম, তেতিয়া তুমি বুজিবা, আমাৰ দেশৰ মানুহবিলাকৰ মন-

কি কুসংস্কাৰেৰে ভৰা। প্ৰিয়ে! কোৱাঁ তোমাৰ কি কষ্ট হৈছে? তোমাৰ প্ৰাণবল্লভ তোমাৰ ওচৰত থাকোঁতে তোমাৰ কি বেজাৰ, কি ভয়, কি দুখ হ'ব পাৰে? তুমি জানানে এই মুহূৰ্তত্তে এই ক্ষণতে মই তোমাৰ নিমিত্তে জীৱন বিসৰ্জন দিব পাৰোঁ? (উঠি গৈ দাঁড়ত আঁৰি থোৱা ঢোলাৰ মোনাৰ পৰা কলম কটা কটাৰী আনি ডিঙিত ৰেপ দিবৰ ভাও কৰে, আৰু ছোৱালী ভয়ত টেঁপা খায়।) প্ৰাণেশ্বৰী, তুমি যদি অমত কৰা, আৰু এই কটাৰী পেলাই দিবলৈ কোৱা, এতিয়াই তাক মই পেলাই দিম। পেলাম নে? পেলাম নে?

ঘৈণীয়েক-পেলাওক।

ডম্বৰু ঃ (কটাৰী দলিমাৰি পেলাই দি) — পেলাওঁ। 'পেলাওক' আহা কি সুমধুৰ মাত। কি অমিয়া মাধুৰী সুৰ! কি কোকিল-কাকলি! প্ৰিয়ে, তোমাৰ এই কণ্ঠস্বৰ শুনি মোৰ আজি জীৱন ধন্য হ'ল। আজি একৈশ বছৰে এই শুকান সংসাৰত দুখ-যন্ত্ৰণা ভুগি জীয়াই থকাৰ সাৰ্থক হ'ল। হে ঈশ্বৰ! Goodness gracious! How often I commit the same mistake! It is the damned habit I cant shake off! যাওক। হে সুভাষিণী! তুমি মোক আজিৰ পৰা নিকিনা গোলাম কৰিলা। তোমাৰ চৰণত মই ক্ৰীতদাস হ'লোঁ। (ঘৈণীয়েকৰ ভৰিত ধৰিব খোজে, আৰু ঘৈণীয়েকে ভৰি আঁতৰাই নিয়ে।)

কিয় প্ৰিয়ে, তোমাৰ পদ্মৰ মৃণালৰ নিচিনা ভৰিৰ স্পৰ্শ-সুখৰপৰা মোক বঞ্চিত কৰিব খুজিছা কেলৈ? মই তোমাৰ ওচৰত কি অপৰাধ কৰিলো? হে ভৰি, হে মৃণাল, এই অধম তোমাৰ চৰণত কি জগৰত জগৰীয়া?

(চকুৰ লো টোকে)

প্ৰিয়ে, প্ৰিযতমা, প্ৰাণেশ্বৰী, তোমাৰ এই অৰুণ চৰণ যুৰি মোৰ শুকান বুকুৰ ওপৰত এবাৰ থোৱাঁ, মোৰ বুকু শাঁত হওক। প্ৰিয়ে তোমাৰ—

"অৰুণ নয়ন নখ অৰুণ বৰণ,
অৰুণ অধৰ চাৰু অৰুণ চৰণ।"

বৰ্ণাই মই কত কবিতা লেখিছোঁ। আজি মোৰ সেই এটাইবিলাক কবিতাই তোমাৰ ৰূপ ধৰি মোৰ আগত উদয় হৈছে।

My beloved, তুমি কথা কোৱা। মইনা! তুমি কথা কোৱা। তোমাৰ এবাৰ "পেলাওক" কথাই মোৰ কাণৰ ভোক লক্ষগুণে বঢ়ালে। প্ৰিয়ে, তুমি লেখা-পঢ়া শিকিছানে? কি কিতাপ পঢ়িছা? কোৱাঁ? কোৱাঁ? মইনা কোৱাঁ?

ঘৈণীয়েক ঃ আ-আদিপাঠ।

ডম্বৰু ঃ আদিপাঠ? "আদিপাঠ" "আদিপাঠ"। আহা কি মিঠা মাত! অপ্সৰাৰ কল-কণ্ঠ! আদিপাঠৰ কোনখিনিলৈকে পঢ়িছা?

ঘৈণীয়েক ঃ (সেহাই ডিঙি কঁপাই) "খো-খেৰোচা-খৰিচা (সেপটুকি) গাভৰু গায়ন গুণঠি গিলিপ গেৰেলা বায়ন।"

ডম্বৰু ঃ বা' বাঃ এই যে কবিতা! তুমি কবিতা পঢ়িছা! তুমি কাব্যৰস পান কৰিব পাৰিছা! তুমি কবি! তুমি স্বভাৱতে কবি! তুমি মোৰ Goddess of Muse! তুমি মোৰ Inspiration; হে কবিতেশ্বৰী, তোমাক মই অচিৰতে চেক্সপিয়েৰ, মিল্টন, বাইৰণ, শ্যেলি, কীটচ্ পঢ়িবলৈ

দি অমৰ কবিসকলৰ কবিতাৰ সোৱাদ কেনে তাক জানিবলৈ দিম। তুমি কবিতা লেখিবও পাৰিবা। তুমি নিশ্চয় বেৰেট ব্ৰাউনিঙৰ নিচিনা কবিনী হৈ (Goodness, I don't know what is the feminine of কবি; never mind কবি or কবিনী all the same)-এই জগতত অমৰ কীৰ্তি লাভ কৰিব পাৰিবা! আহা! ঘৰৰ পিছ ফালৰ পিৰালিত, বা ধৰা, পিৰালিৰ কাষৰ কল তলত মই জোনাক ৰাতি থিয় হৈ থাকিলে, যিদিনা তুমি আমাৰ এই শোৱনী ঘৰৰ খিৰিকী দুৱাৰৰ কাষত থিয় হৈ, এবাৰ মোক

"O Romeo, Romeo! Wherfore art thou Romeo?
Deny thy father, and refuse thy name;
Or, if thou wilt not, be but sworn my love.
And I'll no longer be a Capulet."

এই বুলি মাতিবা, সেই দিনা মই হাতেৰে স্বৰ্গ চুকি পাম। সেই দিনা মোৰ জীৱনৰ ওখ আশা পূৰ্ণ হ'ব। — প্ৰিয়তমা, তোমাৰ মুখৰ একেষাৰ অমিয়া মাত শুনিবলৈ মই কি নিদিব পাৰোঁ! প্ৰাণেশ্বৰী আৰু কথা কোৱাঁ, আৰু এষাৰ কথা কৈ মোক তোমাৰ নিকিনা গোলাম কৰা। তোমাৰ মুখৰ একেষাৰ কথা শুনিবলৈ, হে প্ৰিয়ে, মই মোৰ এই প্ৰাণ, এই তুচ্ছ প্ৰাণ ...., কান্দিছা নে কি? আহা! মোৰ প্ৰিয়াই মই প্ৰাণ দিব খোজা শুনি বেজাৰত কান্দিছে! নহয় নে প্ৰিয়ে? মইনা কিয় কান্দিছা? মোৰে মূৰটোকে খোৱা কোৱাঁ?

ঘৈণীয়েক : মো-মোৰ দৰা-কইনাবোৰে সৈতে কাঠৰ সৰু পেৰাটো আনিবলৈ পাহৰি আহিলো দেখি।

ডম্বৰু : কোনো চিন্তা নাই, Bonie darling deane, কাইলৈ মই দৰা কইনাৰ পেৰা অনাই দিম। Rosaline, তুমি মোক love কৰা নে? O my Juliet তোমাক মই ইমান ভাল পাওঁ যে I can't express, হে কুণ্ডনন্দিনী, হে অভ্ৰমতী, হে মৃণালিনী, হে শকুন্তলা, হে আফিলিয়া, হে মিৰাণ্ডা, তুমি এবাৰ মুখেৰে কোৱাঁ যে "ডম্বৰু I really love you"— মৃগনয়নী তুমি আকৌ চকুৰ লো টুকিছা কিয়? তোমাৰ চকুৰ পৰা ওলোৱা মুকুতাবোৰে মোক স্পষ্টকৈ কৈছে যে তুমি মোক নথৈ ভাল পোৱা। Is not it? নহয় নে ডাৰ্লিং? নহয় নে? নহয় নে?

ঘৈণীয়েক : আমাৰ ঘৰত এৰি থৈ অহা মোৰ কণ কণ হাঁহপোৱালী কেইটালৈ মনত পৰি কান্দিছো। সিহঁতক কাইলৈ কোনে টোপ খুৱাব?

[ডম্বৰুৰ মাকে শোৱা-পাটীৰপৰা উঠি আহি বাহিৰৰ পৰা মাত লগায়।]

মাক : বৰ বোপা কি হৈছে? তহঁত এতিয়াও শোৱা নাই? কি হৈছে? কোনে কান্দিছে? ন ছোৱালীয়ে কান্দিছে নে কি? বোৱাৰী কি হৈছে?

[ন ছোৱালী গিৰীয়েকৰ কাষৰপৰা একে চাবেই উঠি আহি দুৱাৰ মেলি শাহুৱেকৰ কাষ পায়]

ন ছোৱালী : (কঁপি কঁপি) আস মম— ই এ— এই ঘৰত শুব নোৱাৰো। মো— মোৰ বৰ ভ—ভয় লাগিছে। সেই তেওঁ বলিয়া হৈয়েই নে কি, কিবা কিবিবোৰ দেখোন অথনিৰেপৰা বলকিব লাগিছে। এবাৰ কটাৰী আনি নিজৰ ডিঙি কাটিবলৈ ধৰিছিল। আৰু মোক কিবা মিৰ্কনয়নী ডাৰ্লিং আৰু ভালেমান কিবাকিবি বুলি মাতিছিল। ■

# মিলাৰামৰ আত্ম-জীৱনী

এই কেইটা কাৰণৰ বাবে মোৰ জীৱন চৰিত মই নিজে লেখিলোঁ।

(১) মোৰ মিতিৰ বা কুটুম লেখত তিনিজন। পোন প্ৰথমতে ঘৈণীৰ ফালৰ, তাৰ পিছত আইৰ ফালৰ, আৰু তাৰ পিছত সকলোৰে শেহত বোপাইৰ ফালৰ। তিনিউজনৰ পৰা তিনি দিনৰ অন্তৰে অন্তৰে তিনিখন তিনিপতীয়া সুকীয়া চিঠি পাইছোঁ। তাৰ মৰ্মটো এই ঃ "আপুনি যদি আপোনাৰ অতি বিচিত্ৰ জীৱন চৰিত্ৰ স্ব-হস্তে লেখি মানুহৰ কুশলৰ অৰ্থে প্ৰকাশ কৰে, তেন্তে আপোনাৰ লেখা পঢ়িম।"

(২) মোৰ জীৱনৰ আৰ্হি লৈ বাট বুলি বহুতে মোৰ নিচিনা ডাং-ডাং-ডাং-অৰ হ'ব পাৰিব।

(৩) কলি-কলীয়া মানুহ যেনে অধৰমী, মোৰ জীৱন-চৰিত্ৰ মই নিজেই লেখি থৈ নগ'লে, কোনে নো ধৰ্ম্মক লক্ষ্য কৰি পাছে লেখিব দেও হে?

(৪) পুণ্যবান মানুহৰ চৰিত্ৰ ভক্তি ভাবে পাঠ কৰিলে, "পুইণ" হয়। আৰু ক'ব দিয়া যদি, বেয়া নোপোৱা যদি, কব পাৰো যে মোৰ এই জীৱন চৰিত কণা মানুহৰ বিত চকু, খোৰাৰ কঠুৱা ভৰি, কুঁজাৰ পিঠিৰ থিয়কিল, খজুৱাৰ খজুৰ দৰব, খৰীয়াৰ খজুৰতি, নখ-চুকীয়াৰ বেতৰ বকটু, আৰু আঙুলী পানীযে খোৱাৰ তুলা আৰু পাণ-জেতুকা।

অসমত আমাৰ ঘৰ মানুহ, পাতকাই পৰ্বতৰ সমান পুৰণি, জয়সাগৰৰ দ'লটোৰ সমান ওখ, শিৱসাগৰ পুখুৰীটোৰ সমান ডাঙৰ, আৰু পপীয়াতৰাটোৰ সমান উজ্বল।

আমাৰ উপৰি পুৰুষৰ নাম হয়বৰ। তেওঁ ১৬১৯ শকত কনৌজৰ পৰা, পাঁচজন তেওঁৰে নিচিনা সাধু পুৰুষৰে সৈতে, মানুহ মৰা টোকোনা, বাদুলীসঁচাৰ ভঙা অস্ত্ৰ আৰু সিদ্ধি খনা চিপৰাং লৈ, লাহে লাহে, দিগ্বিজয় কৰি আহি অসম দেশ পায়। গুণীৰ গুণ বুজোতা ৰুদ্ৰসিংহ স্বৰ্গদেৱে, তেওঁলোকক অভ্যৰ্থনা কৰি, যাউতী-যুগীয়াকৈ ৰাজ বন্দীশালৰ সুন্দৰ খোটালি এটা তেওঁলোকক দান কৰি, তেওঁলোকৰ পোহপালৰ ভাৰ নিজে গ্ৰহণ কৰিলে।

পোন্ধৰ বছৰৰ পিছত হয়বৰ বংশধৰ পুতেক হৰিবৰে, কনৌজৰ পৰা বাপেকক বিচাৰি আহি, পানীয়ে বামে ছমাহ বাটকুৰি বাই ৰংপুৰ পাই ওপৰত কোৱা ৰাজদত্ত বাহৰত পিতৃদেৱতাক দৰ্শন কৰি পিতৃৰ শ্ৰীচৰণ-কমলত মাথা দোৱালে। "দীৰ্ঘজীৱী হ" বুলি সকলোৰে শুনাকৈ হয়বৰে আশীৰ্বাদ কৰাৰ পিছত, হৰিবৰে, পিতৃচৰণাবিন্দ সততে নয়নগোচৰ হ'ব ভাবি, সেই নগৰতে বসতি কৰিলে। বছেৰেক যাওঁতে নেযাওঁতেই হৰিবৰৰ যশস্যা সৌৰভ গুণগ্ৰাহী স্বৰ্গদেৱৰ

নাক পালত দয়ালু স্বৰ্গদেৱে দয়া প্ৰকাশ কৰি বাপ-পোৰ মাজত বিচ্ছেদ নঘটাকৈ, সেই একে খোটালিতে তেওঁবো থাকিবৰ দিহা কৰি দিলে।

হৰিবৰ পুতেক বিখ্যাত মনবৰ পণ্ডিতৰ নাম বুৰঞ্জীৰ পাতে পাতে অনুসন্ধান কৰিলে পোৱা যায়। এওঁৰ বিদ্যাৰ সৌগন্ধই অসম দেশ মলমলাই আছিল। এওঁৰ এটা আচৰিত ক্ষমতা এই আছিল যে যাৰে তাৰে চহী এওঁ হুবহু নকল কৰি দিব পাৰিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পুতেক শিৱসিংহ স্বৰ্গদেৱৰ ৰাজসভাত এওঁৰ এই বিচক্ষণ গুণৰ কথা গলাগপা হ'বলৈ ধৰিলে আৰু দেশদেশান্তৰৰ পৰা মানুহ পণ্ডিতক চাবলৈ ভাগি অহা দেখি স্বৰ্গদেৱে এই বিদ্যাৰত্নক অতি আগ্ৰহেৰে আহ্বান কৰি নি, সকলোৱে দেখি চকু জুৰাবলৈ ছুটি ছুটি ঠেঙা পিন্ধাই সজাই-পৰাই ৰাজ-আলিত ঠাই দিলে। আৰু অনভ্যাসত কেনেবাকৈ বিদ্যা হত হয় বুলি আশঙ্কা কৰি, এওঁৰ হাত চৈ কৰি ৰাখিবৰ অভিপ্ৰায়ে বিদ্যানুৰাগী স্বৰ্গদেৱে এওঁৰ হাতত হাতুৰী দি আলিত শিল ভাঙিবলৈ লগাই দিছিল।

মনবৰ পণ্ডিতে ভৱলীলা সংবৰণ কৰাৰ পিছত এই পৃথিবীত তেওঁৰ "ভৰিৰ খোজ" পাঁচোটি পুতেক আৰু এজনী জীয়েক ৰল। সিদ্ধিৰাম, ৰাতিৰাম, বাতিৰাম, কাতিৰাম, চুৰাৰাম আৰু কপাহী লাহে লাহে ঈশ্বৰৰ ইচ্ছাত এই "ল'ৰা পোৱালী" পাঁচোটি আৰু কন্যাৰত্নফেৰি ডাঙৰ দীঘল হৈ খুটি খাব পৰা হ'ল। লোকে ল'ৰা কেইটিৰ নাম দিলে পাঁচ পাণ্ডৱ আৰু কপাহী বোলা ছোৱালীজনীৰ নাম দিলে জাম্বৱতী। কিন্তু কি সূত্ৰত আৰু কি মিল দেখি লোকে সিহঁতৰ নাম পাঁচ-পাণ্ডৱ আৰু ছোৱালীজনীৰ নাম জাম্বৱতী ৰাখিছিল বুজিব পৰা নগ'ল। পাঁচ পাণ্ডৱ ক'ত? আৰু পাঁচ পাণ্ডৱৰ ভনীয়েক পাতি দিয়া জাম্বৱতী ক'ত? হোঃ হোঃ হোঃ হাঁহি উঠা কথা! ঋষি মুনি নামৰ বুঢ়াসকলে হিন্দু শাস্ত্ৰত কয় বোলে, নাম মানুহৰে সৈতে মিলে। এই কথা নেমানি প্ৰচণ্ড প্ৰতিবাদ কৰি ক'বলগীয়া যে, মানুহহে নামৰে সৈতে মিলে। হিন্দুশাস্ত্ৰ ঠেলি এইষাৰ কথা কোৱা বাবে তুমি লাগে যদি মোক খ্ৰীষ্টানকে বোলা, তাতো মান্তি আছোঁ। সঁচা কথাষাৰ মই নকওঁ বুলিলেও মোৰ হাড় নাইকিয়া জিভাই নকৈ নেৰে। তোমাক এটা কথা এইখিনিতে কৈ থওঁ নেপাহৰিবা দেই, — টং কৰি চালে দেখিবা যে ঋষি মুনিসকলৰ কথাবোৰৰ বৰ লাগবান্ধ নাই। তেওঁলোকৰ দিনৰ আমাৰ উপৰি পুৰুষসকলে যে তেওঁলোকৰ কথাত বৰ কাণ নেপাতিছিল, তাক তেওঁলোকেও যে বুজিব নোৱাৰিছিল এনে নহয়। তাৰ প্ৰমাণ, তেওঁলোকৰ ক'বলগীয়া কথাবোৰ আমাৰ উপৰিপুৰুষসকলৰ আগত তেওঁলোকে ক'বৰ সাহ নকৰি, সাঁচিপাত তালপাত আৰু ভূৰ্জ্য পাতৰ আগত কৈ গ'ল। সাঁচিপাত প্ৰভৃতিয়েও সেই বেবেৰিবাং কথাৰ মৰ্ম বুজিব নোৱাৰি তাক উঁইপৰুৱাক বিলাই দিলে। আৰু তাৰ পিছত সি উঁই-হাফলু। উঁই-হাফলুৰ পৰা বাল্মীকি, বাল্মীকিৰ পৰা ৰামায়ণ। এই গোপনীয় পৰমাৰ্থৰ কথাষাৰ এইখিনিতে তোমাক কৈ থলো।

এইবিলাক যি হওক, অহঙ্কাৰেৰে সৈতে কোৱা উচিত, যে মোৰ উপৰিপুৰুষসকল নাম চাই মানুহ আছিল। লোকৰ ঘৰত সিদ্ধি দিয়া বিদ্যাটো অমুকৰ ঘৰৰ ল'ৰা সিদ্ধিৰামৰ যেন আছিল আনৰ তেনে নাছিল। পালী-প্ৰহৰীয়ে বেঢ়ি থকা ডাঙৰ লোকৰ ঘৰত সিদ্ধি দিব লাগিলে মহাত্মা সিদ্ধিৰাম অধ্যাপক (Prof/ssor) নগ'লে নহৈছিল।

ৰাতিৰাম দৈৱিক শক্তিৰ লোক আছিল। অন্ততঃ তেওঁৰ চকুযোৰ। শিয়াল আৰু ফেঁচাৰ নিচিনাকৈ তেওঁ এন্ধাৰতো বয় বস্তু ফট্ ফট্ কৰে দেখিছিল। দিনতকৈ ৰাতিহে তেওঁৰ চলন ফুৰণ সৰ্‌সৰীয়া হয়। পশুশ্ৰেষ্ঠ শিয়াল আৰু পক্ষীশ্ৰেষ্ঠ ফেঁচাৰ নিচিনাকৈ দিনটো তেওঁ জুপুৰা মাৰি ঘৰৰ চুকত বহি কলমুটিয়াই কটায়, আৰু সন্ধ্যা লাগি আহিলেই গা-মূৰ জোকাৰি পাখি কোটালি থিয় হয়। তেওঁৰ এই দৈবিক শক্তি দেখি তবধ মানি অতি সন্তুষ্ট হৈ প্ৰমত্তসিংহ ৰজাই তেওঁক হাতে-ভৰিয়ে পিন্ধিবলৈ দুডাল লোৰ শিকলি ৰাজ প্ৰসাদ স্বৰূপে দঁটা দিয়ে। এই শিকলিৰ আঙঠি এটা মোৰ ঘৰত এতিয়াও আছে। মোৰ উপৰি পুৰুষৰ সোৱঁৰণি স্বৰূপে তাক গোসাঁই ঘৰৰ টুপত থাপনা পাতি থৈ দিছোঁ। বিহুৱে সবাহে উলিয়াই সেৱা কৰো।

এই পৃথিৱীত পৰিশ্ৰমী আৰু অধ্যৱসায়ী মানুহৰ পক্ষে সৰু অৱস্থাৰ পৰা ডাঙৰ অৱস্থা পাবলৈ টান নহয। বেঞ্জামিন ফ্ৰেংকলিন ছাপাখানাৰ প্ৰিণ্টাৰৰ অৱস্থাৰ পৰা এখোজ দুখোজকৈ ডাঙৰ মানুহ হৈছিল বুলি শুনিছো। নেপ'লিয়ন বোনাপাৰ্ট এটা সামান্য চিপাহীৰ অৱস্থাৰ পৰা সম্ৰাট হৈছিল বুলি কয়। আমাৰ পূৰ্বপুৰুষ ৰাতিৰামো নিজৰ অদম্য পৰিশ্ৰম আৰু অধ্যৱসায়ৰ গুণত পৰ ডাঙৰ মানুহ হৈ উঠিছিল। ইংৰাজীত যাক "চেল্‌ফ্-মেড মেন" বোলে ৰাতিৰাম তাৰ উদাহৰণ। প্ৰথমতে তেওঁ লোকৰ বাটিটো, তাৰ পিছত ঘটিটো, তাৰ পিছত লোটাটো, তাৰ পিছত ছাগলিটো, গৰুটো, মহটো, গৰাকীৰ বিনানুমতিত আৰু অজ্ঞাতসাৰে ইফাল সিফাল কৰি সৰকাই, সেই মহাবিদ্যাত দিনকদিনে ওখ হৈ দ'লৰ কলচী ঢুকি পোৱা হৈছিলগৈ। অসমৰ বুৰঞ্জী পুৰি খোৱা আপোনপেটীয়া, "জলম বটা" কীৰ্তিচন্দ্ৰ বৰবৰুৱাই, ৰজাৰ খাটনিয়াৰ হৈ মাটিত ভৰি নোথোৱা হলত, বৰগোহাঁই প্ৰভৃতি ৰাজ্যৰ প্ৰধান প্ৰধান লোকসকলে যেতিয়া ষড়যন্ত্ৰ কৰি এই কোট্‌কোৱা কাঁইট উভালিবৰ থিৰ কৰিলে তেতিয়া সেই গুৰুতৰ কাৰ্য্যসিদ্ধিৰ নিমিত্তে, ডাঙৰীয়াসকলৰ কানি-খোৱা পিয়লাবাটি যেন ডাঙৰ ডাঙৰ চকু আমাৰ ৰাতিৰামৰ ওপৰত পৰিল। ৰাতিৰাম পিছ হুহকিবৰ পদাৰ্থ নহয়। ১৬৮৫ শকত বৰবৰুৱা নগৰলৈ যাওঁতে এই ৰাতিৰামেই তেওঁ ভীমকলৰ গছৰ ঘৈৰাদি ঘৈয়ালে। অৱশ্যে কপালৰ বল বৰ বল। বৰবৰুৱা নমৰিল, মৰিল ৰাতিৰাম। ত'ত বিচাৰত কটা গ'ল।

ৰাতিৰ ভাই কাতিও কাতি হৈ পৰা বিধৰ লোক নাছিল। তেওঁ যথাসাধ্যে আমাৰ বংশৰ নাম আৰু মান ৰাখিবলৈ ক্ৰটী কৰা নাছিল। মোৱামৰীয়াইঁতে লক্ষ্মীসিংহ স্বৰ্গদেৱক জয়সাগৰৰ দ'লত বন্দী কৰি থৈ, কীৰ্তিচন্দ্ৰ বৰবৰুৱাক শালত দি, খোৱামৰাণৰ পুতেক ৰমাকান্তক ৰজা পতা কাৰ্য্যত, বাহুবলী কাতিৰামে মোৱাঁমৰীয়াৰ লগ লাগি সিহঁতৰ দলত বল দি, ৰজাৰ বিপক্ষে, সেনাপতি খোৱামৰাণ আৰু বাঘমৰাণৰ ঘৈণীয়েকহঁতে সৈতে সমানে সমানে যুঁজত বিক্ৰম দেখুৱাইছিল। এই কাতিৰামেই সেই দিনা, জয়সাগৰৰ দ'লত— লক্ষ্মীসিংহ ৰজাৰ পিঠিতে চমতাৰে তিনি কোব মাৰি, চমটাৰ সোৱাদ কোনে বুজাই, লোকক নচমটিয়াবলৈ স্বৰ্গদেৱক চিৰকাললৈকে শিকনি দিছিল। আকৌ এই কাতিৰামেই কিছুদিনৰ পিছত ঘনশ্যামৰ (পাছে বুঢ়াগোহাঁই) সৈতে ষড়যন্ত্ৰ কৰি, সেৱা কৰিবলৈ আহিছোঁ বুলি, দ্ৰোহী ৰমাকান্তৰ অন্ত কৰিলে। কবলৈ দুখ লাগে, অকৃতজ্ঞ ঘনশ্যাম বুঢ়াগোহাঁয়ে, "নিমখ হাৰামি", কৰি ফাকি দি ভোজ খাবলৈ বুলি মাতি আনি, আন আন মোৱাঁমৰীয়াই সৈতে এই বীৰপুৰুষজনক খাল খন্দাই পোতাই

মাৰিলে। নতুবা কিজানি উদ্ধৱ অশ্বত্থমা হনুমন্ত আৰু বিভীষণে সৈতে আজিও তেওঁ অমৰ হৈ বদৰিকাশ্ৰমত থাকিলহেঁতেন। সঁচা-মিছা ভগৱন্ত বস্তুৱে জানে, তেওঁক পোতা ঠাইতে তেওঁৰ মূৰটোৰ পৰা গজালি মেলি এজোপা ডাঙৰ লাও গছ হৈছিল, এনে প্ৰবাদ প্ৰচলিত আছে।

সকলোতকৈ সৰু চুৱাৰামো উজুটিত পৰি মৰা নাছিল। তেৰোঁ "বাপকা বেটা লডাই কা ঘোড়া" আছিল। ১৭০৪ শকৰ বহাগৰ ২ তাৰিখে ৰাতি জুই লগাই শিঙৰীঘৰ পোৰা মৰাণহঁতৰ এৰেঁই "কাপ্তান" আছিল। এওঁ অতি বুদ্ধিমান জ্ঞানী আৰু সৎস্বভাৱৰ পুৰুষ আছিল। লোকৰ বয়-বস্তু তদাৰক নোহোৱাকৈ আলৈ-আথানি হৈ পৰি থকাটো এওঁ সমূলি সহিব নোৱাৰিছিল। তেনে দেখিলে সেই বস্তু এখেতে স্বহস্তে লৈ আহি নিজৰ ঘৰত সাৱধানে থৈ দিছিল। মূৰ্খলোকে নিজৰ ইষ্টানিষ্ট নুবুজে। মুৰ্খই নিজৰ বস্তু নিজেও ভালকৈ ৰাখিব নাজানে পৰকো ৰাখিব নিদিয়ে। সেই দেখি পৰোপকাৰী চুৱাৰামে মূৰ্খ গৰাকীক জানিবলৈ নিদিয়াকৈ তাৰ বস্তু আনি নিজৰ তত্বাৱধানত সাৱধানে ৰাখিবলৈ বাধ্য হৈছিল। এওঁৰ বিষয়ে এটা ঘটনা আজিলৈকে প্ৰচলিত আছে। এক গৃহস্থৰ ঘৰত লোটা বাটি কঁহী কলহ কিছু সৰহ আছিল। কিন্তু থাকিলে কি হ'ব, ওপৰত কোৱা সেই আলৈ আথানি। আমাৰ চুৱাৰামে সেই লোটা বাৰি ৰক্ষণাবেক্ষণৰ ভাৰ দয়াপৰৱশ হৈ নিজে লোৱাটো কৰ্তব্য ভাবি এদিন এন্ধাৰ ৰাতি গৃহস্থৰ পিৰালিত চোপা দি বহি গৃহস্থৰ ঘৰৰ মানুহ শুবলৈ বাট চাই আছিল। অসমীয়া মানুহৰ এটাইবিলাক কথাই বেবেৰিবাং। ঘৰ-দুৱাৰ একোৰে লাগবান্ধ নাই। পিৰালিৰ গাতে চুৰনিপাতখন। গিৰীহঁতনীয়ে ভাতপানী খাই এন্ধাৰে মুন্ধাৰে আহি, মুখ-ধোৱা চুৰাচৰীয়াৰ পানী চুৰনিপাতলৈ চাতি মাৰি পঠিয়াওঁতে, দুৰ্ভাগ্যক্ৰমে গোটেই চৰিয়া পানী পিৰালিত এন্ধাৰেমুধাৰে জুপুকা মাৰি বহি থকা আমাৰ উপৰি পুৰুষৰ গাতে পৰিল। ত'ত ততালিকে "ভাৰী অসভ্য তিৰোতা।" বুলি গালি পাৰি খং কৰি ফো-ফো কৰে তাৰ পৰা উঠি গুচি আহিল। ক'বলৈ শোক লাগে পুহমহীয়া ৰাতিৰ সেই চুৰা-চৰিয়াৰ চেঁচা পানীত স্নান কৰি পানী লগা জ্বৰ হৈ আমাৰ উপৰি পুৰুষ দয়াশীল চুৱাৰাম শইকীয়া তিনি দিনৰ মূৰত বৈকুণ্ঠলৈ প্ৰযাণ কৰিলে।

কপাহীৰ বিষয়ে (যাক চকু-চৰহা সকলে অন্যায়কৈ জাম্বৱতী বুলি মাতিছিল) অসং বুৰঞ্জীত বেছি কথা পোৱা নাযায। কেৱলমাত্ৰ এই যেন্তা আছে যে, তেওঁ ৫ বছৰৰ ভিতৰত ৭ জন স্বামীৰ চাউল খাই শেহত বদনচন্দ্ৰ বৰফুকনক কাটোতা ৰূপসিং চুবাদাৰত বিযা সোমাল।

এই দৰেই আমাৰ বংশত ডাঙৰ মানুহ লানি-নিছিগা মুকুতাৰ মালা যেন হৈ চলি আহিছে। এটাইবিলাক জীৱনৰ ঘটনাবোৰ লেখিবলৈ গ'লে এখন মহাভাৰত হয়, আৰু মযো দ্বিতীয ব্যাস হওঁ। সেই দেখি জপিয়াই চমুকৈ দুজন এজনৰ নাম উল্লেখ কৰি একে হেচোকে ককাদেউতাৰ ওচৰ পামহি।

নগাঁৱলৈ আহোঁতে গৌৰীনাথ সিংহ স্বৰ্গদেৱক মাৰিবলৈ পিছে পিছে মানুহ লৈ খেদি যোৱা ৰজাখেদা নগঁয়া সিন্ধুৰা হাজৰিকাও আমাৰ আজু আইৰ ফালৰ কুটুম আছিল। বিখ্যাত পানীমুৱাও, যাৰ খবৰক আজিলৈকে "পানীমুৱাৰ খবৰ" বোলে, আমাৰ বংশৰে এটি ভোটাতৰা। ভূত কুকুৰাচোৰা বৰাৰ পুতেক সতৰাম চাৰিঙীয়া-ফুকনৰ লীলাখেলাৰ ঘাই লগৰীয়া আৰু সৌহাত জনও আমাৰ বঙহৰে আছিল। আৰু সেই জনেই আমাৰ এই প্ৰাচীন বংশৰ মৰ্য্যাদা

ৰাখি শেহত সতৰাম ফুকনৰ বিপক্ষে সাক্ষী দিছিল।

আমাৰ ককাদেউতা অতি চোকাবুধীয়া আৰু দেশহৈতেষী লোক আছিল। ১৭৩৮ শকত মান আহিলত, মানেৰে সৈতে মিলি আমাৰ ককাদেউতাই অসমীয়া মানুহৰ বয়-বস্তু লুটি-পুটি নিয়াত বহু প্ৰতাপ দেখুৱাইছিল। শুনা কথা, সঁচা-মিছা ক'ব নোৱাৰোঁ, আমাৰ ককাদেউতাই হেনো মানৰ নিচিনা সাজ পিন্ধি লুং-লাং-টুং-টাং মাত মাতি ৯টা কেচুৰা ল'ৰা যাঠীৰে খুচি, আৰু তিনিজনী তিৰোতাক কাৰৈ মাছ কচাদি কাচি মাৰিছিল। সেই তিনিজনী তিৰোতাৰ ভিতৰত এজনী হেনো তেওঁৰ ভাই-বোৱাৰী। শেহত এজনী তিৰোতাৰ হাতত তেওঁৰ মৰণ মিলে। মোৰ ককাদেউতা বীৰৰ সাজেৰে, বীৰবাহুৰ নিচিনাকৈ সমুখ সমৰত পৰি স্বৰ্গপুৰীলৈ গল।

মোৰ পিতাদেও অতি ওখ খাপৰ লোক আছিল। তেওঁৰ নিচিনা সাহ-পিতৰ লোক অসমত আৰু এটি নাছিল। তেওঁ অকালত, অসময় বেলিক দিন-দুপৰতে যমৰ হাতত দি অক্ষয় স্বৰ্গলৈ গতি কৰিলে। (অলপমান চকুৰ পানী ওলাইছে যেন পাওঁ, পাঠকসকল, আপোনাসকলৰ অনুমতি লৈ টুকি পেলোবা যাওক)— মোৰ পিতৃ পুৰুষৰ বুদ্ধিটো অতি চোকা আছিল বুলি মই ওপৰত কৈ আহিব পাওঁ? নাই কোৱা যদি এইখিনিতে কওঁ। তেওঁৰ বুদ্ধিটো আইন কানুন গোচৰ ফৰিয়াদত বৰকৈ খেলিছিল। অৱশ্যে তেওঁৰ গাত উকিল-মুক্তিয়াৰৰ বাব চাব যে কিবা আছিল এনে নহয়। তথাপি দিনটোত কুৰিছঁৰা গোচৰ-ফৰিয়াদ তেওঁৰ গাৰুলৰা নুগুচিছিল। অথচ ইফালে ব্ৰহ্মাক্ষৰ "ক"টোৰ চুক সাতোটা নে পাঁচোটা তেওঁৰ মৰিবৰ দিনালৈকে ভাবি একো এটা থিৰ মীমাংসা কৰিব নোৱাৰিছিল। মৰিবৰ সময়ত তেওঁ মোক ওচৰলৈ মাতি নি ক'লে, "বোপা মিলাই ঔ!" মই ওচৰ চাপি আহি উত্তৰ দিলো, "দেউতা কি কৈছে?" তেওঁ ক'লে, "বোপা মোৰ এটা কথা মনত গ'ল।" মই ক'লো, "দেউতা সেইটো কি কথা কওক, মই তাক সিদ্ধি কৰিম।" তেওঁ ক'লে, "বোপাই মই 'ক'টোৰ চুক সাতোটা নে পাঁচোটা গোটেইটো জীৱনত ভাবি থিৰ কৰিব নোৱাৰিলো।" মই ক'লো, "দেউতা, মই সেইটো থিৰ কৰিম।" দেউতাই ক'লে, "কৰিবি?" মই ক'লোঁ, "কৰিম দেউতা।" দেউতাই আকৌ সুধিলে "কৰিবি?" মই ক'লো, "কৰিম।" দেউতাই পুনৰ সুধিলে, "কৰিবি?" মইও বুকু ফিন্দাই পুনৰ ক'লো, কৰিম দেউতা।" দেউতাই ক'লে, "মই তেনেহ'লে এতিয়া নিশ্চিন্ত হৈ সুখেৰে মৰোঁ।" মই ক'লো, "দেউতা মৰিব পাৰে, মোৰ আপত্তি নাই।" এই কথা শুনি দেউতাই চকু মুদিলে। সেইদিনাৰ পৰামই অলপ-অচৰপ লেখা-পঢ়াত মন দিলো।

গৰুৰ কাষৰপৰা চিকৰা-খোৱা গৰু-ধগ নুগুচাদি মোৰ দেউতাৰ কাষৰপৰা গুচৰীয়া-পদকীয়া নুগুচিছিল। আক মোকৰ্দমা সাজি দিছে, তাক জবাব চৱাল শিকাইছে, আৰু সাক্ষীক শিকনি দিছে, তাৰ হৈ উকিল-মুক্তিয়াৰ ধৰি দিছে, এনেবিলাক পৰোপকাৰ কৰিয়েই তেওঁ কাল কটাইছিল।

তেওঁৰ জীৱনৰ এটা ডাঙৰ ঘটনাৰ উল্লেখ কৰিয়েই আজিলৈ আমি মেলানি মাগিম। এবাৰ তেওঁৰে আৰু তেওঁৰ গোসাঁইৰে কিবা কথাত লাগি মনান্তৰ হয়। "বাৰু তুমি কেনে গোসাঁই মই দেখুৱাম" বুলি মোৰ পিতাল পিতাদেউতাই গোসাঁইৰ নামে এটা ফৌজদাৰী মোকৰ্দমা গজগজীয়াকৈ থিয় কৰি দিলে। এদিন দেউতাই খবৰ পালে যে ওচৰৰে এখন গাৱঁত

অমুক দিনা অমুকৰ ঘৰৰ এজনী মৰা ছোৱালী অমুক ঠাইতে পুতি থৈছে। ইন্দ্ৰদ্যুম্ন ৰজাই জগন্নাথৰ প্ৰতিমা সাজিবলৈ নিমকাঠ বিচাৰি অকলে কান্ধত কুঠাৰ লৈ যোৱাদি, ৰাতিয়েই পিতাদেউৱে কান্ধত কোৰ লৈ অকলে সেই মৰা শটো খানি আনি, গোসাঁস প্ৰভুৰ ঘৰৰ ওচৰৰে এখন বিলৰ দলনিৰ তলত সুমাই থৈ, পুলিচত খবৰ দিলেগৈ, যে অমুক গোসাঁইয়ে এনে তেনে কথাত লাগি, মোৰ ভনী ছোৱালীজনী খুন কৰি "লাচটো" কৰবাত লুকাই পেলালে। এই বাতৰিত হুলস্থূল কাণ্ড লাগিল আৰু গুৰু হাজোতলৈ গ'ল। দেউতাই পুলিচক লৈ গৈ দলনিৰ পৰা শটো উলিয়াই হিয়া-মুৰ ভুকুৱাই কান্দোন-কাটোন লগাই দিলে। শেহত বিচাৰত মকৰ্দমা গোটেই মিছা প্ৰমাণ হ'লত গোসাঁই জানিবা মুকলি হ'ল। কিন্তু পিতাদেউৰ বিষয়ে দয়ালু হাকিমে গুণি গঁথি চাই ইয়াকে পালে, যে তেওঁৰ এটা দিহা নকৰিলে হিংসক আৰু বলৱন্ত গোসাঁইয়ে সদাই তেওঁৰ নামে চৰকাৰৰ ঘৰত কূটনাট লগাই থাকিব। এই বিমৰিষ কৰি ধৰ্ম্মাৱতাৰে পিতাদেউক অন্ততঃ তিনি বছৰৰ নিমিত্তে বৰফাটকৰ ভিতৰত ঠাই দি নিৰাপদ কৰি খিয়লীয়া গোসাঁইক "জব্দ" কৰি থ'লে।

এই গ'ল পিতাদেৱৰ চৰিত্ৰ। পিতাদেউৰ পাছত কোন? কোন? কোন? ময়েই হ'বলা? হয়। এইবাৰ বুঢ়াৰ গা পালেহি। অ' মোৰ নিজৰ জীৱন চৰিত্ৰ লেখিবলৈহে আদিতে কাপ ধৰিছিলো? কি ভুল। মোৰ নিজৰ দেখোন একোকে লিখা নহ'ল। নহ'ল নাই, দিনো যোৱা নাই। ■

# চেনিচম্পা

দুপতীয়াতে লেখা পঢ়া সাং কৰি সৰ্ববিদ্যাবিশাৰদ হোৱা গ'ল। ক'লে লোকে পতিয়াবনে নপতিয়াব ক'ব নোৱাৰো, তথাপি কওঁ যে নুবুবাকে, কেইবাবাৰো পাৰি দি, কেইবাখনো পুথিৰ ইপাৰৰ পৰা সিপাৰ আৰু সিপাৰৰ পৰা ইপাৰ হোৱা গৈছিল, অৰ্থাৎ সৰ্বসাধাৰণৰ অসাধু ভাষাত পোনাই ক'ব লাগিলে, কেইবাখনো পুথি আগৰ পৰা গুৰিলৈকে কেইবাবাৰো থকাসৰকাকৈ পঢ়ি শেষ কৰিছিলো। অসমীয়া পুথিৰ ভিতৰত কাণখোৱা, বঙাল-বঙালনী নাটক আৰু কুমাৰহৰণ। বঙালী পুথিৰ ভিতৰত বোধোদয়, বিদ্যাসুন্দৰ আৰু চাৰুচবিত্ৰ। ইংৰাজী পুথিৰ ভিতৰত স্পেলিংবুক, ফাষ্ট বুক অৱ্ ৰিডিং আৰু মিষ্ট্ৰীজ্ অৱ্ দি কোটচ্ অৱ্ লণ্ডন। ধৰ্ম্মতঃ কৈছো, এই তিনি-ত্ৰিকা-নখন পুথি তিনি-ত্ৰিকা-ন বাৰ মই সজ্ঞানে সুস্থ শৰীৰে পঢ়িছিলো। কাণখোৱা পুথিয়ে মোৰ আন মানসিক উন্নতি কৰক নকৰক, শাৰীৰিক কাণ দুখন যে থালে, এইটো ধ্ৰুৰূপ; কাৰণ কোনেও "নিধক কাণ-কটা" নোবোলাকৈ সম্বোধন কৰককে মোৰে সৈতে কথা নকৈছিল। এইবিলাক যি হওক, বোপাই নাইকিয়া মই মোৰ মালিক হৈ লৈ পানীয়ে বামে সমানে নাও চলাবলৈ ধৰিলো। আই আছ বা নাই, মানিলে ধান, নেমানিলে পতান; এই কথা।

কানি ভাং ফটিকাৰ খোলাত অচিৰতে মোৰ নাম ফাটি পৰিল। ভাং কানি খাই বাগী লগাই ফুৰো দেখি এদিন আয়ে মোক গালি পাৰিলে। এনে গালি খাই থকা উচিত নহয় ভাবি, এদিন আইৰ পেৰা ভাঙি কেৰু মণি আদি কৰি তেওঁৰ যি কেইডাল অলঙ্কাৰ আছিল, সোপাকে মনে মনে উলিয়াই লৈ দেশ ভ্ৰমণ কৰিবলৈ ওলালো।

মানুহৰ দীঘল জীৱনটোত যিমানবিলাক ঘটনা ঘটে এটাইবিলাক ধান নহয়; তাত তুঁহ-পতানৰ ভাগ অধিক থাকে। সেই দেখি জীৱনৰ এটাইবিলাক তুঁহ-পতানেৰে কাকত কিতাপৰ বৰপেৰা ভৰাবলৈ যি যায় তাৰ মূৰৰ ভিতৰতে তেনে তুঁহ-পতানৰ ভাগ বেছিকৈ যে ঈশ্বৰে ভৰাই দিছে, এনে মত নিৰ্ভয়ে প্ৰকাশ কৰিব পাৰি। কোনোৰ জীৱনত এটা, কোনোৰ জীৱনত তিনিটা, কোনোৰ পাঁচোটা, কোনোৰ সাতোটা, কোনোৰ নটা, কোনোৰ এঘাৰটা ঘটনা লোকক শুনাবৰ যোগ্য। অধিক ভাগ মানুহৰ জীৱন যে একেবাৰেই কাক বাঁহৰ চুঙা, এই কথাষাৰ মনে মনে আপোনাসকলক কৈ থওঁ নেপাহৰিব। সেই দেশ ভ্ৰমণ কৰিবলৈ ওলাই যোৱা কালৰে পৰা আজিলৈকে মোৰ জীৱনত যিবিলাক ঘটনা ঘটিছিল, জাৰি ছালি তাৰে ভিতৰৰ গোটাচেৰেক পগা তুলাপাততকলা মহীৰে লেখি থ'বলৈ ওলালো, "বিয়াদপ্ মাফ" কৰিবা।

ভাবিৰাম গাওঁবুঢ়াৰ ঘৰ বনগাৱঁত। গাওঁবুঢ়াৰ চেনিচম্পা নামেৰে এজনী গাভৰু জীয়েক

আছিল। বুঢ়ী আৰু পোৰ মুৰখোৱা বুঢ়াৰ চেনিচম্পাই কণাৰ লাখুটি। এই বাবেই বুঢ়াই লাখুটিক বিয়া দি উলিয়াই দিয়া নাই, বা দিব পৰা নাই বা দিবৰ মন কৰা নাই। বুঢ়াৰ ইচ্ছা, এটা ভাল ল'ৰা পালে ঘৰ জোৱাঁই চপাই লয়। শৰ গোন্ধ পালে শগুণ, ফুলৰ গোন্ধ পালে ভোমোৰা গোট খোবাটো পুৰণি কালৰ পৰা চলি অহা নিয়ম। চেনিচম্পাৰ ৰূপ আৰু গুণে বা গোন্ধে টানি আনি লুভীয়া ভোমোৰাসকলক বুঢ়াৰ ঘৰত পুৰা গধূলি একত্ৰ কৰাটোও পুৰণিকলীয়া নিয়মৰ বহিৰ্ভূত নহয়। ভোমোৰাসকলৰ কৰ-কাটল, কানি, ভাং, কল, কুঁহিয়াৰ, গাখীৰ, গুৰ ইত্যাদি। গতিকে, ঈশ্বৰৰ আৰু চেনিচম্পাৰ অনুগ্ৰহতয়, ভাবিৰাম গাওঁবুঢ়া কানি-ভাং আৰু জলপানৰ দুখত পৰা নাছিল। সাজ লাগিল, আতোলা কানি লৈ অনিৰাম ভোমোৰা আহি মাত লগালে, "গাওঁবুঢ়া আছেনে?"

গাওঁবুঢ়া ঃ "আছোঁ বোপাইহে আহ।"

দুটা মোহনী ভাঙৰ কলি হাতত লৈ ধনীৰাম ভোমোৰাই দুৱাৰ মুখৰ পৰা মাত লগালে, "গাওঁবুঢ়া আছেনে?"

গাওঁবুঢ়া ঃ "কোন?"

"মই ধনীৰাম।"

গাওঁবুঢ়া ঃ "অ, ধনী, আহ।"

ধনীৰ পিছত মণি ভোমোৰাই এঘট গুড় লৈ আহি মাত দিলে, "মই মণিৰাম।"

গাওঁবুঢ়া ঃ "আহ বোপাই, ভিতৰ সোমাই আহ।"

খলুৱা ভাবিৰামে কিন্তু ভাং কানি কল চেনি খাইছেহে, চেনিচম্পাক দিম বুলি কাকো খাতাংকৈ বাইক বোলা নাই, আৰু সোনকালে বুলিব যে এনে আগন্তুকো নাই।

মোৰ মনটো কি পদাৰ্থ, চেতন নে অচেতন নে উদ্ভিদ, আজিলৈকে মই তত ধৰিব নোৱাৰিলোঁ। সি পানী দেখিলে মাছ হ'ব খোজে, মাটি দেখিলে গছ হ'ব খোজে, আকাশ দেখিলে চৰাই হ'ব খোজে, ফুল দেখিলে ভোমোৰা হ'ব খোজে। আজি চম্পাফুল দেখি জাকৰুৱা ভোমোৰাৰ লগ পাই সিও ভোমোৰা হৈ ভাবিৰাম গাওঁবুঢ়াৰ ঘৰত "প্ৰবেশমকৰোৎ", অৰ্থাৎ প্ৰবেশ কৰিলে। নতুন চেঙেলি টোপৰ কাষলৈ অহা দেখি বুঢ়া গাওঁবুঢ়াৰ বুঢ়া মন জুইৰ ওপৰৰ পগোৱা গাখীৰ উতলাদি উতলিবলৈ ধৰিলে। টোপ জোকাৰি-পোকাৰি বুঢ়াই টকলিয়াইহে টকলিয়ায়। বুঢ়াৰ অভ্যৰ্থনা আৰু আদৰত, নিমিষতে মই দুখীয়া পোত গ'লো। "হেৰ, চেনিচম্পা আলহীলৈ গুড়ে পিঠাগুৰিয়ে আন", "হেৰ চেনি,সেই পকা ভীমকল আখি লৈ আহ", "হেৰ চম্পা, মোৰ কানিৰ টেমাটো আন", "আইটি, হেদালিত থকা মোহনী ভাঙৰ সেই ভাল কলিটো দে" ইত্যাদি।

অধিক কি, সেই দিনা সন্ধ্যা লগাৰ পৰা ৰাতি ৯ মান বজালৈকে ভাবিৰাম গাওঁবুঢ়াৰ অনুগ্ৰহত আৰু ঘৰত, আপোনাসকল বাইজৰ ভৱিৰ ধূলি এই নিচলাই এঘাৰ চিলিম ভাং, সাতোটা কানিটিকিৰা, তিনটা ভীমকল, এখামোচ গুড়, এবাটি পিঠাগুৰি পাৰ কৰি, গাওঁবুঢ়া আৰু চেনিচম্পাৰ ওচৰত চকুৰ লোবে মেলানি মাগি বহা-মুৱা হৈ খোজ ল'লো।

পক্ষটো কৃষ্ণ, ৰাতিটো এন্ধাৰ ঘোপমৰা। আকাশত তৰা বোধকৰো জিলিকিছিল।

বোধকৰো বোলাৰ মানে এই যে ওপৰ ফালে চোৱা নাছিলো আৰু মোৰ চাবৰ ইচ্ছা বা অভিপ্ৰায় বা অৱসৰও নাছিল; কাৰণ মোৰ তেনে স্বভাৱ নহয়। প্ৰথমতে এছোৱা বাট, আন্দাজে আন্দাজে খুপি খুপি আহিলো। মৃত্তিকাতে আমুকাইৰ পাদপদ্ম দুটি পৰিছিল নে নাই গম ধৰিব পৰা নগৈছিল। তাৰ পাছত হঠাৎ চেনিচম্পা সুন্দৰীৰ ৰূপে-গুণে আমুকাইৰ মনত বিজুলী মৰাদি মাৰিলত মন পোহৰ হৈ উঠিল। ঘূৰাই-পকাই চেনিচম্পাৰ ৰূপ-গুণ মনত যিমান পাগুলিবলৈ ধৰিলো, সিমান খোজ বেগেৰে (ক'ত ক'ব নোৱাৰো, অনুমান মাটিতে) পৰিবলৈ ধৰিলে। কোনো আহি এঘৰৰ এখন চকোৱাত খুন্দা খাই উপৰি পৰা গ'ল,— অৱশ্যে খণ্ডত। চকু ৰঙাই সুধিলো, "তই কি কলি? কি কলি? তোম ক্যা বলা? কি চেনিচম্পা সুন্দৰী নহয়? হোৱাট ডু ইউ চে? নিশ্চয় সুন্দৰী। নিশ্চয় নিশ্চয় চেনিচম্পা সুন্দৰী। নিশ্চয় আই চে। এশবাৰ সুন্দৰী। জৰুৰ! জৰুৰ চেনিচম্পা সুন্দৰী। খৰ্ চুৰট্। জৰুৰ চেনিচম্পা খুব্ চুৰট্ দেল খোচ্। যো বলেগা চেনিচম্পা সুন্দৰী নাহি হ্যাঁয়, উচ্‌কা চাত হাম লড়েগা।" খংটো অলপ কোমল হৈ গলত চাওঁ দেখোন সেইখন বাঁহৰ চকোৱাহে, চেনিচম্পাৰ বিৰুদ্ধপক্ষীয় কোনো নিন্দক লোক নহয়। তথাপি চকোৱাৰ গাতে এটা ডাভৰ ভুকু মাৰি, চেনিচম্পাৰ সুন্দৰীৰ বিপক্ষ দলৰ সেনাপতিক বধিলো ভাবি, ৰণ শেষ কৰি, বাট বিচাৰি খপিয়াই-জপিয়াই যাবলৈ ধৰিলো।

যাওঁতে বাটে বাটে অতি উলাহেৰে ৰিঙিয়াই কবিতা কৰি গৈছো ঃ

চেনিচম্পা!
তুমি সুন্দৰী, মই সুন্দৰ,
তুমি কুঁৱৰী, মই কোঁৱৰ।
মই সোণ, তুমি মণি,
মই ৰজা, তুমি ৰাণী।
মই পাটি, তুমি গাৰু,
মই আখৈ, তুমি লাডু।
মই চেনি, তুমি পানী,
মই হোকা, তুমি কানি।
তুমি ভাং, মই চিলিম,
তুমি ধোঁৱা, মই গিলিম।
তুমি দৈ, মই ঘোল,
তুমি সিতা, মইজোল।
তুমি মৌ, মই মাখি,
তুমি ফুল, মই পখী।

এইবিলাক বলকি গৈ আছো, এনেতে সমুখতে কিবা এটা বহি থকা যেন দেখি ঘপহ্ কৰে চটত নাও লগাদি থমক খাই ৰলো, ভাবিলো, এইটো কবৰাৰ ভলুকা কুকুৰ বাটতে বহি আছে। কি বিপদ! বাটত ৰাতি এই ভলুকা কুকুৰ বহি থাকে কিয়? এইটো কাৰ কুকুৰ? ৰাতি বাটকৰা মানুহৰ বাট ভেটি বহি থাকিলে কোনে এইদৰে কুকুৰ এৰি দিয়ে? ঠিক এইটো সেই

ৰাঘে-খোৱাৰ (কিনাৰাম নে মিনাৰাম, কি তাৰ নামটো জানো) কুকুৰ। কিনাৰাম বাঘে খোৱাৰ কি অন্যায়! এনে দগাবাজি কৰি, লোকৰ বাট আগুৰি বহি থাকিবল, ৰাতি কুকুৰ এৰি দিয়ে বা কেলৈ? কাইলৈ পুৱা নিশ্চয় কৈছোঁ, এই বাবে, কিনাৰামক আযাৰচেবেক গালি পাৰি আহিম গৈ।" মোৰ মইনা কুকুৰ, কুকুৰ কুৰ্‌কুৰ্‌, মোক বাট এৰি দিয়া, বহুত ৰাতি হ'ল মই ঘৰলৈ যাওঁ। বাটৰ পৰা গুচা মোৰ সোণটি, কাইলৈ তোমাক সঁচাকৈ কৈছোঁ, আগলি কলাপাতৰ এপাত ভাত খাবলৈ দিম। ঔচ্‌! ঔচ্‌! ঔচ্‌! কি নেৰ বাট? নেৰ? হাঁহি মুখেৰে কথা ক'বৰ দেখিছ হ'বলা, গুচ বাটৰ পৰা গুচ্‌। মোৰ খং নুতুলিবি দেই, একেমাৰেই কঁকালটো ভাঙি থম বুলি বুজ পোৱা নাই হ'বলা? গুচ! গুচ! ৰুৰবাৰ ভতুৱা কুকুৰ গুচ!" এই বুলি খংকৈ কুকুৰৰ গাত এটা জয়ধন গোৰ শোধাই দিলো। গোৰ খাই কুকুৰৰ ভূৰ্ভঙৈই নাই। অথচ লেৰেলা শৰীৰ উফৰি তিনিহাতমান দূৰত পৰিলো। পৰিয়েই "কেনে পালি" বুলি কৈ, লাহে লাহে উঠি খোৱাই খোৱাই কাষৰ কাটি গুচি যোৱা হ'ল। তিনি বেওঁমান মাটি আঁতৰি গৈহে আমুকাইৰ মনত খেলালে যে, সেইটো কুকুৰ নহয় গছৰ মূঢ়াহে। অবাটে আহি মই গছৰ মূঢ়া পাইছিলো। যি হওক চেনিচম্পা কুঁৱৰীৰ অৰ্থে গছৰ মূঢ়াৰে সৈতেই জানিবা অলপ মালশ্ৰম কৰিলো, এই ভাবি মনত সান্ত্বনা লভি টুক্‌টুক্ কৰে যাবলৈ ধৰিলো।

গছৰ মূঢ়াত গোৰ মাৰিয়েই নে বহুত বাট খোজ কাঢ়ি ক'ব নোৱাৰো, মোৰ ভৰি বিষাবলৈ ধৰিলে। আপোনা আপুনি কাতৰ কৰি কৈ গৈছো, "চেনিচম্পা সুন্দৰী! তোমাৰ অৰ্থে যুঁজ কৰি মই ঘাইল হৈছোঁ, মোৰ ভৰিত বিষ হ'ল, এই কথা যেন তুমি নেপাহৰা! নিশ্চয় এই বাবে মই তোমাৰ ওপৰত বেছি পুতৌ পাম! উঃ! মোৰ ভৰি বিষাইছে! চম্পাচেনি মোৰ ভৰিটো অলপ পিটিকি— শ্ৰীবিষ্ণু! বলিয়াৰ নিচিনাকৈ মই কি কথা কৈছোঁ! মইহে তোমাৰ ভৰি পিটিকিব পাওঁ। তোমাৰ চেনি যেন সোৱাদ, তুলা যেন কোমল, গাখীৰ যেন বগা হাতে মোৰ এই লোৱা-চুৰ যেন ভৰি কেনেকৈ পিটিকিব? অসম্ভৱ! অসম্ভৱ! অসম্ভৱ!"

এইবিলাক বলকি গৈ থাকোঁতে থাকোঁতে অকস্মাৎ মনত খেলালে এই লাখুটি নে ভৰি কি জানো এই দুডালেৰে সক্কৰে পৰা বাট বুলিবই লাগিছে দেখোন তেও তাৰ আৰু জিৰণি নাই। আমনি লাগিলে বাপুহে আৰু ভৰিৰে খোজ কাঢ়ি! আৰু নোৱাৰি! অন্ততঃ মাহচেৰেক ভৰিক বিশ্ৰাম দিয়া যাওক। "চন্দ্ৰ সূৰ্য্য সাক্ষী হৱাইক! আজিৰ পৰা মিলাৰামে বাগৰি বাগৰি বাট বুলিব নিশ্চয় কৰিলে।" এই বুলি মই ভটাওটি বাগৰাদি বাগৰি যাবলৈ ধৰিলো। তিনি বেওঁমান বাট সেইদৰে বাগৰি আহি তিনি মাহমানৰ বাট অহা যেন লাগিল! "আচ্ছা তিনি মাহতো বাগৰি বাট বুলিলো, তিনি মাহ আকৌ ভৰিক খটোৱা যাওক। এই তিনি মাহ খাই বৈ তেওঁলোক নিপোটল হৈ পৰিছে আৰু ছুটী নাই।" এই বুলি লাহেকৈ উঠি ঈশ্বৰে দিয়া ভৰি দুটাক কামত লগাই দিলো। পুহ মহীয়া ৰাতি দুপৰ মান হ'ল, জাৰে কামোৰা যেন পালো। ভাবিলো, ঘৰ পালেই মই আজি হেপাহ পলুৱাই একুৰা ভাওৰ জুই পুৱাম। আজি নো বাটটো ইমান দীঘল হ'ল কেলৈ? নুচুকায় হে নুচুকায়! ৰাতি আলিবাটবোৰ নিয়ৰত কুমলি বৰৰ এঠা বঢ়াদি বাঢ়ে নে কি?

গৈ থাকোঁতে থাকোঁতে এটা পৰ্বতৰ ওপৰত জুই দেখি, মোৰ চোলাৰ যোনাত থকা

চেলেউলৈ মনত পৰিল। পৰ্বতটো মই থকা ঠাইৰ পৰা কিজানি তিনি দিন মানৰ বাটৰ দূৰৈত। কিন্তু তেতিয়া আমুকাইৰ শৰীৰত, ওচৰ আৰু দূৰৈৰ জ্ঞান আছিল যেন মনে নধৰে। জাৰ খেদাবৰ মনেৰে চোলাৰ মোনাৰ পৰা চেলেউটো উলিয়াই পৰ্বতৰ ওপৰৰ জুইৰ ফালে টোৱাই এঘণ্টামান বেলি হুপিবই লাগিছোঁ, ওঠ বিষাবলৈ ধৰিলে, তথাপি চেলেউকে জুইকে লগ লগাব নোৱাৰিলো। ওৰে ৰাতি হুপিয়েই থাকিলোহেঁতেন কি জানি যদি ওচৰৰে গছৰ পৰা এটা ফেঁচাই "নিওঁ! নিওঁ" বুলি এনেতে মাত নলগালেহেঁতেন। "নিওঁ?" কি নিবি, মোৰ চেলেউটো? কুম্পানীৰ মলুকত ৰাতি দুপৰত চুৰি? ডকাইতি? পাজী কাহেকা। তোম কোন হ্যায়? ৰ তই, হাম এতিয়াই থানামে খবৰদি যাংগা। "নিওঁ?" হামাৰা চোলাকা মোনাকে যদি যেৰ চেলেউটো সুমাই থংগা তব তোম ক্যা নেংগা? মহাৰাণীৰ মলুকত অধৰম হল। ডগধা চোৰৰ তাপত দুখীয়া প্ৰজাই ৰাতি দুপৰত পথাৰৰ মাজত নিশ্চিন্ত মনে চেলেউ এটাও হুপিব নোৱাৰা হ'ল!!

চেলেউটো চোলাৰ মোনাত সুমাই থৈ ঘৰ-মুৱা হৈ যাবলৈ ধৰিলো। এইবাৰ বাটৰো অন্ত পৰিল, মোৰ বহাও পালোগৈ। পায়েই দুৱাৰ মেলি ভুঁহু জুইকুৰাত ফোঁচ ফোঁচ কৰে ফু লগাইছোঁ, এনেতে কোনোবাই যেন মোক মাত লগালে "মিলাই!" মিলাই!"

কোন, কোনে মাতিছে? আকৌ চোৰ আহি এইখিনি পালেহিনে? এই বুলি উঠি অন্ধৰা খৰি এডাল লৈ জুই আগুনি কোবাই ঘৰৰ চাৰিউ ফালে ঘূৰি চাই আহিলো, কোনো নাই। চোলাৰ মোনাত চেলেউটো নিৰাপদে আছে নে নাই হাত সুমাই চাই নিশ্চিন্ত হৈ চাকিটো লগালো।

আকৌ কোনোবাই যেন চিনা মাতেৰে মাত লগালে "মিলাবাম, অ' মিলাবাম!"

"কোন?"

"মই হে।"

"কোন মই হে?"

"মই তোৰ বাপেৰ।"

"মোৰ বোপাই? কি অদ্ভুত কথা? মোৰ বোপাইৰ হাড়তো বন গজিবৰ আজি তিনি বছৰ হ'ল?"

"এৰা তোৰ বাপেৰ।"

"বোপাই, তুমি কৰ পৰা মাতিছা?"

"এই দুৱাৰ-চুকৰ পৰা।"

"দুৱাৰ-চুকত বোপাই তুমি কি কৰিছা?"

"কি কৰিম, তই যতে বহুৱাই থৈছ, ততে বহি আছোঁ।" উঠি গৈ দুৱাৰচুকত চাওঁ, কোনো নাই।

"বোপাই, দুৱাৰচুকত কতা?"

"কিয় তই মোক দেখা নাই নে, মই ভাঙৰ চিলিম হৈ ওভতং গোৰে বহি আছোঁ।"

"কি বোপাই, তুমি ভাঙৰ চিলিম?"

"এৰা মিলাই, মই মৰি ভাঙৰ চিলিম হ'লো।"

"বোপাই, তুমি মৰি ভাঙৰ চিলিম হ'লা, কি লাজৰ কথা।"

"এৰা মইনা, মই মৰি ভাঙৰ চিলিম হ'লো। লাজৰ কথা কি আছে; তোৰ দদায়েৰতো মৰি এইয়া মোৰ কাষতে ধোঁৱাখোৱা হৈ বহি আছে।"

"কৃষ্ণ শঙ্কৰ গুৰু। মোৰ দদায়ো মৰি ধোঁৱাখোৱা হ'ল। তুমিও ভাঙৰ চিলিম হ'লা। ময়ো মৰি কানিৰ টিকিৰা নহ'লে ৰক্ষা।"

"এৰা মোৰ পুতাই, কপালৰ লিখন কোনে খণ্ডাব? তোৰ কপালত যদি লেখিছে, তয়ো মৰি কানিৰ টিকিৰা হ'বি।"

"বোপাই, তোমাক কি লাগে?"

"মোৰ জাৰ লাগিছে সোণাই!"

"জুই পুৱাবা নে গাত কাপোৰ ল'বা?"

"জুয়ো নুপুৱাওঁ, গাতো কাপোৰ নেলাগে। মোৰ মইনা, মোৰ ভোকত জাৰ লাগিছে।"

"কি খাবা?"

"ভাং!"

"কি বোপাই, তুমি ভাং খাবলৈ শিকিলা কেতিয়াৰ পৰা? জীয়াই থাকোঁতেতো নেখাইছিলা?"

"মিলাই, সঙ্গদোষ বৰ দোষ। লগৰীয়াৰ পালত পৰি শিকিলোঁ। সম্প্ৰতি মোক এহোপা ভাং খুৱা, জাৰত ঠক্ ঠক্ কৰে কঁপিব লাগিছো।"

মই চিলিমটো আনি এচিলিম ভাং লগাই ক'লোঁ, "বোপাই খোৱাঁ।"

বোপায়ে উত্তৰ দিলে, "মিলাই, তই আগেয়ে হুপি জুই লগাই দে। মই মুঢ়া মানুহ, তাতে সোলা, হোপাটো টানকৈ মাৰিব নোৱাৰিম।"

মই হোপা মাৰিছোঁ, এনেতে বোপায়ে মাত লগালে, "মিলাই ঐ! তোক মোৰ আৰু এটা কথা ক'বলগীয়া আছে।"

"কি?"

"চেনিচম্পাক তই বিয়া নকৰাবি।"

"কিয়?"

"তোৰ মাৰে মোক সুখ দিছিল নে?"

"মোৰ আই দন্দুৰী। চেনিচম্পা তো দন্দুৰী নহয়। চেনিচম্পা সোৱাদ।"

"চেনিচম্পা যে দন্দুৰী নহয় তই কেনেকৈ জানিলি? পোনতে দিনচেৰেক তাই তোক তইহে-তই, মইহে-মই কৰিব, কিন্তু পুৰণি হ'লেই দিনৌ পুৱা-গধূলি খুন্দাখুন্দি দন্দৰ তাপত ঘৰত তিষ্ঠিব নোৱাৰা হ'বি। তোৰ মাৰৰ সৈতে মোৰো সেয়ে হৈছিল। আৰু এটা কথা; তিৰোতাক ধন-সোণ অলঙ্কাৰ-পাতি সৰহকৈ এসোপা দিব নোৱাৰিলে তিৰোতা বিয়া কৰাব নেপায়, কৰালেই দুদিনতে ঘৰ গুচি বাঁহ-তল হ'ব। অকলশৰীয়া মানুহ একৰকম সুখীয়া। 'অকলশৰীয়া জীৱন, চমকা-চমকে পিয়ন' বুলি বুঢ়া লোকে কয়। মই জীয়াই থাকি মাৰে সৈতে গৃহবাস কৰি থকাতকৈ, মৰি ভাঙৰ চিলিম হৈ সুখে আছোঁ। তোৰ দদায়েৰকো সুধিছিলো, সিও মৰি, খুৰীয়েৰৰ হাত

সাৰি, ধোঁৱাখোৱা হৈ অতি সুখে আছে বুলি কৈছে। হেন জানি মোৰ বোপাই তই বিয়া নকৰাবি।"

"বোপাই, চেনিচম্পা বঢ়িয়া ছোৱালী। তাই কেতিয়াও তেনে নহয়; বোপাই তুমি ভাওৰ জালতহে চেনিচম্পাৰ বদনাম কৈছা। বোপাই, তোমাৰ গাত ৰাগি বৰকৈ লাগিছে নে?"

বোপায়ে মোৰ কথাৰ উত্তৰ নিদিলে। বোপাই! বোপাই! বুলি আৰু দুবাৰ মাতি উত্তৰ নাপাই খং কৰি গৈ শোবাপাটীত উঠি শুই থাকিলো। পিছ দিনা পুৱা দহমান বজাত টোপনি কাতি কৈ থৈ উঠি, বোপাইৰ কথালৈ মনত পৰি, কিবা মনত বিষাদ লাগিল! চেনিচম্পাৰ আশা ভৰসা সোপাকে তাতে এৰি থৈ, টোপোলা-টাপোলি বান্ধি লৈ সেই গাৱঁৰ পৰা গুচি গ'লোঁ। ■

# কেকো ককা

অনাই-বনাই আহি বাণ ৰজাৰ মলুক পাই, তাতে দিনদেক থাকিবৰ মনস্থ কৰি এঠাইত ঠাই ল'লো। তিন দিনৰ ভিতৰতে তেজপুৰৰ তিনি চুকত থকা কানি-ভাঙৰ খোলাৰে সৈতে মোৰ বান্ধ সম্বন্ধ লাগিল। মই দেখিছোঁ, ত্ৰিভুবনৰ ভিতৰত মই যলৈকে যাওঁ, মোৰ কাম তিনিটাৰ বাহিৰে চাইটা নহয়। লেখৰ এই তিনিটা কামৰ প্ৰথমটো খোৱা, দ্বিতীয়টো ৰাগি লগোৱা আৰু তৃতীয়টো শোৱা। এই তিনি কামৰ বা গুণৰ খাতিৰত আমুকাই কেতিয়াও বন্ধুৰ অভাৱত নপৰো কিয়নো, আমুকাইৰ নিচিনা নিষ্কৰ্মা বা ত্ৰিকৰ্মা মানুহ ঈশ্বৰে এই পৃথিৱীত নিচেই তাকৰকৈ চৰ্জিজ থৈছে বুলি নেভাবিবা। চোৰে ে.ৰৰ ঠেং দেখে। কানীয়া ভঙুৱাইও কানীয়া ভঙুৱাৰ ঠেং থাকিলে নেদেখিবৰ একো কাৰণ নাই। গৰ্ব কৰিব নেপায়; তথাপি কওঁ, যে দহ ভকতৰ ভৰিৰ ধূলি এই শ্ৰীমান মিলাৰাম মেধিও এজন লেখৰ ঠেংথকা কানীয়া। গতিকে, তেজপুৰৰ উজ্জ্বল ৰত্ন ভোলাই, ভোবোলা আৰু ভেকোলা বৰকানীয়াহঁতে আমুকাইৰ ঠেং চকুৰ পচাৰতে দেখি পেলোৱাটো আশ্চৰ্য্য কি? আৰু দেখিলে কি তেওঁলোক আমুকাইৰ লগ লাগিল কি।

তোমালোকে মানা বা নামানা, এই পৃথিৱীত সকলোৱেই ৰজা; আৰু সকলোৰে একে ডুখৰি নিজ নিজ ৰাজ্য আছে। মহাৰাণী মোৰ ওপৰত, মই মোৰ ঘৈণীৰ ওপৰত, মোৰ ঘৈণী তেওঁৰ বেটীজনীৰ ওপৰত, বেটীজনী তাইৰ বাঢ়নীটাৰৰ ওপৰত আৰু বাঢ়নীটাৰ চোতালৰ ধূলি-মাকতিৰ ওপৰত যে ৰজা এই কথা আগম নিগমত বিচাৰিলেও পাবা। আজি যি মহাপুৰুষৰ গুণশীলৰ অলপ আভাষ দিবলৈ কাপ ধৰিছোঁ, তেওঁৰ নাম কেকো ককা। তেওঁ কানি-ভাঙৰ খোলাৰ ওপৰত ৰাজৰাজেশ্বৰ দুতী-পুৰন্দৰ, কানীয়াৰ মনত তেওঁৰ কথা বেদ-বাণী, তেওঁৰ মত মনুৰ মত, তেওঁৰ হুকুম মহাৰাণীৰ আসন। ককাই পৰৰ খৰচত পালে, তিনি তোলা কানিৰ টিকিৰা, এশ আঠ চিলিম ভাং আৰু তিনি টেকেলি চাহ একেৰাতিৰ ভিতৰতে পাৰ কৰি দিব পাৰে বুলি তেওঁৰ খ্যাতি আছে, আৰু নিজৰ খৰচত হ'লে তাৰে তিনি ভাগৰ এভাগ পাৰে বুলি শুনিলো। আৰু এটা আচৰিত ক্ষমতা তেওঁৰ গাত থকা শুনা গ'ল। ওপৰত কোৱা কানি-ভাং আৰু চাহৰ ঠগি আগবঢ়াই দি প্ৰাৰ্থনা কৰিলে, ককাই জাৰি-জোকাৰি তেওঁৰ টেকেলীয়া পেটৰ পৰা হেনো তিনি বুৰি অতি বিতোপন সাধু উলিয়াই দিব পাৰে।

ভে, ভে, ভো (ভোলাই, ভেকোলা আৰু ভোবোলাৰ সংক্ষিপ্ত নাম)। বান্ধসকলৰ মুখে ককাৰ গুণশীল শুনি, মোৰ ককাৰ মুখপদ্ম দৰ্শন, আৰু তাৰ পৰা বিগলিত অমৃতোপম সাধুকথা

শ্ৰৱণ কৰিবৰ লোভ জন্মিল। বজাৰ ওচৰলৈ "বিত্তহস্তে নগন্তব্যং" জানি গাঁথিৰ কেঁচা পয়চা ভাঙি কানি ভাং কিনি লৈ তিনি বান্ধ ভে-ভে-ভোৱে সৈতে ককাৰ ওচৰ পালোঁগৈ।

কেকো : "তই কোন?"

"মোৰ নাম মিলাৰাম। ঘৰ উজনিত।"

"সকাম?"

"ককাৰে সৈতে আলাপ পৰিচয়। শাস্ত্ৰত কৈছে,

"সংসাৰ বিষবিৰ্খস্য দ্বে ফলে অম্রিতোপমে,

কাইবামৃত ৰসাস্বাদং আলাপঃ সজ্জনৈ সহ।"

অৰ্থাৎ ককা, সংসাৰ ৰববিহৰ গছৰ গুটিদুটা; ভাং-কানি-ফটিকাৰ ৰসৰ সোৱাদ লোৱা, আৰু ককাৰ নিচিনা সজ লোকৰ সৈতে আলাপ পৰিচয় কৰা; কাৰণ, "কাইবামৃত" অৰ্থাৎ কোন কেতিয়া মৰে তাৰ নিশ্চয় নাই, আৰু এই দুই কাম নকৰি মৰি গ'লে মানপী জনম হেলাতে গ'ল।"

ককা : "মই সন্তোষ হ'লো, তোৰ শাস্ত্ৰ জ্ঞান আছে। এটা কথা, ফটিকাটো আমাৰ গুৰু-ঘৰৰ পৰা নিষেধ দেখি আমাৰ নচলে। সি দুটা অনুগ্ৰহত এক প্ৰকাৰ চলি গৈছে।"

"ককাই ঠিক কৈছে" বুলি মুৰ দোঁৱাই মই লৈ যোৱা কানি-ভাং আগবঢ়াই দিলো।

ককা : "মিলাৰাম, তই দিনৌ কিমান কানি খাব?"

"ককা, আতোলামান হ'ব।"

ককা : (মিচিকিয়া হাঁহি) "আজিৰ পৰা তই গাঁথিৰ কেঁচা পয়চা ভাঙি কানি খাব নেলাগে। নিতৌ এবাৰ আহি মোৰ গাটো চেলেকি গ'লেই তোৰ কাম চলিব।"

ইয়াৰ পিছত ভে-ভে-ভো বাজৰসকলে সৈতে ককাৰ প্ৰসাদ লৈ কৰযোৰে প্ৰাৰ্থনা কৰিলো, "ককা, এটি সাধু শুনিবৰ ইচ্ছা ব'ল।"

ককা : "বোপা, শাস্ত্ৰ চাৰিখন; আগম, জঙ্গম, পুৰাণ, পতঙ্গম। কোনখনৰ পৰা কম?"

"ককা, জঙ্গমৰ পৰা এটি কওক, আগম পুৰাণৰ কথা শিশুমতি আমি বুজিব নোৱাৰিম।"

ককাই আৰম্ভ কৰিলে—

"আজি জঙ্গমৰ পৰা বিয়াগোম পক্ষীৰ সাধু কম। কাণ নলৰাই মন দি শুনিবি মোৰ বোপাইহঁত। ত্ৰেতাযুগত লোণসাগৰৰ পাৰৰ এজোপা শিমলু গছত এক দুৰ্জ্জেয় বিয়াগোম পক্ষী আছিল। সাগৰ সাতখন। লোণসাগৰ, ঘিউসাগৰ, তেলসাগৰ, খাৰণীসাগৰ, ফটিকাসাগৰ, কানিসাগৰ আৰু পানীসাগৰ। দ্বীপো সাতোটা। জম্বুদ্বীপ, শাকদ্বীপ, নৱদ্বীপ, উপ দ্বীপ, মালদ্বীপ, লঙ্কাদ্বীপ আৰু প্ৰদীপ। এই সাত সাগৰ আৰু সাত দ্বীপত চাৰি মুঠি জীৱৰ বাস। উৰণ, বুৰণ, গজন, গমন। দ্বাপৰ যুগৰ শেষত উৰণ জীৱৰ ভিতৰত সেই বিয়াগোম পক্ষীয়ে দুটা কণী পাৰিলে। উমনি দি থাকোঁতে এটা কণী ঘোলা হৈ ফুটি ঘিউসাগৰ হ'ল; আৰু সিটো কণী নুফুটি ঠেৰেছা মাৰি হিমালয় পৰ্বত হ'ল। ঘিউসাগৰৰ 'দখলীস্বত্ব' পাবৰ অৰ্থে দেৱতা আৰু অসুৰৰ মাজত দুৰ্ঘোৰ ৰণ লাগিল। ৰণত অসুৰবিলাক হাৰি পলাই আহে এই তেজপুৰ নগৰ পাতি বাস কৰিলে। তেজপুৰৰ কাছাৰী ঘৰৰ ওচৰত যি শিলৰ খুটা-চতি পৰি আছে, সেই খুটা-চতি অসুৰৰ ৰজাৰ ঘৰৰ খুটা-চতি। তেনে খুটা-

চতি আজিকালিৰ কোনো শিলা-কুটীয়ে কাটিব নোৱাৰে। শিলাকুটী গায়ৰ গায়ন-বৰাৰ পুতেক মধুৰাম শিলা-কুটীয়েই বৰশিলাকুটী, ইপিনে পটা-গুটি এটাকে সি ভালকৈ কৰিব নোৱাৰে। গায়নবৰাই ইপিনে পুতেকৰ গপত ওফন্দি ফুৰে। কিন্তু সিদিনা এটা পটাগুটি কাটোতেই বৰশিলাকুটীৰ দাঁত নিকট্ খাই গ'ল। ভোবোলৰ মনত থাকিব পায়, সেই পটাগুটিটোৰেই হলিৰামে সিদিনা ঘৈণীয়েকক গধূলি ভাত নাৰান্ধি শুই থকা জগৰত চোৰ খুন্দাদি খুন্দিলে। মই ইমানকৈ হলিক হকা-বধা কৰিছিলো, বোলো, তোৰ ঘৈণীয়েৰক, জিনো টেকেলাৰ ঘৰত সোমোৱা সেই খহুৱা গৰু চোৰটো পাইছ নে কি, যে ইমানকৈ কিলা? খহুৱাৰ কিন্তু নজৰ ভাল, এগোহালি গৰুৰ ভিতৰত বাছকবনীয়া সেই দাঁতে উঠা বগা বলদটোহে হাত দিছিল। সেই বদলটো কিন্তু নিয়াহেঁতেন জিনাৰ হাত ছিগিলহেঁতেন; আৰু এই বছৰলৈ খেতিৰ ভিকাচন ভাগিলহেঁতেন। জিনাৰ ঘৈণীয়েকে যৌতুকত অনা সেইটো গৰু। জিনাৰ ঘৈণীয়েকে গিৰীয়েকৰ ঘৰলৈ আহি বৰবাপেকক ক'লে, "বোপাই, বকুলীক অনেক ধন-বস্তু দি তুমি উলিয়াই দিলা, মোক একো নেলাগে মাত্ৰ এই বগা বলদ গৰুটো দিয়া।" বকুলীক তাইৰ ভায়েক মতিলৈ বিয়া দিছে। লোকে যিয়ে কওক মতি কিন্তু ল'ৰা ভাল, গুণী। সিদিনা যে বালিবধ ভাৱনাত সি অঙ্গদৰ ভাওটো দিলে। ধইন! ধইন! এনে ভাও আগেয়ে কোনেও কেতিয়াও ক'তো দিব পৰা নাই, অমৰাতলীয়া গোসাঁইৰ ঘৰত এই বুঢ়া শৰীলেৰেই আগেয়ে ভালেমান ভাৱনা দেখিছোঁ কিন্তু কৃষ্ণক চিন্তি সেই বালিবধ ভাৱনাৰ নিচিনা ভাৱনা নহ'ব নুপজিব। আইগোসাঁনীয়ে মতিৰ ভাও দেখি ইমান সন্তোষ পাইছিল, যে পিছদিনা ত'ত মতিক মাতি আনি এযোৰ খম্‌খমীয়া মুগাৰ চুৰীয়া বঁটা দিলে। অৱশ্যে মতিৰ কপাল বেয়া, কাপোৰ যোৰ নি সি জাপত ভৰাই থৈছিল, তাতে তাক টুকুৰা-টুকুৰকৈ নিগনিয়ে কুটিলে। ঘৰত জানো তাৰ কিবা মেকুৰী নাছিল? আছিল। এজনী নহয়, দুজনী নহয়, তিনিজনী। কিন্তু ভতুৱা মেকুৰী থকা বা নথকা একে। সিহঁতে এপেটকৈ ভাত খায়, চুৰকৈ পোৱা মাছ, পগোৱা গাখীৰ খায়, আৰু ফোঁচ্ কৰি ৰ'দকাচলিত শুই থাকে; নিগনি ধৰিবলৈ সিহঁতৰ আহৰি ক'ত? পখিলী বোলা সেই কলীয়া মেকুৰীজনীৰ কিন্তু জাতটো ভাল আছিল। থাকিলে কি হ'ব? সঙ্গদোষত পৰি স্বভাৱ নষ্ট হৈ তায়ো ডগা গৰু হ'ল। দৈ-কলঙ্গাই গুৱাহাটীৰ পৰা সেই মেকুৰীজনী আনিছিল। কিন্তু আনিলে কি হ'ল, তাইৰ সন্তি-সন্ততিবিলাক কিবা বিজতৰীয়া হৈ দিনে ৰাতিয়ে কেৱল শুই— শুই—"

এইখিনিতে কেকো ককাৰ সাধুৰে "লঙ্কৰ পেলোৱা" দেখি মূৰ দাঙি চাই দেখোঁ, ককাৰ চকু জাপ খোৱা, আৰু মূৰে বৰুশী টোপাব লাগিছে। এবাৰ মাতিলো, ককা তাৰ পিছত? ককাৰ নাকে উত্তৰ দিলে, "ঘোট্! ঘোট্!" আৰু এবাৰ ককা বুলি মাতোতেই ভে-ভে-ভো বাঙ্কইতে হাতৰ ঠাৰ দি হাক দিলে। ইয়াৰ পিছত তিনিউ লাহেকৈ উঠি নিজ নিজ ঘৰলৈ প্ৰস্থান কৰিলো। বাটত আহোঁতে বাঙ্কইতে ক'লে যে ককাৰ নাকে "ঘোঁট্" কৰাৰ পিছত আৰু তেওঁক মাতিলে দায়। আৰু ক'লে তেওঁলোকেও কেকো ককাৰ বিয়াগোম পক্ষীৰ সাধু অনেকবাৰ শুনিছে, কিন্তু আৰম্ভন হে, মাজ আৰু শেহটো কি, আজিলৈকে তেওঁলোকে শুনিবলৈ পোৱা নাই।

ঘৰলৈ আহি এধাডুখৰীয়া সাধু শুনি পেট কামোৰাৰ ভয়ত, লৰালৰিকৈ পাটীত পৰি চকু মুদিলো। আজিলৈকে বেজাৰ থাকিল, বিয়াগোম পক্ষীৰ সাধুৰ মাজ আৰু শেহ ভোখৰ জইন মাৰি শুনিবলৈ নেপালো। ■

# আৰ্জি

ডাক জাহাজত উঠি গুৱাহাটীমুৱা হ'লো। জাহাজে ভোঁ ভোঁ কৰি উঠিল। উচাপ খাই মূৰ দাঙি চাওঁ দেখোন গুৱাহাটীৰ ঘাট। সন্ধ্যা লাগিব খুজিছে। আকৌ তিনিবাৰ জাহাজখনে ভোঁ-ভোঁ-ভোঁ কৰিলে; তৎক্ষণাৎ মনত খুকুৰি হ'ল, এইখন জাহাজ নে ভোমোৰা? সেইখন গুৱাহাটী চহৰ নে এপাহ ফুল? মই হাতেৰে চকুৰ পিৰিকটি মোহাৰি সন্দেহ ভঞ্জন কৰি দেখিলোঁ, ভোমোৰা নহয় এইখন জাহাজহে, আৰু ফুল নহয় সেইখন গুৱাহাটী নগৰ হে। এইটো নিশ্চয় হ'ল, যে পানীলগা ডিঙিৰে "ভো ভো সভাসদ" বুলি ৰাগ দি সূত্ৰধাৰী ওলোৱাদি, ভগা ডিঙিৰে ভোঁ ভোঁ ৰাদ দি ডাক জাহাজ গুৱাহাটী ওলালহি। তাহানি বুঢ়ীআইৰ কোলাত বহি সাধু শুনিছিলো, স্বৰ্গবাসীৰ ভোগ উকলিলে লগৰীয়া অপ্সৰাই তেওঁৰ মূৰৰ লেখি-ওকণী পিজলা-ওকণী খেপিয়াই খুটীয়াই থাকোঁতেই হঠাৎ তেওঁক গতা মাৰি পৃথিবীলৈ পেলাই দিলে। টিকিৰা খাই ডাক জাহাজত স্বৰ্গসুখ কৰি থাকোঁতেই মোকো আজি টিকিট-বাবুৱে মোৰ হাতৰ পৰা টিকিটখন কাঢ়ি লৈ জাহাজৰ পৰা গতা মাৰি পেলোৱা যেন পালো। নৈৰ পাৰত থিয় হৈ ক'লৈ যাওঁ কি কৰোঁ ভাবিছোঁ, এনেতে দেখিলোঁ কামাখ্যা পৰ্বতটোৱে মোৰ ফালে যেন খেদা মাৰি আহিছে। গতি বিষম দেখি লৰ মাৰি পলাব খোজোঁতে উমানন্দ অশ্বক্ৰান্তকে আদি কৰি বাকী কেইটা পৰ্বতো মোৰ ফালে টোৱাই খেদি অহা যেন দেখিলো! কি বিপদ! দিনে ৰাতিয়ে ছেদ-ভেদ নোহোৱাকৈ শুই থকা পৰ্বতে উঠি গন্ধ-মহৰ নিচিনাকৈ চেকুৰি খুচিবলৈ আহে দেখোন! সত্য কি ত্ৰেতাযুগত ইন্দ্ৰই বজ্ৰ মাৰি উৰণীয়া পৰ্বতবিলাকৰ, আমি ভাটো চৰাইৰ পাখি কটাদি, পাখি কাটিছিল বুলি শুনিছিলো। অৱশ্যে সেই কথা প্ৰমাণ কৰিবৰ ভাৰ ব্যাস বাল্মিকীৰ গাত। আমাৰ গুৱাহাটীৰ পৰ্বত-পোৱালি কেইটাক তেওঁ বিচাৰি নেপাইছিল নে কি? ইহঁতে দেখোন এই কলিযুগতো উৰি ভদ্ৰলোকক খুটিয়াবলৈ আহে! হয় সেই কালত ইহঁত কণী অৱস্থাত মাকৰ উমনিত আছিল, নহয় ইহঁতৰ তেতিয়া কাঁড়পাখি গজা নাছিল; নতুবা ইহঁত পুৰন্দৰৰ বজ্ৰৰ হাত সাৰিব পৰাটো অসম্ভৱ। শাস্ত্ৰ পুৰাণৰ কথা দূৰত থাকক, সম্প্ৰতি যে অভিমন্যুক সপ্তৰথীয়ে বেৰি ধৰাদি, সাত ফালৰ পৰা সাতোটা পৰ্বতে, অস্ত্ৰ-শস্ত্ৰ আৰু বাহন শূন্য এক মিলাৰাম বৰমেধি মহাৰথীক বেৰি খেদি আহিছে, ইয়াৰ কি হ'ব? ন্যায়বান ঈশ্বৰৰ ৰাজ্যত এনে অন্যায় যুঁজ দেখিলে ভূমি ছুই কৰ্ণত হাত দিবলগীয়া! গুৱাহাটীত আজিও নৱকাসুৰৰ গৱৰ্ণমেণ্ট আছে নে কি? "কাপুৰুষহঁত! কানীয়া টোপনি পশুবইত। কুকুৰধুলিহঁত। তহঁতৰ গাত যদি সঁচাকৈয়ে বীৰ পুৰুষৰ তেজ আছে তেন্তে এটাই কেইটাই একেবেলিয়েই এই নিবন্ধ

নিৰ্বাহন বীৰ পুৰুষক আক্ৰমণ নকৰিবি। এটা এটাকৈ আহ, ন্যায় ৰণ দি, তহঁতৰ সৈতে যুঁজি চাওঁ। ন্যায় যুদ্ধত সমুখ সমৰত মৰিয়াই তহঁতৰ কঁকাল ভাঙি পেলাই থ'বলৈ মোৰ এই ধোঁৱাখোৱাটোৱেই যথেষ্ট। আৰু মোৰ এই গাঁঠিৰ কটাৰীৰেই, ইন্দ্ৰৰ বজ্ৰই বাকী এৰা বা বিচাৰি নোপোৱা পাখিকেইটা কাটি থবলৈ মই গাত লৈছো।" এইবুলি মুখেৰে ভাবুকি দি, পেটেৰে ত্ৰাহি মধুসূদনক মাতি থপৰ্ কৰে বহি পৰিলো। চিলনী বনোৱা দি মোৰ মূৰৰ ওপৰত পৰ্বত কেইটাই পাখি মেলি বনাবলৈ ধৰিলে। আকৌ এবাৰ গোবৰ্দ্ধধাৰীক কাতৰ কণ্ঠেৰে মাতিলো। কাতৰ প্ৰাণৰ কান্দোন তেওঁৰ কাণত পৰিল, মুহূৰ্ততে পৰ্বত কেইটা পৰ্বত গুচি জুইৰ আওনি হ'ল; তৎক্ষণাৎ জুইৰ আওনি গুচি একোপাহ ফুল হ'ল আৰু মই চকু মুদিলো।

চকু মেল খালে। কিন্তু কেই ঘণ্টাৰ মূৰত নেজানো। দেখিলো ৰাতি পুৱাল। চৰাই-চিৰিকতিয়ে গছৰ ডালত বহি বৰগীত গাব লাগিছে। কাষতে তেলিয়াৰ নাও এখনৰ পৰা গুৱালকুছীয়া এজনে "উঠৰে উঠ বাপু গোপাল হে নিশি পৰভাত ভেল" এই বৰগীত ৰাগত দিছে; আৰু মই জাহাজ ঘাটৰ কাষতে বৰগছ এজোপাৰ তলতে শয়ন সুখ লভিছোঁ, এনে স্থলত লাহেকৈ উঠি মনে মনে নগৰৰ ভিতৰ সোমোৱাটোকে বুদ্ধিমানৰ কাম ঠাৱৰালো। পৰমেশ্বৰৰ পৰম কৃপা, যে গুৱাহাটীৰ পুলিচৰ কনিষ্টবলসকলৰ মোৰে সৈতে একে গুৰুঘৰৰ ভকত। নতুবা তেওঁলোকে মোক ৰাতি কোলাকৈ গছৰ তলৰ পৰা লৈ গৈ চৰকাৰী ছালপীৰাত শুৱাই নথবৰ একো কাৰণ নাছিল। সেই দিনাৰ ভিতৰতে মই থকাৰ দিহাপোহা কৰি ল'লো। মানুহ-দুনুহেৰে মোৰ মিত্ৰতা হ'ল। লগৰীয়া পালো। আৰু গুৱাহাটীয়া কানিভাঙৰ খোলাত মই এটা আকৌবালে-নোপোৱা মানুহ হৈ পৰিলো। ঠিক যেন মোৰ অভাৱটো গুৱাহাটীয়ে অনুভৱ কৰি শোকাকুল হৈ আছিল, সেই অভাৱ আজি পূৰ হৈ গুৱাহাটী মুখচন্দ্ৰ উজ্জ্বল হ'ল। ঠিক যেন গুৱাহাটীৰ নামঘৰৰ বৰখুটা এটাই বগা ঠঙা এখন কাষতে পাৰি থৈ, খালি হিয়া শূন্য প্ৰাণ লৈ, মিলাৰাম মেধিলৈ বাট চাই আছিল, "মেধি কুকুৰে নিলে খেদি", এই বচন অনুসৰি আজি মেধিক, ওপৰত কোৱা পৰ্বত কুকুৰে খেদি নি নামঘৰৰ ভিতৰত এৰাত, তেওঁ সেই বগা ঠঙাত থপৰ কৰে বহি, সেই বিৰহিনী বৰখুটাত আউজি পৰাত যেন বৰখুটাৰ বৰ প্ৰাণ শীতল হ'ল, বৰ সৰাহৰ বৰ বৰ তেল-বত্তি ঘিউ-বত্তিবোৰ জ্বলি উঠিল, আৰু বৰ নামঘ ৰ গুৰুনী হৈ উঠিল।

গুৱাহাটী চহৰ তোলপাৰ লাগিছে। মহাৰাণীয়ে হেনো মানুহ পঠিয়াই ভু লোৱাইছে, আমাৰ দেশত কানীয়া মানুহ কিমান আছে? আৰু কানি খোৱাটো ৰখা উচিত নে উঠাই দিয়া উচিত? কলিকতাত হেনো ঘাই সভা বহি সাক্ষী-বাদী তলব কৰি তদন্ত কৰিছে যে, কানিক মহাৰাণীৰ মলুকত দহ চাৰিৰ লগতে এচমকা ঠাই দি ৰখা যাব নে, নাই, ভেটি-মাটি উচ্ছন্ন কৰি তাক কলিয়াপানীত মেলি দি অহা যাব? আমাৰ অসমৰ পৰাও হেনো কলিকতাৰ ঘাই সভালৈ সাক্ষী ক'বলৈ বৰুৱা ফুকন সকলক চমন দি "গিলিপ্দাৰ" কৰি লৈ যাবৰ কাৰবাৰ হৈছে। দেশত মানুহ দুদল হৈছে, এদল কানিৰ পক্ষে, এদল বিপক্ষে।

এই বাতৰি যিদিনা আমাৰ উজনি-বজাৰৰ কানিখোলা পালেহি, আমাৰ সমজুৱাসকলৰ ভিতৰত হুলস্থূল লাগি পৰিল। আমি লৰালৰিকৈ কাউন্সিল অব ওৱাৰ (Council of war) আহ্বান কৰি মেলত বহিলো; শনিবাৰে সন্ধ্যা বেলিকা আমি বাৰজন সমজুৱা কানি-খোলাত

গোট খালো। সৰ্বসম্মতিক্ৰমে মই সভাপতি বৰিত হ'লো। সভাপতিৰ আসন গ্ৰহণ কৰি মেঘৰ গম্ভীৰ ধ্বনিৰে আৰম্ভ কৰিলো—

"সমজুৱা ককাইহঁত! আজি মোক আপোনাসকলে সভাপতি পাতি যি সম্মান প্ৰদান কৰিছে তাৰ ধাৰ মই এই জনমত সুজিব নোৱাৰোঁ। আপোনাসকলে অৱশ্যে শুনিছে, আমাৰ দেশৰ পৰা কানি খোলা তুলি দিবলৈ মহাৰাণীয়ে বিলাতৰ পৰা কটকী পঠিয়াইছে।"

সকলোৱে ঃ "শুনিছোঁহঁক।"

সভাপতি ঃ "এৰা, বেজাইৰ বাতৰি শুনোতে পলম নেলাগে। তেন্তে এতিয়া আমাৰ কি কৰ্তব্য? কানি আমাৰ বাপতিসাহোন। ই এদিনীয়া বস্তু নহয়। আমাৰ মুখৰ টোপ মহাৰাণীয়ে কি বুলি কাঢ়ি নিব খুজিছে? আমাৰ দেহ-লাও, সাদৰৰ বস্তু, দুখ সুখৰ লগৰীয়া, বুকুৰ বান্ধ কানিক ভাৰতেশ্বৰীয়ে কোন 'চবাবত' আমাৰ বুকুৰ পৰা কাঢ়ি নিবলৈ ফাং পাতিছে? এই পৃথিৱীত ল'ৰা-তিৰোতাৰ বিচ্ছেদ আই-বোপাইৰ হানি, সদায় সহিব পাৰি, কিন্তু কানিৰ বিচ্ছেদ এদিনলৈ সহিব নোৱাৰি।"

সকলোৱে ঃ "নোৱাৰি! নোৱাৰি! সভাপতি ককাই, নোৱাৰি দেও হে!"

সভাপতি ঃ "তেন্তে নো আমাৰ এতিয়া কি কৰা কৰ্তব্য?"

এজন সভ্য ঃ "আমি ধেৰাই কৰিম, কানি-খোৱা উঠাই দিবলৈ নিদিওঁ। মহাৰাণীয়ে আগেয়ে আমি কানীয়া কেইটাবে সৈতে ৰণ দিয়ক, তাৰ পিছত হবা-জিকা কথাৰ মীমাংসা হ'ব। বুৰে প্ৰতি শেলুক নহয়। এবাৰ আমাৰ দেশৰ পৰা আফু-খেতি উঠাই দি মহাৰাণীয়ে হুল পাইছে, এইবাৰ আমি নেবোঁ।"

২য়জন ঃ "বোপা ঐ! আমি কেইটানু কাইনা আছুহা, যে এমান ডাঙৰ মহাৰাণীহেতি ৰণ কৰিব পাৰিম? তোহ্‌নাই বৰ গণ্ডগ মাৰিছা দেখো। মহাৰাণীৰ ফৌজি আমাক গুলিপিহি ফেলালিও তাহ্‌নাৰ কপালত কোট দিবাক নাটেই।"

৩য়জন ঃ "ককাই কোৱা কি? শদিয়াৰ পৰা মানাহলৈকে আমাৰ বিমানবিলাক কানীয়া ভকত আছে, এটাই বিলাকৰ একোটা মত্তি নাই দেখিছে; সকলোৰে একে মতি হ'লে আমি মহাৰাণীৰ ফৌজক পাণৰ টিকিৰা কৰি যুকং।"

চতুৰ্থজন ঃ "সভাপতি ককাইৰ অনুমতি লৈ প্ৰথমে মই অলপ কাহি লওঁ, সমজুৱাসকলে যেন দাই নধৰে।"

৩য়জন ঃ "আমি নধৰো দাই, সভাপতিয়েও নধৰে অন্ততঃ ধৰিব নাপায়। আপুনি নিশ্চিন্ত মনে কাহক, হাঁচিয়াওক আৰু যি মন যায় কৰক। আপুনিহে নেলাগে আন সমজুৱাসকলেও এতিয়াই অক্লেশে সেই কাৰ্য্যত আপোনাৰ সৈতে যোগদান কৰি আপোনাক উৎসাহিত কৰিব পাৰে। আমাৰ সভাপতিয়ে একো নোবোলে; তাৰ বুলিবলৈ একো নাই, মই ন দি ক'ব পাৰোঁ! চলক, চলক।"

৪ৰ্থজন ঃ (কুহৰ! কুহৰ! কুহৰ!) "মোৰ প্ৰস্তাৱটি এচিকটা মান অতি ক্ষুদ্ৰ, অতি সৰু, যথা সভাৰ কাৰ্য ভালকৈ আৰম্ভ হোৱাৰ আগেয়ে সভাপতিৰ কুশলৰ অৰ্থে সভ্যসকলে গাইপতি একোটি টিকিৰা পুৰি গাত বল বান্ধি লওক।"

সকলোৱে এই প্ৰস্তাৱত আনন্দ প্ৰকাশ কৰাত সেই মতে কাৰ্য্য হ'ল, আৰু সভাৰ ঘৰ ধুৰ্বলী-কুঁৱলী হৈ পৰিল।

সভাপতি ঃ "সভ্য মহোদয়সকল! আজি মোৰ কুশলৰ অৰ্থে একোটি টিকিৰা পুৰি মোক সম্মানিত কৰা বাবে আপোনাসকলৰ শলাগ ল'লো।"

এনেতে চতুৰ্থ সভ্যজনে আকৌ তিনিবাৰ কাহে।

৫মজন ঃ "সৰ্পনাশ! সৰ্পনাশ! সভাপতি মহাশয় সৰ্পনাশ! আৰু সভ্য মহোদয়সকল সৰ্পনাশ! আপোনাসকলৰ সম্মতিক্ৰমে সেই সভ্যজনক কাহি ল'বলৈ আদেশ কৰা হৈছিল, সেই আদেশ মতে তেওঁ মহা সুখে এবাৰ কাহি ল'লে। গ'ল কথা গুচিল। আকৌ এতিয়া নকৈ তেওঁ সভাৰ মাজত কাহিলে কোন আইন মতে মই জানিব খোজোঁ? সভাপতি ডাঙৰীয়া আৰু সমজুৱাসকল। মই এই দ্বিতীয়বাৰৰ কাহৰ দোৰ্ঘোৰ পতিবাদ কৰোঁ।"

৬ষ্ঠজন ঃ (কুহৰ! কুহৰ!) "মই এই. পতিবাদৰ সমৰ্থন কৰোঁ।"

২য়জন ঃ "সমৰ্থন কৰোঁতাজনেও দেখোন কুহৰ কুহৰ কৰিহে সমৰ্থন কৰিলে একা?"

৫মজন ঃ "সৰ্পনাশ। সৰ্পনাশৰ ওপৰত সৰ্পনাশ! বে-আইনী, ইয়াৰ বিচাৰ হ'ব লাগে।"

৬ষষ্ঠজন ঃ "কেতিয়া কাহিলোঁ হে? গোটেই মিছা কথাষাৰ দেখোন সভাপতিক তুমি টোটক লগালা? সভাপতিয়ে নো মোৰ কি ...? (কুহৰ কুহৰ)"

এনেতে সভাপতি উঠি ক'লে, "বাহিৰা কথা লৈ সময় নষ্ট কৰাটো আমাৰ উচিত নহয়। যাৰ ইচ্ছা কাহক। কাহ হাঁচি কোনেও ধৰি ৰাখিব নোৱাৰে। এতেকে আপোনাসকলে মিছা বাদানুবাদ কৰি সময় নষ্ট নকৰিব এই মোৰ নিবেদন। বিপদৰ কালত ঘৰুৱা ফুচুৰি কথা লৈ দ্বন্দ্ব কৰিবৰ সময় নহয়। এতিয়া আমাৰ কি কৰা কৰ্তব্য তাৰ মীমাংসা কৰা যাওক। মহাৰাণীৰে সৈতে যুঁজ কৰাটো বলিয়াৰ কথা। বালিচাহীয়ে গজহস্তীৰে সৈতে যুজিব নোৱাৰে। আৰু মহাৰাণী আমাৰ ৰজা, সাক্ষাৎ আইমাতৃ। তেওঁৰ বিষয়ে এনে কথা ক'ব নেপায়। মোৰ এটা প্ৰস্তাৱ মনত খেলাইছে জানো আপোনাসকলে কি বোলে, মই কওঁ, আই মহাৰাণীলৈ আমি সকলো কানীয়াই চহী কৰি এখন ভালকৈ লেখি আৰ্জি পঠিয়াই দিওঁহঁক। সেই আৰ্জিত আমি কান্দি-কাটি সকলো কথা ভাঙি-পাতি লেখিলে, নিশ্চয় আই মহাৰাণীৰ কানীয়া ভকতসকললৈ বেথা লাগিব।"

৬ষ্ঠজন সভ্যই সভাপতিৰ এই প্ৰস্তাৱ সমৰ্থন কৰিবলৈ উঠোতেই, তেওঁৰ আকৌ এনে কাহৰ জাউৰি উঠিল, যে তেওঁ একো ক'ব নোৱাৰি বহি পৰিল। সি যি হওক, তৃতীয়জন সমজুৱাৰ উৎসাহত একেবেলিয়েই কাহৰ ৰোল তুলি সকলো সমজুৱাই আনন্দ প্ৰকাশ কৰি সভাপতিৰ প্ৰস্তাৱ গজগজীয়াকৈ মঞ্জুৰ কৰিলে। কেৱল পঞ্চমজন সভ্যই এই প্ৰস্তাৱ মঞ্জুৰীৰ কাহত খংকৈ যোগ দিয়া নাছিল।

৭মজন ঃ "মই কিবা বোলেনে পস্তাপ কৰোঁ যে আমাৰ সভাপতিয়ে এনে সুন্দৰ পস্তাপ কৰা বাবে কিবা বোলেনে তেওঁক আজি আমাৰ উমৈহতৰ ফালৰ পৰা এচিলিম ভাং, তিনটা টিকিৰা, এবাটি চাহ আৰু এচমকা গুড় দিবৰ পস্তাপ কৰা যাওক।"

সকলোৱে হাত-চাপৰিৰে দাং-দোলা কৰি এই প্ৰস্তাৱটি খাটোলত তুলিলে।

৭মজন ঃ "নিশ্চয় কিবা বোলেনে আই মহাৰাণীয়ে কানি খায়। কানিৰ নিচিনা এটা আপুৰুগীয়া ৰাজভুইগ বস্তু মহাৰাণীৰ অপশো চলে। হেই দেকি কিবা বোলেনে মই পস্তাপ কৰোঁ আমি হকলোৱে পচা তুলি এহেৰ বা আদহেৰ কানি এই দৰ্খাস্তৰ লগে লগে মহাৰাণীলৈ পঠিয়াই দিওঁহঁক। খাবলৈপালে কলীয়া গোখাইও সন্তুষ্ট হয়, পস্তাপো মই কৰোঁ। নিশ্চয় কানি ভেটী পালে মহাৰাণীয়ে আমাৰ দৰখাস্তৰ ওপৰত ভাল হুকুম দিব। আৰু আমাৰ হুভাপতিক সেই দৰখাস্ত লেখিবৰ ভাৰ দিয়া যাওক, এই পস্তাপো ময়ে কৰোঁ।"

সকলো সভাসদে চাপৰি বজাই হৰিধ্বনি দি প্ৰস্তাৱ সমৰ্থন কৰি প্ৰস্তাৱ কৰোঁতাক শলাগিবলৈ ধৰিলে।

ইয়াৰ পাছত সভাপতিয়ে কাকত কলম লৈ সেই সভাতে সমজুৱাসকলৰ আগতে এই আৰ্জি লেখিলে।

"আৰজি মোতালকে দৰখাস্ত মিদং কাৰ্য্যঞ্চাগে খোদাবান্দাৰ আগত আমি গোলামহঁতৰ এই গোচৰ যে আমি অসম মলুকৰ দুখীয়া কানীয়া ভকত; খোদাবান্দাৰ দয়াত খোদাবান্দাৰ মলুকতে অলপ-অচৰপ কানি খাই কোনোমতে পেট প্ৰবৰ্তাই পৰি আছোঁহঁক। শুনিছো বোলে খোদাবান্দাই বিলাতৰ পৰা কটকী পঠিয়াই তদন্ত কৰাই আমাৰ কানি খোৱা বন্ধ কৰিব খুজিছে! যদি এই বাতৰি সঁচা হয় তেন্তে আমি ইমানবিলাক দুখীয়া কানীয়া ভকত থিতাতে মৰিলো। আমাৰ নিচিনা মাখিক মাৰি শ্ৰীচৰণে হাত ক'লা কৰিব খুজিছে কেলৈ ক'ব নোৱাৰোঁ। এই দুখীযা প্ৰজাসকলক শ্ৰীচৰণে পুতৌ নকৰিলে কোনে কৰিব? এতেকে বন্দীহঁতৰ খোদাবান্দাৰ শ্ৰীচৰণত এই প্ৰাৰ্থনা, যেন বন্দীহঁতক মৰিয়াই নেমাৰিব। নতুবা খোদাবান্দাক এমুঠি কানীয়া প্ৰাণীৰ বধে ছুব।

"আমাৰ হিন্দ মানুহৰ বাইবোল শাস্ত্ৰত লেখিছে, 'শুদাহাতে নযাতইবং স্ত্ৰীষুৰাজকুলেষু' অৰ্থাৎ ৰাজকুলীয়া তিৰোতা মানুহ বজাৰ দুৱাৰলৈ শুদা হাতে যাবখনেপায়। সেই দেখি শ্ৰীচৰণলৈ এই আৰ্জিৰলগতে আদসেৰ কানি বাণ্ডি কৰি পঠিৱা গ'ল; শ্ৰীচৰণে অনুগ্ৰহ কৰি ল'লে বন্দীহঁত পৰম কৃতঘ্ন হম। এই কানি অতি সুন্দৰ; খাই চালে বন্দীহঁতৰ কথাৰ সঁচা-মিছাৰ পৰখ পাব। বিশেষকৈ এই কানি ভোজন কৰিলে খোদাবান্দাৰ গাটি ফুলৰ চাকি যেন লঘু পাব, গা পিৰ্‌নিপিৰায় আৰু খজুৰতি নুঠে বুলি আমাৰ সভাৰপৰা খোদাবান্দালৈ এই গিৰমিত লেখি দিলো। অধিক আমি কি কম। ইতি পুঃ—

কানিৰ বাণ্ডিটো হেৰোৱাৰ ভয়ত আৰু সোনকালে যাবৰ নিমিত্তে ব্যাবিং কৰি পঠিয়ালো, সেই বাবে যেন শ্ৰীচৰণে বিষম নেপায়।

খোদাবান্দাৰ গোলাম
শ্ৰীমিলাৰাম বৰমেধি সভাপতি
শ্ৰীজিনাৰামা শইকীয়া সম্পাদক।
শ্ৰীপিথুৰাম বৰকানীয়া ধনভৰালীকে আদি কৰি উজনি বজাৰৰ দ্বাদশ কানীয়া।"

মই আৰ্জিখন লেখি পঢ়ি শুনালত সমজুৱাসকলে ধন্য ধন্য কৰি চাপৰি বজাবলৈ ধৰিলে। এজন উঠি ভেতিয়াই আকৌ প্ৰস্তাব কৰিলে যে আজি আমাৰ সভাপতিক উমৈহতৰ পৰা

আৰু দুটা টিকিৰা বেছিকৈ পুৰিবলৈ দিয়া যাওক। কাৰণ আৰ্জিখন বিতোপন হৈছে। প্ৰস্তাৱটো মুখৰ পৰা ওলাওঁতেই মঞ্জুৰ হৈ ৰহিল।

এনেতে এজন সভ্যই ক'লে, "সভাপতি মহাশয় আৰু সমজুৱাসকল! মই শুনিছো আমাৰ দেশী মানুহৰ ভিতৰৰে কোনো কোনো দ্ৰোহীয়েই কানিৰ বিপক্ষে সাক্ষী দিবলৈ কলিকতালৈ যাবলৈ ওলাইছে। এই কথা সঁচা হ'লে মই দেখিছোঁ, আমাৰ গাৰ নোমেই পৰম শত্ৰু। বাবুনৰ ঘৰত এই কেইটা বিভীষণক আমি অসমীয়া মানুহ হৈ অতদিন ভাল পোহ-পাল দি আছিলোঁহক। এই স্বদেশ-দ্ৰোহী কাঁইট কেইটা উভালি নেপেলালে নহয়। এতেকে ইহঁতক কি কৰা যাব তাৰ এটা বন্দবস্ত হওক।"

৭মজন ঃ "ইহঁত কিবা বোলেনে আমাৰ দেখৰ হত্ৰু। হত্ৰুক নিপাত কৰা হাস্ত্ৰৰ মত। এতেকে আমি ইহঁতক কানিৰ বিপক্ষে হাখী ক'বলৈ যোৱাৰ আগেয়ে বধিবৰ পস্তাপ কৰোঁ।"

৯মজন ঃ "কেনেকৈ বিধবা? সিহঁত কিবা মাছ নে যে হিজাই সাই থবা? নাইবা সিহঁত সেৰ নে সৰি, যে জুই লগাই ছাই হোপা কৰিবা?"

সভাপতি ঃ "এই প্ৰস্তাৱত সমজুৱাসকলৰ যাৰ যাৰ মত তেওঁলোকে হাত তোলক।"

সকলোৱে হাত দাঙিলত এই প্ৰস্তাৱ মঞ্জুৰ হ'ল। এনেতে সভাপতিয়ে মাত লগালে, "শত্ৰুক বধিবৰতো মত স্থিৰ হ'ল, কিন্তু কি উপায়ে কেনেকৈ সেই কাৰ্য্য সাধন কৰা হ'ব, তাৰ এটা নিশ্চয় হওক।"

১০মজন ঃ "অৱশ্যে দাৰে কুবিয়াই বা টাঙোনেৰে টঙনিয়াই আমি সিহঁতক বধিব নোৱাৰোঁ। তেনে কৰিবলৈ গ'লে কুম্পানীৰ ঘৰৰ পৰা আমাক ধৰি নি ফাঁচী দিব। এনেকুৱাকৈ সেই কাৰ্য্য সাধন কৰিব লাগিব যেন কোনেও আমাক ধৰিব নোৱাৰে। মই প্ৰস্তাৱ কৰোঁ, ডাঙৰ ম'হ জোক আনি, সিহঁত শুই থাকোঁতে ৰাতি গাই পতি দহোটা পোন্ধৰটাকৈ সিহঁতৰ গাত লগাই দিয়া যাওক। জোকে তেজ খাই টোপনিতে সিহঁতক মাৰি থ'ব।"

৭মজন ঃ "পস্তাপটো কিবা বোলেনে ঠিক ওলাইছে; কিন্তু পানীত নামি ম'হ জোক ধৰি আনিব কোনে? মোক হ'লে ককাইহঁত, তহঁতে কাটি ছোৱা ছোৱা কৰিলেও মই পানীত নামিব নোৱাৰোঁ। হক কথা ক'বলৈ লাজ কি, নিতৌ তেল ঘঁহি কিবা বোলেনে গামোচা চুৰিয়া লৈ গা-ধুবলৈ গৈ নৈৰ পাৰত কিছুমান বেলি বাই থাকি উভতি গুচি আহোঁ, গাত পানী লগাবলৈ সাহ নহয়।"

এই কথা শুনি সকলো সভাই একে বেলিয়েই ক'বলৈ ধৰিলে, যে সঁচা কথা, আমি কেও পানীত নামিবলৈ সাহ কৰিব নোৱাৰোঁ। শত্ৰুহঁত ৰাতি শুই থকা খোটালিত একোৰাহ বৰল বা টেকেলীয়া কোদো মনে মনে এৰি দিয়া যাওক। বৰল কোদোৱে খাই সিহঁতৰ দিহা লগালে সিহঁত সাক্ষী ক'বলৈ যোৱাটো হৈছে।

বৰল বা কোদো কোনে ধৰিবলৈ যাব, আৰু ধৰোঁতাক সেই বৰল কোদোৱে নেকামুৰিবৰ কাৰণ কি, এই কথা উঠিলত এই প্ৰস্তাৱ নামঞ্জুৰ হ'ল। আন একো সুবিধাজনক উপায় সেই দিনা সমজুৱাসকলে উলিয়াব নোৱাৰাত আৰু আন এদিনৰ সভালৈ প্ৰশ্ন স্থগিত ৰাখি সভা ভঙ্গ হ'ল। ■

# আমাৰ কানীয়া সভাৰ এক অধিবেশন

আমাৰ গুৱাহটীৰ কানীয়া ভকতৰ সভাই যে, কেৱল মহাৰাণীলৈ আৰ্জি পঠিয়াই, আৰু ৰাজনীতিৰ ওপৰত বক্তৃতাৰ হোন্দোলনি লগাই বহি থাকে এনে নেভাবিবা; আমাৰ সভ্যাই দুখীৰ দুখী অৱস্থাৰে ভাষাৰো উন্নতি কৰে। আমাৰ সভাৰ এক অধিবেশনৰ বিবৰণ প্ৰকাশ কৰিবৰ মন কৰি আজি ৰাইজৰ আগত আঠু ল'লো। আমাৰ তৰপৰ মানুহক আজি কালিৰ ইংৰাজী লিখা-পঢ়া শিকা তৰপে, বিশেষকৈ সেই তৰপৰ ভিতৰত দাড়ি-গোফ-ঠুটিৰা সকলে ফু-মাৰি উৰাব খোজে। তাৰ কাৰণ তেওঁলোকে ভেমত ওফন্দি গপত উখহি আমাক বুজিবলৈ চেষ্টা নকৰি, আমি কি কৰোঁ তাৰ ভু-ল'বলৈ কাৰবাৰ নকৰি, দূৰতে নাক কোঁচাই চেই চেই কৰে। আগৰ বুঢ়া তৰপৰ ভিতৰত কিন্তু আমাৰ এনে অনাদৰ নাছিল। দেহি ঐ! সেই কাল ক'লৈ গ'ল। বুঢ়াসকলে কানি আৰু কানীয়া ভকতসকল কি বস্তু সুন্দৰকৈ বুজিছিল। গতিকে, তেতিয়া আমাৰ আগভাগ, বৰ চৰু, বৰ মিঁথে, ধৰা-বন্ধা আছিল। শিক্ষিত ডেকাসকলে, অৰ্থাৎ "ইস্কুল" "কলেজত" পঢ়া চেঙেলীয়া তৰপৰ ডেকাসকলে, অৰ্থাৎ আমাৰ মতে দুধ-কণ্ঠ বালকসকলে অসমীয়া ভাষাৰ উন্নতি কৰিবলৈ উঠি পৰি লাগিছোঁ বুলি ঢাক-ঢোল বজাই ফুৰিছে। তেওঁলোকে ঢোলত চেও দি দি কি ভাষাৰ উন্নতি কৰিছে, তেওঁলোকে আৰু হৰি ভগবন্তই হে জানে, আমি হ'লে ক'ব নোৱাৰো। জোনাকী নে কি এখন কাকত উলিয়াই অ, ভা, উ সা, সভা পাতি তেওঁলোকে কলিকতাৰ পৰা ডিব্ৰুগড়লৈকে হেন্দোলদোপ লগাইছে, যেন তেওঁলোকৰ বৰ পুতেকৰ সাদিনীয়াকৈ পতা বৰ বিয়াখনহে। তেওঁলোকে ভু নেপায় যে আমি কানীয়া সভাৰ সভাসকলো হাত সাবটি বহি থকা নাই, আমাৰ সভাতো ৰাজনৈতিক আন্দোলনৰ দৰে ভাষাৰ আলোডন হয়; আমিও অ, আ ই, ঈ, সভা কৰোঁহঁক; আমিও "সিদ্ধি-বস্তু, অ, আ, ই, ঈ", পঢোহঁক। এইটো তেওঁলোকে পাহৰে যে অসমীয়া ভাষাটো আমি কানীয়া ভকতসকলৰো বাপতিসাহোন, তেওঁলোকৰ অকলশৰীয়া বেহানি নহয়; অৰ্থাৎ আমাৰ সভাৰ এজন সভ্যাই কোৱাৰ নিচিনা, তেওঁলোকৰ কাৰবাৰ যৌতুকত পোৱা সমল নহয়। সিদিনা আমাৰ সভাৰ এক বৈঠকত, দকচি কানি-টিকিৰা পোৱাৰ পিছত আমাৰ এজন বুঢ়া সভ্যাই এখন ৰচনা বা বৰ্ণনা পাঠ কৰি তেওঁলোকৰ জোনাকীৰ সম্বন্ধে কেনে মন্তব্য প্ৰকাশ কৰিছিল, তাক অলপো লৰচৰ নকৰাকৈ তলত তুলি দিলো।

"হবাপতি আৰু হইব মন্দোদৰ ককাইহঁত শুনিবাহঁক ঃ

"মই আজি আমাৰ অসমীয়া ভাখা ভাল কৰিবৰ মনেৰে বকৃতা গাবলৈ উঠিছোঁ। জয়জয়তে

কোৱা ভাল্ল, মোৰ নাও, মনু হাজতোলা। মই দিহিঙৰ থানৰ গোখাই পৰভু ঈশ্পৰৰ ভিতৰুৱাল হিচ। মই শিৰফুটা মাতঃবৰ লোকৰ ঘৰৰ লৰা। মোৰ ঘৰ ক'ত, মই আজিৰ এই হবাত নকও। তাৰ কাৰণ হুদিলে, ইয়াকে অলপ-অচৰপ আপোনা-হকলৰ কাণ চুৱাই থব লাগিব যে, পুলিচ বোলা সেই গৰিহা খোৱাবিলাকেৰে সৈতে মোৰ এচিকটামান আখেজা-আখেজি আছে।"

এজন সভ্য ঃ "কওক ককাই আপোনাৰ ঘৰ ক'ত কওক?"

"নকওঁ মোৰ ঘৰ যতে বা নহওক তোৰ কি? তই তাতে লাগিবলৈ খুজিছ নে? পুলিচ তোৰ দদায়েৰ নে কি?"

সভাপতি ঃ "সাজতোলা ককাই, আপুনি বক্তৃতা কৰক, ল'ৰা মানুহৰ কথাত নেলাগিব।

"হবাপতিয়ে কৈছা যেতিয়া নেলাগো বাৰু। শুনা। আমি কানি খাই ক'লা হলো বুলি অসমীয়া ভাষাৰ গোন্ধ নেপাওঁ এনে নহয়। অসমীয়া ভাখাটো, কান্তি অৰুচি হোৱা হিক্ষিত ডেকাসকলৰ যেনেকুৱা বাপতিসাহোন কানিত ৰুচি থকা আমি কানীয়া ভকতসকলৰো তেনে বাপতিসাহোন। তেওঁবিলাকে আমাক তেওঁবিলাকৰ হভাত লগ নিদিয়ে, আমাৰে সৈতে নেখলে, নেলাগে দিব, নেলাগে খেলিব। আমি সুকীয়াকৈ আমাৰ হবাত ভাষাৰ ভাল কৰিম। আমি কানি খাওঁ, তেওঁলোকে ফটিকা ভাং খায়! আমি বাটিত মলি খাওঁ, তেওঁলোকে বটলৰ পঁৰা ঢালি গিলাচত বাকি খায়! আমি পুৰি খাওঁ, তেওঁলোকে মেৰিয়াই চেলেউকৈ খায়। এইমাত্ৰ বেলেগ! এনে থলত তেওঁলোকৰ গপটো কিহৰ? ফাইদাংটো কিহৰ? আমাতকৈ এই ভীমটোকাইঁতৰ বিদ্যা-বুদ্ধিৰ টোপোলাটোৱেই বা কিমান গধুৰ? অসমীয়া ভাখাৰ উন্নতি কৰিবলৈ তেওঁলোকে যেনেকৈ এখন 'জোনাকী' উলিয়াইছে, মহাপুৰুষ গুৰুজনৰ অনুগ্ৰহত আমিও আমাৰ হবাৰ পৰা তেনে এখান 'পোহৰী' অতি সোনকালে উলিয়াম, আৰু সি জোনাকীতকৈ বেছি পোহৰ হ'ব। কালি দুপৰীয়া গৰখাৰৈত পৰি জিলিকি থকা এইখন তেওঁলোকৰ জোনাকী পাই, শুকাই-উভাই মেলি পঢ়ি চাই তাৰ দুখ-গুণ দেখুৱাই খমালোচনা কৰি এইখন বৰ্ণনা লেখি আনিছোঁ; আপোনাসকলে কাণ দি শুনিলে, এটি কানিৰ টিকিৰা পুৰিলে যেনে হন্তোখ পোৱা যায় তেনে হন্তোখ পাম।

"গৰখাৰৈৰ অনন্ত হয়্যাৰ পৰা টোপনি ভাঙি তুলি অনা এইখন জোনাকীৰ ওপৰতে লিখা আছে, 'সপ্তম ভাগ, ২য় সংখ্যা, শক ১৮১৮, মাহ ফাগুণ।' কানি দেখিলে ফুহৰি উগাৰ উঠা ভায়াসকলে কি লেখিছে কি মেলিছে, চাওঁ বুলি জোনাকীৰ প্ৰথম পাত মেলিলেই দেখোঁ, পোনতে আছে 'গীত' কাৰণ বুঢ়া হৈ আমুকাইৰ ধৰমত মতি-গতি হৈছে; ধৰমৰ আলোচনা দেখিলে মই হন্তোখ পাওঁ।

গীত

"অহং-একতাল
"উঠা এবে চিপে অসমীয়া ভাই।
বান্ধা কঁকালত টঙালি আটি।
লোৱা বীৰ সাজ, দিয়া দলিয়াই,
কেচুৱা লৰাৰ ধাগৰি গাতি।

বণ-ধ্বজা ধৰি বলা আগুৱাই,
তেজাল খোজত কঁপোক মাটি।
জানি লৌৰা ভাই এৰিবৰ হ'ল,
গুণা খনিয়াৰ লাহৰী ছাটি।
উঠি কাম কৰা, এৰি দিয়াতুমি।
জুহাল-গুৰিৰ কলা ঘুমটি।
ইমানতে ভাই চোৰাঁ মেলি
কানি ধোৰাঁখোৱা পেলোৱা কাটি।।
সুৰঁৰি তোমাৰ এনুৱা বিলাই,
যাব খোজে হায় বুকু যে ফাটি
পেলোৰাঁ এছাৰ মাটি সৰপালি
নেথাকিবা আৰু হাত সাবটি।।
সকলোৱে কাম কৰা এক মনে,
পুৱাব তেতিয়া দুখৰ ৰাতি।
নহ'লে নিশ্চয় অভিধান মেলি
নেপাবা আৰু অসমীয়া জাতি।।"

"কিন্তু ক'ত মহাপুৰুষ গুৰুজনে ভণা 'ৰামক গোসাঁই কৰোহোঁ গোহাৰি' বৰগীত দোঁখ আনন্দ লভি চকুৰ লোৰে তিতি-বুৰি যাম, দেখোন খালত পৰা অসমীয়াক তুলিবলৈ কিবা হেলৌ-হেছৌ। গীত পদ এফাকি গাই কেতিয়াবা কোনোবাই নাদত পৰা অসমীয়াক তুলিব পাৰে নে? আনহে নেলাগে, চিত্ৰসেন গন্ধৰ্ব ৰজাই অথবা আমাৰ ৰজাঘৰীয়া গায়ন বাপী ৰজাইও এনে অসাধ্য সাধন কৰিব পাৰিছে বুলি শুনা নাই। হায় বিধি! আমাৰ ভায়াইতে গছত গৰু তুলিলে, আৰু হোলোঙাৰে কাণ বিন্ধিলে দেখিছো। পাটনাদত ঘটী পৰিলে লেজুৰেহে টান তলিব পাৰি, গীতেৰে নহয়।

প্ৰথমতে, "অহং-একতালা।" দুখৰ বিষয়। কাৰণ, তোমাক ভাঙিব পাৰিম। দোতালা তেতালা চৌতালাবিলাক হে অমুকাই ভাঙিবলৈ টান পায়। একতালা একে মাৰেই ভাঙিব পৰা যাব। সেই বুলি দোতালাই হওক বা চৌতালাই হওক তাক ভঙা মোৰ যে অভ্যাস নাই এনে নাভাবিবা। যেনে কি তালাটো হওক মই তাক ভাঙিমেই ভাঙিব। শ্ৰীবিষ্ণু। "একতাল"। কি ভুল পঢ়িছিলো! মই বুঢ়া মানুহ বোপাইহঁত, চকুত চলিহাই ধৰিছে; মোৰ চকুত একেবাৰেই আখৰটৰ ষোল কলা উদয় নহয় লাহে লাহেহে। সি যি হওক, একতাল যদি উথাহ পালো। কাৰণ অকলৈ এপাট তাল নেবাজে; গতিকে বুঢ়াৰ মুখৰ কামোৰণিৰ ধৰিবৰ হুত্তৰ নাই। আৰু চোৰা, ব্যাকাৰণৰো মান ৰল। কথাখাৰ হৃদ্ধ একতাল দেখি 'অহং' প্ৰয়োগ হৈছে। দুতাল নোহোৱাহেঁতেন "আবাম" আৰু তেতাল চৌতাল হোৱাহেঁতেন "বয়ম" হ'লহেঁতেন।

হইব মন্দোদৰহকল, মই একতাল নেবাজে বুলি ভাবিছিলো। কিন্তু ভাবিলে কি হ'ব।

কলি কলীয়া তাল এপাটেই বাজি উঠিছে। শুনা ঃ — "উঠা একেচিপে অসমীয়া ভাই।"

"উঠা বহা উজু কাম বুলি মোৰ হলে বিশ্বাস, আনৰ কি ক'ব নোৱাৰোঁ। কিন্তু অসমীয়া ভায়ে যেতিয়া চিপ্ মাৰি উঠিবলগীয়াত পৰিছে, তেওঁৰফালে দিহা লাগিল বুজিবা! মই কওঁ, এনে অৱস্থাত অসমীয়া ভাই কিজন নুঠাই ভাল; কাৰণ, উঠিব যে তেওঁলোকে কিবা বাঘ-পহু মাৰিব পাৰিব এনে ভৰখা আমি নাৰাখোঁ। বিশেষকৈ, চিপ্‌মাৰি জানিবা তেওঁ উঠিলেই আমি আকৌ তেওঁক নপৰাকৈ আউজাই ধৰি থাকিবলৈ মানুহ পাওঁ ক'ত?

"বান্ধা ককালত টঙ্গালি আটি"

কৃষ্ণ শঙ্কৰ গুৰু! এইটো দেখোঁ নিচলা অসমীয়া কেইটাক বধিবৰ ব্যৱস্থা! কানিত অৰুচি উতনুৱা ডেকাখনে কৰে কি? তেওঁলোকৰ মতলবটো কি? একে বেলিয়েই খোলাখুলিকৈ কৈ দিলেই হয় যে, টঙ্গালিখন ককালত নাটি টেটুত আটা।

"লোৱাঁ বীৰ-সাজ, দিয়া দলিয়াই, কেচুৱা লৰাৰ ঘাগৰি গাতি।" শুনিলা? অসমীয়া কেচুৱা। তেওঁৰ গাত ঘাগৰি গাঁতি আছে। অৰ্থাৎ তেওঁ এতিয়াও আঠীয়া কল ছালি খোৱা অৱস্থাতে। তেন্তে নো সেই কেচুৱাই ৰাম-ৰাৱণ ভীম-অৰ্জুনৰ বীৰ-সাজ পিন্ধি যুজ কৰিবলৈ ওলাব কেনেকৈ হে কোৱাঁচোন হবাপতি ককাই? হাতত কাঠৰ হেঙুলীয়া জুনুকা লৈ যুজিবলৈ ওলোৱা কেচুৱা অসমীয়াৰ পল্‌টনটো দেখিবলৈ ধুনীয়া নহ'ব নে বাৰু?

"উঠি কাম কৰা এৰি দিয়া তুমি
জুহাল গুৰিৰ কলা-ঘুমটি।
ইমানতে ভাই চোৱাঁ চকু মেলি
কানি ধোঁৱাঁখোৱা পেলোৱাঁ কাটি।"

আহা হা! জোনাকী কাকত নহয় জানিবা পুৰন্দৰ ৰজাৰ নাতি হে! হুকুম কৰিলে, জুহালৰ গুৰিৰ পৰা উঠ! কালঘুমটি এৰ! কানিৰ ধোৱাঁখোৱা কাটি পেলা!

হেৰা জোনাকী পৰুৱা! তোমাৰ কিন্তু বুধিটোৰ গুৰিত কলহ চেৰেক পানী ঢালি আৰু আকোৱাঁলে নোপোৱা কৰি দিব লাগিব; নহ'লে কাম নচলে। যাৰ কাণৰ কাষত ৰিঙিয়াই বা জয়-ঢোল কোবাই চকু মুকলি কৰিবলগীয়া হৈছে, সি "ৰণধ্বজা কৰি" আগুৱাব পৰা লোক হে! এচকু টোপনিৰে কেঁচাঘুমটীয়া অসমীয়াৰ কেঁচা ঘুমটি ভাঙি, কুম্ভকৰ্ণক ৰাৱণে যি কৰিলে তুমি অসমীয়াক তাকে কৰিবৰ ফিকিৰত আছা হ'বলা? আমি তোমাৰ ফাকিত সতকাই নপৰো জানিবা। কানিৰ ধোৱাঁখোৱা পেলাই আমি ৰণধ্বজা হাতত তুলি লম কিহৰ বাবত? ধ্বজা ছুপিলে ধোৱাঁ ওলাব নে নাই গাত ৰাগী লাগিব? তোমাৰ ধ্বজা তুমিয়েই লৈ ৰণ কৰা বা পৰ্বত বিদাৰী দেও হে, তাক আমাৰ হাতত নিদিবা। তোমাক খোলাখুলিকৈ কৈ দিওঁ যে আমাৰ ৰণধ্বজা আমাৰ হাতৰ ধোঁৱাখোৱাৰোৰেই, আমি তাক নেৰোঁ।

"সুৰ্বৰি তোমাৰ এনুৱা বিলাই
যাব খোজে হায় বুকু যে ফাটি।"

আমাৰ বিলাই সুৰ্বৰি তোমাৰ বুকু ফাটি যাব খুজিছে যাওক, আমাৰ তাত আপত্তি নাই। কিন্তু আমাৰ হ'লে, তোমাৰ বুকুখন ছিগুাল ফটাদি ফাটি যাব খোজা শুনি জুহালৰ গুৰিৰ

কালঘুমটিটোৰেই ভাঙিব খোজা নাই। কিমধিকমিতি।

"পেলোৱা এছাৰ মাৰি সৰপালি"

'সৰপালি'টো কেচু কুমটি নহয় দেও হে যে তাক এছাৰ মাৰি পেলাম। সিতো আমাক কামোৰা নাই।

"পুৱাব তেতিয়া দুখৰ ৰাতি"

পুৱাব নোৱাৰিছে আমি আমাৰ ৰাগী নেৰে মানে নুঠো; বেলি দুপৰলৈকে শুই থাকিম। ৰাতি পুৱা নুপুৱাৰে সৈতে আমাৰ সম্বন্ধ কি? আৰু ৰাতিটো দুখৰ নে সুখৰ, তুমি কানি খোৱা, তেতিয়া বুজিবা।

"নহলে নিশ্চয় অভিধান মেলি
নেপাৱা আৰু অসমীয়া জাতি।"

'নেপাম তো। অভিধানৰ পাতত নো অসমীয়া জাতিটো আছে বুলি তোমাক কোনে কলে? পৰ্বতত নো তুমি কাছকণী বিচাৰা কিয়? তুমি কানি খোৱা ভাই তুমি কানি খোৱা, নহ'লে তোমাৰ বুধিৰ চোক নোলায়, এই আমুকাইৰ নিবহ-নিপানী পৰামৰ্শ।

অসমীয়া ভাবাৰ আকৌ উন্নতি কি? অসমীয়া ভাখাৰে তুমিও কথা কৈছা, ময়ো কৈছোঁ, মোৰ নাতি লৰাপোৱালী যেৰাইও কৈছে। উন্নতি নহ'লে আমাৰ তিনিউৰো কথা কোৱাত কিবা ব্যাঘাত হবনে? অসমীয়া ভাখাৰ উন্নতি হ'লে, আনৰ লাভ লোকচান যেই কিবা নহওক, আমুকাই কিন্তু বানপ্ৰস্থী হ'ব লাগিব। কাৰণ এই উন্নতি নোহোৱা অৱস্থাতে তাক শ্ৰীযুত বুঢ়াৰ শ্ৰীমতী বুঢ়ীয়ে শ্ৰীযুত বুঢ়াৰ ওপৰত যেনেকৈ ব্যৱহাৰ কৰে, তাৰ আকৌ উন্নতি হ'লে শ্ৰীযুত বুঢ়াই বনলৈ নপলাই আৰু কৰিব কি?

মোৰ মতে, অসমীয়া ভাখা শাণ আৰু অসমীয়া ঘৈণীবিলাকৰ জিভা শণোৱা খুৰ। শাণ যিমান ভাল হ'ব খুৰৰ চোক সিমান ওলাব। মই কওঁ, অসমীয়া ভাখাৰ উন্নতি মতা মানুহৰ দ্বাৰাই কেতিয়াও নহয়, সি তিৰোতাৰ দ্বাৰাই হে হ'ব। আৰু তত দিনে আমুকাই ঘৰ এৰি পলাব লাগিব আৰু তাৰ নিমিত্তে তেওঁ প্ৰস্তুত আছেও।" ■

# দদায়েক পদো আৰু ভতিজাক ভদো

গুৱাহাটীৰ পৰা, বেঙা মেলি ধুবুৰী পাই আমাৰ বঙহৰে পদো শইকীয়াৰ ঘৰত আলহী ৰ'লো। উজনিৰ বঙহৰ ঘৰৰ ল'ৰা আহিছে, এই বুলি শইকীয়া শইকীয়ানী আৰু পুতেক ডেকা শইকীয়াৰ নথৈ ৰং। আদৰ সাদৰেৰে শইকীয়া-পৰিবাৰে মোক পুতি পেলালে।

সন্ধ্যা লাগি ভগাৰ পিছত, শইকীয়াই মোক সুকীয়াকৈ এখোটালিলৈ মাতি নি বহুৱাই এটুপি ফটিকা উলিয়াই অভ্যৰ্থনা কৰি ক'লে, "বোপা, তই মোৰ উজনিৰ বঙহৰ ল'ৰা। কতকাল তইঁতৰে সৈতে মই আঁতৰা আঁতৰি হৈ আছোঁ। তোক কি দিম, কি খুৱাম, মোৰ আছে কি? এটোপা ফটিকাকে খা মোৰ বোপাই। মোৰ ঘৰত কিন্তু মদ, ভাং, কানি আদি সাত সুৰাৰ এক সুৰাও নচলে। বিশেষকৈ, মোৰ ঘৰৰ ঘৈণী আৰু পো এই বিষয়ত বৰ কট্‌কটীয়া। সিহঁতে মোৰ ঘৰৰ চাৰি বেৰৰ ভিতৰলৈ ৰাগী লগা বস্তু সুমাব নিদিয়ে। মই বুঢ়া মানুহ, লুকাই-চুৰকৈ এটো আদটোপা কোনোবা কাচিৎ খাওঁ, খালে গাটো অলপ ভাল পাওঁ, এমুঠি ভাত খাব পাৰোঁ।" ইত্যাদি।

এই পাতনিৰ পিছত একোটোপা ফটিকা খাই আনন্দ কৰি মই সেই খোটালিৰ পৰা বাহিৰলৈ ওলাই আহিছোঁ, এনেতে শইকীয়ানী আহি চকুৰ ঠাৰ দি তেওঁ থকা ভিতৰৰ ঘৰৰ এখোটালিলৈ মোক মাতি নি বহুৱাই তামোল-ছালিৰ বটা উলিয়াই কিছুমা পৰ কথা-বাৰ্তা পাতি ক'লে, "বোপাই, তই আমাৰ উজনিৰ বঙহৰ ল'ৰা; কতকাল তইঁতৰে সৈতে দেখাশুনা নাই; তোক কি দিম, কি খুৱাম, আমি দুখীয়া মানুহহ, আমাৰ আছে কি? এটুপি সাঁচতীয়া ফটিকা আছে, তাকে দিওঁ খা মোৰ বোপাই। আমাৰ ঘৰত কিন্তু এনেবিলাক বস্তু নচলে। আমাৰ ত'ত আৰু পোৱে আমাৰ চাৰি বেৰৰ ভিতৰলৈ এনে বস্তু সুমাব নিদিয়ে। মই বুঢ়ী মানুহ, গাৰ বিষত কেকোৰা হৈ থাকোঁ; সেই দেখি লুকাই-চুৰকৈ কেতিয়াবা কাচিৎ ইয়াৰে এটোপা খাওঁ, খালে গাৰ বিষটো অলপ কম পাওঁ।"

শইকীয়ানীৰ অনুগ্ৰহ আৰু অনুৰোধত দ্বিতীয় বাৰ ফটিকা খাই, লাহেকৈ উঠি বাহিৰলৈ আহি অলপ থিয়াথিয়ি কৰিছোঁ, এনেতে পুতেক ডেকা শইকীয়াই তেওঁৰ শোৱনি ঘৰৰ ভিতৰলৈ মনে মনে মাতি নি ক'লে, "ভাই, তুমি আমাৰ নিজৰ দেশৰ মানুহ, বঙহৰ ঘৰৰ ল'ৰা। বিদেশত নিজ বঙহ পৰিয়ালৰ মানুহ দেখা পালে মনত কি যে আনন্দ হয়, তাক কি কম। ভাই, তুমি গোটেইটো দিন বাটত দুখ পাই আহিছা দেখি মনে মনে এটোপা ব্ৰাণ্ডি খাবলৈ মাতি আনিলো। পিতাদেৱে আৰু আয়ে মদ ভাং কানি আমাৰ ঘৰৰ চাৰি বেৰৰ ভিতৰলৈ সুমাব নিদিয়ে। তেওঁবিলাক সেই বিষয়ত ভাৰী 'ষ্ট্ৰিক্ট'। মই কিন্তু ভাই কেতিয়াবা লগৰীয়া পালে এটোপা আদটোপা লুকাই চুৰকৈ খাওঁ।" ইত্যাদি ইত্যাদি।

সি যি হওক, মোৰ পেটত ওপৰাওপৰিকৈ তিনিবাৰ দেশী-বিদেশী ফটিকা পৰিল।

ফকৰাত আছে, "বলি বীৰ, বলি বীৰ, অৰ্দ্ধ হনুমান।" কীৰ্তন পুথিত আছে, "একে পাট শৰে বালি শঙ্কলিলা জীৱ।" আমুকা, বালিৰ সমনীয়া পূৰা বীৰ, বা বলিৰ জোৰৰ বোলঅনা বীৰ নাইবা হনুমন্তৰ শাৰীৰ আদখিনীয়া বীৰ বুলি কোনো ফকৰা বা শাস্ত্ৰৰ মতে প্ৰখ্যাত নহওঁ। তথাপি, এই কথা লক্ষ্য কৰিবলৈ পাহৰিব নেলাগে যে, তিনিবাৰ তিনিপাট শহেহে আমুকাক টলাব পাৰিলে। মহাবীৰ বালিৰ কিন্তু একেপাটতে স্বৰ্গ লাভ। আমুকাৰ গাত লগা শৰ কিপাট কিন্তু ফটিকাৰ শৰ, গতিকে বালিয়ে খোৱা পাটতকৈ চোকা, এই কথাও লক্ষ্য কৰা উচিত।

ৰাতি ভাত খাবৰ হ'ল। মোক খাবলৈ মাতিলে। কিন্তু শইকীয়া শইকীয়ানী আৰু ডেকা শইকীয়া দেখি অবাক যে, মই ফটিকাৰ জালত, ভাত খাবলৈ যাওঁ ছাৰি, মুৰকে ডাঙিব নোৱাৰোঁ, আৰু কথা ক'বলৈ মোৰ জিভাই দোবোল নেখায়। কাণ্ডখন দেখি তিনিও তিনিওৰমুখলৈ চাই বিস্ময় মানিলে। অৰ্থাৎ তেওঁলোকে গাইপতি মনে মনে ভাবি আচৰিত হ'ল যে মুঠেই এবাৰ এটোপা ফটিকাই আলহীক কেনেকৈ এনে মতলীয়া কৰিলে।

মোৰ সেই ৰাতি আৰু ভাত খোৱা নহ'ল। ৰাতি এম্বাৰমান বজাত ৰাগীৰ জালটো কমিল যদিও, আৰু ভোকে পেটত শাগে কটাদি কটা যেন পাইছিলো যদিও, মই লাজতে কাকো নেমাতি টলকা মাৰি শোৱাপাটিতে পৰি থাকিলো।

মোৰ শোৱাপাটিৰ ওচৰতে শইকীয়া আৰু ওঠৰ কি কুৰি বছৰৰ বয়সীয়া এটা ডেকা লৰা বহি নানান বাবে-ভচহ মেল পাতিছে। এনেতে, সেই ডেকা ল'ৰাটোৱে এবাৰ শইকীয়াক সম্বোধন কৰি ক'লে, "দদাই, তুমি সিদিনা কব খোজা সাধুটো কোৱা।"

পদো : "আজি আৰু ক'ব নোৱাৰোঁ মোৰ বোপাই ভদো, ৰাতি ভালেখিনি হ'ল, মই শুবলৈ যাওঁ।"

ভদো : "শুবলৈ গ'লে নহয় দদাই, ৰাতি ভালেখিনি হোৱা নাই। তুমি সদায় মোক এইবিলাক কি ফাঁকি দি থাকা?"

পদো : "তই যেতিয়া সাধু শুনিবলৈ ইমানকৈ ধৰিছ, মোক নেৰ মই জানিছোঁ, শুন তেন্তে।"

ভদো : "কোৱা দদাই, তুমি বৰ ভাল।" পদো শইকীয়াই আৰম্ভ কৰিলে—

"এক দেশত এক ডাঙৰ ৰজা আছিল। ৰজাৰ অনেক কুঁৱৰী, তথাপি ৰজা অপুত্ৰক। সেই নিমিত্তে ৰজাৰ মনত সুখ-শান্তি নাই। কুঁৱৰীসকলৰ মনত আৰু ৰজাৰ সকলো প্ৰজাৰ মনতো সেই বাবে সদায় দুখ। পুত্ৰ ৰত্ন লভিবৰ নিমিত্তে ৰজাই কত দান ধৰ্ম্ম যাগ যজ্ঞাদি কৰিলে তাৰ সীমা সংখ্যা নাই, তথাপি ৰজাৰ সন্তান নহ'ল। এদিন ৰজা পাত্ৰ মন্ত্ৰী সভাসদসকলেৰে সৈতে ৰাজসভাত বহি আছে এনেতে 'মহাৰাজৰ জয় হওক' বুলি হঠাৎ এজন সন্ন্যাসী আহি ৰজাৰ হাতত এটা বগৰি দি ক'লে, 'মহাৰাজ। এই বগৰিটি যি তিৰোতা মানুহে খাব তেৱেঁই পুত্ৰৱতী হ'ব।' সন্ন্যাসীৰ এই কথা শুনি ৰজা পৰম আনন্দিত হৈ বগৰিটো লৈ গৈ বৰকুঁৱৰীক খাবলৈ দিলে। বগৰি খাই কুঁৱৰী গৰ্ভৱতী হ'ল। নিৰ্দ্ধাৰিত কালত কুঁৱৰীৰ এটি দিপ্লিপ্ লৰা উপজিল। ৰজা আৰু কুঁৱৰীসকলৰ মহা আনন্দ আৰু ৰাজ্য উৎসৱৰ ঢৌত হেন্দোলদোপ্ লাগিল।

ঈশ্বৰৰ ইচ্ছাত সেই দিনাই বৰকুঁৱৰীৰ লিগিৰী এজনীৰো এটা ল'ৰা উপজিল। ৰজাৰ কোঁৱৰ আৰু লিগিৰীৰ লৰা একেলগে উমলি ডাঙৰ দীঘল হ'বলৈ ধৰিলে; আৰু দুইৰো মাজত বন্ধুতা জনমিল।

ভদো : "কি অন্যায় পদো দদাই! লিগিৰীৰ লৰাৰে সৈতে ৰজাৰ কোঁৱৰৰ বন্ধুতা! ই হ'বই নোৱাৰে!"

পদো ঃ "শুনি যা, শুনি যা, হ'ব পাৰে নে নোৱাৰে সেইটো পাচে বিচাৰ কৰা যাব। লাহে লাহে ৰজাৰ কোঁৱৰ ডেকা হ'ল। অস্ত্ৰ-বিদ্যা আৰু শাস্ত্ৰ-বিদ্যাত তেওঁৰ নিপুণ হৈ উঠিল। এদিন স্বৰ্গদেৱৰ অনুমতি লৈ হয়-হস্তী পদাতিৰে সৈতে কোঁৱৰ মৃগয়া কৰিবলৈ গ'ল। বাছি বাছি শালৰ পৰা দুটা তেজী ঘোৰা উলিয়াই লৈ এটাত ৰাজকোঁৱৰ আৰু আনটোত লিগিৰীৰ ল'ৰা উঠিল।"

ভদো ঃ "পদো দদাই, তুমি কি অন্যায় কথা ক'বলৈ লাগিলা? ৰাজকোঁৱৰে সৈতে সমানে সমানে ঘোৰাত উঠি কুকুৰধূলি লিগিৰীৰ লৰা মৃগয়া কৰিবলৈ গ'ল। এনে কথা কেতিয়াবা হ'ব পাৰে নে?"

পদো ঃ "তই শুনি যা, শুনি যা, শুৰিবে পৰা গোলমাল কৰিবলৈ ধৰিলি কিয়? কোঁৱৰে মৃগয়া কৰি ভাগৰ লাগি এখন সৰোবৰৰ পাৰত জিৰাই ঘোৰাক পানী খুৱাইছে, এনেতে—"

ভদো ঃ "অসম্ভৱ! অসম্ভৱ! ৰাজকোঁৱৰে নিজে ঘোৰাক পানী খুৱাবলৈ যাব কিয় লিগিৰীৰ লৰা থাকোঁতে? দদাই, তুমি লগুৱা লৰা এটাক ইমানকৈ বঢ়াই দিয়াটো একে ভাল কথা নহয় একা!"

পদো ঃ "আঃ! এইটো সাধু-কথাহে, তই অবুজন হৈছ কিয়? শুনি যা। এনেতে সৰোবৰৰ সিপাৰলৈ ৰজাৰ কোঁৱৰৰ চকু গ'ল। দেখিলে, এজনী দিপ্‌লিপ্ কন্যাই কাষত কলহ লৈ পানী নিবলৈ আহিছে। ছোৱালীজনীৰ ৰূপ দেখি ৰাজকোঁৱৰ মূছকছ গৈ মাটিত পৰিল। লিগিৰীৰ লৰাই 'সখি কি হ'ল? বুলি আকোঁৱাল মাৰি কোঁৱৰ ধৰি তেওঁৰ মূৰত পানী দিবলৈ—"

ভদো ঃ "কি দদাই, লিগিৰীৰ লৰাই ৰজাৰ কোঁৱৰক সখি বুলি মাতিবলৈ দিলা! কম বিয়াদপ নহয় দেখিছোঁ।"

পদো ঃ "ভেবাৰাম অকৰাৰাম! শুনি যা, শুনি যা। ই সাধুকথা হে।"

ভদো ঃ "কি সাধু-কথা! দদাই যোৱা! সাধু কথা হ'ল বুলি ৰাজকোঁৱৰক এনে অপমান কৰিবলৈ এৰি দিব পাৰিনে?

পদো ঃ "একো অপমানৰ কথা নহয়, শুনি যা, শুনি যা! চেতনা, পাই ৰাজকোঁৱৰে লিগিৰীৰ লৰাক ক'লে, সখি—"

ভদো ঃ "আকৌ? কি সখি হে! দদাই কি সখি? নোম-নেগুৰ বৰ্জ্জিত লিগিৰীৰ লৰাই কোন বাপেকৰ কালত সখি পাইছে। ৰাজকোঁৱৰে কেতিয়াও তাক সখি বোলা নাই। জানা পদো দদাই, এইবিলাক বৰ অসহনীয় কথা।"

পদো ঃ "ভদো, তই কিবা কেচুৱা ল'ৰা হলি দেখোন। সাধু কথাত আকৌ কি তই সেইবোৰ নিয়ম বিচাৰিছ? বাৰু শুন, শুন, এতিয়া। ৰজাৰ ল'ৰাই লিগিৰীৰ ল'ৰাক ক'লে, সখি, মই যদি সেই সুন্দৰী কন্যাক বিয়া কৰাবলৈ নেপাওঁ, তেন্তে মই এইখিনিতে প্ৰাণত্যাগ কৰিম। তুমি যদি মোক জীয়াই থকা দেখিব খুজিছা, তেন্তে এতিয়াই ইয়াৰ এটা দিহা কৰাঁ। আৰু মই তিনি সইত খাই কৈছোঁ, তুমি যদি সেই সুন্দৰীক মোক দিব পাৰা, তেন্তে মই ৰজা হ'লে তোমাক অৰ্দ্ধৰাজ্য দান কৰিম।"

"কি দদাই, তুমি খোপত খোপে বঢ়াই এজনী বান্দীৰ ল'ৰা এটাক অৰ্দ্ধৰাজ্যৰ ৰজা কৰিবলৈ গৈছা, তোমাৰ ইমান সাহ! সহি থকা যেন দেখিছা হ'বলা?" এই বুলি উঠি নিজৰ ভৰিৰ পৰা চটি জোতা জোৰ সোলোকাই লৈ দদায়েকৰ গালত চট্‌প চট্‌প লগাই ভদো ভো ভো কৰে উঠি গুচি গ'ল!

কাণ্ডখন দেখি আমুকাইৰ গাৰ পৰা ফটিকাৰ ৰাকী ৰাগী সোপাই ফুৰ্ ফুৰ্ কৈ কৰবালে উৰি গ'ল। ৰাতিৰ ৰাকী কেইডাৰ টলকা মাৰি পাটিতে পৰি থাকি, যেহজালি দিওঁতেই পদোৰামৰ ঘৰৰ পৰা মিলাৰাম পলাই পত্ৰং। ■

তৃতীয় অধ্যায়

বেজবৰুৱাৰ চুটিগল্পৰ তৃতীয় সংকলন

# জোনবিৰি

প্ৰথম প্ৰকাশ : ১৯১৩ চন

# আমাৰ সংসাৰ

## প্ৰথম দৰ্শন

(ভৱানীৰ বয়স ২২। স্বামী শম্ভুনাথৰ বয়স ৩০। জীয়েক চেনেহীৰ বয়স ৩ বছৰ। পুৱা ৯ বজা। বৰঘৰৰ ভিতৰ। ভৱানী শোৱাপাটীত। শম্ভু পাটীৰ কাষত থিয় হৈ।)

শম্ভু ঃ পিছে তুমি আজি নুঠা নে? ৯ বাজিল। মোৰ কছাৰীলৈ যাবৰ সময়ও হ'লহি; এতিয়ালৈকে ভাত-পানীৰও একো দিহা নহ'ল দেখোন?

(উস্! আস্! কৈ ভৱানীয়ে কেকায়।) কি হৈছে, কেকাইছা কিয়?

(আকৌ দীঘল দীঘল কেকনি) নোকোৱা নো কিয় কি হৈছে?

ভৱানী ঃ কি হ'ব, একো হোৱা নাই। আমি মৰিলেও কিবা কোনোবাই আমাৰ বুজ লওঁতা আছে নে? সকলোৰে কেৱল খাওঁ খাওঁ মূৰ্তিহে। উস্! উস্ দেউতা ঐ —!

শম্ভু ঃ কি, জ্বৰ হৈছে নে? চাওঁ।

(শোৱাপাটীত বহি ভৱানীৰ ককালত হাত দিয়ে।)

ভৱানী ঃ সেই ফেৰাইহে বাকী আছে। উস্। আস্। ইস!

(চেনেহীৰ প্ৰৱেশ)

চেনেহী ঃ আই, হেল আই, মোল ভোক লাগিছে, দলপান দে।

(পাটীত উঠি মাকৰ গাৰ ওপৰত পৰে)

ভৱানী ঃ উস্! উস্! তইও আহিছনে মোক খাবলৈ? জলপান বুলি মোৰ মূৰটোকে খা। গাৰ বিষত লৰচৰ কৰিব পৰা নাই মই মানুহজনীয়ে, আটায়ে খাওঁ খাওঁ লগাইছে!

শম্ভু ঃ গা বেয়া যদি উঠিব নালাগে, শুই থাকা। মই আজি বেজবৰুৱাৰ ঘৰৰ পৰা বিষৰ তেল আনি দিম, সেই তেল ঘহিলেই ভাল হ'ব। চেনেহী আহ, মাৰক আমনি নকৰিবি; মাৰৰ নৰীয়া হৈছে নেদেখিছ। মই জলপান খাবলৈ দিম আহ।

(ঠোন্-ঠোনাই কন্দা চেনেহীক কোলাত তুলি লৈ শম্ভু বাহিৰলৈ আহে।)

## দ্বিতীয় দৰ্শন

(পুৱা ১০ বজা। আলিবাট।)

ঘিণাৰাম পেস্কাৰ ঃ সেইটি নকললবিচ ডাঙৰীয়া নে? বৰ মইও গৈছো। আজি আমি

গৰহাজিৰ হমহঁক যেন পাওঁ। হাকিম যে খুব সোনকালে কছাৰীলৈ আহিবলৈ ধৰিছে।

শম্ভু : আহক, গৰহাজিৰ নহওঁ, দহহে বাজিছে।

ঘিণাৰাম : আজি আপোনাৰ মুখখন শুকান কিয়? গা ধুবলৈ নহ'ল হ'বলা?

শম্ভু : এৰা, আজি আমাৰ ঘৰ-ঘৈণীৰ গা ভাল নহয়, সেই দেখি ভাত পানী ৰন্ধা নহ'ল, বাহী গায়ে কছাৰী আহিলো।

ঘিণাৰাম : আপুনি আজি এই চ'ত-মহীয়া দিনটো এই দৰেই কটাব নে কি? নিজেই এমুঠি চাউল বহাই নাখালে কিয়?

শম্ভু : কিবা বাঙ্কৰা কাকত এসোপা চাই থাকোঁতেই পলম হ'ল, নোৱাৰিলো।

ঘিণাৰাম : আপোনাসকল বামুণৰ জীৱ দুৰাকাছৰ নিচিনা লেকেতা; বতাহ খাইও আপোনালোকে তিনি দিন কটাব পাৰে। আমি শূদিৰ মখাইহে এসাঁজ খাবলৈ নেপালে পেটৰ পোৰণিত ত্ৰাহিমধুসূদন দেখোঁ। সৌৱা হাকিম এতিয়াহে আহিছে।

(প্ৰস্থান)

## তৃতীয় দৰ্শন

(দুপৰীয়া ১২ বজা। ৰান্ধনি ঘৰ। ভৱানীয়ে বহি ভাত ৰান্ধিছে। চেনেহীয়ে কাষতে থিয় দি কল্-কল্ কৰে কথা কৈছে।)

চেনেহী : আই, এই বল ফুটী মাঠটো মোল, নহয় নে বালু আই?

ভৱানী : হয় এই বৰ পুঠি মাছটো তোৰে, মোক ভাজি অতাবলৈ দে; আগৰপৰা আহ্কাল কৰি নেথাকিবি।

চেনেহী : হেল আই হেল, মোল ফালে ঠা ঠোন, আন্দাত আজি জোলনেমাল নে?

ভৱানী : কেপ্‌কেপাই নেথাকিবি দেই, কোনে কলে আঞ্জাত তেল নেমাৰো বুলি তোক? চাওঁ গুচ, মোক তেলৰ চুপিটো আনিবলৈ দে।

চেনেহী : আই হেল, ভাতে বক্‌বক্ কলে কিয়?

ভৱানী : উতলি কৰে।

*চেহনী : নহয়, নহয়, তই মোক দেউতালে সৈতে দন্দ কলে।*

## চতুৰ্থ দৰ্শন

(ৰান্ধনিঘৰৰ মজিয়া। ভৱানী আৰু চেনেহীৰ একেখন কাঁহীতে ভোজন।)

চেনেহী : মোল বল ফটী মাঠটো তই নেকাবি, হেল আই।

ভৱানী : নেখাওঁ।

চেনেহী : (কান্দি) নেকাওঁ বুলি তই মোল বল ফুটি মাঠটোৰ আদখিনি কালি। দেউতা কেছালিল পলা আহিলে আজি মই কৈ দিম। ■

# যেনে চোৰ তেনে টাঙোন

কটীয়া মোমাই চৰকাৰী মোমাই। সকলোৱে সৈতে তেওঁৰ মোমাই সম্বন্ধ লাগে। বগৰিগুটি এটাৰ সমান ঘুটমুট্ কৰে মোমাইটিক লবালবিৰ বেলিকা চোলাৰ মোনাত সুমাই লৈ যাবলৈকো তুমি সাহ কৰিব পাৰা। তেওঁৰ বয়স কিমান আমি ক'ব নোৱাৰোঁ আৰু কোনে ক'ব পাৰে, তাকো ক'ব নোৱাৰোঁ। আমি সদায় তেওঁক এনে চিন একে ছাবেই দেখিছোঁ, এই মাত্ৰ। এটা উপমা দিওঁ। তোমাৰ সেই জগন্নথীয়া পকা ৰঙালাওটো বৰচাঙত তুলি যেনে থৈছা তেনে আছে; আমাৰ এই কটীয়া মোমাইটিও, এই পৃথিৱীৰূপ বৰচাঙত, বিধতাই তুলি থোৱা ভাৱেই গৰ্‌গৰিয়া দি পৰি আছে। সৰিয়হৰ ভুলিৰ বাওৰ মাজত সোমোৱা সৰিয়হটো ভালেমান কাললৈকে তাতে বৈ যায়, জাৰিলে জোকাৰিলেও নোলায়, আৰু সতৰ্কাই লোকৰ চকুতো নপৰে। এই সংসাৰ-ভুলিৰ বাওৰ মাজত আমাৰ মোমাই-কণো, সেইদৰে বিধতাৰ চকুত নপৰাকৈ বৈ গৈছে। মোমাই বৰ টকটকীয়া; এলাহ কাক বোলে তেওঁ ভুকে নেপায়। দহ মাইল পোন্ধৰ মাইল বাটক তেওঁ বাট যেনকে নেদেখে। সমান বাটত ৰথৰ ঘিলা ঘূৰাদি তেওঁ ঘূৰি গৈ থাকে। তেওঁৰ ঘৰ যিখন গাঁৱত তাৰ পৰা জিলালৈ পোন্ধৰ মাইলৰ ওপৰ হ'ব। তেওঁৰ হেনো সেই ফেৰা বাট বুলনি ঘৰৰপৰা বৰঘৰলৈ অহা যেনহে লাগে। ইয়াতেই বুজিবা। দুদিনে চাইদিনে মোমাই জিলালৈ আহি আহি থাকে। মোমাই আহিলে আমাৰ বৰ ৰং হয়। আমি বাহ-ল'ৰাই বেঢ়ি ধৰি "মোমাই আমালৈ কি আনিছা?" "মোমাই অমুক, মোমাই তমুক", ইত্যাদি কথাৰে তেওঁক নথৈ আমনি কৰোঁ। মোমায়ে কিন্তু সেইবোৰত আমনি নাপায়। তেওঁ বৰৰ এঠাৰ আঙঠি; ল'ৰা, ডেকা, বুঢ়া সকলোৱে আঙুলিত কাপ খাই যায়।

কুহকুহীয়া জাৰ। এদিন পুহমহীয়া গধূলি মোমাই জুহালৰ ওচৰত ভুখৰিপীয়া পাৰি বহিছে; তেওঁৰ সৈন্যসামন্ত সভাসদ পাৰিষদ আমি ল'ৰাবোৰো সেই জুহালৰ চাৰিউপিনে একোডোখৰ তেনে ভুখৰি পীৰা পাৰি বহিছোঁ। মোমায়ে হাচটি মেলি বাইৰ চুঙাৰ টেমাটোৰ ভিতৰৰ পৰা এটা ভেকুৰী গুটিৰ সমান মেচ্ মেচ্ কৰে কলা কানি উলিয়াই কোঁট কৰে গিলি, তামোলছালিত কটাৰী বহুৱাইছে। এনেতে আমি গহীনকৈ মাত লগালোঁ, "মোমাই, এটা সাধু— " গোটেই কথাষাৰ আমাৰ মুখৰপৰা ওলাবলৈ নৌপাওঁতেই লগে লগে মোমাইৰ মুখৰপৰা এনে এটা ডাঙৰ ভেকাহীয়ে ঢেৰেকনি মাৰিলে যে একে ভেকাহীতেই আমি বালক-মণ্ডলী, নিয়াৰিৰ ওপৰত থকা ৰঙা লোৰ পৰা হাতুৰিৰ মাৰত ফিৰিঙতি ওফৰাদি ওফৰি পৰিলোঁ। কিন্তু মোমাইৰ গঢ়-গতি আমাৰ জনা আছে, প্ৰথম খুন্দাত খোপনি ৰখাব পাৰিলে, আৰু তুমি

ৰৈ গ'লা। গতিকে, চকু চাওঁতেই আমি গিৰ্জনি মাৰি হাঁহি, আকৌ তেওঁক বেৰি ধৰি "সাধুকথা" "সাধুকথা" কৰি চিঞৰিবলৈ ধৰিলোঁ। অলপমান টলকা মাৰি থাকি মোমায়ে মাত লগালে, "তহঁত বৰ দুষ্ট ল'ৰা বুজিছনে? কি সাধু শুনিবি?"

আমি আহলাদত গদ্‌গদ্ হৈ ক'লো, "মোমাই তোমাৰ যিহকে ক'বৰ মন যায়।"

মোমাই ঃ "এটাই মোৰ আঙুলিকেইটা ফুটাই দে।"

মোমায়ে এই কথা কোৱা মাত্ৰকতেই আমি এটাইমখাই একেবেলিয়েই আঙুলি ফুটাবলৈ ওলালো। আমাৰ ভিতৰৰ সুযোগ্য দুজনে সেই কাৰ্য্যত মনোনীত হ'ল; আৰু নিমিষতে, এদাৰ ঠেঙুলি ভাঙোতে উঠাদি উঠা ফুট্‌ফুট্ শব্দ কাণ জুৰাই মোমাইৰ আঙুলিৰ গাঁথিৰ পৰা উঠিবলৈ ধৰিলে। মোমায়ে সাধু আৰম্ভ কৰিলে ঃ

"মই যি সাধু ক'ব খুজিছোঁ, তাৰ নাম, 'যেনে চোৰ, তেনে টাঙোন'। সেই তাৰ নামটো কি? আঃ কুলক্ষণীয়াৰ নামটোৱেই মনত নপৰে। সেই— সেই— আঃ— সেই গৰিহাখোৱাৰ নাম কি?"

আমি ঃ "কাৰ নাম মোমাই?"

"তাৰ। — বোলো, সেই তাৰ যাৰ নামটোৱেই মনত নপৰা হৈছে। মুখত গুটিসাঁচেৰে এচকু কণা, সেই আমতলত ঘৰ যাৰ। বোলো, সেই আমাৰ গাঁৱৰ মোলোকা বৰুৱাৰ পুতেক, ৰুদ্ ৰুদ্ ৰুদাই— ঠিক মনত পৰিছে। মোলোকা বৰুৱাৰ পুতেক ৰুদ্ৰামে, আজি এবছৰ হ'ল, ভকলুৰ ছোৱালীজনী বিয়া কৰাই আনিছে। তাইৰ দুখ (আহা। বপুৰী তাই পৰজন্মত কি পাপ কৰিছিল!) কুলায়পাচিয়ে নধৰে। বপুৰী বৰ বিতোপন ছোৱালী। সি দুৰাচাৰ। পুৱা-গধূলি নিতৌ সি তাইক ঢেকি-থোৱাৰে মৰিয়ায়। মাৰ খাই খাই তাই ঘুগুলাপছলা। দোষত? নহয়, নহয়, মোৰ কুটুম, বিনাদোষত, বিনাদোষত। কোনো জগৰ নাই তথাপি সি তাইক মাৰে। মিছাকৈয়ে দায় খুচৰি উলিয়াই সি তাইক কিলায়। ন দোষে নেপালে পুৰণি দায় খুচৰি উলিয়াই লৈ সি তাইক খুন্দে। বেছেীয়ে পিঠি পাতি দি সহি থাকে। দিনৌ ইমান মাৰ-কিল খায়, তথাপি বেছেৰীয়ে গিৰিয়েকক সুখে সন্তোষে ৰাখিবলৈ মৰিমুজি যতন কৰে। তাইক মাৰটো কুলাধমৰ নিত্যকৰ্ম। নহ'লে তাৰ হাত খজুৱায়; সুখ নেলাগে, সুত নেলাগে। নহ'লে পাপীক পোকে কামোৰে। পাষণ্ড! নৰাধম! তাই ক'দাকটা কৰিলে কিলৰ জাউৰি আৰু বাঢ়ে। সেই মাৰকিলৰ কথা যদি কেনেবাকৈ তাই লোকক ক'লে, বা তাইৰ চিঞৰ-বাখৰ, কান্দোন কাটোন লোকে শুনিবলৈ পালে, তেন্তে মাৰ-কিলৰ জাউৰি সেই দিনা নথৈ বাঢ়ে। ওচৰচুবুৰীয়াই মাৰকিলত হকাবধা কৰিলে তাৰ হোৰ ঘৈণীয়েকৰ পিঠিত দুগুণ উঠে। ইফালে পাজীৰ, লোকে শুনিলে লাজটোও আছে। নিলাজ! নিধক! নিলাজৰ আকৌ লাজ, কেকোৰাৰ আকৌ মূৰ! তোম ডেম ফুল পাজী। তোমাৰা লাজ হ্যায় তোমাৰা চৰম হ্যায় নন্‌চন্! ইষ্টপিট!"

আমি ঃ "মোমাই, কাক ইমানবোৰ গালি পাৰিছা?"

"সেই তাক। সেই ঘৈণীয়েকৰ মঙহ-খোৱাক। ৰুদাই নে কি সেইটোক। উস। এদিন নহয়, দুদিন নহয়, মাহেক নহয়, পষেক নহয়, গোটেই বছৰটো সি তাইক খুন্দিছে বিয়া কৰি আনিৱৰ দিনচেৰেকৰ পিছৰপৰাই বুলিব লাগে, পাপীয়ে তাইক কলাগুটিবাদ্যং কৰিব লাগিছে।

এনে কথা ক'ত দেখিছা, ক'ত শুনিছা! গাঁৱৰ মানুহে পোনতে হকাবধা কৰিছিল। পাছে এৰি দিলে, তোৰ যি মন যায় কৰ বুলি। তাইক কুটি বাছি খা বুলি। কিয়নো, তাৰ ফল বিপৰীত হয় দেখি। লোকে হকাবধা কৰিলে তাইৰ পিঠিৰ কিলৰ জাউৰি বাঢ়ে, আৰু হকাবধা কৰোঁতাসকলৰ বটা গালি-শপনি হয়।

"দৈ কলঙনী বাই দৈকলঙীয়া গাৱঁৰ নাম-জ্বলা মাছৰ পোহাৰী। বৰ বুধিয়ক। তইতে তাইক দেখা নাই হ'বলা? তাই দেখিবলগীয়া তিৰোতা, জিলালৈ মাজে-সময়ে আহে। এদিন তইঁতক দেখুৱাম। দৈকলঙীয়া গাওঁ, ওচৰৰে গাওঁ। এদিন মাছ বেচিবলৈ আহি দৈকলঙীয়ানী ৰুদাইৰ ঘৰত উপস্থিত। ৰুদাই ঘৰত নাছিল। ঘৈণীয়েকে চোতালতে বহি চকুৰ লো টুকিব লাগিছে। দৈকলঙীয়ানীয়ে মাত লগালে, 'খাবলই ভাল মাছ আছে, লবি নে আই? কি হ'ল আই হে কিয় কান্দিছ?'

ৰুদাইৰ ঘৈণীয়েক ঃ 'মাছ নালাগে। একো হোৱা নাই— মোৰ আকৌ কি হ'ব দেও হে।'

দ ক ঃ 'এনে কথা কিয় কৰ মোৰ আই হে, একো নোহোৱাকৈ মানুহে কান্দে? কি হৈছে মোৰ আই ক?'

"গিৰিয়েকৰ কিল মাৰৰ সকলো কথা দৈকলঙীয়ানীয়ে তাইৰ পৰা উলিয়াই লৈ দুখ পতিয়াই ক'লে, 'আই, শুন, আজি মই গধূলিকৈ এবাৰ আহিম, আহি তোক মই যিহকে কওঁ তাকে যদি কৰ তেন্তে তোৰ গিৰিয়েৰে নিশ্চয় তোক আৰু নমৰা হ'ব।' 'বাৰু বাই তুমি আহিবা গধূলিকৈ; মোক যিহকে কৰিবলৈ কোৱা তাকে কৰিম' এই বুলি ৰুদাইৰ ঘৈণীয়েকে দৈকলঙীয়নীক কৈ বিদায় দিলে।"

এইখিনিতে দেখোন আমাৰ কটীয়া মোমায়ে মৌনতাৱলম্বন কৰিলে। আমি কাৰণ বিচাৰি মোমাইৰ মুখৰ ফালে নিৰীক্ষণ কৰি পালো তেওঁৰ চকু মুদখোৱা আৰু মূৰে বৰশী বোৱা। আমি মাত লগালো, "মোমাই দেখোন তুমি থিতাতে চেঙেলি টোপাবলৈ লাগিলা? তাৰ পিছত?" মোমায়ে লাহেকৈ চকু দুটা মেলি উত্তৰ দিলে, "কিহৰ পিছত?"

আমি ঃ "দৈকলঙীয়ানী বিদায় হোৱাৰ পিছত?"

মোমাই ঃ "কটীয়া মোমায়েৰে চেঙেলি টোপাবলৈ লাগিল।"

আমি ঃ "তাৰ পিছত?"

মোমাই ঃ "চেঙেলি এটা ধৰা পৰিছিল।"

আমি ঃ "তাৰ পিছত?"

মোমাই ঃ "তইঁতৰ কেপ্‌কেপনিত থাকিব নোৱাৰি এতিয়াই হাতৰপৰা সূলকি গ'ল।"

আমি ঃ "যোৱা মোমাই, তুমি কি ধেমালি কৰিবলৈ লাগিলা? দৈকলঙীয়ানী বিদায় হোৱাৰ পিছত কি হ'ল কোৱা?"

মোমাই ঃ "কি হ'ব আৰু, আধ্যা পৰিল।"

আমি ঃ "বাৰু আধ্যা পৰিল পৰক, আকৌ নৃকৈ একাধ্যা আৰম্ভ কৰা মোমাই, নহ'লে আমি নেৰোঁ; বোলো কেতিয়াও নেৰোঁ।"

মোমাই ঃ "নেৰ যদি কৰিলো আৰম্ভ এই।"

## দ্বিতীয় আধ্যা

গৰু-গাই ঘৰ চাপিল; সন্ধ্যা লাগিল; লাগি ভাগিল; ভাগি এন্ধাৰ হ'ল; আৰু ৰুদাইৰ ঘৰৰ পাছচোতালত দৈকলভীয়ানীৰ ডিঙিৰ মাত শুনা গ'ল— "অ আইটী!" মাত শুনি ৰুদাইৰ ঘৈণীয়েক ওলাই আহিল। তাৰ পিছত দৈকলভীয়ানীয়ে তাইৰ হাতত এটা বস্তু দি, কাণে কাণে অলপমান বেলি ফুচফুচাই কিবা বুধি দি, গুচি গ'ল।

আমাৰ মোমাই ডোখৰে আকৌ টলকা মাৰিলে। আৰু এই দোক্‌মোকালিতে চেলু পাই তেওঁৰ নাকে ওপৰাওপৰিকৈ দুবাৰ মাতিও ল'লে।

আমি ঃ "মোমাই মোমাই! তুমি আকৌ কি টোপনিয়াবলৈ লাগিলা? যোৱাঁ। তাৰ পিছত কি হ'ল কোৱাঁ? মোমাই! মোমাই!"

মোমাই ঃ "কি হ'ল?"

আমি ঃ "তাৰ পিছত?"

মোমাই ঃ "কিহৰ পিছত?"

আমি ঃ "দৈকলভীয়ানী যোৱাৰ পিছত?"

মোমাই ঃ "দৈকলভীয়ানী যোৱাৰ পিছত কি হ'ল, কলো নহয়।"

আমি ঃ "কেতিয়া কলা?"

মোমাই ঃ "এতিয়াই।"

আমি ঃ "যোৱা মোমাই, টোপনিৰ জালত তুমি কি কৈছা একো ঠিক নাই। একো নোকোৱাকৈয়ে বুলিছা কলো।"

মোমাই ঃ "তহঁত নিতান্ত বুধি-নাইকিয়া ল'ৰা বুজিছনে। দৈকলভীয়ানী যোৱা কথা কোৱাৰ পাছত মই কি কৰিছিলো?"

আমি ঃ "তুমি নাক ডকাই টোপনিয়াইছিলা।"

মোমাই ঃ "তেন্তে? বুজিব নোৱাৰিলি? দৈকলভীয়ানী যোৱাৰ পিছত গিৰিয়েকে ঘৈণীয়েক দুয়ো খাই শুই থাকিল। আৰু এইখিনিতে এই আধ্যা পৰিল।"

আমি ঃ "পৰিল পৰক, আকৌ নতুন আধ্যা উঠক।"

মোমাই ঃ "মোৰ মুখৰ তামোলখন ভালকৈ পাগুলি নললে নুঠে।"

চূণ-ধপাত ডেৰাছালিৰে পাগ-লগা তামোলখন ভালকৈ পাগুলি, সাধু-কথাটোৰ ঘিলা চাইটাত ভালকৈ তেল সানি লৈ মোমায়ে দুনাই লেজু ধৰি ঘৰ্ঘৰকৈ সাধুটো টানি লৈ যাবলৈ ধৰিলে।

"ল'ৰাহঁত, এই পালোহি।"

## তৃতীয় আধ্যা

পিছ দিনা হালোৱাতলিৰপৰা সোনকালে হাল মেলি ঘৰলৈ উভতি আহি ৰুদ্ৰামে ঘৈণীয়েকক মাত লগালে, "ঐ অ'! যোৱো শুনিছনে হয়? বেগাই আহ!"

ঘৈণীয়েক ঃ "শুনিছোঁ! কি হ'ল? আজি দেখোন ইমান সোনকালে হাল মেলি আহিলা? সেইটো বৌ মাছ ক'ত পালা?"

ৰুদ্ৰাম ঃ "সেই উৰিআম জোপাৰ তলত হাল বাওঁতে নাঙলৰ ফালত এই বৌ মাছটো উঠিল। কেনেকৈ মাটিৰ তলত বৌ মাছটো ওলাল গৈ ক'ব নোৱাৰোঁ। চাচোন, ডক্‌ডক্ কৰে জীয়া মাছটো। কাকো নকবি। ওচৰচুবুৰীয়াই গম পালেই ভাগ বিচাৰি আহিবহি। হোঁ, লৈ যা, ভালকৈ টেঙা দি এখন আঞ্জা ৰান্ধ। খুটুৰাচেৰেক ভাজিবিও। মূৰটোৰে সৈতে অলপ মাছ গধূলি সাজলৈকো থবি। থাকে যদি দুখুটুৰামান কাইলৈকো থলে ভালেই। ভালেই কি, কাইলৈকো থবই লাগিব।"

ঘৈণীয়েকে আনন্দ প্ৰকাশ কৰি লাহেকৈ উঠি মাছটো লৈ ভিতৰলৈ গ'ল।

আমাৰ কটীয়া মোমায়ে আকৌ টলকা মাৰিলে। আমি মাত লগালো, "মোমাই ৰলা কেলৈ? আকৌ টোপনিয়াইছা নে কি? নোটোপনিয়াবা মোমাই, তোমাৰ দুটি ভৰিত ধৰিছোঁইক, বেগাই কৈ অন্ত কৰি পেলালে আৰু তোমাক আমি দিগ্‌দাৰি নকৰোঁ।"

মোমাই ঃ "তইঁত বৰ উতনুৱা ল'ৰা বুজিছনে। ততকে নিদিয়। হুতাইতাই। এই আধ্যা পৰিল দেখি ৰৈছোঁ। এতিয়া পালোহি।"

## চতুৰ্থ আধ্যা

এই আধ্যাৰ আদিতে, ৰুদাইৰ ঘৈণীয়েকে, "ৰাইজ চোৱাহঁত ঐ! মোক বিনাদোষত এই দিনদুপৰতে মাৰি ঘুগুলাপছলা কৰিলে। হে ৰজাৰ শৰণ। ৰাইজ আহাহঁক ঐ! কিলত মোৰ হাড় মূৰ ভাগি গুড়ি হ'ল।" এই বুলি চিএৰত গছৰ পাত সৰাইছে। আৰু "নিচিএৰিবি মোৰ বৌ মাছটো নেৰান্ধি কি কৰিলি ক, তোক মই আজি ডোখৰ ডোখৰকৈ কাটিম" এই বুলি ৰুদায়ে ঘৈণীয়েকৰ পিঠিত হাত ভৰি সমানে চলাবলৈ ধৰিছে।

কিলৰ জাউৰি আৰু চিএৰ-বাখৰ আন দিনতকৈ বেছি হোৱা শুনি চাৰিওফালৰ মানুহ বাধ্য হৈ চাপি আহিল। "ৰ, ৰ, কিয় ইমানকৈ তাইক মাৰিছ? নেমাৰিবি" বুলি ৰুদ্ৰামৰ ওপৰত ৰাইজৰ হুকুম পৰিল।

ৰুদাই ঃ "কি নেমাৰিম? এইক আজি কাটি ডোখৰ ডোখৰকৈ শিয়াল-কুকুৰক দিম। এই মোৰ বৌ মাছটো কি কৰিলে?"

ৰাইজ ঃ "হেৰ কি বৌ মাছ অ'?"

ৰু, ঘৈণীয়েক ঃ "কি বৌ মাছ, দেউতাসকল আপোনাসকলে তেওঁক শোধকচোন?"

ৰুদাই ঃ "কি বৌমাছ! চুৰুনী কি বৌ মাছ! মই আজি ৰাতিপুৱাই সেই উৰিআমৰ তলত হাল বাওঁতে পোৱা বৌ মাছটো, তোক যে ৰান্ধিবলৈ দিছিলো? এতিয়া কি বৌ মাছ বুলি আসৈ মাতিছে।"

ৰাইজ ঃ "হাল বাওঁতে কেনেকৈ বৌ মাছ পালি হেৰ ৰুদাই?"

ৰুদাই ঃ "হাল বাওঁতে মাটিৰ ভিতৰৰ পৰা নাঙলৰ ফালত উঠিছিল।"

ৰু, ঘৈ ঃ "শুনিলে দেউতাসকল, ৰাইজ, শুনিলে এতিয়া? এনে অদ্ভুত কথা শুনিলে?

শুকান মাটিৰ তলত কৰবাত ৰৌ মাছ থকাটো আপোনাসকলে শুনিছে নে দেউতাসকল, মই আপোনাসকলৰ চৰণত দান্তে তৃণ ধৰি চুলি ছিঙি কাতৰ কৰি শুধিছোঁ? দেউতাসকল, এওঁৰ মূৰৰ ঘিউ বেযা হৈছে, নহ'লে এনে নাভূত নাশ্ৰুত কথা কৈ কিয় মোক এইদৰে চোৰ-কিলোৱা দিব?"

"ঠিক, ঠিক, ই বলিয়া। ইয়াক বান্ধ; নহ'লে ই মানুহদুনুহ মাৰিব।" এই বুলি ৰাইজে ৰুদাইক ভালকৈ হাতে-ভৰিয়ে বান্ধি এন্ধাৰ ঘৰ এখোটালিত পেলাই থৈ দিহাদিহি গুচি গ'ল।

আমি ঃ "মোমাই তাৰ পিছত?"

মোমাই ঃ "তাৰ পিছত আৰু কি, সি বলিয়া সাব্যস্ত হ'ল, আৰু গৰুৰ পঘা আৰু হাতীৰ ফইত বান্ধ ফালে। আৰু এই আধ্যা পৰি গ'ল।"

আমি ঃ "নাই পৰা আধ্যা মোমাই, তোমাৰ দুটি ভৰিত ধৰিছোঁ, আৰু তাৰ পিছত কি হ'ল কোৱা?"

মোমাই ঃ "নাই পৰা কিয়? পৰিল, পৰি আকৌ একাধ্যা উঠিল, যাৰ নাম—

## পঞ্চম আধ্যা

এই আধ্যাত ৰুদাইৰ ঘৈণীয়েকে বান্ধ খাই পৰি থকা গিৰিয়েকক অকলৈ পাই, ওচৰ চাপি আহি কাণৰ কাষত লাহেকৈ মাত লগাইছে— "কেনে? মোক নিতৌ মাৰিবানে? আজিৰ পৰা যদি মোক আৰু নামাৰো বুলি সৈ কাঢ়া, তেন্তে, এতিয়াই মই ৰাইজক কৈ তোমাক মুকলি কৰাই দিয়াম। আৰু যদিহে সৈ নেকাঢ়া তেন্তে সদাই এই বলিয়াৰ বান্ধত পৰি থাকিব লাগিব। মাছটো তেও মযেহে ৰাতি নৌ পুৱাওঁতেই হালোৱাতলিত পুতি থৈ আহিছিলো।"

ৰুদাই ঃ "মই তোৰ আগত সৈ কাঢ়িছো, গুৰুঘৰৰ শপত খাই কৈছোঁ, আজিৰপৰা তোক কেতিয়াও নামাৰো। মোৰ দোষ তই ক্ষমা কৰ। মোক মুকলি কৰি দে।"

"ইয়াৰ পিছত, নানা দৰবজাতি দি ভাল কৰিছো বুলি ৰাইজক বুজাই ৰুদাইৰ ঘৈণীয়েকে গিৰিয়েকক মোকলাই দিয়ালে। তহঁতৰ কটীয়া মোমায়েৰৰ গাৰ কানি-কাপোৰ সোপাই ক'লা হ'ল দেখি তেওঁ টুক-টুককৰে নগৰলৈ গুচি আহিল।" ■

# কনকলতা

## (ঐতিহাসিক কাহিনী)

### প্ৰথম আধ্যা

তেতিয়া আসামৰ ৰাজপাটত জয়ধ্বজ সিংহ; দিল্লীৰ ৰাজপাটত আউৰংজেব; পুৰন্দৰ-দুৰ্গত শিৱাজী; পুৰন্দৰৰ স্বৰ্গত শিৱাজীৰ "বাবাজী"; ইংলেণ্ডৰ "থ্ৰণত" চাৰ্লচ দ্বিতীয়; হলেণ্ডৰ "থ্ৰণত" উইলিয়েম তৃতীয়; ৰোমৰ বেদীত পোপ পায়চ; আউনীআটীৰ গাদিত দেৱ নিৰঞ্জন; পিকিন নান্‌কিনত কোন আছিল নাজানো; কিন্তু তিবতত হ'লে তিবত এতিয়া যেনেকৈ আছে তেতিয়াও তেনেকৈয়ে আছিল নিশ্চয়।

দিল্লীশ্বৰ আৰংজেবৰ দুৰ্দ্ধৰ্ষ সেনাপতি বঙ্গৰ নবাব মিৰজুম্‌লাই আসাম আক্ৰমণ কৰিবৰ অভিপ্ৰায় কৰি যুদ্ধযাত্ৰা কৰি আহিল। দুৰ্গম পথ। গহন বন। বনৰীয়া জন্তুৰে পৰিপূৰ্ণ অটব্য অৰণ্য। কিন্তু মহাবীৰ মিৰজুমলাৰ গতিৰোধ কৰে কিহে? ডাঠ হাবি তহিলং কৰি বৰটাৰ পাতেৰে গা কাটি, নল খাগৰি ভৰিৰে গচকি জোল কৰি লাহে লাহে বাটকুৰিবাই, দিনটোত পাঁচ ছয় মাইলকৈ আহি মিৰজুমলাই যেতিয়া বীৰদৰ্পেৰে গুৱালপাৰাত উপস্থিত হলহি, তেতিয়া আসাম ৰজাৰ অসমীয়া সৈন্যই অৱজ্ঞাভাৱেৰে যৱনক যুদ্ধ নিদি বাট এৰি দিলে। অসমীয়াৰ হাতত মোগল সৈন্যৰ এই প্ৰথম ঘাট। মোগল সৈন্যই অপমানিত আৰু লাঞ্ছিত হৈ "বিমানমুখে অধোবদনে" ভৰিৰ দহো আঙুলি ঘনে ঘনে লেখি মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে বাহুদমফি লাহে লাহে এপখে আহি, বেলি পৰোঁ পৰোঁ হোৱা সময়ত গুৱাহাটী নগৰত ভৰি দিলেহি। সূৰ্য্য অস্তাচলৰ টিঙত। নবাবে সসৈন্য পশ্চিম ফালে মুখ কৰিলে আৰু সৰ্ন্তপণে আঠুকাঢ়ি আল্লাৰ নাম কৰিলে। কোৱা বাহুল্য যে মীৰজুমলাই যথাসম্ভৱ আৰু যথাবিহিত কোণ্ডা-কাবাব আৰু মোগলাই -ৰোষ্ট ভোজন কৰি সেই ৰাতি শয়ন কৰিলে। পিছ দিনা পুৱা হ'ল আৰু মিৰজুমলাই গুৱাহাটী এৰি উজাই গ'ল। বাটত চিমলাগড় আৰু চামধুৰা মানে দুটা অসমীয়া দুৰ্গত মিৰজুমলাই উজুটি খাই পৰি দুইটা দখল কৰি থলে। গড়গাঁৱৰ ওচৰত মিৰজুমলাৰ ঘোঁৰাই হেঁসান পাৰিলে, দঁতালে চিঞৰিলে, চিপাহীয়ে দুপ-দপালে, হিলৈয়ে ধুমুমালে। জয়ধ্বজ সিংহই এইবোৰ শুনি ৰৱ আমনি পাই, "আঃ বৰ দিগ কৰিবলৈ লাগিল।" এই বুলি কৈ গড়গাঁও আৰু দুৰ্জ্জনক দূৰতে পৰিহাৰ কৰি, নামৰূপ নামৰ ঠাইলৈ প্ৰস্থান কৰিলে।

এনে হুলস্থূল গড়গাঁও চহৰত; আন এবিধৰ হুলস্থূল চোলাধৰা ফুকনৰ ঘৰত। চোলাধৰা ফুকনৰ নাম ডম্বৰুধৰ; অৰ্থাৎ তেওঁ বিষয়ৰ হিচাপত দিঠকত ৰজাৰ চোলা ধৰে, আৰু নামৰ

হিচাপত সপোনত হৰৰ ডম্বৰু ধৰে। তেওঁৰ জীয়েকৰ নাম কনকলতা; জোৱাঁই পদৰ উমেদাৰজনৰ নাম কেশৱচন্দ্ৰ। কুমাৰী কনকলতাৰ মনৰ মানুহ কিন্তু গগনচন্দ্ৰহে। কেশৱচন্দ্ৰৰ উপাধি বৰুৱা; গগনচন্দ্ৰৰ উপাধি অজ্ঞাত। সম্ভৱতঃ শইকীয়াই কি হাজৰিকাই কিবা এটা; অপাৰগ পক্ষত বৰা নহে নাসাৰে।

চোলাধৰা ফুকনৰ ঘৰ গড়গাঁৱতে। ৰজা জয়ধ্বজ সিংহ আৰু ৰাইজৰ লগতে তেৱোঁ চকু মুদি নবাবৰ আগমন-দেখি, গড়গাঁৱৰ পৰা বহিৰ্গমন কৰিলে।

এটাৰ পিছত এটাকৈ কুমাৰী কনকলতাই তেওঁৰ জীৱনত ষোলটা বসন্ত দেখিলে, লেখিলে আৰু খেদিলে। জ্ঞান-প্ৰাণ অনুভূতি সহানুভূতিৰ তেওঁ সোৱাদ ল'লে। স্বাধীনতাৰ ৰ'দ কাচলিত বহি আপোন ইচ্ছাশক্তিৰ এঢোকা-দোঢোকা তেওঁ পান কৰিলে। গতিকে তেওঁ দেউতাকৰ চকুৰে বাট নুবুলিবলৈকে মনতে থিৰাং কৰি পেলালে।

ওপৰত কোৱা হৈছে যে জয়ধ্বজ সিংহৰ লগত তেওঁৰ বিশ্বাসী বৰুৱা ফুকন আদি বিষয়াসকলো পলায়ন-পৰায়ণ হৈছিল। ৰজাৰ বিশ্বাসী বিষয়া ডম্বৰুধৰ ৰজাৰ লগত সপৰিবাৰে, যেতিয়া, তেওঁৰ পৰিবাৰভুক্তৰ অৰ্থে ৰক্ষিত কেশৱচন্দ্ৰও তাতে। কঠাল-এঠা গগনচন্দ্ৰও তেওঁলোকৰ পিছে পিছে; অৱশ্যে কনকলতাৰ প্ৰিয়পাত্ৰী; বয়সত কনকৰ ওচৰা-উচৰি; স্বভাৱত মৃদু; বুধিত টেঙৰী।

ডম্বৰুধৰৰ প্ৰতিজ্ঞা আছিল যে গগনে তেওঁৰ চাৰিঢাপৰ ভিতৰত ভৰি দিলে, তেওঁক ধৰাই নি ৰজাক কৈ চাওডাঙৰ হাতত সম্পৰ্ন কৰাৰ কৰাব। সেইদেখি গগনৰ গতিবিধি আঁতৰে আঁতৰে।

বাৰিষা মিৰজুমলাৰ সৈন্য গড়গাঁও আৰু মথুৰা পুৰৰ পৰা ইফালে সিফালে চলাচল কৰি ফুৰিব নোৱাৰা হ'ল; আৰু অসমীয়া ৰণুৱাবিলাকৰ martial spirit অৰ্থাৎ যুদ্ধৰ তেজ বাঢ়ি উঠিল। সিহঁতক অসমীয়াই চাৰিউফালৰপৰা চেপি আনিলে। অসমীয়া হিলৈদাৰীৰ হিলৈগুটিৰ আৰু কাঁড়ীৰ কাঁড়ত মিৰজুম্‌লা সসৈন্যে জলাকলা হ'ল। ১২,০০০ মুছলমান সৈন্যক এমুঠি অসমীয়া সৈন্যই ছমাহলৈ গড়গাঁৱতে বেঢ়ি ধৰি চেপিলে আৰু খুন্দিলে। কোনো কোনো দিনা জয়ধ্বজ সিংহই নিজে আহি আক্ৰমণকাৰী অসমীয়া ৰণুৱাৰ সেনাপতিত্ব কৰিছিল।

তিনিজন লোকে তিনি প্ৰকাৰে ভাবিছিল, — ডম্বৰুৱে ভাবিছিল মীৰজুম্‌লা-ব্যাপাৰৰ এটা মীমাংসা হৈ গৈ দেশত শান্তি স্থাপিত হ'লে, তেওঁ গড়গাঁৱৰ ঘৰলৈ উভতি গৈ কেশৱচন্দ্ৰৰ হাতত কনকলতাক সম্প্ৰদান কৰিব। কনকলতাই ভাবিছিল, তেওঁ গগনক সেই কাৰ্যত সহায়তা কৰিব। সেইদেখি এই গোলমলীয়া গোচৰটো সম্প্ৰতি এতিয়া নিৰ্ব্বন্ধকাৰ প্ৰজাপতিৰ "ফাইলত মলতবি" হৈ ৰ'ল।

গগনচন্দ্ৰই জানে, ডম্বৰুৰ কট্‌কটীয়া মুঠিৰপৰা তেওঁ কনকক সৰকোৱা টান। ডম্বৰুৰ ওচৰত তেওঁৰ কোনো আশা-ভৰসা নাই, সেই দেখি গগনে দুখীয়া হিয়াৰ বোজাটো হিয়াতে ভাৰ বান্ধি লৈ, নিজৰ আৰু দুখৰ এই দুইটাৰ ভাৰ এক দৈব্যৰ ওপৰত দি, ডম্বৰু থকা ঠাইৰ ওচৰ নাচাপি আঁতৰে আঁতৰে ফুৰিবলৈ ধৰিলে। ডম্বৰুৰ জ্ঞান নাই যে তেওঁ তেওঁৰ নেজত অজ্ঞাতসাৰে গগণক নামৰূপলৈ বান্ধি নিছে। এদিন দূৰত গগনৰ নিচিনা মানুহ এটাৰ ছাঁ দেখি

তেওঁৰ সন্দেহ হ'ল কিজানি সেইটো গগন। সেই দিনাৰেপৰা ফুকনে কনকৰ ওপৰত সাৱধানৰ চকু কট্‌কটীয়া কৰিলে। কিন্তু কনকলতাৰ হাতত গগনৰ দাঁড়ৰ বাতৰি দাঁড়ে।

তৰ্‌বৰী কনকৰ ৰিপুৱা। কনক-গগনৰ বই-বাতৰি খা-খবৰ আমদানি-ৰপ্তানিৰ সূতী তৰবৰীয়েই। কনকলতাই তৰ্‌বৰীক আশা দিছিল — "গোসাঁয়ে যদি মোৰ মনৰ বাঞ্ছা সিদ্ধি কৰে তেন্তে তোৰ কাণত বাখৰ-পতোৱা সোণৰ লোকাপাৰ আৰিম।" গগনে কৈছিল — "তৰ্‌বৰী বাই, মোৰ মনস্কামনা সিদ্ধি হ'লে, তোৰ হাতত সোণ-খটোৱা খাৰু পিন্ধাম।" তৰবৰীয়ে গগনক আশ্বাস দিছিল — "কৃষ্ণই ৰুকুণী পোৱাদি তুমি আমাৰ আইটীক পাবা।"

## দ্বিতীয় আধ্যা

আন্ধাৰ ৰাতি। টিপ টিপ বৰষুণ। এনেহে ঘোপমৰা আন্ধাৰ যে মুখে হাতে নেদেখে, হাতে ভৰিৰ উমান নাপায়, ভৰিয়ে মাটি নমনে। এনে ৰাতি এপৰ যোৱাত জয়ধ্বজসিংহই ছ-অৰা হিলৈদাৰী, আৰু এপোণ কাঁড়ীৰে সৈতে আহি, জোপাৰ মাজত সাৱধানে লুকাই থাকি, মথুৰাপুৰীয়া মীৰজুমলাৰ শিবিৰৰ ওপৰত হিলৈৰ গুটি চলাইছে, আৰু বাণ বৰিষণ কৰিছে। মীৰজুমলা নিৰুপায় । আন্ধাৰত শত্ৰুৱে কৰপৰা লুকাই তেওঁক এইদৰে বিতত কৰিছে তাৰ উৱাদিহ নাই, দুৰ্গৰপৰা ওলাই আহি কণামুনাকৈ এই আক্ৰমণৰ প্ৰতিৰোধ কৰিবলৈ তেওঁ অক্ষম। মীৰজুমলা ভাবি অস্থিৰ। এনেতে তুৰ্‌বক খাঁ সেনাপতিয়ে তেওঁক চেলাম দি সমুখ হৈ কলে -- "নবাব চাহাব! গোলামৰ অস্য হৈছে। গোলামক হুকুম দিয়ক, দুৰ্গৰপৰা ওলাই গৈ কাপুৰুষহঁতক এসেকা দিওঁ।" মীৰজুমলাই মৌনং-সম্মতি লক্ষণং প্ৰকাশ কৰিলে। তুৰ্বকে পাঁচোটা চিপাহী লগত লৈ কোঠাৰপৰা ওলাই আহি আন্ধাৰে আন্ধাৰে খুপি খুপি জয়ধ্বজ সিংহৰ ৰণুৱাসকলৰ ফালে খোজ ললে। অসমীয়া ৰণুৱাসকলৰ ফালে খোজ ললে। অসমীয়া ৰণুৱাসকলে তাৰ গম পালে; আৰু তিলকতে অন্তৰ্দ্ধান হ'ল। সিহঁত লৰি পলোৱা শব্দ তুৰবকৰ কাণত পৰিল; কিন্তু কেনি কলৈ গ'ল, তুৰবকে ঠিক কৰিব নোৱাৰিলে। কিংকৰ্ত্তব্য বিমূঢ় হৈ পঞ্চবীৰেৰে সৈতে তুৰবক থিয় হৈ ৰৈ আছে, এনেতে সোঁহাতৰ ফালৰ পৰা সোঁ সোঁ শব্দ কৰি এডাল কাঁড় আহি তেওঁৰ বাহুত পৰিল। কাঁড়ডাল বাহুতে লাগি ৰ'ল। তুৰ্বৰ্কে উসউস কৰিবলৈ ধৰিলে। তেওঁৰ লগৰীয়া চিপাহী এটাই সেনাপতিৰ বিপদ দেখি জাপ মাৰি ওচৰ পাই, আজোৰ মাৰি কাঁড়ডাল তেওঁৰ বাহুৰ পৰা উঘালি পেলালে। সেনাপতিৰ বাহুৰ পৰা বোম্বানলে তেজ বৰলৈ ধৰিলে। তুৰ্বৰ্ক মূৰ্চ্ছিত হৈ মাটিত পৰিল। কাঁড়ৰ মুখত বিহ দিয়া আছিল; গতিকে তুৰ্বৰ্কে বিষত জৰ্জৰিত হৈ অনন্ত কাললৈ চকু মুদিলে। সেনাপতিৰ অৱস্থা দেখি উন্মত্ত বাঘৰ নিচিনাকৈ পাঁচ ৰণুৱাই কাঁড় অহা ফালে বিদ্যুৎ সঞ্চাৰে চোঁচা ললে। নিমিষতে সিহঁত অসমীয়া ৰণুৱা জনদিয়েকৰ আগত ঘপহ কৰে পৰিল। অসমীয়া যুঁজাৰু কেইজনে আকস্মিক বিপদ দেখি কিংকৰ্ত্তব্যবিমূঢ় হল। তেওঁলোকে কি কৰিব, কি নকৰিব থিৰ কৰাৰ আগেয়েই, মুছলমান সৈনিক এজনৰ তৰোৱালৰ কোবত তেওঁলোকৰ এজনৰ মূৰ উৰি গল। দ্বিতীয় অসমীয়াজনৰ ফালেও আন এটা মহম্মদীয় চিপাহীয়ে কোব মাৰিব খোজোতেই, দহ হাতমান দূৰত লুকাই থকা অসমীয়া ডেকা এজনে বায়ুবেগে লৰি আহি দীঘল দাৰে কোব মাৰি সেই চিপাহীৰ মূৰটো তাৰ গলধনৰ

ওপৰৰ পৰা খহাই মাটিত পেলাই দিলে আৰু এক মুহূৰ্ত্তৰ ভিতৰত বাকী চিপাহী কেইটাৰো অৱস্থা তেনে কৰিলে।

পাঠক, এক মুহূৰ্ত্তৰ ভিতৰতে পট পৰিবৰ্ত্তন কৰি দিয়া এই ডেকা বীৰপুৰুষজন কোন জানা নে? তেওঁ চোলাধৰা ফুকনৰ কন্যা সেই কনকলতাৰ প্ৰিয়পাত্ৰ গগনচন্দ্ৰ। আৰু যাৰ মূৰ মুছলমান সৈনিকৰ তৰোৱালৰ কোবত ধৰাশয়ী হ'ল, তেওঁ কোন জানা নে? -- তেওঁ ডম্বৰুৰ প্ৰিয়, কনকৰ অপ্ৰিয় কেশৱচন্দ্ৰ। আৰু সেই দ্বিতীয় অসমীয়া যোদ্ধাজন, যাক মুছলমান চিপাহীয়ে অস্ত্ৰাঘাত কৰিব খোজোঁতেই মুছলমান চিপাহীৰ মূৰ গগনৰ দাৰ কোবত উৰি গ'ল কোন শুনিবা নে? -- তেখেত মহাৰাজ জয়ধ্বজ সিংহ। জয়ধ্বজৰ ভৰি দুটি বৰ পাতল, বৰ চালে; গতিকে এই দুৰ্ঘটনাত তেওঁ আত্মবিস্মৃত নহৈ উলটি লৰ দিলে। লৰ, লৰ, লৰ, আৰু লৰ!

এইখিনিতে কোৱা আৱশ্যক যে জয়ধ্বজ সিংহৰ পিছে পিছে আলেঙে আলেঙে গগনচন্দ্ৰইও হাতত ধনু কাঁড় তৰোৱাল লৈ যুদ্ধ চাবৰ মনেৰে আহিল। বুকুৰ বিত গগন সেই দৰে অহা দেখি চোৰাং কৰি তেওঁক চাই থাকি নজৰৰ ওপৰত ৰাখিবলৈ বুলি কনকেই চৰবৰীক পিছে পিছে পঠিয়াই দিছিল। তৰবৰী হিচাপী। তাই তাৰ লগতে আৰু এটা কাম কৰাই ভাল ভাবি, ভাত খাবলৈ পুঠিমাছ গোটাচেৰেক ধৰিবৰ মনেৰে জকাই খনো কান্ধত তুলি আনিছিল।

জয়ধ্বজ উধাতু খাই লৰ দি এখন হোলাত পৰিলগৈ। দৈৱক্ৰমে তৰবৰীয়ে সেই হোলাতে জকাই বাই আছিল। ধুপ্ কৰে পানীত কিবা পৰা শুনি তৰবৰীয়ে এন্ধাৰে-মুধাৰে কিবা ডাঙৰ মাছ ওলাইছে বুলি জকাইৰে তাত ছাব মাৰি দিলে; — মাছ নুঠিল, উঠিল জয়ধ্বজ!

ঈশ্বৰৰ অনুগ্ৰহত সেইদিনা জয়ধ্বজ সিংহ দুটা সঙ্কটৰপৰা সাৰিল। মুছলমান চিপাহীৰপৰা গগনচন্দ্ৰৰ যহত; পানীত বুৰি মৰাৰপৰা তৰবৰীৰ যহত!

## তৃতীয় দৰ্শন

নামৰূপলৈ উভতি গৈ জয়ধ্বজসিংহই তেওঁৰ প্ৰাণৰক্ষা কৰোঁতা দুজনাক বিচাৰি উলিয়ালে। তেতিয়াই তেওঁ গগনক ছকুৰি পাইক, তিনি কুৰি কাঁড়ী, এদুৰি হিলৈদাৰীৰ ওপৰত বৰুৱা পাতিলে; আৰু মুছলমানক খেদাই তেওঁ আকৌ গড়গাঁও লব পাৰিলে, গগনক বৰবৰুৱা পাতিবলৈ গাত ললে। তৰবৰীক জয়ধ্বজে নিজৰ লিগিৰী পাতি কৃতজ্ঞতা পাশেৰে বান্ধ খালে।

## চতুৰ্থ দৰ্শন

মীৰজুমলাৰে জয়ধ্বজৰ সন্ধি স্থাপিত হল। দিল্লীৰ বাদস্যাহলৈ অসমীয়া ৰাজকন্যা, দাস, দাসী, হয়, হস্তী, ধন সোণ উপঢৌকন গ'ল। সসৈন্যে মীৰজুমলাই গড়গাঁও এৰি গুচি গ'ল; আৰু যাওঁতে বাটতে বেজাৰত মৰি থাকিল।

## পঞ্চম দৰ্শন

গড়গাঁৱত কনকলতাৰে সৈতে গগনচন্দ্ৰ বৰবৰুৱাৰ বিয়া সাদিনীয়কৈ সম্পাদিত হল, --সম্পাদক সৌমাৰেশ্বৰ শ্ৰীশ্ৰীজয়ধ্বজ সিংহ মহাৰাজ। সহকাৰী সম্পাদক শ্ৰীডম্বৰুধৰ চোলাধৰা

ফুকন। সহকাৰী সম্পাদিকা ডাঙৰীয়ানী চোলাধৰা ফুকননী। প্ৰকাশক, একৈশ জোৰা কালুগএগা ঢুলীয়াৰে শ্ৰীমান গম্ভীৰচন্দ্ৰ ঢুলীয়া ওৰফে "গেৰেলা ঢুলীয়া।" কোষাধ্যক্ষ – শ্ৰীযুত নিদিওঁৰাম বৰভাণ্ডাৰ বৰুৱা। বুৰঞ্জী বা উপন্যাস লেখক এই মই।

বিয়াৰ অন্তত মধুৰেণ সমাপয়েৎ কৰি জলপান খাই গুচি অহা হ'ল। – অৱশ্যে পূৰ্ব্বজন্মত: আৰু কিজানি আশীৰ্ব্বাদ দিও আহিছিলো "দৰা কন্যাৰ হৰগৌৰী বসতি হওক" বুলি।

কনকলতা আৰু গগনৰ দাম্পত্য জীৱন নিশ্চয় সুখৰ হৈছিল বুলি অনুমান কৰিছো, কাৰণ ইহজীৱনতো সিদিনা আমি লক্ষীমপুৰৰ কাছাৰীত চোলা ধৰা ফুকনৰ ঘৰৰ বীৰুচন্দ্ৰক কেৰাণীৰ মাচিয়াত বহি কলমত ধৰা দেখি আহিছো; ডম্বৰু নিৰ্ব্বংশ হোৱাহেঁতেন এইটো হোৱা অসম্ভৱ। ■

# নাঙলুচন্দ্ৰ দাস

নাঙলুচন্দ্ৰৰ চিনাকিৰ নিমিত্তে দৰকাৰী তিনিটা কথা,— বাপেকৰ নাম; মাকৰ নাম আৰু ঘৰ; এতেকে সেইবোৰ তলত দিয়া গ'ল— বাপেকৰ নাম লয়না; মাকৰ নাম দেওবৰী আৰু ঘৰ উত্তৰ লক্ষীমপুৰত। এই ত্ৰিবেণীৰ সঙ্গমত নাঙলুচন্দ্ৰৰ উদ্ভৱ। লয়না বংশৰ আগৰ ইতিবৃত্তৰ তত্ত্ব লয়না পৰিবাৰৰ গুহা-গহ্বৰত নিহিত আছিল দেখি আগেয়ে আমাৰ জানিবৰ উপায় নাছিল; সম্প্ৰতি নাঙলচন্দ্ৰ বৰুৱাই (আগৰ নাঙলু দাসে) সেই গুপ্ত ইতিবৃত্তৰ তত্ত্ব প্ৰকাশ কৰি যি কৈছে, মুঠতে তাৰ সাৰাংশ তলত দিলোঁ— তেওঁলোকৰ আদি পুৰুষজনৰ নাম আৰ্য্যকুমাৰ। তেওঁ জাতিত বৰ-কায়স্থ আছিল। খ্ৰীষ্টীয় একাদশ শতাব্দীত তেওঁক কান্যকুব্জৰ নৰপতি অৰিমৰ্দ্দনে ৰাজদূত কৰি অসমৰ ৰজাৰ ওচৰলৈ কোনো ৰাজকাৰ্য্যৰ গুৰুভাৰ দি প্ৰেৰণ কৰে। তেওঁ সেই কাৰ্য্য সুচাৰুৰূপে সম্পাদন কৰি প্ৰত্যাগমন কৰিবৰ আয়োজন কৰোঁতেই অসম ৰজাই তেওঁৰ যোগ্যতাৰ প্ৰমাণ আৰু বদনকান্তি পৰিদৰ্শন কৰি তেওঁক ৰাখি স্বৰাজ্য আৰু উজ্জ্বল কৰিবৰ মনেৰে অতি অনুনয় বিনয় কৰি ৰাখি উত্তৰ লক্ষীমপুৰ অঞ্চলত দাস-দাসী, ভূমি আদি দান কৰি স্থাপন কৰিলে। শাস্ত্ৰত কয়, কমলা সদায় চঞ্চলা। 'সমায়াতি যদা লক্ষ্মী নাৰিকেলফলাম্বুবৎ। বিনিৰ্য্যতি যদা লক্ষ্মী গজভুক্তকপিত্থবৎ।' লক্ষ্মী আৰ্য্যকুমাৰৰ ঘৰত তেওঁলোকৰ তিনি পুৰুষলৈকে থাকি শেহত উৰু-উৰু চাটি-ফুটি কৰিবলৈ ধৰিলে। গতিকে তেওঁ এদিন ডফলাৰ উপদ্ৰৱৰ চেলু লৈ এই প্ৰাচীন পৰিবাৰ পৰিত্যাগ কৰি অন্যত্ৰ গতি কৰিলে। এই পৰিয়ালৰ নামনিৰ দশম পুৰুষ লয়নাত আকৌ লক্ষ্মীয়ে 'ঈষদ্ধাস্যপাত' কৰিলে। লয়নাই জীৱনৰ প্ৰথম ভাগত হাতী-মাউতৰ বিষয় ভোগ দখল কৰি তাৰ পিছত ওচৰৰ খাপলৈ উঠি ফান্দী হয়। ফান্দী হৈ খেদা-চিকাৰত তেওঁ অনেক দন্তী ধৰি তেওঁৰ গৰাকীক দিছিল বুলি কিম্বদন্তি আছে। লয়নাই পাঁচ টকা চিকাৰূপ বেতনৰ পৰা আৰম্ভ কৰি পোন্ধৰ টকা ঢুকি পাইছিলগৈ বুলি উজনি অঞ্চলত প্ৰচাৰ।

১৮৯১ চনত কমলেশ্বৰ বৰুৱা মুনচুপ লক্ষীমপুৰলৈ বদলি হৈ যায়। তেওঁ যদিও আগৰ গঢ়-গতিৰ মানুহ আছিল, তথাপি বৰ্তমান প্ৰথানুসাৰে ইংৰাজী বিদ্যা শিকাৰ পক্ষপাতী আছিল। সেই দেখি তেওঁ লক্ষীমপুৰলৈ গৈয়েই তাত ইংৰাজী স্কুল এখন পাতি দি ৰাইজৰ হিত চিন্তিলে। অনেক কাল হাতী ফন্দিয়াই ফন্দিয়াই ফান্দী লয়নাই আমনি পাই বয়সৰ লগতে লগ লাগি ভাগৰি পৰি ঘৰতে বহি আছিল, এনেতে মুনচুপ ডাঙৰীয়া লক্ষীমপুৰলৈ গ'লত তেখেতক উপাসা-ভৰসা কৰি কেছাৰীত তেওঁ তেখেতৰ টেকেলাৰ বাবটো ল'লে আৰু সেই নতুন

স্কুলতে পুতেক নাঙলুক নাম লগাই দি ইংৰাজী শিকিবলৈ লগাই দিলে।

ইয়াৰ পিছত অনেক কথা অনেক বতৰা হয়, যিবোৰ এৰি দি চমু কৰি কৈ আমি আগ বাঢ়ি যাম। কালক্ৰমত লয়নাই স্বৰ্গাৰোহণ কৰিলে আৰু তাৰ পিছত চোকাবুধীয়া নাঙলুৱে ডিব্ৰুগড়ৰ ইস্কুলত এণ্ট্ৰেঞ্চ পঢ়িবলৈ আহিল। ডিব্ৰুগড়ত তেওঁ মীনকান্ত পেস্কাৰৰ ঘৰত থাকি লাচনি-পাচনি কৰি পঢ়িবলৈ ধৰিলে।

মানুহৰ শৰীৰৰ ভিতৰৰ শিৰডালেপতি একো একোটা ক্ষমতাৰ সোঁত অন্তৰ্বাহিনী সৰস্বতী নৈৰ দৰে লুকাই বৈ থাকে, আৰু সেই ক্ষমতাৰ বিশেষ শিৰডাল কোনো কাৰণত ফুটিলে সেই ক্ষমতাৰ উঁহ ওলাই পৰে। সম্প্ৰতি আমাৰ এই উপাখ্যানৰ ঘাই ভাৱৰীয়া নাঙলুচন্দ্ৰৰো শিৰ এডালত আজি প্ৰথমতে ঘঁহনি এটা লাগি ফুটা হৈ তাৰপৰা কিবা শকতি এটাৰ উঁহ ওলাই পৰিল। মীনকান্ত পেস্কাৰৰ শিৰীষ নামে আঠ বছৰীয়া জীয়েক এজনী আছিল, ছোৱালীটি দেখিবলৈ বৰ ধুনীয়া। পেস্কাৰৰ ঘৰ পাই নাঙলুৱে প্ৰথমতে এই ছোৱালীটি দেখিলে। দেখা মাত্ৰকতে বিদ্যুত সঞ্চাৰে তেওঁৰ ধমনিত প্ৰবাহিত কাব্যৰসৰ উঁহ উঠিল; অৰ্থাৎ উজুকৈ কথাটো কলে এনেকুৱা হয়, — ৰূপহী শিৰীষৰ ৰূপে নাঙলুৰ কবিতাৰ শিৰডালত টান টোকৰ এটা মাৰি ফুটাই দিলত তাৰপৰা তেওঁ কবিতাৰ ৰস ফি ফি কৰে ওলাবলৈ ধৰিলে। লাভৰ ভিতৰত, নাঙলুৰ দু-অনা পইচা খৰচ হল। অৰ্থাৎ তেতিয়াই নাঙলুৱে শ্ৰীৰামপুৰীয়া কাগজ এক দিস্তা কিনি আনি চতুৰ্দ্দশপদী, দ্বিপদী, ত্ৰিপদী, আপদী, বিপদী, নানাবিধৰ প্ৰেম, প্ৰণয়, বিৰহ, বিচ্ছেদ, মিলন,মিশ্ৰণ আদি কবিতা লেখিবলৈ ধৰিলে। তেওঁৰ সেই জতুৱা কবিতাৰ নমুনাৰ নিমিত্তে পাঠক-সকলৰ ক্ষুধা বাঢ়িব পাৰে, সেইদেখি তলত টুকি দুশাৰী দিলো —

"শিৰীষ সেউতী,
তমাল মালতী লবঙ্গ বাগী গুলাল।
এতিয়াই দেখা দি, প্ৰাণ হৰি নি,
বাগি গি কলৈ পলাল।"

এদিন এটা ক্ষুদ্ৰ ঘটনা ঘটিল, যাৰ বৃহৎ ফল বা কুফলত নাঙলুৰ জীৱনত প্ৰথম অথান্তৰ মিলিল। সেইদিনা দেওবাৰ। দুপৰীয়া খাই-বৈ উঠি নাঙলুৱে শিৰীষক আদৰকৈ মাতি নি তেওঁৰ পঢ়া খোটালীত সুমাই, কবিতাৰ বহীটো মেলি স্বৰচিত কবিতা এটিত তেওঁৰ প্ৰাণৰ সোপাকে আবেগ আৰু উদ্বেগ ঢালি দি পঢ়ি শুনাইছে; এনেতে দৈবাৎ সেইফালেই মীনকান্ত পেস্কাৰ যাওক। নাঙলু কবিৰ কাব্যভুমুকৰ ধ্বনি তেওঁৰ কাণত পৰিলত, তেওঁ কি হৈছে চাওঁ বুলি হঠাৎ সেই খোটালীত সোমালগৈ। নিলাজী ফুলৰ পাতত হাত লাগিলে পাতবোৰ জাপ খাই গ'ল, আৰু মূৰে সৈতে মুখ লাজত ওলমি পৰিল। মীনকান্তই নাঙলুৰ হাতৰপৰা বহীটো থাপ মাৰি কাঢ়ি আনি তাত চকু ফুৰাই চালে। তেওঁ দেখি অবাক হল যে সি প্ৰেম-কবিতাৰে ভৰা, আৰু কবিতাৰ শাৰীয়ে শাৰীয়ে তেওঁৰ একণিমান জীয়েক শিৰীষৰ নাম।

ঘটনাটোৱে এনেকৈ মেৰপাক লোৱা দেখি-শিৰীষে খিল্‌খিল্ কৰে হাঁহি মাত লগালে "এতিয়া কেনে! নাঙলু ককাইদেও, এতিয়া কেনে। মই নকৈছিলো, দেউতাক কৈ দিম বুলি?" এইবুলি জাপ মাৰি শিৰীষে দেউতাকৰ ডিঙিত সাবটি মাৰি ধৰিলে আৰু ক'লে "দেউতা,

নাঙলু ককাইদেৱে সদায় মোক মাতি আনি, বহীটো মেলি এইবিলাক কিবা পদ পঢ়ি শুনায়। আৰু মোৰ নাম কাঢ়ি ফোচ্ ফোচ্ কৰি দীঘলকৈ উশাহ টানে, আৰু চকুৰ পানী ঢোকে। মই তোমাক কৈ দিম বুলি ভাবি থাকোঁতেই আজি তুমি দেখিলাই।"

তেতিয়াই মীনকান্তই নাঙলুৰ কবিতাৰ বহীটো ক্ৰোক কৰি অগ্নিদেৱতাক অৰ্পণ কৰি তাৰ পাঞ্চভৌতিক দেহৰ কাঠসংস্কাৰ কৰিলে; আৰু নাঙলুক তেওঁৰ ঘৰৰপৰা বহিষ্কৃত কৰি দি ঘৰৰ পানীপচাত লগা কবিতাৰ অগনি এই ব্যৱস্থাৰ পানীৰে নুমাই পেলাই নিশ্চিন্ত হ'ল।

মীনকান্ত পেস্কাৰৰ ঘৰৰপৰা খেদা খাই নাঙলুৱে মনটোত এমনকৈ বেজাৰ ভৰাই লৈ গৈ ডিব্ৰুগড়ৰ আন এজন চিনাকি মানুহৰ ঘৰত আশ্ৰয় ল'লে। শিৰীষৰ অদৰ্শন-অগনিয়ে যদিও তেওঁৰ হৃদয় দহি অঙ্গৰা-খৰি যেন কৰিছিল, তথাপি বুদ্ধিমান দৃঢ়-প্ৰতিজ্ঞ নাঙলুৱে অলপ দিনৰ পিছতে ঠন ধৰি ভালকৈ মন পুতি পঢ়ি দি এন্ট্ৰেঞ্চৰ মহলাত উঠিল। তেতিয়া এন্ট্ৰেঞ্চত উঠিলেই কুৰি টকা জলপানীৰ আলমত কলিকতাত এফ,এ, পঢ়িবলৈ গল।

কবিতা কেয়াবনৰ নিচিনা; তাৰ জইন মৰা টান। চোতালৰ কেয়াবন যিমানকে তুমি চুৰুকি পেলোৱা, দুদিনৰ মূৰত আকৌ তাত তাৰ গজালি দেখিবলৈ পাবা। কলিকতাত অসমীয়া ছাত্ৰৰ "মেচ"ত থাকি নাঙলুৱে এফ, এ, পঢ়োতে পঢ়োতে আকৌ লাহে লাহে তেওঁৰ কবিতাই গজালি মেলিলে। আকৌ তেওঁ বাইৰণ, শ্যোলিৰ আৰ্হিৰে ক্ষুদ্ৰ ক্ষুদ্ৰ খণ্ড কবিতা ৰচনা কৰিবলৈ ধৰিলে। তেওঁৰ বহী কবিতাৰে পূৰ হ'ল।

পুৰণি "শিৰীষ"ৰ ঠাইত তেওঁৰ কবিতাৰ "হিৰইণ" (Herione) এইবাৰ "কামিনী" হ'ল। এই কামিনীৰ চাৰিউফালে তেওঁৰ কবিতাবোৰে গ্ৰহ উপগ্ৰহ স্বৰূপে মণ্ডলাকাৰে পৰিভ্ৰমণ কৰিবলৈ ধৰিলে। কামিনী কোনো বিশেষ শৰীৰী ৰমণী নহয়। মাথোন নাঙলুৰ কল্পনাৰ পদুমৰ চকাত কামিনীৰ জন্ম। এদিন কাব্য ৰসত নিমগন হৈ থাকোতে নাঙলুৰ মনত হঠাৎ এই নামটো ওলাল, আৰু তৎক্ষণাৎ কবিয়ে তাক আদৰি হৃদয় মন্দিৰত থাপনা কৰিলে। সেই দিনাৰেপৰা তাত কল্পনাৰ অলঙ্কাৰ আভৰণ পিন্ধাই প্ৰাণ প্ৰতিষ্ঠা কৰি তেওঁ তাক পূজা কৰিবলৈ ধৰিলে।

নাঙলুৱে গম হে পোৱা নাছিল, কিন্তু দুৰ্দ্দশা শনিগ্ৰহ নাঙলুৰ পাছে পাছে কলিকতালৈকে আহিছিল। কবিতাৰ বহীখন নাঙলুৰ কিৰ্পিণৰ ধন। তেওঁ অতি সাৱধানে লুকাই থোৱা কবিতাৰ বহীটো এদিন দৈবদুৰ্বিপাকত কেনেবাকৈ তেওঁৰ "মেচ"ৰে সঙ্গী লগৰীয়া ল'ৰা এজনৰ হাতত পৰিল আৰু তৎক্ষণাৎ সি মেচৰ আন ল'ৰাৰ হাতে পতি বগাই ফুৰিবলৈ ধৰিলে। নাঙলুৰ বৰ দুৰ্কপাল, যে মেচৰ ঝী অৰ্থাৎ চাকৰণীজনীৰ নাম কামিনী আছিল। ঝীজনীৰ সেই নামটো মেচত কামিনী আছিল। ঝীজনীৰ সেই নামটো মেচত যদিও সিমান জনাজাত নাছিল, তথাপি মেচৰ মেনেজাৰকে প্ৰমুখ্য কৰি জনচেৰেকে তাক যে নাজানিছিল এনে নহয়। এতিয়া তেওঁলোকৰপৰা সেই কথা প্ৰচাৰিত হ'লত, মেচত জানিবা জুইহে লাগিল। সকলোৱে ভাবিলে যে নাঙলুৱে ঝী কামিনীক উদ্দেস্য কৰি এই কবিতাবোৰৰ লেখিছে। নাঙলু বৰ বেয়া স্বভাৱৰ ল'ৰা; সি মেচৰ কলংক আনিলে। সকলোৱে এই সিদ্ধান্তত উপস্থিত হ'ল গৈ।

কামিনী ঝীৰ বয়স ৪০ বছৰৰ কম কোনোমতেই নহয়। তাইৰ বৰণ ক'লা, দাঁত উজ্জলা, মুখ গুটীসাঁচেৰে ভৰা। তেনে জনী "মহিলা" কাব্যৰসবিনোদিত সুৰুচিপূৰ্ণ শিক্ষিতা নাঙলুৰ

কবিতাৰ অধিষ্ঠাত্রীদেৱী হোৱাটো সপোনতো ভাবিবলৈ কেনেবা যেন লাগে। কিন্তু হ'লে কি হ'ব? "জল্ জল্ পট্ পট্ দৈবকীৰ গভুৱা ল'ৰা" কবিতাৰ বহী আগতে পৰি আছে।

এই কথা লৈ "মেচৰ" ছাত্ৰসকলৰ ভিতৰত ইমান আন্দোলন হ'বলৈ ধৰিলে, যে অচিৰতে কামিনী ঝীৰ কাণত সেই কথা উঠিল গৈ। তাই লাজ অপমানত চকুলোৰে শাৰীৰ আচল তিয়াই কান্দি তেতিয়াই মেচৰ "মেনেজাৰক" ক'লে — "হেগা বাবু, আমি গেৰস্ত ঘৰেৰ মেয়ে। আমৰা ভদ্ৰলোক। বলি আমাৰ নামে তোমাদেৰ সেই লাঙ্গুল বাবুটি কেন এমন সব কথা ৰটায়? আমাৰ মাহিনা-পত্ৰ এখনই সব চুকিয়ে দাও আমি থাকবো না।" এই কথাৰ লগে লগে কামিনী ঝীয়ে নাঙলুক "যমেৰ বাড়ী যা!" "তোৰ মৰণ দশা!" ইত্যাদি শাও পাৰিবলৈ পাহৰা নাছিল।

ইয়াৰ পিছত নাঙলুক অসমীয়া ছাত্ৰৰ মেচৰপৰা "নটিচ" দি উলিয়াই দিয়া হ'ল। তেওঁ যে নির্দোষ সেই কথা নাঙলুৱে বাৰে বাৰে কোৱাতো কোনেও বিশ্বাস নকৰিলে। মুঠতে ঘটনাটোৰ প্রকৃত বিচাৰ নহ'ল। বেচেৰা নাঙলু অবিচাৰত পৰি লাজ অপমানত জৰ্জৰিত হৈ দেশী ভাই অসমীয়াৰ "মেচ" এৰি গুচি গ'ল।

নাঙলুৱে কলেজ ষ্ট্ৰীটৰ এটা বঙালী ছাত্ৰৰ "মেচত" আশ্রয় ললে গৈ। কিন্তু জ্বৰে এৰিলেও কৰ্পটিয়ে নেৰাৰ দৰে শনিগ্রহে তেতিয়াও তেওঁক এৰা নাছিল। দুৰ্ভাগ্যবশত সেই মেচৰে বঙালী ছাত্ৰ এজনেৰে সৈতে অসমীয়া মেচৰ অসমীয়া ছাত্ৰ এজনৰ চিনাকি থকাত, এদিন তেওঁলোকৰ মাজত কথাতে নাঙলুৰ বিষয় ওলোৱাত, অসমীয়াজনৰ পৰা বঙালীজনে সকলো কথাৰ সম্ভেদ পালে। ফলত, নাঙলুৰ কথা নাঙলুৱে আশ্রয় লোৱা বঙালী মেচতো ৰাষ্ট্ৰ হ'ল। মেচৰ মেনেজাৰে ভদ্ৰভাৱে নাঙলুক ক'লে যে, তেওঁ নাঙলুক ৰাখিবলৈ হ'লে নাঙলুৱে ভৱিষ্যতলৈ Well behave অৰ্থাৎ ভাল ব্যবহাৰ কৰি চলিব বুলি এখন guarantee অৰ্থাৎ "গিৰমিট"ৰ নিচিনা চিঠি লেখি দিব লাগিব; নতুবা তেওঁ তেওঁক ৰাখিলে তেওঁলোকৰ মেচৰ বদনাম হ'ব। নাঙলুৱে নিৰুপায় হৈ তেনে 'গৰাণ্টি' এখনকে লেখি দি, তাতে থাকি পঢ়া-শুনা কৰিবলৈ ধৰিলে।

নাঙলুৰ দুৰ্দশাৰ অন্ত তেতিয়াও পৰিছে বুলি ভাবিছা হ'বলা? ওঁহো, নাই পৰা; শনিগ্রহৰ কোপ সাপৰ নেগুৰত বিষ বাকী থকাৰ দৰে তেতিয়াও তেওঁৰ গাত অৱশিষ্ট আছিল। নাঙলু অসমীয়া ছাত্ৰৰ মেচ এৰি গলত, কামিনী ঝীৰ ভাৱৰ সোঁত উভতি ব'বলৈ ধৰিলে। অসমীয়া ছাত্ৰবিলাকে কলিকতাত এনে ভাৱে খায়, পিন্ধে, থাকে আৰু চলে, যে কলিকতাৰ সাধাৰণ মানুহে আৰু বিশেষকৈ অসমীয়া মেচৰ চাকৰ-চাকৰণীবিলাকে ভাবে যে একো-একোজন অসমীয়া ছাত্ৰ একো-একোজন ডাঙৰ জমিদাৰৰ পুত্ৰ। কামিনীয়ে ভাবিলে যে মই মূৰ্খামি কৰি হঠাৎ কি ভুল কামটোকে কৰিলো। মোৰ জীৱনত এটা ডাঙৰ Chance অৰ্থাৎ সৌভাগ্যৰ সুযোগ ওলাইছিল; হাঁয়! সেই সুযোগ মই বলিয়ালি কৰি হেৰুৱালো। মোৰ হাতত আহি পৰা লক্ষ্মীক মই ভৰিৰে ঠেলি পেলালো। এই অসমীয়া বাবুবিলাক এটাইবোৰেই পইচা-কড়ি থকা ডাঙৰ মানুহৰ "বেটা", "খোদ" একো-একোজন জমিদাৰ। মোৰ সুকপালৰ গুণে 'লাঙুল বাবুৰ" সুদৃষ্টি মোৰ ওপৰত পৰিছিল। মোৰ যাৱজ্জীৱনলৈ দুখৰ ওৰ পৰিলেহেঁতেন। মই মনে

মনে থাকিলেই হৈছিল। অদৃষ্ট মন্দ হ'লে মানুহৰ এনেকুৱাই হয়। ইত্যাদি প্ৰকাৰে কামিনী ঝীয়ে ভালেমান ভাবি-চিন্তি এদিন বিচাৰি বিচাৰি নাঙলু থকা সেই বঙালী মেচটো উলিয়ালেগৈ। নাঙলুৰ কলেজলৈ যোৱা বন্ধ হৈছিল, কাৰণ বি, এ, পৰীক্ষা ওচৰা-উচৰি। অধ্যাপকে কলেজ ক্লাচ ভাঙি দি পৰীক্ষা দিওঁতাসকলক ঘৰতে ভালকৈ পঢ়িবলৈ সুবিধা দিছিল। আমাৰ নাঙলু সেইদেখি পঢ়াত বৰ ব্যস্ত আছিল।

সেইদিনা অনুসন্ধান কৰি কামিনীয়ে নাঙলু থকা মেচটো আৰু সেই মেচৰ ঘৰৰ খোটালিটো উলিয়ায়েই গুচি আহিল। পিছ দিনা দুপৰীয়া কামিনীয়ে মেচৰ কাম-বন কৰি আঁতাই ভাত খাই উঠি, হাতত চাৰিখন "পাণ" অৰ্থাৎ তামোল আৰু বজাৰৰ পৰা চাৰি পইচাৰ "জল-খাবাৰ" অৰ্থাৎ এপইচাৰ "কচুৰি" এপইচাৰ "নিম্‌কি" এপইচাৰ "পানতোৱা" আৰু এপইচাৰ "ৰসগোল্লা" কিনি, শালপাতৰ "খোঙা" অৰ্থাৎ খুৰি এটাত লৈ একেবাৰেই গৈ নাঙলুৰ খোটালিৰ দুৱাৰমুখত থিয় দিলে। সেই সময়ত নাঙলু "চেলিৰ চাইকোলজি" পঢ়াত নিমগন আছিল। হঠাৎ দুৱাৰমুখলৈ কোনোবা অহা তেওঁ গম পাই মূৰ দাঙি চাই দেখিলে যে, তেওঁৰ আগৰ অসমীয়া মেচৰ সেই কামিনী ঝী। দুপৰ ৰাতি তোমাৰ আগত হঠাৎ এটা ভুত ওলালে তুমি যিমান ভয় খালাহেঁতেন, নাঙলুৱে কামিনীক দেখি তাতকৈও সৰহকৈ ভয় খালে। তেওঁৰ জিবা খৰ্‌খৰীয়া হ'ল, ডিঙি শুকাই গ'ল আৰু মাত হৰিল। তেওঁ ডাঙৰকৈ চিঞৰি মাৰি দি মানুহ মাতিবলৈ বুলি এবাৰ চেষ্টা কৰিলে, কিন্তু তেওঁৰ বাক্‌যন্ত্ৰ বাজিবলৈ ৰাজী নহ'ল। কি কৰিব, কি নকৰিব তেওঁ একোকে থিৰ কৰিব নোৱাৰি, কিতাপটো এৰি খপ্ কৰে উঠিল। তেওঁক উঠা দেখি কামিনীয়ে শাৰীৰ আঁচলৰ ওৰণীৰে মুখখন আদখিনি ঢাকি হাতত থকা জলপান আৰু পাণৰ ভেটী এহাতে নাঙলুৰ ফালে আগবঢ়াই দি, আনহাতে আঁচলৰ আগটোত ধৰি তাৰে চকুৰ পানী টুকিবলৈ ধৰি, খন্তেকৰ মূৰতে আধাভগা মাতেৰে ক'বলৈ ধৰিলে -- "বাবু, আমাৰ ঘাট হয়েছে, আমাক মাফ কৰো। আমি বড় আহম্মকি কৰেছি বাবু, তুমি নিৰ্দয় হয়ে চলে আসবাৰ দিন থেকে, তোমাৰ কথা ভেবে আমি এক দিনও ঘুমোতে পাৰিনি। কাল কত কষ্টে তোমাৰ এই বাড়ীৰ" -- তাইৰ কথাই গৈ এইখিনি পাওঁতেই নাঙলুৱে লৰ মাৰি "গোচলখানাত" অৰ্থাৎ গা-ধোৱা ঘৰৰ ভিতৰত সোম ্ দুৱাৰ দাং মাৰি পেলালে। কামিনী অলপ পৰ সেই অৱস্থাতে তাত থিয় দি থাকি, কিংকৰ্তব্যবিমূঢ় হৈ লাহে লাহে তাৰপৰা নামি ওলাই গুচি আহিল। তাই চিৰিৰে নামি যাওঁতে কুঞ্জলাল নামেৰে বঙালী ছাত্ৰ এজনে তাইক দেখি, তাই কোন বুলি সুধিলত, কামিনীয়ে "আমি ওদেৰ বাড়ীৰ ঝী, তোমাদেৰ মেচেৰ ঝীৰ সঙ্গে দেখা কৰতে এসেছিলুম" বুলি হুচহুচ কৰে নামি গুচি গ'ল। বঙালী ছাত্ৰজনৰ কিন্তু তাইৰ কথাত মনৰ খুকুৰি নুগুছিল, কাৰণ তাই সেই নাঙলু থকা খোটালিটোৰ ফালৰপৰা অহা যেন তেওঁ দেখিছিল।

সেইদিনা নাঙলুৰ মনৰ অৱস্থা কেনে হৈছিল আমি বৰ্ণনা নকৰো। মুঠতে কওঁ, কামিনীৰে সৈতে তেওঁৰ সাক্ষাৎ হোৱা সেই অশান্তিকৰ ঘটনাৰ পিছত তেওঁ সেইদিনা অলপো পঢ়া-শুনা কৰিব নোৱাৰিলে।

কামিনীয়ে বেজাইৰ বোজা বান্ধি লৈ মেচৰ বন-বাৰী কৰি আঁতাই অনেক ভাবি অনেক

চিন্তি শেহত "জান, আমি হাতেৰে লক্ষী পায়ে ঠেলে ফেলেছি, এখন দুঃখ কৰলে কি হ'বে?" নিজকে এইদৰে ডাঙৰকৈ মাতি সম্বোধন কৰি প্ৰবোধ দি শুই থাকিল। মেচৰ ঝীবোৰে মেচত কাম কৰি আহি ৰাতি নিজৰ ঘৰত শুই থাকে। সেইদিনা ৰাতি কামিনীয়ে শুই থাকোঁতে সমাজিকতে এবাৰ এফাকি গান গাই পেলাইছিল। তাই কেতিয়াবা শুনি থোৱা গান এটাৰ এই দুফাকি গুৰি -- "এত এত এত দিন কেটে গেল। এখন দুঃখেৰ নিশা প্ৰভাত হইল।" কামিনীৰ লগতে তাইৰ বুঢ়ীমাক শুইছিল। বুঢ়ীৰ ভালকৈ টোপনি অহা নাছিল যেনেকি, বুঢ়ীয়ে খপ-জপ কৈ উঠি পাটীতে বহি সুধিলে, "অ কামিনী, ঘুমেৰ ঘোৰে কি গাচ্ছিস্? স্বপ্ন দেখ্ছিল নাকি?" কামিনীয়ে উত্তৰ নিদি নাক ডকাই শুই থাকিল।

ইয়াৰ দিনচেৰেকৰ পিছত এটা লেফাফাৰ ওপৰত এইদৰে বিজুগ লেখা চিঠি এখন আমি ডাক-হৰ্-কৰাই মেচৰ চিঠিৰ বাকচত থৈ গ'ল। "পূজনীয় শ্ৰীযুক্ত লাঙ্গুলচন্দ্ৰ বাবুৰ শ্ৰীচৰণ কমলেসু -- নং কলেজ ইষ্ট্ৰীট মেছ। মুটীয়া কালেজৰ পূৰ্ব।" সেইদিনা সেই চিঠিৰ বাকচটো মেলি চিঠি উলিয়াইছিল কুঞ্জলালে। তেওঁ অদ্ভুত আখৰ আৰু বৰ্ণবিন্যাসেৰে লেখা সেই চিঠিখন দেখি লোভ সামৰিব নোৱাৰি নিজৰ কৌতূহল চৰিতাৰ্থ কৰিবৰ মনেৰে চিঠিখন নাঙলুক নিদি লুকাই থৈ নিজৰ খোটালিলৈ লৈ গৈ মনে মনে মেলি পঢ়িবলৈ ধৰিলে। তাত লেখা আছিল --

"বাবু! শ্ৰীচৰণেৰ দাসিৰ দোষ খমা কৰো। তুমি বৰ লোক। জমিদাৰ মানুষ। অধিনিকে দয়া কৰো। যা হবাৰ গেছে; আৰ দাসিকে শ্ৰীচৰণে স্থান দাও। তুমি আমাৰ প্ৰতি বিমুখ হইলে, আমি বাঁচবো না। শেষে গলায় দড়ী দিয়া মৰিব ; আৰ তা নাহোলে আফিং খাইয়া পেৰাণ তাইজ কৰিবো, আৰু তোমাৰ গায়ে নাৰিবোধ পাপ লাগবে।

অধিণি

শ্ৰীমোতি কামিনীমোণি দাসি।"

কুঞ্জই চিঠিখন পাই বুজিলে যে নাঙলুৱে তেওঁলোকৰ মেচলৈ আহিও সেই আগৰ মেচৰ ঝী কামিনীৰ আকৰ্ষণৰ হাত সাৰিব পৰা নাই ; আৰু এতিয়াও দুইৰো মাজত চিঠি চলাচল হ'ব লাগিছে। সেই কিছুদিনৰ আগেয়ে চিৰিত নামি যাওঁতে তেওঁ দেখা পোৱা ঝীজনীৰ কথা এতিয়া তেওঁৰ মনত পৰিল। তেওঁ বুজিলে যে সেই জনীয়েই সম্ভৱতঃ কামিনী ঝী। কিন্তু কুঞ্জলালে এই চিঠিৰ কথা কাকো নকৈ মনে মনে থাকিল ; কাৰণ পৰীক্ষা ওচৰা-উচৰি, প্ৰায় সকলো ছাত্ৰৰেই পঢ়াত ব্যস্ত ; বাজে কথা এটাৰ আন্দোলন এতিয়া তেওঁলোকৰ মাজত প্ৰীতিকৰ হ'লেও, সি পঢ়া-শুনাৰ হানিকাৰক হ'ব।

ইয়াৰ দহ দিনমানৰ পিছত সেই মেচৰে জনচেৰেক বঙালী ছাত্ৰ বন্ধুৰে সৈতে, নাঙলুৱে অতিৰিক্ত পঢ়াৰ পৰিশ্ৰম পাতলাবৰ মনেৰে "ইম্পিৰিয়েল বেঙ্গল থিয়েটৰত" বিখ্যাত অশ্ৰুমতীৰ অভিনয় চাবলৈ গৈছিল।

অশ্ৰুমতীৰ ভাও দেখি নাঙলুৰ শুকান কবিতা কদম গছৰ ডালত কুঁহিপাত মেলিলে আৰু তাৰ তলত আনন্দ - ম'ৰাই চালি ধৰি নাচিবলৈ ধৰিলে। নাঙলুৱে মেচৰ বহালৈ ৰাতি ১

বজাত উভতি আহি অশ্ৰুমতীক উদ্দেশ্য কৰি এটা "চনেট" অৰ্থাৎ চৈধ্য ফকীয়া কবিতা লেখিলে। কবিতাটো লেখি শেষ কৰা সময়ত নাঙলুৰ চকু টোপনিত মুদ খাই গৈছিল, সেইদেখি তেওঁ তাক নাসামৰি মেজতে পেলাই থৈ শুই থাকিল। আগ ৰাতি টোপনি খতি হোৱা বাবে পুৱা নাঙলু উঠাত পলম হ'ল। মেচৰ এজন ছাতৰে নাঙলুক জগাবলৈ আহি সেই অসমীয়া কবিতাটো তেওঁৰ মেজৰ ওপৰত পাই একো বুজিব নোৱাৰি, বাহিৰলৈ আনি আন দুজন-এজনৰে সৈতে অসমীয়া কথা বঙলা সুৰ আৰু উচ্চাৰণেৰে পঢ়ি থাকোঁতেই মেচৰ মেনেজাৰ সেই পিনেদি যাওক। সেইটো কি বুলি তেওঁ ৰৈ, সেইটো নাঙলুচন্দ্ৰৰ দ্বাৰাই ৰচিত কবিতা বুলি জানিব পাৰি, আগৰ কথা সুৰঁৰি নাঙলুক জগাই মাতি আনি ক'লে -- "নাঙলু বাবু আপনি আমাকে কবিতা লিখিবনে না বলিয়া গৰাণ্টি দিয়াছিলেন। আবাৰ দেখছি, কবিতা লিখিতে সুৰু কৰিয়াছেনে ; আৰু প্ৰেম কবিতা। দেখছি আপনি আমাদেৰ মেছেতেও একটা কুকাণ্ড কৰিয়া ছাড়িবেন।"

এনে সময়তে কুঞ্জলাল আহি তাত ওলালহি। কি কৈছে, কিহৰ বিচাৰ চলিছে, তেওঁ তাৰ উৱাদিহ লৈ, তেতিয়াই লৰি গৈ নিজৰ খোটালিৰপৰা সেই কামিনী ঝীৰ চিঠিখন লৈ আহি মেনেজাৰৰ হাতত দিলে। মেনেজৰে চিঠিখন পঢ়ি অবাক। মেনেজৰে "নাঙলু বাবু, এইখানা কি?" বুলি নাঙলুৰ হাতত চিঠিখন দিলত নাঙলুৱে পঢ়িলে আৰু মুখৰ বৰণ হেৰুৱালে। মুঠতে তেওঁৰ মুখৰ বৰণ কেহৰাজ বটা যেন হ'ল ; তেওঁৰ কণ্ঠৰোধ হ'ল। মেনেজৰে তেতিয়া দৃঢ়ভাৱে নাঙলুক ক'লে -- "আপুনি আজকেৰ মধ্যেই আমাদেৰ মেচ ছাড়িয়া অন্য কোথাও যান। আপনাকে আমি নটিশ দিলাম।"

নাঙলুৱে নিৰুপায় হৈ বঙালী মেচ এৰি এটা বঙালী হটেলত ঠাই ল'লে। ইয়াৰ পিছত নাঙলুৰ প্ৰতি বিধতা সুপ্ৰসন্ন হ'ল। তেওঁ বি, এ, পৰীক্ষাত উঠা বাতৰি পালে। এই বাতৰি পায়েই তেওঁ কলিকতাক আৰু কবিতাক নেওঁচা-কেওঁচা দি এৰি গুচি গৈ, অসমত গৱৰ্ণমেণ্টৰ ডাঙৰ কাম এটা লৈ হাকিম হৈ বহিল গৈ। হাকিম হৈ নাঙলুৱে আৰু কবিতা নেলেখে। লোকে সুধিলে তেওঁ কয় যে তেওঁৰ কবিতাৰ পুং শুকাল। তেওঁ আজিকালি তেওঁৰ হাতৰ খজুৱতি উঠিলে এবাৰ আদবাৰ প্ৰত্নতত্ত্বৰ দুৱাৰখনৰ দাংডাল মেলি লৈ মামৰে ধৰা দুটা-এটা বস্তুৰ বিষয়ে "গৱেষণা" কৰি "মূল্যবান" প্ৰবন্ধ লেখি কাকতৰ হুপাই জ্ঞানৰ পিয়াহ পলুৱায়। ■

# জগৰা মণ্ডলৰ প্ৰেমাভিনয়

মাজতে চাওখাট মৌজাৰ মণ্ডল জগৰাৰ এটা বৰ বিপদ গ'ল। কুগ্ৰহ! কুগ্ৰহ! ভাগ্যে দপতীয়াতে ডাইল দৰবৰ গুণত তাৰ জইন মাৰিলে, নতুবা বপুৰাক সি জোলোকা জোলোকে পানী খুৱালেহেঁতেন।

মণ্ডলে এদিন যোৰহাটৰপৰা গধূলি উভতি আহি, ঘৰ পাই হাত ভৰি ধুই, ভাত খাই উঠি, চোতালতে পাটী-ঢৰা এখন পাৰি বহি, ঘৈণীয়েকে ওচৰতে বহি আগত বটাটো লৈ কাটি দিয়া তামোল খনচেৰেকক একেবেলিয়েই এমোকোৰাকৈ মুখত সুমাই, জোনাক আকাশলৈ একেথৰে অলপমান পৰ চাই থাকি মাত লগালে -- "শুনিছ নে বোলো নিচলীৰ মাক, শুনিছ নে, আমাৰ জীৱন সমূলি মিছাতে গ'ল। আমাৰ একোটো নহ'ল।"

জগৰাণী। -- "কিয়নো মিছা গ'ল?"

জগৰা -- "কি কম নিচলীৰ মাক কি কম আৰু ক'বলৈ বেজাৰ লাগে।"

জগৰাণী -- "কোবাচোন কোবা কি হ'ল?"

জগৰা -- "আজি আমাৰ যোৰহাটৰ ন উকিল সৰুৰাম শৰ্মা ডেকা ডাঙৰীয়াই তেওঁৰ লগৰীয়া ডেকাল'ৰা জনছেৰেকৰে সৈতে গোটখাই বহি, কলিকতাত, ছেপাত মাৰি অহা এখন অসমীয়া কিতাপ বৰকৈ মাতি পঢ়ি থাকোঁতেই মই তাতে ওলালোগৈ। উকিল ডাঙৰীয়াই মোক সৰ্বতিকালে 'চেই' মৰম কৰে, মই গ'লেই মোৰে সৈতে ভালকৈ মাত-কথা কৈ মোক মাতি বুলি বহুৱায়। তেওঁলোকে থুপ-থুপীয়াকৈ বহি মেলপাতি ইমানকৈ মন দি নো কি পঢ়িছে শুনোৰেইচোন বুলি ময়ো তেওঁলোকৰ কাষতে বহিলো। তাৰ পিছতে অলপমান বেলি টলকা মাৰি থাকি লাহেকৈ সুধিলো -- 'ডাঙৰীয়াই নো কি পঢ়িছে, মই মহামুৰুখকো অলপ তাৰ ভাগ দি গিয়ান দিবনে?' উকিল ডাঙৰীয়াই সমিধান দিলে এইখন আমি নেভেল পঢ়িছোঁহঁক।' মই সুধিলো, 'ডাঙৰীয়া নেভেল নো আকৌ কাক বোলে? তাত নো কি লেখিছে, কন্দাঁগে জানিব খুজিছোঁ।' উত্তৰ পালো 'নেভেল এবিধ কিতাপ। এইবিধ কিতাপত প্ৰেমৰ কথা লেখা থাকে।' মই সুধিলো 'ঈশ্বৰ কৃষ্ণৰ ভকতি প্ৰেম নে কি ডাঙৰীয়া?" উকিল ডাঙৰীয়াই ক'লে, 'নহয়, এক ডেকা আৰু এক ডেকেৰীৰ প্ৰেম।' মই সুধিলো, 'ঈশ্বৰ কৃষ্ণৰ সৈতে গোপিনীসকলৰ প্ৰেমৰ কথা শুনিলে পুইণ হয়। ডেকাৰে সৈতে ডেকেৰীৰ প্ৰেমৰ কথা লৈ গোচৰ লাগিলে আমাক সাক্ষী দিবলৈহে টনা-আজোৰা কৰিব পাৰে।' মোৰ কথা শুনি উকিল ডাঙৰীয়াই মাত লগালে, 'কিবা বোলেনে মণ্ডল, তুমি কোবা কথা সঁচা, কিন্তু তেনেকুৱা পুইণ নহ'লেও নেভেলত

লেখা প্ৰেম স্বৰ্গৰ প্ৰেম, শুধ প্ৰেম ; তুমি আঙুলিয়াব খোজা ছোৱালী চুৰি মকৰ্দমাৰ প্ৰেম নহয়।' মই কলো "ডাঙৰীয়া, দয়া কৰি মোক ভালকৈ বুজাই দিয়কচোন এই প্ৰেম কেনে?' মোৰ কথা শুনি তেখেতে এবকলা বকৃতা দি প্ৰেম কাক কয় মোক বুজাই দিলে। অৱশ্যে মই সেই এটাইবোৰ ভালকৈ বুজিব নোৱাৰিলো ; তথাপি তেখেতৰ বাইখা মোৰ শুনি থাকিবলৈ ভাল লাগিছিল আৰু সঁচাকৈ ক'বলৈ গ'লে মই তাৰপৰা গিয়ান পালো অন্তত মই সুধিলো, 'ডাঙৰীয়া, গিৰিয়েক-ঘৈণীয়েকৰ ভিতৰত প্ৰেম হ'ব নোৱাৰেনে?' তেওঁ ক'লে, 'কিয় হ'ব নোৱাৰিব? কৰিলেই হ'ব পাৰিব ; বস্তু যিমানেই সোৱাদ হওক, লৰালৰিকৈ একেবাৰেই গিলি পেলালে তাৰ সোৱাদৰ উমান ভালকৈ পোৱা নাযায় ; ছোবাই চুহি লাহে লাহে সোৱাদ লৈ খালেহে তাৰ ভালকৈ সোৱাদ পোৱা যায়।' তেওঁৰ কথাষাৰ মোৰ মনত বৰকৈ খাই গ'ল। আমি বিয়া কৰিলো, ল'ৰা-ছোৱালীৰ বাপেক-মাক হলোঁহক, ঘোঁৰাত উঠি ছুটি মেলাদি মেলিলো, কিন্তু প্ৰেম কি বস্তু তাৰ ভু-ভা ল'বলৈ কতো এখোজ ৰবলৈ নহ'ল। সেইদেখি আমি স্বৰ্গৰ প্ৰেমৰপৰা বঞ্চিত হলো। গৰু-ম'হেও পোৱালি ফুকাইছে, আমিও ল'ৰা-ছোৱালী ওপজাইছো ; কিন্তু সৰগৰ প্ৰেমৰ ভু গৰু-ম'হেও নাপালে আমিও নাপালো। দেখ নিচলীৰ মাক! মই মনতে ভাবি থিৰ কৰিছো যে আমাৰ জীৱনৰ যিছোৱা এইদৰে গ'ল গ'ল কিন্তু বাকীছোৱা আৰু এইদৰে যাবলৈ নিদিওঁ ; প্ৰেম কৰি প্ৰেমৰ সোৱাদ লৈহে তাক পঠিয়াম।"

জগৰাণী। — "কিবা বোলেনে উদৰ সাত পুৰুষ মৰি গ'ল কেঁচা মাছ খাওঁতেই, এতিয়া তাৰ মাছ পুৰি খাবৰ বতৰ আহিল। তিনি কাল গ'ল একালৰ আছে, এতিয়া বৰুৱা ফুকন উকিল মনচুপৰ ল'ৰাৰে সৈতে জোৰ মাৰি কিবা প্ৰেম কৰিবলগীয়া হ'ল। নকৰা সেইবোৰ দেওহে, সেইবোৰ আমাক নালাগে, আমি এতিয়া প্ৰেমপেম কৰিব নোৱাৰো।"

জগৰা। — "নহয় নিচলীৰ মাক, তই বুজিব পৰা নাই, সেইবোৰ আমাক এতিয়া লগা হৈছে। আমি আগেয়ে আছিলো এক, এতিয়া হৈছো এক। চৰ্কাৰৰ ঘৰৰ মণ্ডলৰ বিষয়খন পাবৰে পৰা আমি ডাঙৰৰ শাৰীলৈ উঠিলো। ৰজাঘৰে প্ৰজাঘৰে এতিয়া আমি লেখৰ মানুহ হলো। এতিয়া আমি আগৰ গঢ়-গতি নসলালে নহয়। বধ লাগে নিচলীৰ মাক বিধি-পথালি নকৰিবি ; মই তোৰে সৈতে আজিৰ পৰা প্ৰেম কৰিম।"

জগৰাণী। — "শপত দিব লাগিছে কেলৈ, কি প্ৰেম কৰিব খুজিছা কৰা ; মই কিন্তু সেইবোৰ একো বুজ নাপাওঁ ; কি কৰিব লাগে কৈ দিবা, দেখুৱাই দিবা, সেইদৰেই কৰিম। তুমি সন্তোষ পালেই মোৰো সন্তোষ।"

জগৰা। — "বেছ কথা, ভাল কথা, সুন্দৰ কথা, চন্দৰ-বন্দনী বিধু-মুখী, সুবলা কথা। আমি এতিয়াই আৰম্ভ কৰি দিওহঁক আহ ; কিয়নো শুভ কাৰ্যত বিলম নকৰাই ভাল।"

এইবুলি জগৰা মণ্ডলে জগৰাণীৰ থুটবিটোত লাহেকৈ ধৰি জোনৰ ফালে জগৰাণীক ঘূৰাই দি মাত লগালে — "এ হে! কোনটি জোন? এইটি নে সেইটি?"

জগৰাণী। — "যোৱা দেও হে. চুৱা-চৰুৰ তলি যেন মোৰ মুখৰ বৰণ, তাক পাতিছা চোন! ইমানকৈ ঠেটা কৰিব লাগিছে নো কেলৈ? গোসাঁয়ে বাৰু যেনেকৈ চলিছে সি তেনেহে হ'ব।"

জগৰা। -- "কি ঠেটা কৰিছা ; নাই কৰা ; কাইব হে কৰিছো। প্ৰেম কৰিবলৈ গ'লে পোনতে কাইব কৰি ল'ব লাগে।"

জগৰাণী। -- "কি কৰি ল'ব লাগে সোনকালে কৰি লোৱা দেওঁহে ; মোৰ আখল মছিবলৈ আছে, চুৱা কাঁহী-বাটি ধুবলৈ আছে।"

জগৰা। -- "কেনে ফুৰ্ফুৰকৈ জুৰ বতাহ বলিছে, যেন ইন্দ্ৰই সৰগত বহি ৰূপখটোৱা ধোৱাঁ-খোৱাত মচলা দিয়া মলা ধপাতৰ হোপাটোহে মাৰি সেই ধোৱাঁবোৰ নাকৰ বিন্ধাইদি লাহে লাহে ফুৰ্ফুৰকৈ আমাৰ ফাললৈ এৰি দিছে। সঁচাকৈ কৈছোঁ, নিচলীৰ মাক চন্দৰ-বন্দনী, এই বতাহ মোৰ গাত লাগি গাটো শাঁত কৰি গৈছে। সখি! তোমাৰ নাকৰ নিশাহটোও তেনে জুৰ ; আৰু সি মোৰ গাল লাগিলে মোৰ গাটো জুৰাই যায়।"

জগৰাণী। -- "অতদিনৰ মূৰত মই সখী হলো। বঢ়িয়া হৈছে! দিনৌ কথায় কথায় অমুকৰ জীয়েক, তমুকৰ জীয়েক, অমুক খাতী, তমুক খাতী, হতছিৰীইতী মাত পাই আছিলো, আজি অমুকা উকিলৰ যহত প্ৰেমত পৰি সখী হলো। মোৰ নাকৰ নিশাহ কোনোবা কাচিৎ যাৰ মুখত পৰিলে গালি খাই তৎ এৰিছিলো এতিয়া সি খন্তেকতে ফুৰ্ফুৰীয়া বতাহ হ'ল। এই বাৰে-ভচহু কথাখনকে তোমাৰ উকিল ডাঙৰীয়াই কাইৰ প্ৰেম বোলেনে? ৰলিয়া গছত নালাগে দেওহে, এইদৰেইহে ওলায়।"

জগৰা। -- "পিয়া! পিয়ত্তমা! তুমি এতিয়াও একোকে বুজা নাপালা, লাহে লাহে পাবা; মই পাব লাগিছো। আহা পেম কি সোৱাদ, কি মউ।"

জগৰাণী। -- "মাখি মৌ। আৰু কি ক'ব লাগে সোনকালে কৈ লোৱা, মোৰ পলম হৈ গৈছে। ভালেমান কাম আছে। তুমিতো এতিয়াই গোণা মহে ফোঁচ-ফোঁচোৱাদি ফোঁচ্-ফোঁচাই শুই থাকিবা, মই ৰাতি দুপৰলৈকে থাকি বন কৰি মৰিব লাগিব।"

জগৰ। -- "মই কি শুম? নোশোওঁ। মই শোৱাপাটীত পৰি তোমাৰ মউ যেন ৰূপ সমাজিকত চুহিম হে।"

জগৰাণী। -- "এইখন পেম নহয় দেওহে, কিবা ঠেটা মস্কৰাহে। পেম নকৰিলে যদি ডাঙৰ মানুহ হ'ব নোৱাৰি আৰু বৰুৱা ফুকনৰ ল'ৰাৰ শাৰীত চলিব নোৱাৰি, তেন্তে তুমি কাইলৈ গৈ কেনেকৈ পেম কৰে, উকিল ডাঙৰীয়াক ভালকৈ সুধি শিকি আহা , এইখন অলিয়া-বলিয়া গাই নাথাকিবা।"

জগৰা। -- "পিয়া কি কৈছা? মই কি বকিছো? পেমক কৰিয়ে কাইব কৰি পেমৰ ভাবত বুৰি থাকিলেহে সঁচা পেম হয় বুলি মোক উকিল ডাঙৰীয়াই ভালকৈ বুজাই কৈছে। পিয়া তোমাৰ মউ যেন মাতে মোৰ কাণৰ দুইটা বিন্ধা ভৰি গৈছে। মই পেমৰ গুম্‌গুমনিৰ বাহিৰে আন একো শুনিবলৈ পোৱা নাই আৰু নুশুনো।"

জগৰাণী। -- মই এইখন তোমাৰ ফাকতি বুজিলো, এতিয়া মোক ঠেটা-মস্কৰা কৰি ৰং চাবলৈ তুমি আজি বুধি কৰি আহিছা? মই একেবাৰে ডাঙৰকৈ মাত মাতিলেই ৰাও টুই গৰুৱাগালী বুলি মোক গালি নপৰাকৈ নথকা মানুহটোৱে আজি মোৰ মাতত মৌ পালে! এনেখন ঠেটা কৰি থাকিব নালাগে, যোৰহাটত গৈ কৰিবাগৈ, ইয়াত নহয়, মই উঠিলো।"

জগৰা। -- "নাযাবা পিয়া নাযাবা। বিৰহৰ অগ্নিয়ে মোক পুৰি মাৰিব, মই সহিব নোৱাৰিম, মোৰ প্ৰাণ যাব। নিচলীৰ মাক চন্দৰ-বন্দনী! মই তোমাৰ শ্ৰীচৰণৰ নিকিনা গোলাম। মোক তোমাৰ ৰঙা চৰণত ঠাই দিয়া।"

এইবুলি জগৰাই জগৰাণীৰ ভৰিত ধৰিব খোজোঁতেই জগৰাণী একেচাবেই উঠি আঁতৰিল; আৰু গিৰিয়েকৰ গতি দেখি তাই ভাবিলে যে নিশ্চয় গিৰিয়েকে আজি কৰবাত ভাং ধতুৰা খাই আহি এইখন বলিয়ালি কৰিছে। ইয়াকে এখলহ পানী আনি, শোধ-পোছ নাই জগৰাৰ মূৰত হুৰ-হুৰ কৰে ঢালি দিলে। জগৰা নিৰ্বাক। শেহত জগৰাই তিতি-বুৰি শিকি একোকে নামাতি গা মছি তিতা চুৰিয়া সলাই পাটীত পৰিলগৈ ; আৰু ঘৈণীয়েকে লৰালৰিকৈ এখুৰি তেল-পানী আনি জগৰাৰ মূৰত থপিয়াই দি বিচনীৰে বিচিবলৈ ধৰিলে।

জগৰাই কিছুমান পৰ শোৱাপাটীত টলকা মাৰি থাকি মনত লগালে -- "শুনিছনে, নিচলীৰ মাক, মই বলিয়া হোৱা নাই, তই ভয় নাখাবি। যি হ'ল হ'ল, এই কথা তই আৰু কাকো নকবি। মই তোৰে মূৰ খোৱা শপত খাই কৈছো, আজিৰ পৰা এনে কাম নকৰো।" ■

# মৈদাম

ভ্ৰাম্যমান পৃথিৱীত পৰিভ্ৰমণ লেখকৰ ভাগ্যত বিধিৰ লিখন। ফুৰোঁতে ফুৰোঁতে এদিন শিৱসাগৰ জিলাৰ অভয়পুৰ মৌজাত এডোখৰ মুকলি পথাৰৰ মাজত এটা টিলা দেখা পালো। টিলাটোৰ ওপৰত গৰখীয়া ল'ৰা গোটাচেৰেকে এজাক গৰু চৰাব লাগিছে। টিলাটো কিহৰ মোৰ জানিবৰ মন গ'ল। লাহে লাহে গৈ মইও টিলাটোৰ ওপৰত উঠি গৰখীয়া ল'ৰাইতক সুধিলো, "এইটো কি?" এটা ল'ৰাই উত্তৰ দিলে "উঁই হাফলু।" মই কলো, "ইমানটো ডাঙৰ উঁই হাফলু কেনেবাত হ'ব পাৰেনে?" আন এটাই মাত লগালে, "হ'ব নোৱাৰে যদি নহয়, হ'ব পাৰে যদি হয়।" তাৰ কথাষাৰ যে সুৰীয়া হৈ ওলোৱা নাই, তাক কোৱাৰ গঢ়তে মই বুজিলো। আৰু বুজিলো যে সিহঁত বৰ চেঙা, পোনপটিয়ে সিহঁতে মোৰ সৈতে আলাপ কৰিবলৈ অনিচ্ছুক। ইযাকে ভাবি থাকোঁতেই দেখিলো, সিহঁতৰে ভিতৰৰ এটাই চেঙা দমৰা এটাৰ পিছে পিছে লৰি গৈ তাক আগছিব নোৱাৰি, অলপ ঘূৰি গৈ হে তাক আগছিলে। সেই আহিঁ ততালিকে লৈ মইও সিহঁতক আগছিবৰ প্ৰণালী সলালো। মোৰ চোলাৰ মোনাত "চিগাৰেট" অৰ্থাৎ তুলাপাতেৰে মেৰোৱা চেলেউ আছিল। তাৰে গোটাচেৰেক উলিযাই ললো। চিগাৰেটৰ মোহিনী শক্তি আৰু অখণ্ড প্ৰভাৱৰ কথা মোৰ জনা আছিল, গতিকে, সি যে অসমৰ এচুকৰ অভয়পুৰ মৌজাৰ আবৰ গৰখীয়া ল'ৰাক বৰাব পাৰিব সেই কথাত মোৰ সন্দেহ নাছিল। এটা চলেউত জুই লগাই লৈ মই দোহোপামান মাৰি সিহঁতৰ ভিতৰৰ বৰমূৰীয়াটোক চেলেউ এটা যাচিলো। বৰলৰ টোপৰ বৰশীত চেঙেলি মাছ লগাদি টপকৰে সি মোৰ চেলেউটোপৰ বৰশীত লাগিল আৰু তাক মোৰ আগন্তৰ ভিতৰুৱা কৰোঁতে নৌকৰোঁতেই বাকী কেউটাই মোৰ ওচৰত চেলেউ মগনিযাৰ হৈ হাত পাতিলে। মই তেতিযাই চেলেউ কল্পতৰু হৈ পৰি "সবাতে সমান ভাব" প্ৰকাশ কৰি মাগন্তাসকলক চেলেউ ফল দান কৰিলো।

চেলেউ পাই প্ৰসন্ন হৈ ডাঙৰ গৰকীয়া ল'ৰাটোৱে আকৌ মই নোশোধাকৈয়ে মাত লগালে - "দেউতা, এইটো কিহৰ টিলা সঁচাকৈয়ে আমি ক'ব নোৱাৰো, আমাৰ গাঁৱৰ আন কানোৱেও ক'ব নোৱাৰে। কিন্তু তাহানি এদিন মোৰ বুঢ়া ককাই মোক কোৱা মোৰ মনত আছে যে এইটো হেনো কোনোবা বৃদ্ধি স্বৰ্গনাৰায়ণ ৰজাৰ দিনৰ মৈদাম। ককা ঢুকাবৰ আজি বছৰ হ'ল। তেওঁ জীযাই থকাহেঁতেন ইযাৰ বিষয়ে আৰু কিবা ক'ব পাৰিলেহেঁতেন কিজানি।" ল'ৰাটোৰ কথা শুনি মোৰ মনত ক্ষন্তেকতে নানা ভ্ৰম খেলালে। কিন্তু এটাইবোৰ কিবা খেলি মেলি লাগি থকা ভাব, সততাই সেইবোৰ জুকিয়াই ল'ব পৰা নহয়। সি যি হওক এইটো

ভালকৈ বুজিলো যে সেই মৈদামটোৰ বিষয়ে সিহঁতৰপৰা নাইবা সেই ঠাইৰ আন কোনো লোকৰ পৰা কোনো কথা জানিবৰ উপায় নাই। গতিকে অলপমান পৰ মৈদামটোৰ ওপৰতে বহি থাকি লাহে লাহে তাৰপৰা নামি গুচি আহিলো।

মই অভয়পুৰত যি গৃহস্থৰ ঘৰত "গধূলিৰ অতিথি সাক্ষাৎ দামোদৰ" ৰূপে থিতি কৰিছিলো সেই ঘৰৰ ঘৈণীৰ সেইদিনা নেঃ নেঃ ঠেঃ ঠেঃ বিধৰ গা বেয়া হোৱা গতিকে আলহী শুধিবৰ ভাৰ চাউল-সিজোৱাৰ ওপৰত নপৰি লোওৱা পিঠাগুৰিৰ ওপৰত পৰিল। পিঠাগুৰিয়ে সেই সেই বাব পাই গধূলি মোৰ খাবৰ সময়ত এটা বাটিৰ ভিতৰত বহি গপতে ওফন্দি এবাটি হৈ লগত লৈ এটা আঠীয়া কল এখামোচ গুড় আৰু আদপোৱামান এৱা গাখীৰ লৈ মোৰ আগত ঘপহ কৰে ওলালহি। পিঠাগুৰিৰ সৈতে ভালেমান দিনৰ পৰা মোৰ অসম্ভৱ চলি আহিছিল, সৰহ নকও, সেই অসদ্ভাৱ ইমান দূৰ পকি উঠিছিল যে পিঠাগুৰিৰে সৈতে মোৰ মাত-বোল দূৰৰ কথা দেখা সাক্ষাতো একপ্ৰকাৰ বন্ধ হৈছিল গৈ। আজি অযাচিতভাৱে অম্লান বদনে সি আহি মোৰ আগত প্ৰকাশ হোৱা দেখি পোনতে যদিও মই তাৰ সেই "বিয়াদপিত" বিৰক্ত হৈ উঠিছিলো, কিন্তু পিছত ভোকৰ পৰামৰ্শ মতে সপৰিবাৰে তাকে মোৰ পেটত ঠাই দিবলৈ বাধ্য হলো। ভোকৰ পৰামৰ্শ নুবুলি ভোকৰ খচ্‌খচনি বোলাই উচিত, কিয়নো প্ৰথমে যদিও ভোকে নিজৰ গুমৰ ৰাখি পিঠাগুৰিৰ ওপৰত খং নকৰিবলৈ মোক গহীনভাৱে উপদেশ দিছিল, কিন্তু মই সেই উপদেশ ভালকৈ কাণপাতি নুশুনা যেন দেখি, পিছত সি প্ৰথমে পিন্ধি কথা কোৱা মুখাটো খহাই থৈ বৰং ভয়বিহ্বলতা প্ৰকাশ কৰি খচ্‌খচনি লগাই দিলে, আৰু অন্তত মোৰ ওপৰত খৰকৈ ডাবি আৰু টান হুকুম জাৰি কৰিবলৈ ধৰিলে। সঁচা কথা ক'বলৈ গ'লে, ভালেমান দিন বিচ্ছেদৰ মূৰত মিলৰ বাবেই নে কি ক'ব নোৱাৰো, মোৰ জিভাই সেই পিঠাগুৰিৰ সঙ্গ জনিত প্ৰীতি অনুভৱ নকৰি নাথাকিছিল।

প্ৰথম ঘুমটিৰ অন্তত সাৰ পালো। মোৰ টেঁঙাপানী উঠা আৰু বুকুত অলপ খোচা-বিন্ধা কৰা যেন পালো। বুজিলো, যদিও বন্ধুভাৱে পিঠাগুৰি মোৰ অন্তঃপুৰত প্ৰৱেশ কৰিছিল, তথাপি সি, "পূৰ্ব শত্ৰু মনে জানি" মোৰ বুকুত "শৰ হানি" শত্ৰুতাচৰণ কৰিবলৈ পাহৰা নাই। "স্বভাৱো যাদৃশ্যো যস্য ন জহাতি কদাচন" এই পুৰণি শ্লোক মাতি মনৰ ক্ষোভ মিটাই, পাটীতে আকৌ লুটি-বাগৰ দি টলকা মাৰি ললো। সেইভাৱে পৰি থাকোঁতেই মোৰ টোপনি আহিল। কিমান পৰৰ মূৰত ক'ব নোৱাৰা তলত লেখা সমাজিকটো দেখিলো --

*মই গৈ ৰাতিপুৱা দেখা সেই মৈদামটো পালো। তাৰ ওপৰত আগৰ দৰেই বহি থকাৰ পিছত দেখিলো, মৈদামটো শামুক এটা মেল খোৱাদি মেল খালে। তাৰ ভিতৰত কি ভয়ঙ্কৰ দৃশ্য।*

দুটা হাতীৰ জকা। পাঁচোটা ঘোঁৰাৰ জকা। এমখা মানুহৰ জকা (ল'ৰা আৰু ডাঙৰৰ)। দুটা মানুহৰ জকাই হাতেৰে দুটা আৰিয়া ধৰি আছে ; আৰু জ্বলি থকা সেই আৰিয়া দুটাই মৈদামটোৰ ভিতৰখন পোহৰাই থৈছে। দেখিলো তাৰ ভিতৰখন ছালপীৰা, বৰপীৰা, মেৰঢৰা, বঁটা, শৰাই, পিকদানি, লোটা, বাটী, কাঁহী, কলহ, খাবৰ বস্তু, পিন্ধিবৰ কাপোৰ-কানি ইত্যাদিৰে ভৰপূৰ সেইবোৰ মই চাই থাকোঁতে থাকোঁতেই হঠাৎ দেখিলো, জকাবোৰে, হুচৰি গোৱা মানুহৰ দৰে ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে, অথচ সিহঁতৰ মুখত মাত নাই। সেই অদ্ভুত নাচ দেখি ভয়ত মোৰ

মুখখন শুকাই গ'ল, বুকুখন ঢপ্‌ঢপাবলৈ ধৰিলে, গাৰ নোমবোৰ শিয়ঁৰি উঠিল আৰু হাত-ভৰিবিলাক অৱশ হ'ল। ভাবনাৰ বৰধেমালিৰ ওৰ পৰাদি অলপমান বেলিৰ পিছত সেই উৎকট নাচৰ ওৰ পৰিল ; আৰু দেখিলো, জকাবোৰ ইমান খেলিমেলি লগাই নচাৰ আগেয়ে যত যি যেনেভাৱে আছিল, আকৌ তাতে সি ঠিক তেনেভাৱেই ৰ'ল। ক্ষন্তেকৰ পিছতে সেই দৃশ্য পৰিবৰ্তিত হ'ল, দেখিলো জকাবোৰে মানুহ, হাতী, ঘোঁৰাৰ স্বাভাৱিক অৱস্থা পালে ; এইবোৰ তেজ-মঙহ আৰু অঙ্গ-প্ৰত্যঙ্গাদিৰে সজীৱ হ'ল। ভোজবাজীৰ নিচিনা ক্ষন্তেকতে পৰিবৰ্তনশীল সেই দৃশ্যবোৰ মই অবাক হৈ চাই আছো, এনেতে এজন বয়সিয়াল মানুহে মোক হাতবাউলি দি মৈদামৰ ভিতৰলৈ মাতিলে। মোৰতো লৰিব-চৰিবৰ শক্তি নাছিল ; আৰু থাকিলেও, পৰা পক্ষত যে মৈদামৰ ভিতৰত নোসোমাও সেইটোও নিশ্চয় কৰিছিলো। মই নামি মৈদামৰ ভিতৰলৈ যাবলৈ অনিচ্ছা প্ৰকাশ কৰি মূৰ জোকৰা দেখি সেই মানুহজনেই মৈদামৰ ভিতৰৰপৰা ওপৰলৈ উঠি আহি মোৰ ওচৰতে বহিল। ভয়ত মই ঠক্ ঠক্ কৰে কঁপিবলৈ ধৰিলো। মোৰ শোচনীয় অৱস্থা দেখি দয়াপৰৱশ হৈ মৈদামবাসীয়ে মাত লগালে, "বোপাদেউতা! তুমি ইমান ভয় কৰিছা কিয়? ভয়ৰ কোনো কাৰণ নাই। তুমি ভয় কৰি মৈদামৰ ভিতৰলৈ নগলা বুলি বুজি ময়ে তোমাৰ ওচৰলৈ আহিলো। আঃ! বাহিৰত কি নিৰ্মল বতাহ! উশাহ লৈ জীলো যেন লাগিছে। কি বিমল আকাশ! কি সুন্দৰ পৃথিৱী! কত কালৰ মূৰত মই আজি তোমালোকক পালো! হে পৰমেশ্বৰ, তোমাৰ ধন্য সৃষ্টি, ধন্য জগৎ ৰচনা। একালত মইও এইবোৰ ভোগ সুখৰ অধিকাৰী আছিলো। হায়! সূৰ্যৰ উত্তাপ, চন্দ্ৰৰ পোহৰ, বায়ুৰ নিৰ্মল হিল্লোল একালত মইও অবাধে ভোগ কৰিবলৈ পাইছিলো। এতিয়া মই সেই অধিকাৰৰপৰা চিৰবঞ্চিত!!! যাওক সেইবোৰ কথা। বোপাদেউ, আমি কোন তুমি জানিবলৈ নিশ্চয় উৎসুক হৈছা, নতুবা এই নিজান ৰাতি তুমি ইয়ালৈ নাহিলাহেঁতেন। আমি কোন, সেই কথা তোমাক কওঁ বুলিহে মই তোমাক মৈদামৰ ভিতৰলৈ মাতিছিলো , তুমি ভয় কৰি নাযাবৰ দেখি ময়েই উঠি তোমাৰ ওচৰলৈ আহিলো।

"সি আজি অনেক কালৰ আগৰ কথা — বুঢ়া ৰজা প্ৰতাপ সিংহৰ দিনৰ। প্ৰতাপসিংহক বুদ্ধিস্বৰ্গনাৰায়ণো বুলিছিল। তেওঁৰ তিনিজন কোঁৱৰ আছিল। বৰজন কোঁৱৰৰ নাম চুৰামফা, মাজুজনৰ নাম চুটিয়ান্‌ফা আৰু সৰুজনাৰ নাম চাই আছিল। বুঢ়া ৰজা স্বৰ্গনাৰায়ণৰ বৰ নৰিয়া হ'লত, তেওঁৰ সৰুজন কোঁৱৰ চাইয়ে কিছুমান ৰণুৱা মানুহ গোটাই লৈ বাপেক মৰাৰ পিছত সিংহাসন অধিকাৰ কৰিবৰ নিমিত্তে সাজু হ'ল। বৰকোঁৱৰ চুৰামফাই মাজু ভায়েক চুটিয়ান্‌ফাক ক'লৈ যে তেওঁ নিজে নিঃসন্তান ; গতিকে, তেওঁৰ পিছত চুটিয়ানফাই যে ৰাজ্য পাব এইটো ধুৰুপ। এইবুলি তেওঁ চুটিয়ানফাক বুজাই প্ৰবোধ দি নিজৰ ফলীয়া কৰি লৈ দুয়ো মিলি ষড়যন্ত্ৰকাৰীসকলৰ সৈতে চাইক নগৰৰপৰা বাজ কৰি খেদাই দিলে। প্ৰতাপসিংহ ঢুকালত ডাঙৰীয়াসকলে চুৰমফাক ৰজা পাতি সেৱা কৰিলে। তাৰ পিছত চাইয়ে যদিও আকৌ ষড়যন্ত্ৰ কৰিছিল, কিন্তু অকৃতকাৰ্য হৈ ধৰা পৰি চুৰামফাৰ হাতত প্ৰাণ হেৰুৱালে। চুৰামফা অতি জঘন্য স্বভাৱৰ লোক আছিল। ৰজা হৈয়েই তেওঁ বাপেকৰ কুঁৱৰী মাহীয়েক এজনীক নিজৰ কুঁৱৰী কৰি ল'লে। তাৰ পিছত চুটিয়া জাতৰ তিৰোতা এজনীক, তাইৰ গিৰিয়েকক বিহ খুৱাই মাৰি, নিজৰ কুঁৱৰী কৰিলে। চুটিয়া কুঁৱৰী ৰজাৰ বৰ লাগী হৈ পৰিল। তেওঁ আগৰ গিৰিয়েকৰ ভতিজা ল'ৰা এটা তোলনীয়া পো কৰি ল'লে আৰু ৰজাৰ পিছত ৰাজপাটত

বন্দুৱাবলৈ থিৰ কৰিলে। চুৰামফাই ৰজা হ'বৰ আগেয়ে মাজু ভায়েক চুটিয়ানফাৰ আগত কৰা অঙ্গীকাৰ এইদৰে ভঙ্গ কৰিলে। ইয়াৰ কিছু দিনৰ পিছত ঈশ্বৰৰ ইচ্ছাত সেই তোলনীয়া ল'ৰাটো মৰি থাকিল। তোলনীয়াক বিহ খুৱাই মাৰিলে বুলি চুটিয়ানফাৰ পুতেক এজ নৰ গাত বদনাম পৰিলত, সেই কোঁৱৰক প্ৰাণদণ্ডৰ নিমিত্তে চাওদাঙৰ হাতত দিবলৈ ৰজাই চুটিয়ানফাক আদেশ কৰিলে। পুতেকৰ ভগৰং (যদিও সেই ভগৰত কোনো প্ৰমাণ নাছিল) চুটিয়ানফাৰ ধন-সম্পত্তি কাঢ়ি লৈ ৰাজ ভঁৰাললৈ পঠিওৱা হ'ল। ইয়াৰ লগে লগে চুটিয়ানীৰ ইচ্ছামতে আৰু এটা ৰাজ-আজ্ঞা প্ৰচাৰিত হ'ল যে প্ৰত্যেকজন ডাঙৰীয়াৰ একোটিকৈ ল'ৰা সেই তোলনীয়া ল'ৰাৰ শবেৰে সৈতে মৈদামনত দিব লাগে, যাতে সেই ল'ৰাবোৰৰ সৈতে তোলনীয়া কোঁৱৰে মৈদামত উমলি থাকিব পাৰে। যেনে আদেশ তেনে কাম হ'ল। চাই পঠিযাচোন সেই আঠোটি ল'ৰা। তেওঁলোকে তোলনীয়াক বেঢ়ি বহি আছে। সেই আঠোটিয়েই আঠজন ডাঙৰীয়াৰ ল'ৰা। পূবফালৰ তিনটি -- বৰগোহাঁই, বুঢ়াগোহাঁই আৰু বৰপাত্ৰগোহাঁইৰ ল'ৰা। পশ্চিম ফালৰ তিনটিৰ এটি বৰবৰুৱাৰ, এটি বৰফুকনৰ আৰু এটি নাওবৈচা ফুকনৰ। দুকাষৰে দুটিৰ এটি ডিহিঙীয়া ফুকনৰ, আনটি ভিতৰুৱা ফুকনৰ ল'ৰা। খোৱা বস্তুৰ কাষত বহি থকা সেইটো চাংমাই তোলনীয়াক ভাত পানী ৰান্ধি খুৱাবলৈ দিয়া হৈছিল। হাতত-জোৰ লৈ থকা সেই দুটা আৰিযা ধৰা, বন কৰিবলৈ দিবলৈ সেই দুটা লিক্‌চৌ, তোলনীয়া উঠি ফুৰিবলৈ সেই দুটা হাতী, সেইকেইটা ঘোঁৰা, সেইখন কেকোৰা দোলা। সেইবোৰ বাটি, কাঁহী, শৰাই, মেৰঢৰা, বৰপীৰা, ছালপীৰা আদি নানান বস্তু দেখিছাই, সেই এটাইবোৰ তোলনীয়া কোঁৱৰৰ ব্যৱহাৰৰ নিমিত্তে দিয়া হৈছিল। মই কোন, মোকো কিয় ইয়াত দিয়া হৈছিল, সেইটোও তোমাক ভাঙি কৈ থওঁ। মই তোলনীয়া কোঁৱৰক লেখা-পঢ়া শিকোৱা অধ্যাপক আছিলো। ল'ৰাটিয়ে মোক বৰ ভাল পাইছিল, সেইদেখি ল'ৰাটিক লেখা-পঢ়া শিকাবলৈ চুটিয়ানীৰ বুধি শুনি ৰজাই মোক মৈদামত দিলে। আহোম ৰজাৰ ন্যায় বিচাৰ, বিবেচনা, ধৰম, ৰীতি আৰু নীতিৰ এই চিনাকী, বোপাদেউ, তোমাক দিলো। এওঁলোকৰ কাৰ্য দেখিলে, এই পৃথিৱীত ঈশ্বৰৰ কিবা হাত আছে যেন মনে নধৰে। এওঁলোকে নিজক স্বৰ্গদেও অৰ্থাৎ স্বৰ্গৰ দেৱতা বোলে। এনেবোৰ ব্যৱস্থা যদি স্বৰ্গৰপৰাহে এওঁলোকে নমাই লগত লৈ আহিছিল তেনেহ'লে তেনেখন স্বৰ্গলৈ যোৱাতকৈ এই ভয়ঙ্কৰ মৈদামৰ দুৰ্ঘোৰ যন্ত্ৰণা সহিও যেন চিৰকাল আমি থাকোঁ। বোপাদেও, এই স্বৰ্গদেওকসকলৰ সঁচ এতিয়াও অসমত আছেনে?" মই মূৰ জোকাৰি নাই বুলি উত্তৰ দিলো। মোৰ উত্তৰটো শুনি তেওঁ আকাশৰ ফালে চাই ক'লে "তেনেহ'লে হে ঈশ্বৰ তুমি আছা। আৰু এই পৃথিৱীত ধৰ্মও আছে।"

এনেতে বহুত দূৰৰপৰা কুকুৰাৰ ডাক শুনিলো। কুকুৰাৰ ডাক শুনি তেওঁ জিকাৰ মাৰি উঠি মোক ক'লে – "বোপাদেউ, অদৃষ্টৰ লিখ কোনে খণ্ডাব? মই আৰু বাহিৰত থাকিব নোৱাৰো।" এইবুলি বৰ শোকৰ চকুৰে মোৰ ফালে তেওঁ চাই লাহেকৈ নামি ভিতৰ পালতে, মানুহ, হাতী, ঘোঁৰাবোৰ আকৌ আগৰ নিচিনা জকাবোৰ হ'ল ; আৰু সেই জকাবোৰৰ চকুবোৰ জ্বলি তাৰপৰা জুইৰ ফিৰিঙতিৰ নিচিনা ওলাবলৈ ধৰিলে। ক্ষন্তেকতে সেই জকাবোৰে আগৰদৰে পৈশাচিক তাণ্ডৱ নৃত্য কৰিবলৈ ধৰিলে। তাৰ ক্ষন্তেকৰ পিছতে মৈদামটোৰ মুখখন জাপ গৈ আগৰ নিচিনা হ'ল। মই সাৰ পাই দেখিলো, মই মোৰ শোৱাপাটীতে পৰি আছো আৰু বুকুৰ খোচা-বিন্ধা অলপো কমা নাই। ■

# মোৰে সৈতে মনাইৰ দ্বন্দ্ব

কালি গধূলি ভাত-পানী খাই পাইপটো হুপি মোৰ ঘৰতে অকলৈ বহি আছিলো, এনেতে ভাল মানুহ এজন ঘপহ কৰে মোৰ আগত ওলালহি। মানুহজন ইমান দীঘল যে এই কলিকালত আমাৰ দেশত এনে দীঘল মানুহ এজন আছিল বুলি মই আগেয়ে নাজানিছিলো। মই নিজেই ইমান ডাঙৰ-দীঘল মানুহটো, কিন্তু সেইজনৰ আগত দেখিবলৈ মই যেন এটা বাওনা হলো। ক'ৰ পৰা লেংলেংকৰে ইমান দীঘল কটাৰী-নলীয়া মানুহজন খামাখা মোৰ ওচৰত ওলালহি তাৰ একো উৱাদিহ নাপাই যদিও মই থৰমৎ খাই গৈছিলো, তথাপি অতিথিক সৎকাৰ কৰাটো গৃহস্থৰ কৰ্তব্য বুলি ভাবি, মোৰ সমুখত খালি হৈ পৰি থকা চকিখনত তেওঁক বহিবলৈ চিয়াৰ দিলো। তেওঁ মুখখন টিপা মাৰি হাঁহি লাহেকৈ চকিখনত তিনি পাক খাই বহি মোৰ মুখলৈ চাই এনেকৈ মিচিকীয়া হাঁহি এটা মাৰিলে যেন তেওঁ মোৰ কোনোবা কালৰ চিনাকি মানুহজন হে। তেওঁ বহিয়েই মোক সুধিলে, "ডাঙৰীয়া, আপুনি কেনে আছে?" মই "ভালে আছো" বুলি সমিধান দি উভতি তেওঁক সুধিলো, "আপোনাক মই চিনি পোৱা নাই দেখোন?" মোৰ প্ৰশ্নটো শুনি আলহীজনে ডাঙৰকৈ হাঁহি উত্তৰ দিলে, "কি আপুনি মোক চিনি নোপোৱাই হ'ল নেকি? আপুনিতো বঢ়িয়া মানুহ।" তেওঁৰ হাঁহি আৰু কথাত মই অপ্ৰতিভ হৈ ভাবিলো যে নিশ্চয় তেওঁ মোৰ কেতিয়াবাৰ চিনাকি মানুহ, মইহে তেওঁক চিনিব পৰা নাই। ইয়াকে ভাবি মই মাত লগালো, "মোৰ দায় মৰিষণ কৰিব, মই সঁচাকৈয়ে আপুনি কোন পাহৰিলো।" আলহীয়ে মোৰ কথাৰ আন একো উত্তৰ নিদি আকৌ এবাৰ হৌ-হৌ কৰে হাঁহিলে। তেওঁৰ এই বাৰৰ হাঁহিয়ে মোৰ মুখৰ বৰণ এনেকৈ শুহিলে যে মই শেঁতা পৰি গলো। মই দেখিলো, মোৰ মহা মস্কিল উপস্থিত। যি হওক, মোৰ মনৰ ভাব ততালিকে ঢাকি মই মাত লগালো "মোৰ ওচৰলৈ অহাৰ সকাম বা কি?"

আলহী। "সকাম আছে ; নহ'লে কিয় আহি আপোনাক আমনি কৰিম? কম লাহে লাহে। তাৰ আগেয়ে কওঁ, আপুনি যে অকলৈ ফচ্-ফচ্ কৰে পাইপৰ ধোঁৱা উৰাব লাগিছে, আলহীকো তাৰ অলপ-অচৰপ ভাগ নিদিয়ে নে?"

"নিশ্চয় নিশ্চয় দিম" এইবুলি মই উঠি হাতমেলি আলমাৰিটো মেলি চেলেউ দুটা উলিয়াই জিয়াচলি এটাৰে সৈতে তেওঁৰ ফালে আগবঢ়াই দিলো। তেওঁ বিশেষ আড়ম্বৰ নকৰি জিয়াচলিৰ কাঠী এটা ভট্‌কৰে মাৰি চেলেউটোত জুই লগাই লৈ নিঃশঙ্কচিত্তে হুপিবলৈ ধৰিলে। ক্ষন্তেকৰ পিছতে দুইবো মুখৰ ধোঁৱা গোটখাই আমি বহি থকা খোটালিটোৰ এখোটালি

হ'ল আৰু ধুৱঁলি-কুঁৱলিত চেলেউ দুটাৰ জ্বলা মুখ দোডোখৰৰ বাহিৰে আন একো নেদেখা হ'ল।

তিনি মিনিটমান এইদৰে চেলেউ আৰু পাইপৰ ধোঁৱাই যাদ গি থোৱাৰ পিছত কলা পকাদি দুয়ো পকি উঠিলো। মোতকৈ কন্তেকৰমানৰ আগেয়ে তেওঁ পকিছিল হবলা ; সেইদেখি তেওঁ আগেয়ে মাত লগালে – "বৰুৱা ডাঙৰীয়া, আপোনাক এটা কথাৰ খাটনি ধৰো, অনুগ্ৰহ কৰি খাটনিটো ৰাখিব নে?"

মই। "সাধ্য হ'লে ৰাখিম, অসাধ্য হ'লে কেনেকৈ ৰাখিম?"

আলহী। "সেইদৰে ক'লে নচলিব ; আপুনি মোৰ খাটনিটো ৰাখিবই লাগিব, নিশ্চয় নিশ্চয়।"

মই। "কিনো খাটনিটো আগেয়ে শুনোৱেইচোন?"

আলহী। "শুনিবতো। শুনাম বুলিয়েই আহিছো। অৱশ্যে আপুনি জানেই যে আলহী শোধাটো গৃহস্থৰ কৰ্তব্যৰ কাম। সেইটো কথা আৰু আপোনাৰ নিচিনা বিজ্ঞলোকক কোৱাটো সৰহৰ ভাগ। অতিথিক বিমুখ কৰাটো যে পাপ সেইটোও আপোনাক সোঁৱৰাই দিবলৈ গ'লে অসন্মান কৰা হ'ব। অতিথি বিফল মনোৰথথ হৈ উভতি গ'লে যে সেই পাপে গৃহস্থক ৰৌ-ৰৌ নৰক পৰ্যন্তত 'পছচাই' দিয়ে সেইটোও মই বিশেষকৈ আপোনাক সকিয়াব নোখোজো। সেই দেখিহে কৈছো, আপুনি মোক বিমুখ কৰিব নোৱাৰে।"

মই। "নোৱাৰিলে নকৰো, পাৰিলেও কৰিবৰ মোৰ ইচ্ছা নাই। সেইদেখি আপুনি কি ক'ব খুজিছে সোনকালে কওক, ইমান পাতনি কৰিবৰ সকাম বিশেষ মই দেখা পোৱা নাই। মই পোনপটিৰ ভোটা মানুহ। আপোনাক কি লাগে?"

আলহী। "ময়ো বেকা পতিৰ মানুহ নহওঁ ; গতিকে, পাতনি-ফাটনি একো নকৰাকৈয়ে কওঁ যে, মোক বৰকৈ লৰালৰিকৈ এগাল ৰূপ লগা হৈছে। কমপক্ষেও চাৰি-পাঁচ লাখ। নহ'লেই নচলে। মই থাকিবলৈ ডাঙৰ টোলেৰে সৈতে ভাল পকী ঘৰ এটা মোক লাগে। ঘৰটোৰ সমুখত ফুলেৰে শুৱনি বাগিচা এখন থাকিব লাগিব। বাগিচাখনৰ ভিতৰত বগা শিলৰ খট্‌খটিৰে ডাঙৰ-সৰু মাছেৰে ভৰি থকা-পুখুৰী এটা লাগিব। পিছফালে অলপ দূৰত নানাবিধ ফলৰ বাগিচা এখন লাগিব, যাৰ গছবোৰত পকা সোৱাদ ফল দমাই ওলমি লাগি থাকিব লাগিব। দেখিবলৈ সুন্দৰ গাড়ীখনচেৰেক, ঘোঁৰাশালত একুৰিমান তাজী ঘোঁৰা, গোহালিত এগোহালি খীৰতী গাই — "

এইখিনিতে তেওঁৰ চেলেউটোৰ জুই নুমাই যোৱা দেখি তেওঁ অলপ বৈ আকৌ জিয়াচলিৰ কাঠী এটা মাৰি চেলাউটোত জুই লগাই ল'লে। তাৰ ভিতৰতে লাহেকৈ মই মাত লগালো, -

"কৈ যাওক, কৈ যাওক, নৰব, শুনিবলৈ ভাল লাগিছে। এইবোৰৰ লগতে দিপ্‌লিপ্ ৰাজকন্যা এটাৰ 'দাবিটো' নাপাহৰিব।"

মোৰ কথাষাৰ শুনি আলহীয়ে টানকৈ চেলেউটোত হোপা মাৰি ধোঁৱা টানি লৈ সেই ধোৱাঁ নাকেদি দীঘলীয়াকৈ উলিয়াই ক'লে, "কিয় পাহৰিব? দিপ্‌লিপ্ কন্যাতো লাগিবই। সেই কথালৈ যাব লাগিছো।"

মই। "যাওক ; বাটতে থমকি নৰব ; সেইটোও কৈ পেলাওক, বাকী নথব।

আলহী। "ক'লে কিবা নৰজিব বুলি ভাবিছে নেকি? কম, কৈছো. কলো, এশবাৰ কম, হাজাৰবাৰ কম, পৰত কম, ঘৰত কম, লাগে যদি বৰ-ঘৰৰ চালৰ মূধত উঠি কম, যে মোক বজাৰ জীয়াৰীৰ নিচিনা বঢ়িয়া আৰু অপেচৰাৰ নিচিনা ধুনীয়া ছোৱালী একনী এইবোৰৰ সৈতে লাগিবই লাগিব। নহ'লে, এনে ঘৰ-বাৰী, বাগিচা, টকা-পইচা কাৰে সৈতে মই ভোগ কৰিম? এই কথাটো ক'বলৈ যদিও মই পিছলৈ থৈছিলো, এইটো কিন্তু খাঁটি কথা।"

মই। "জৰুৰ, জৰুৰ, অলবৎ অলবৎ।"

আলহী। "পেংলাই নকৰিব। ই পেংলাইৰ কথা নহয়। গধুৰ কথা ঠাট্টা কৰি উৰাই দিবলৈ যোৱাটো অভদ্ৰতা। আৰু সি কেতিয়াও নুৰেও। মানুহক টুটুৰাই থাকি সুখ উপভোগ কৰাটো কোনো কোনোৰ পক্ষে ৰঙৰ কথা হ'ব পাৰে, কিন্তু যাক টুটুৰাই থকা যায় তাৰ প্ৰতি সেইটো ভয়ঙ্কৰ নিষ্ঠুৰতা। আপুনি পাহৰিলে নেকি কত বাৰ কত দিন তেনে ছোৱালীৰ ফালে আকুল প্ৰাণেৰে হেঁপাহৰ চকুৰে লোভ টুকি টুকি চাবলৈ আপুনি মোক উচটাই দিছিল? সেইবোৰ কথা আজি পাহৰিলে বৰ দুখৰ কথা হ'ব। আন নহ'লে আপোনাৰ নিজৰ সম্মান ৰক্ষাৰ নিমিত্তেও সেই কথা আপুনি পাহৰাটো উচিত নহয়। আপুনি ভদ্ৰলোক, ধাৰ্মিক, সত্যবাদী বুলি আপোনাৰ সুখ্যাতি আছে। এনে স্থলত বহু পৰিশ্ৰমেৰে উপাৰ্জিত সেইবোৰ থিতাতে আপুনি দলিয়াই পেলোৱাটো উচিত নে? আপুনি মোক গছত তুলি তাৰ গুৰিডাল কাটিবলৈ যোৱাটো যে অধৰ্মৰ কথা হ'ব, সেইটো আপোনাৰ মনত খেলোৱা নাই নে?"

মই। "আপুনি কি বলকিছে? কিবা ৰাগী-টাগি লগাই আহিছে নেকি? মই আপোনাক তেনে কামলৈ কেতিয়া উচটাইছিলো? কি ভয়ানক মিছা কথা!"

আলহী। "অলপো মিছা নহয়। এধানমানো মিছা নহয়। উচটাইছিল। উচটাই মোক পাঁচি দিছিল! কত দিন কত বাৰ, তাৰ লেখ-জোখ নাই। আপুনি এটাইবোৰ পাহৰিছে; পাহৰা উচিত নহয়। মই কেতিয়াও মিছা নকওঁ, আৰু কোৱা নাই। মই মিছা কথাৰ মানুহ নহওঁ। আপুনিও মিছা কৈছে বুলি মই নকওঁ; আপুনি মাথোন পাহৰিছে। অকল সেইটোলৈ মোক উচটোৱাহে নলাগে, কত কামলৈ তেনেকুৱলা আৰু আন কত বিধৰ কামলৈ আপুনি মোক সততে উচটাই পঠিয়াই আগবঢাই দি আঁতৰত থিয় হৈ ৰং চাইছিল তাৰ সীমা সংখ্যা নাই। সেইবোৰ এতিয়া কৈ কি লাভ? এই সামান্য কথাটোকে আপুনি সৈ কাঢ়িবলৈ কেকোজেকো কৰিছে যেতিয়া সেইবোৰ এটা এটাকৈ মই উলিযাবলৈ গলে কিজানি আপুনি মোক কিলায়েই মাৰিব।"

মই। "চাওক, আপুনি মোৰ ঘৰলৈ আহি বৰ বেয়া-বেয়াকৈ মোৰ গাত বদনাম দি কিবা কথাবিলাক কবলৈ ধৰিছে। এইবোৰ ভাল কথা নহয়। লোকে কলে শুনিলে কি বুলিব?"

আলহী। "লোকে কি বুলিব সেইটো মোক কৈলৈ লাগিছে? মোৰ কাম মই কৰিম, লোকৰ কাম লোকে কৰিব। সঁচা কথাত আপুনি অসন্তুষ্ট হবৰ কোনো কাৰণ নাই। কিবা বোলেনে, দেৱতাৰ উৎপত্তি কলে ৰং, মানুহৰ উৎপত্তি কলে খং।"

আলহীৰ এই গঢ়ৰ কথা আৰু মোৰ অসহ্য হৈ উঠিল। মোৰ ভয় সঙ্কোচ আদি ভাবৰ

ঠাই খণ্ডে অধিকাৰ কৰিলে। মই কৰ্কশভাৱে তেওঁক সুধিলো, "তুমি কোন হে? মোৰ ঘৰলৈ আহি তুমি এইবোৰ মিছা কথা কবৰ কোন?"

আলহী। "মই ময়েই। এইবোৰৰ এতিলমানো মিছা নহয়, তেহেলৈ আপুনি মানকেই বা নামাক। আপুনি বৰকৈ গপ নামাৰিব। আপোনাৰ বিষয়ে মোৰ একো অবিদিত নাই। মই আপোনাৰ পেটৰ কথা সোপাকে জানো। মোৰ আগত লুকচুক্ কৰাটো গোটেই মিছা; আৰু ফাইদাং মৰাটোও তথৈবচ।"

মই। "কি মই তোৰ আগতে লুকচুক কৰিছো? তই কি মোৰ পেটৰ কথা জান হেৰ? তোক মই কোনো কালে দেখা নাই, নিচিনো নাজানো। তই হে মিছা কথা কৈছে, মই মিছলীয়া নহওঁ।"

আলহী। "মই মিছলীয়া নহওঁ; যদি কোনোবা সেইজন আপুনি হে হবৰ সম্ভৱ।"

মই। "চুপ ৰও! আকৌ তই সেইষাৰ কথা মুখত উলিয়ালে মোৰ ঘৰৰপৰা তোক গতিয়াই উলিয়াই দিম। তই ালহী হলি বুলি মোৰ ঘৰলৈ আহি মোক গালি পাৰি যাবলৈ তোক নিদিওঁ।"

আলহী। "মই আপোনাক গালি পাৰিবলৈ অহা নাই। আপুনি একেবাৰেই সোপাকে অস্বীকাৰ কৰি টুপুংকেৰে বুৰ মাৰিছে দেখি হে সেইবোৰ কথা মোৰ মুখত ওলাইছিল। আপোনাৰ পেটৰ কথা সোপাকে মই জানো; মোৰ আগত আপুনি সৈ নকৰাটো আপোনাৰ পক্ষে সুবিধাৰ কাম হোৱা নাই।"

মই। "তই ইমান গপ-গপকৈ কথা কৈছে কি সাহেৰে?"

আলহী। "নিজৰ সাহেৰে। গপ-গপ কি? মই যি জানো তাকে কৈছোঁ। সঁচা কথা কবলৈ ভয় কি?"

মোৰ আৰু অসহ্য হল। মই ঘপহকৰে উঠিলো। এহাতেৰে মই আলহীৰ টেটুটোত চেপামাৰি ধৰি, আনটো হাতেৰে, যিখন চকিত মই বহি আছিলোঁ সেইখন চকিৰ খুৰা এটাত ধৰি চকিখন তুলি লৈ আলহীৰ মূৰৰ ওপৰত দি তাৰে তাক হেচা মাৰি ধৰিলো। কিন্তু মই দেখি আচৰিত মানিলো, যে সি চিএৰ-বাখৰ বা সেই অল অৱস্থাৰ পৰা মুকলি হবলৈ বিশেষ একো চেষ্টা নকৰি মাথোন গোঁ সোঁ শব্দ কৰিবলৈ ধৰিলে। সেই অদ্ভুত আলহীক সেইদৰে মই মোৰ আয়ত্তৰ ভিতৰলৈ আনি ডবিয়াই শুধিলো, "ক, তই কোন? কিয় তই আহি মোক এইদৰে অপমান কৰিছিলি?-নকলে তোমাক মই নেৰোঁ, মাৰি পেলাম।"

আলহীয়ে চকিৰ চেপাৰ তলৰ পৰা লাহেকৈ উত্তৰ দিলে,"আপুনি মোক মাৰিব নোৱাৰে; যিমান মন যায় সিমান চেপিব হে পাৰিব। আপুনি মোক যিমান চেপিব সিমান মই চেপা খাই সৰু হৈ চেপাটা হৈ যাম, চেপিবলৈ এৰি দিলেই আকৌ ৰবৰ এঠাৰ নিচিনাকৈ আগৰদৰে হম। আপুনি মোক মাৰিবলৈ চেষ্টা কৰা বৃথা। মই আপোনাৰ সৈতে একেলগে হে মৰিম, আপোনাৰ মৃত্যুৰ এক মুহূৰ্ত্তৰ আগেয়েও নহয়। মই কোন যদি আপুনি জানিব খুজিছে, তেন্তে কওঁ শুনক, – মই আপোনাৰ মানস-পুত্ৰ। মোকে বোলে মন।" ■

# লোভ

গছত উঠি চৰাইৰ বাহৰ পৰা চৰাই-পোৱালি পৰা, আম কঠালৰ গছতে ভুঁঠ আম কঢ়োল পৰা আদি কাৰ্যৰ লগতে বৰশী বাই মাছ ধৰাটোও একালত মোৰ উৎসাহৰ কাম আছিল। আমাৰ পুখুৰীটোৱে মোৰ মনত জীৱহিংসা প্ৰবৃত্তিৰ উদ্ৰেক কাৰ্যত যে নথে সহায়তা কৰিছিল এই কথা কোৱা বাহুল্য মাথোন। কাৰণ মাগুৰ, কাৱৈ, শল, কান্দুলি, শিঙৰা, পুঠি আদি মাছক সি নিজৰ গৰ্ভত সাদৰেৰে এনেকৈ ঠাই দিছিল যে, সেইবোৰ দেখিলে মোৰ নিচিনা তামসিক প্ৰকৃতিৰ মানুহৰতো কথাই নাই, সাত্বিকৰ প্ৰকৃতিৰ মানুহৰ স্বভাৱো প্ৰলোভনৰ দোলেৰে টান নাখাই নাথাকিছিল।

এদিনা মই আমাৰ পুখুৰীত বৰশী বাই থাকোঁতে এবাহ পোনাৰে এটা শল মাছ দেখিলো। ৰঙচুৱা পোনাবাহ একে ঠাইতে থুপখাই এনেকৈ পানীৰ ওপৰলৈ উঠিছে আৰু তললৈ নামিছে যে, ঠিক যেন একঠা ৰঙা সৰিয়হ কিবা এক প্ৰকাৰে দীঘলীয়া হৈ পানীত সেইদৰে উঠা নমা কৰি সাঁতুৰিব লাগিছে। হঠাৎ সিহঁতক দেখিলে কোনোৰ মনত খেলাব যেন এটা ফুলা পদুম ফুলৰ ভিতৰৰ চকাৰ চাৰিউফালৰ পাপৰিবোৰে চলিবৰ ক্ষমতা লভি সেইদৰে চলা-ফুৰা কৰিব লাগিছে। ক্ষন্তেকমান এক দৃষ্টিৰে চাই থাকি দেখিলো যে পোনাবাহৰ তলতে সন্তানবৎসল মাক শল মাছটোৱে সতৰ্কভাৱে থাকি সিহঁতক চলাই লৈ ফুৰিছে আৰু পোনাবোৰে মাতৃস্নেহৰসত আপ্লুত হৈ আনন্দত নাচি নাচি ওপৰৰপৰা তললৈ গৈ মাকৰ ওচৰ পাইছে আৰু চঞ্চল স্বভাৱৰ গুণে ততালিকে তলৰপৰা নাচি নাচি ওপৰলৈ উঠিছে। সেই স্বৰ্গীয় দৃশ্য দেৱতাৰহে উপভোগ্য, লুভীয়া মানুহৰ নহয়।

নিমিষতে মোৰ হিংসাকুৰীয়া লুভীয়া স্বভাৱ উত্তেজিত হৈ উঠিল, আৰু পিছ নুগুণি নিকৰুণভাৱে, বৰলৰ টোপেৰে গধুৰ বৰশীটো পোনাবাহৰ মাজত পেলাই দিলো। নিমিষতে পোনাবাহৰ মাকে মোৰ দৰেই পিছ নুগুণি লোভত, সম্ভৱতঃ খঙত, টোপেসৈতে সেই বৰশীটো গিলি পেলালে। মই চিপ মাৰি দিলো, আৰু তাৰ পিছতে সেই শল মাছটো অজলা আৰু আত্মৰক্ষাৰ নিমিত্তে অসমৰ্থ পোনাবাহক অনাথ কৰি মোৰ বৰশীত লাগি বামত পৰিল। মাছটোৱে কষ্টত আৰু মৃত্যুকাল উপস্থিত ভাবি চটফটাবলৈ ধৰিলে, আৰু মোৰ মনেও সেইদিনৰ পৰিশ্ৰম আৰু চেষ্টা সফল হোৱা দেখি উত্তেজিত হৈ উলাহত নাচিবলৈ ধৰিলে। দীঘলীয়া কাম চমু কৰি থবৰ নিমিত্তে মই মাছটো ধৰি মাটিত ঠেকেচা মাৰি দিলো। তাৰ পিছত -- তাৰ পিছত - ক্ষন্তেকীয়া নিষ্ঠুৰ উত্তেজনাৰ পিছত পানীত থকা অনাথ শিশু পোনাবিলাকলৈ মোৰ চকু

গ'ল। ভাল নালাগিল। পানীৰপৰা মোৰ চকু তুলি আনি মাছটোত দিলো। দেখিলো, মাছটোৱে মুখেৰে কাপ কাপ কৰিব লাগিছে। ধিমিক-ধিমিক মাত্র তাৰ ধাতু লৰিব লাগিছে। এই দুই দৃশ্যই মোৰ অন্তৰৰ নিভৃত খোটালিৰ নিভৃত চকু এটাত কথা কিবা এটা সচেতন বস্তুত অলপ খোচা বিন্ধা কৰা যেন পালো। কিন্তু মই তালৈ বৰকৈ মন নিদি উলাহক সাৰথি কৰি লৈ মাছটো ঘৰলৈ লৈ আহিলো। সংসাৰৰ অলেখ কামৰ চিন্তাৰ চকোৱাই অলপ পৰৰ পিছতে সেই মাছধৰা বিষয়টো সেই দিনালৈ ঢাকি পেলালে। কিন্তু গধূলি আয়ে যেতিয়া পুৱাৰ সেই শল মাছত মূলা দি আঞ্জা ৰান্ধি মোক খাবলৈ দিছিল, মোৰ অন্তৰৰ সেই ঠাইত বেজিৰ ফুটনি বুজনকৈয়ে অনুভৱ কৰিছিলো, গতিকে ৰুচিৰে সৈতে সেই আঞ্জা মই খাব নোৱাৰিলো।

ৰাতি শুবলৈ বুলি শোৱাপাটীত পৰিলত অনাহূত অসংলগ্ন নানা ভাৱে খেলিমেলি লগাই মোৰ মনটো অসুখীয়া কৰি পেলালে। তেনে অৱস্থাত মোৰ কেতিয়া টোপনি আহিল কব নোৱাৰো। টোপনিত এইটো সমাজিক দেখিলো ঃ- মোৰ, শোৱাপাটীৰ চাৰিউফালে অসংখ্য কেচুৱা লৰাই মোক বেঢ়ি কান্দিব লাগিছে। ইমানবোৰ চেকুৱা লৰা কৰপৰা কিয় আহি মোক বেঢ়ি ধৰি কান্দিছে মই বুজিব নোৱাৰি মাত লগালো "বোপাইহঁত! মোৰ চিকুণিহঁত! তহঁত কৰপৰা আহিছ? তহঁতৰ কি হৈছে? কিয় কান্দিছ মোক কচোন?" মোৰ প্ৰশ্ন শুনি সিহঁতে সিহঁতৰ কণ কণ মুখবোৰেৰে মাত লগাই উত্তৰ দিলে; — "আমাক তই এতিয়া চিনিকে নোপাৱা হলি! আমি কিয় কান্দিছো নজনাই হলি! নিষ্ঠুৰ! তই আমাৰ আইক কিয় বধ কৰিলি? তেওঁ তোৰ কি জগৰ কৰিছিল? তই আমাক মাউৰা কৰিলি কিয়? পপীয়া! লুভনীয়া! তই আমাকো মাৰি পেলা! আমাকো মাৰি খাই পেলা! হায়! তই আমাক মাৰি দেখোন আমাৰ দুখীয়া আইক এৰি দিব পাৰিলিহেঁতেন। আমাকো তই আজি মাৰিব লাগিব, নহলে আমি তোক নেৰোঁ। তোৰ হাতত মৰিবলৈ বুলি ঠিক কৰিহে আমি আজি তোৰ গুৰিলৈ আহিছোহঁক। আমাক এতিয়াই মাৰ, মাৰ মাৰ, নামাৰিলে তোক আমি নেৰোঁ!"

হঠাৎ চাট্‌কৰে মোৰ টোপনি ভাগিল। মই খপ্‌কৰে উঠি শোৱাপাটীতে বহিলো। দুখ শোক আৰু অনুতাপত মোৰ হৃদয় দগধ হ'ল। সেই অৱস্থাতে মই ভালেখিনি পৰ থাকি, পূবেৰুণ দি আহিলত পাটীৰপৰা নামি গৈ, ঘৰৰ পানীপাছত আৰি তোৱা দাড়িৰে সৈতে বৰশীটো ডোখৰ-ডোখৰকৈ ভাঙি দলিয়াই পেলালো; আৰু তেতিয়াই শপত খালো যে "মোৰ জীৱদ্দশাত মই আৰু বৰশীত হাত নিদিওঁ।" ■

# কাশীবাসী

সি আজি ভালেমান বছৰৰ আগৰ কথা। জাৰ কালি পুৱা। পূব আকাশত ৰদ ঝিৰিঙাইছে, চৰাই-চিৰিকতিবোৰে কলকলাই চেক্‌চেকাই চাৰিউফালে উৰি বিয়াদান দিছে। গঙ্গাৰ সোঁত ধীৰ গম্ভীৰভাৱে এনেকৈ বলিছে যে সোঁত বলিছে বুলি দূৰৰপৰা উমানকে ধৰিব নোৱাৰি। নৈৰ পানীৰ ওপৰত অলপ ধোৱাঁৰ নিচিনা ভাপ উঠিছে, দেখিলে মনত খেলায় যেন তাত প্ৰাতঃস্নান কৰিবলৈ গৈ জাৰত দুখ পোৱা লোকসকলৰ প্ৰতি অনুকম্পা প্ৰদৰ্শন কৰি প্ৰকৃতি দেৱীয়ে গঙ্গাৰ তলত উমা-জাল দি পানীবোৰ কুহমীয়াকৈ তপতাই দিছে। স্নান কৰিবলৈ যোৱাসকলৰ কোনোৱে পানীত নামি মন্ত্ৰ মাতি জোবোৰা মাৰিছে; কোনোৱে জোবোৰা মাৰি বামলৈ উঠিছে; কোনোৱে জোবোৰাৰ অন্তত পানীতে থিয় হৈ, ওলাই-অহা ন বেলিৰ ফালে মুখ কৰি সন্ধ্যা-আহ্নিক কৰিছে; কোনোৱে বামলৈ উঠি শিলৰ খট্‌খটিত বহি যোৱা-অৰ্ঘ্য ফুল-তুলসী বেল-পাত লৈ শিৱপূজা কৰিছে; কোনোৱে তিতা কাপোৰ সলাই ৰঙা বগা কলপতীয়া বৰণৰ পাটৰ কাপোৰ খহাই খট্‌খটিৰ ওপৰত থৈ পানীত নামিবৰ উদ্যোগ কৰিছে। কাষতে পাৰত দুজন চাৰিজন সন্যাসী ফকিৰে বহি জুই জ্বালি ভাং ধপাত হুপিছে। পুহ মহীয়া কাশীৰ দশাশ্বমেধ ঘাটত এই দৃশ্য। মোৰ এজন অসমীয়া বন্ধুৰে সৈতে মইয়ো গঙ্গাস্নান কৰিবৰ মনেৰে এদিন পুৱাই তালৈ গৈছিলো কিন্তু গাৰপৰা নোমৰ চোলা কাপোৰ শোলোকাই মোৰ উদং গাটোৰ কোমল ছালখন জাৰৰ চোকা দাঁতৰ আগলৈ সতকাই আগ বঢ়াই দিবলৈ সঙ্কোচ কৰি, দেখাক দেখি একাজুল দুৰাজুলকৈ সাহ গোটাবৰ মনেৰে আলম-বিলম কৰি বন্ধুৰে সৈতে সাত-পাঁচ উৰণীয়া কথা পাতিব লাগিছোঁ। এনেতে দেখিলো এৰীয়া কাপোৰৰ শাৰী পিন্ধা আশী বছৰমান বয়সীয়া থপ্‌থপীয়া বুঢ়ী এজনীয়ে আমাৰ কাষ চাপি আহি আমাৰ মুখলৈ চাই শুধিছে – "বাবা তোমৰা কি অসমীয়া মানুহ?" মই উত্তৰ দিলো, "হা, আমৰা আসাম দেশেৰ লোক"।

বুঢ়ী। – "কত বাড়ী?"

মই। – "ৰংপুৰ শিৱসাগৰে বাড়ী। আপনি কে? কেন জিজ্ঞাস কৰছেন বলুন দেখি? আপনাৰ বাড়ী কোথায়?"

বুঢ়ী। – "বাবা, আমাৰ বাড়ীও ৰংপুৰে। আমিও অসমীয়া মানুহ। হা বিশ্বনাথ। হায় মোৰ গোসাঁই! আজি কত কালৰ মূৰে আমাৰ দেশৰ মানুহ দেখিতে পাইলু!" এই বুলি বুঢ়ীয়ে ভালেমান কথা কৈ হা-হুতাশ কৰি আমাৰ ওচৰতে বহিল। দেখিলো বুঢ়ীৰ চকু পানীৰে চলচলীয়া হৈছে। আমি দুয়ো ভালকৈ কথা কৈ বুঢ়ীক তেওঁৰ আতি-গুৰি শুধিলত বুঢ়ীয়ে

অসমীয়া আৰু বঙলাৰে সান-মিহল ভাষাৰে নিজৰ যি কাহিনী বৰ্ণনা কৰিলে তাৰ সাৰ ভাগ চমুকৈ তলত দিলো। —

"আমাৰ ঘৰ ৰংপুৰ আছিল। মই ভৰালী বৰুৱাৰ ঘৰৰ জীয়াৰী, দুলীয়া বৰুৱাৰ ঘৰলৈ পৰিছিলো। মোৰ বোপাই ডাঙৰ মানুহ, আৰু স্বামীও ডাঙৰ মানুহ আছিল। মোৰ ধন-বিত ঐশ্বৰ্য-বিভূতি সুখ-সম্পদৰ অন্ত নাছিল। কাল-মানে মোৰ ইহজীৱন নষ্ট কৰিলে। অকল মোৰ নহয় বোপাহঁত, হেজাৰ হেজাৰ দুৰ্ভগীয়া অসমীয়া মানুহক সিহঁতে খালে। মানৰ সেই কালৰ সেই ভয়ানক উপদ্ৰৱৰ কথা সুঁৱৰিলে এতিয়াও ভয়ত অণ্ঠে-কণ্ঠে শুকায়। পলৰীয়া চন্দ্ৰকান্ত ৰজাক বৰ সেনাপতি মিঙিমাহা বান্দুলালৈ হুকুম দি পঠিয়ালে যে বান্দুলা অসমপৰা উভতি যাব লাগে। ৰজাৰ হুকুম পাই বান্দুলাই সৰহ ভাগ মান-সেনা লগত লৈ উভতি নিজৰ দেশলৈ যাবলৈ ওলাল। কিন্তু বোপাইহঁত, যাওঁতে পাযগুহঁতে দেশৰপৰা ধন বস্তু যি পালে চুচি নিলেই, সেইবোৰৰ উপৰিও হাজাৰে হাজাৰে অসমীয়া মানুহ ধৰি লগত লৈ গুচি গল। সেই মানুহবোৰ কেনেকৈ নিছিল তোমালোকক তব লাগে নে? শুনিবা নে? শুনা কওঁ। সিহঁতে বুঢ়া মেঠা আৰু ল'ৰা-ছোৱালীবোৰ নিনি জিয়াতু দি মাৰি থৈ গৈছিল, ডেকাবোৰক সিহঁতৰ ভাৰী আৰু ডেকেৰীবোৰক তিৰুতা কৰি লৈ গৈছিল। গৰু ছাগলী সাঙুৰি নিয়াদি সেই মানুহবোৰ সাঙুৰি নিছিল মোৰ বোপাইহঁত! সিহঁতৰ মাৰ-ধৰ অত্যাচাৰ সহিব নোৱাৰি কত মানুহে যে বাটতে আপোন-ঘাতী হৈ আৰু এনেই মৰিল তাৰ লেখ-জোখ নাই। আমি বৰ কাছৰ হাতোৰা ফুটাই বেত-সুতেৰে বান্ধিদি দহোটা কুৰিটাকৈ একো একো জাক মানুহৰ হাতৰ তলুৱা ফুটাই সিহঁতে বান্ধি লৈ গৈছিল। ময়ো মানৰ হাতত বন্দী হৈ যোৱা মানুহ। তেতিয়া উঠি অহা ছোৱালী, মোৰ বয়স ১৫ বছৰমান মাথোন। হঠাৎ মানে আমাক ঘৰ বেৰা দি ধৰিলে। মোৰ স্বামী কেনি পলাল মই নেদেখিলোঁ। মোক সিহঁতে বন্দী কৰি ললে। আমাৰ বই-বস্তু যি আছিল সোপাকে সিহঁতে লুটি-পাটি ললে। উস্! সেই অত্যাচাৰৰ কথা সুঁৱৰিলে বুকু ফাটি যায়। বোপাইহঁত, সেই অসুৰহঁতৰ গৌৰাত্ম্যৰ কথা আৰু তোমালোকক বহলকৈ কৈ কি কৰিম, মুঠতে কওঁ যে পাপীষ্ঠহঁতৰ হাতত মোৰ সকলো গ'ল।"

দেখিলো, বেজাৰত বুঢ়ীৰ মুখৰপৰা কথা ভালকৈ নোলোৱা হৈ ঠোকাঠুকি হৈ ওলাইছে। মই লাহেকৈ মাত লগালো, — "আপোনাৰ কষ্ট হৈছে। থাওক সেইবোৰ কথা আৰু কব নেলাগে।" মোৰ কথা শুনি বুঢ়ীয়ে থিতাতে নিজকে চম্ভালি লৈ আকৌ আৰম্ভ কৰিলে — "কষ্টতো হৈছেই; কিন্তু বুকুৰ ঘাবোৰৰ ওপৰত যদিও এতিয়া কাঠ বান্ধি আছে, তথাপি তাত আঙুলি দিলে আগৰ নিচিনাকৈয়ে টান পাওঁ; অৱশ্যে এতিয়া তাৰপৰা আৰু তেজ নোলায়।"

"থাওক সেইবোৰ কথা। আমি দহ হেজাৰমান মানুহক মানহঁতে চিংফৌহঁতৰে সৈতে গোটখাই পাটকাইৰ কাষ পোৱাইছিলগৈ। আমাৰ ভিতৰত ভালেমান চিংফৌহঁতে সিহঁতৰ গোলাম কৰি নিজৰ দেশতে ৰাখিলে। ভালেমানক মানে নিজৰ দেশলৈ লৈ গুচি গল। এনেতে কুম্পানীৰ ফৌজে ইফালৰ মান আৰু চিংফৌহঁতক খেদি গল। মান চিংফৌৰে সৈতে ন-দিহিং নৈৰ কাষতে কুম্পানীৰ ফৌজৰ ৰণ লাগিল। সেই ৰণত মান আৰু চিংফৌহঁত কুম্পানীৰ হাতত হাৰিল, আৰু মানক কুম্পানীৰ ফৌজে একেবাৰেই অসমৰ সীমাৰপৰা উলিয়াই খেদিলে।

মান গলতে চিংফৌবোৰ শান্ত হ'ল। কুম্পানীৰ সেনাপতি নিউভাইয়ে (Captain Neufville) প্ৰায ছয় সাত হাজাৰমান অসমীয়া মানুহক মানৰ হাতৰপৰা একৰাই আমাৰ ঘৰৰ ফালে পঠিযাই দিলে। সেই মানুহবোৰৰ ভিতৰৰ মযো এজনী।'

"কিন্তু বোপাইহঁত, মোক চাহাবে সকলোৱে অনাতকৈ মই তাতে মৰি গৈআহেঁতেন বা মানে লৈ যোৱাহেঁতেন হেজাৰ গুণে ভাল আছিল। কিয কওঁ শুনা। মই হতভাগিনী উভতি আহি যেতিযা আমাৰ ৰংপুৰৰ ঘৰ ওলালোহি, মোৰ স্বামী আৰু শহুৰ শাহুৱে মোক সামৰি লওক ছাৰি মোক ভ্ৰষ্টা বুলি পদূলিৰ মূৰলৈকে থকিব নিদিলে। মই দুই হাতে নিজৰ কপালখন খুন্দি ক'ত কাকুতি মিনতি কৰি মোক আমাৰ টোলৰ ভিতৰতে, লাগে যদি আঁতৰতে ঠাই এচমকা দি ৰাখিবলৈ তেওঁলোকক কলো, কিন্তু তেওঁলোকৰ শিলেৰে বন্ধোৱা হিয়াত মোৰ কান্দোল-কাটোন নোসোমায়। মোৰ কান্দোন দেখি স্বামীৰ চকুৰ পানী যে মই ওলোৱা দেখিছিলো এনে নহয, কিন্তু তেওঁ মহাদৈত্য জাতৰ ভয়ত ঘৰৰ ঘৰোৱাহ আৰু আন ওচৰ চুবুৰীযাৰ বিপক্ষে থিয হৈ মনুষ্যত্ব প্ৰকাশ কৰিব নোৱাৰিলে। মই নিৰুপায় হৈ মোৰে নিচিনা দৰ্কপলীযা এজনীৰে সৈতে লগলাগি লাহে লাহে খোজকাটি খুজি-মাগি খাই আহিল, ছমাহমানৰ মূৰত কাশী পাই অনাথৰ নাথ বিশ্বনাথৰ চৰণত শৰণ ললো। তেতিয়াৰপৰা মই এই কাশীতে বাস কৰি আছো, মোৰ দুখৰ দীঘলীয়া জীৱনৰ ওৰ এতিয়াও পৰা নাই। কিন্তু পৰিব অলপতে। আজি তোমালোকৰ মুখৰ অসমীয়া মাত শুনি মই যে কি অমিয়া-মধু পিবলৈ পালো , কত পুৰণি দুখ বেজাৰৰ কথা মোৰ মনত পৰিল তাক কি কম। হে বাবা বিশ্বেশ্বৰ। হে বাবা ভোলানাথ! তোমাৰ অপাৰ মহিমা। তুমি এই দুখুনীক তোমাৰ চৰণত ঠাই দিছা, পৰকালতো যেন দুখুনীক নেৰা, তোমাৰ অভয চৰণত দুখুনীৰ এই প্ৰাৰ্থনা।"

বুঢ়ীৰ জীৱনৰ শোকপূৰ্ণ ইতিহাসো মোৰ মনত এনে এটা বেজাৰৰ ছাঁ পেলালে যে সেই পুৱা আৰু মোৰ গঙ্গা-স্নানৰ ক্ষীণোৱা অভিলাষ ক্ষীণাই অদৃশ্য হ'ল। আমাৰ ওচৰৰপৰা বুঢ়ী গুচি যোৱাৰ পিছত মই স্নান নকৰো বুলি মোৰ লগৰীয়াজনক কলত, তেৰোঁ যেন ৰক্ষা পৰি, মোৰ মততে মত দিলে , আৰু দুয়ো নিজৰ বহালৈ উভতি আহিলো। ■

# ভোম্‌কেৰোলা

সৃষ্টিধৰ চব্‌ডিপুটি হাকিম। তেওঁৰ ভাৰ্য্যাৰ নাম লাহৰী দেবী। পুতেকৰ নাম সন্তোষকুমাৰ। গধূলি লাহৰীয়ে সন্তোষক কোলাত লৈ বহি আছে; গৰু-গাই ঘৰ চাপিল, কিন্তু হাকিম ডাঙৰীয়া নাচাপিল। গধূলিটো পকি-সৰি গেলিল, গহীন ৰাতিয়ে মল ধৰিলে, তথাপি ডাঙৰীয়া নুভতিল। হাকিমনীৰ মনত নানা ভাব, নানা অশান্তি। 'আজি আহকচোন, মই যদি অমুকী হওঁ ভালকৈ এসেকা দিম' ইত্যাদি, খঙৰ ঘৰত ওপজা সঙ্কল্প, অভিমানৰ কোলাত ডাঙৰ হোৱা প্ৰতিজ্ঞা, হাকিমনীৰ মনত কত ওলাইছে কত মাৰ গৈছে তাৰ লেখ-জোখ নাই। ঠিক ৯ বাজি ৩ মিনিট যোৱাত শ্ৰীমতী লাহৰী দেবীয়ে তেওঁলোকৰ পদূলিৰ মূৰত গিৰিয়েকৰ সঁহাৰি পালে। লাহৰীয়ে বুজিলে সৃষ্টিধৰৰ আশু প্ৰৱেশ উপস্থিত। তেওঁ ল'ৰাটো ভালকৈ কোলাত সামৰি লৈ, গালখন ওফোন্দাই আৰু কপালৰ গাঁথিটো লৈ ঘোৰ মূৰ্তি ধৰিলে।

সৃষ্টিধৰে ঘৰ সোমায়েই, ঘৈণীয়েকৰ মুখৰ ফালে চায়েই বুজিব পাৰিলে, যে হাকিমনীৰ আদালতৰ পৰা তেওঁৰ "কৈফিয়ৎ তলপ" হৈছে।

সৃষ্টিধৰে সবিনয় নিবেদন কৰিলে — "মোৰ আজি অলপ বেলি হ'ল, মই বুজিছো। সেই ভোমকে ৰোলা পণ্ডিতৰ ঘৰলৈ গৈছিলো, তাতে বহি থাকোঁতে হে পলম হ'ল।"

লাহৰী। — (আচৰিত হৈ) "কাৰ ঘৰলৈ?"

সৃষ্টিধৰ। — "ভোম্‌কেৰোলা পণ্ডিতৰ ঘৰলৈ।"

লাহৰী। — "কোন ভোম্‌কেৰোলা হেঁ? এইটোনো আকৌ কোন ভোম্‌কেৰোলা ওলালহি ইয়াত?"

সন্তোষকুমাৰে বাপেকক দেখি মাকৰ কোলাৰপৰা মুখখন উলিয়াইছিল; কিন্তু এনেতে হঠাৎ সি এনেকৈ চিঞৰি মাৰি দিলে যে, মাক-বাপেক দুয়ো, ল'ৰাটোৰ কি হ'ল বুলি ব্যস্ত হৈ পৰিল। চিঞৰটোৰ পিছত সন্তোষে উচুপি উচুপি কান্দিবলৈ ধৰিলে। বাপেক-মাক দুয়ো বিব্ৰত, কোনোমতেই সন্তোষ নিচুপ নহয়।

কিছুমান বেলিৰ মূৰত সন্তোষকুমাৰ নিচুপ হ'ল। তাৰ কি হৈছিল, কিয় সি সেইদৰে ভয় খাই কান্দিছিল তাৰ কাৰণ সৃষ্টিধৰে সুধি সুধি উলিয়াবলৈ চেষ্টা কৰিবলৈ ধৰিলে।

"কচোন মইনা তই কিয় এইদৰে কান্দিছিল?" কিছুমান বেলিৰ মূৰত সন্তোষে ক'লে, "ভোম্‌কেলোলা!" বাপেকে সুধিলে "ভোম্‌কেলোলা আমাৰ ঘলৈ আহিথে নে দেতা? কত আথে? আমাল বল আমজোপাত উঠি আথে নে দেতা? মোক ধলি নিব নে?"

এই কথা শুনি সন্তোষৰ ভয়ৰ কাৰণটো বুজিব পাৰি মাক-বাপেক দুয়ো ইমানকৈ চেক্‌চেক্ কৰে হাঁহিবলৈ ধৰিলে যেন তেওঁলোকৰ ঘৰটোৱে মাত লগালে "পৰৌ !" মাক-বাপেকৰ এই হাঁহিৰ বোল শুনি সন্তোষো নিতাল। সৃষ্টিধৰে মাত লগালে, "শুচ্, তোৰ নিচিনা আকৰা ল'ৰা মই কতো দেখা নাই। ভোম্‌কেৰোলা আকৌ কি আমগছত উঠি থাকিব হেৰ? ভোম্‌কেৰোলা তো ভূত নহয়, ভোম্‌কেৰোলা মানুহ; আমাৰ স্কুলৰ পণ্ডিত; ইয়ালৈ ন কৈ আহিছে।"

ইয়াৰ পিছতো সন্তোষৰ ভয় ভালকৈ নুগুচা দেখি তেওঁলোকে ভোম্‌কেৰোলাৰ কথা স্থগিত ৰাখি আন কথা পাতিবলৈ ধৰিলে।

কিছুমান বেলিৰ মূৰত সন্তোষৰ টোপনি আহিল। সৃষ্টিধৰৰ ভাৰ্যাই তেতিয়া লাহেকৈ স্বামীক সুধিলে — "বাৰু, সঁচাকৈয়ে কোৱাঁচোন এইটো নো কৰপৰা আমাৰ দেশত ভোম্‌কেৰোলা ওলালহি? আগেয়ে দেখোন আমি এই কেৰোলাৰ নাম শুনা নাই? আমি তিতা-কেৰোলা ভাত-কেৰোলাকে আদি কৰি অনেক কেৰোলাৰ নাম শুনিছোঁ, দেখিছোঁ, খাইছোঁ, কিন্তু ভোম্‌কেৰোলা দেখা নাই, তাৰ নাম শুনা নাই দেখোন একা? এইটো কেৰোলানো ইমান দিন কত আছিল? এইটো কিবা বিলাতী কেৰোলা নেকি?" ঘৈণীয়েকৰ কথা শুনি সৃষ্টিধৰে হাঁহি উত্তৰ দিলে — "তুমিও দেখোন কিবা আকৰী হৈ আহিলাহেঁ! ভোম্‌কেৰোলা জানো কেৰোলা? ভোম্‌কেৰালা কেৰোলা নহয়, এজন মানুহৰ নাম হে। অৱশ্যে গুপুত নাম। সেই মানুহজন হৈছে আমাৰ ইয়াৰ স্কুলৰ পণ্ডিত। অৱশ্যে তেওঁৰ নাম সকলোৱে জানে সীতানাথ শৰ্মা বিদ্যাৰত্ন বুলি। আজি মই মঙ্গলদৈৰ মানুহ এজনৰ মুখতহে এই পণ্ডিতৰ আতিগুৰি শুনিবলৈ পাই, তেওঁৰ পূৰণি ভোম্‌কেৰোলা নামেৰে সৈতে বৃত্তান্তটো জানিলোঁ। জানি আজি গধূলি পণ্ডিতক এবাৰ চাই আহোঁগৈ বুলি তেওঁৰ ঘৰলৈ গৈছিলোঁ; তাতে কথা পাতি বহি থাকোঁতেহে মোৰ অহাত পলম হ'ল।"

ঘৈণীয়েক। — "কিনো বিতান্ত শুনিলা কোৱাঁচোন আমিও শুনো?"

সৃষ্টিধৰ। — "বৰ আশ্চৰ্য কথা। যদি সঁচা হয়, তেন্তে এই ভোম্‌কেৰোলা বৰ ভয়ানক কেৰোলা, আমি চিনা-জানি পোৱা কোনো কেৰোলাই এই কেৰোলাৰ ওচৰ চাপিব নোৱাৰে। শুনা কওঁ — সৰ্বেশ্বৰ ভট্টাচাৰ্যৰ বিদ্যাৰত্ন মঙ্গলদৈৰ মাতঃবৰ মানুহ। তেওঁ মঙ্গলদৈত এজন বৰ নামজ্বলা পণ্ডিত আছিল। এদিন তেওঁ দুপৰীয়া খাই-বৈ চ'ৰাঘৰতে বহি এখন পুথি চাই আছে, এনেতে ফোঁট লগুণ পিন্ধা শুৱনি ডেকা ল'ৰা এটি তেওঁৰ আগত উপস্থিত হ'লহি। বিদ্যাৰত্নই তেওঁক কোন বুলি সুধিলত ডেকা ল'ৰাটিয়ে উত্তৰ দিলে, — "মই ব্ৰাহ্মণৰ ল'ৰা; মোৰ ঘৰ উজনিৰ গড়গাঁও চহৰত। মোৰ নাম বেদনাথ। মই পিতৃ-মাতৃহীন অনাথ বালক, মোৰ কেওঁ-কিছু নাই। সৰুৰেপৰা মোৰ সংস্কৃত বিদ্যা শিকিবৰ নিমিত্তে বৰ আগ্ৰহ। আপোনাৰ নাম আৰু যশস্যা শুনি মোৰ আশা পূৰ্ণ হ'ব বুলি ভাবি আপোনাৰ ওচৰলৈ আহিছোঁ। অনাথ ব্ৰাহ্মণ সন্তানক দয়া কৰিলে কৰিব পাৰে। অনাথ ব্ৰাহ্মণ সন্তানক দয়া কৰিলে কৰিব পাৰে। মোৰ কি আছে কি দিম। ঈশ্বৰে আপোনাৰ ভাল কৰিব ইয়াকে কওঁ।"

এই কথা শুনি আৰু ডেকা ল'ৰাটিৰ সুন্দৰ মুখশ্ৰী দেখি, দয়ালু বিদ্যাৰত্নৰ দয়া উপজিল। তেওঁ ডেকাক আশ্বাস কৰি নিজৰ ঘৰতে ৰাখি সংস্কৃত শাস্ত্ৰ পঢ়াবলৈ ধৰিলে। চোকাবুধীয়া

ডেকাই অলপ দিনৰ ভিতৰতে নিজৰ কৃতিত্ব দেখুৱাই বিদ্যাৰত্ন মহাশয়ৰ হৃদয় অধিকাৰ কৰি পেলালে , আৰু উদাৰ বিদ্যাৰত্নই ডেকাক নিজৰ পো যেনকৈ যত্ন কৰি সংস্কৃত শাস্ত্ৰ পঢ়াবলৈ ধৰিলে।

বিদ্যাৰত্ন মহাশয় অপুত্ৰক আছিল। দুটী জীয়েক মাথোন তেওঁৰ সৰ্বহ্। তালজুৰীয়া দুইজনী জীয়েকক বিয়া দিবৰ সময় হৈছিলহি। তেওঁ অনেক ভাবি-চিন্তি থিৰ কৰি সেই ডেকালৈকে দুইজনী জীয়েকক বিয়া দি ডেকাক ঘৰজোঁৱাই কৰি ৰাখিলে। ডেকাও পৰম আপ্যায়িত হৈ বিদ্যাৰত্নৰ পুতেকৰ ঠাই অধিকাৰ কৰি ধন-সম্পত্তিৰ মালিক হ'ল।

জীয়েক দুজনীক বিয়া দিয়াৰ এবছৰৰ পিছত ঈশ্বৰৰ ইচ্ছাত বিদ্যাৰত্নৰ মৃত্যু হ'ল। বিদ্যাৰত্নৰ পিছৰপৰাই, জোঁৱায়েকৰ লুকাই থকা উগ্ৰ স্বভাৱ লাহে লাহে ফুটি ওলাবলৈ ধৰিলে তেওঁ শহুৰেকৰ বিষয় সম্পত্তিৰ আৰু কন্যা দুটাৰ অধিকাৰী হৈ জগতক তৃণৰ নিচিনা দেখিবলৈ ধৰিলে। বিনাদোষতে বা অলপ দোষতে তেওঁ দিনৌ ঘৈণীয়েকহঁতক কিলায়। লাহে লাহে তেওঁৰ এই স্বভাৱ ইমান বদ্ধমূল হ'লগৈ যে ঘৈণীয়েকহঁতক কিলোৱাটো তেওঁৰ নিত্য-নৈমিত্তিক কাৰ্যৰ ভিতৰত পৰিলগৈ।

বিদ্যাৰত্নৰ বৰজনী জীয়েকৰ নাম মেদিনী আৰু সৰুজনীৰ নাম কাদম্বৰী আছিল। মেদিনীৰ নামটো যেনে স্বভাৱটোও তেনে আছিল। মেদিনীয়ে গিৰিয়েকৰ মাৰ-কিল-অত্যাচাৰ সকলো দিনৌ ধৈৰ্য ধৰি সহিছিল। কিন্তু কাদম্বৰীৰ স্বভাৱ তেনে নাছিল। কাদম্বৰীৰ স্বভাৱ তাৰ সম্পূৰ্ণ বিপৰীত। কাদম্বৰীয়ে মাৰ খাই গালিৰে গুতাইছিল ; আৰু তেনে কৰি গিৰিয়েকৰ হাতত আৰু সৰহকৈ মৰ-কিল খাইছিল কিন্তু কাদম্বৰী নিম্নাম ; তেওঁ ফলাফলৰ অপেক্ষা নাৰাখিছিল।

দুয়ো বায়েক-ভনীয়েকৰ মনত বৰ বেজাৰ। দুইৰো সদায় এইদৰে দুখত কাল যাবলৈ ধৰিলে।

দৈবক্ৰমে এদিন এটা ঘটনা ঘটিল, যাৰ ফলত নাভুত-নাশ্ৰুতৰূপে দেখা দিলে। এদিন দুপৰীয়া খুব মাৰ-কিল খাই কাদম্বৰীয়ে কাঁহী-বাটি এগাল লৈ নৈৰ ঘাটত পানী জুৰলিতে বহি চকুলো টুকি আছে, এনেতে কৰবাৰপৰা সেইখিনিতে নাও এখন লাগিলহি। নাৱৰ ভিতৰৰপৰা এজন মানুহে মাত লগালে — 'হেৰা আইটী, তুমি কিয় কান্দিছা? তোমাৰ কি হৈছে? শুৱালকুচীয়া তেলীয়াৰ নাও যেন নাওখন যে সেইখিনিতে আহি লাগিছিল সেইটো কাদম্বৰীয়ে তেতিয়ালৈকে লক্ষ্যকে কৰা নাছিল। মাত শুনি হঠাৎ কাদম্বৰী উচপ খাই উঠিল। নাৱৰ ভিতৰৰপৰা ওলাই আহি আদহীয়া বয়সৰ ভাল মানুহ এজনে টিঙৰ চৰধত থিয় হৈ আকৌ মাত লগালে 'আইটী, তুমি ভয় নাখাবা, কোৱাচোন এইদৰে ভৰ দুপৰীয়া অকলে নৈৰ ঘাটত পানীৰ জুৰলিত বহি কিয় কান্দিছা? চোৱাচোন আইটী, মই বুঢ়া মানুহ, তুমি মোৰ জীৰ নিচিনা তোমাৰ মুখখন দেখি সঁচাকৈয়ে মোৰ জী প্ৰতিমালৈ মনত পৰিছে। কোঁৱা মোৰ আইদেও তোমাৰ কিহৰ বেজাৰ?'

মানুহজনে মিঠা মিঠাকৈ এনেকৈ কাদম্বৰীক কথা সুধিবলৈ ধৰিলে যে ক্ষন্তেকতে কাদম্বৰীৰ বিশ্বাস সেই মানুহজনৰ ওপৰত সোপাই সোমাল। কাদম্বৰীয়ে তাইৰ সকলো দুখৰ কথা তেওঁৰ আগত ভাঙি ক'লে। কাদম্বৰীৰ কথাৰ ওৰ পৰিলত, যেন চাটুকৰে কিবা এটা কথ

মানুহজনৰ মনত পৰিল। তেওঁ সুধিলে, 'তোমাৰ গিৰিয়েৰা দেখিবলৈ অলপ শ্যাওঁবৰণীয়া নহয় নে? আৰু তেওঁৰ মুখত অলপ গুটি-সাঁচ আছে নহয় নে?' কপালত এটা ঘোঁৰাৰ টাবৰ নিচিনা সাঁচ আছে নে? আগদাঁত এটা অলপ ভগা নহয় নে?' ইত্যাদি প্ৰশ্নৰ উত্তৰত "হয়" এই উত্তৰ তেওঁ কাদম্বৰীৰ পৰা পালে। তেওঁ ক'লে — 'আইটী, তোমাক মোৰ জী বুলিছো। তুমি আৰু নাকান্দিবা, বেজাৰ নকৰিবা। মই এটা মন্ত্ৰ আজি তোমাক শিকাই দিওঁ; তোমাৰ গিৰিয়েৰাই তোমাক মাৰিবলৈ আহিলে তুমি সেই মন্ত্ৰটো মাতি দিবা দেই। দেখিবা তোমাৰ গিৰিয়েৰা এই আজিৰপৰা আৰু তোমাক নমৰা হ'ব।' কাদম্বৰীয়ে মানুহজনৰ কথাত, হাততে স্বৰ্গ ঢুকি পোৱাদি পালে। 'মোক মন্ত্ৰটো শিকাই দিয়কচোন মোৰ দেউতা,' এই বুলি কাবৌ-কোকলি কৰি কাদম্বৰীয়ে মানুহজনক কলত, তেওঁ ক'লে, 'শুনা, শিকাই দিওঁ। আজি যেতিয়া তেওঁ তোমাক মাৰিবলৈ আহিব, তেতিয়া তুমি তেওঁৰ আগত মাতিবা —

'ভোম্‌কেৰোলা তোৰ নাওঁ। বটাকুছিত তোৰ গাঁও! যদি মাৰ, ভেদ ভোহাৰি পেলাওঁ।'

মন্ত্ৰ ফাকি ভালকৈ মনত ৰাখি লৈ কাদম্বৰী ঘৰলৈ আহিল। ঘৰ পালত, গিৰিয়েকে 'তই নৈৰ ঘাটত ইমান পৰ কি কৰিছিলি' বুলি, উত্তৰলৈ বাট নেচাই ঘৈণীয়েকক মাৰিবলৈ ডোখৰা খৰি এডাল তুলি খেদা দিলে। এই মাহেন্দ্ৰ যোগতে কাদম্বৰীয়ে মন্ত্ৰ মাতিলে —

'ভোম্‌কেৰোলা তোৰ নাওঁ। বটাকুছিত তোৰ গাঁও! যদি মাৰ, ভেদ ভোহাৰি পেলাওঁ।'

মন্ত্ৰ ফাকিৰ কি মহিমা! মতা মাত্ৰকতে গিৰিয়েকৰ মুখখন কেহেৰাজ-বটা যেন হ'ল আৰু হাতৰপৰা ডোখৰা-খৰিডাল সৰি মাটিত পৰিল। সি অলপমান তবধ লাগি থিয় হৈ থাকি তাৰপৰা সুৰসুৰ কৰে গুচি গ'ল। ঘৈণীয়েকেও মন্ত্ৰ ফাকিৰ গুণ দেখি ইমান আচৰিত মানিলে যে তাইৰ মনত খু-ধুৰাবলৈ ধৰিলে ইয়াৰ মানে কি? তাই ল'ৰ মাৰি বায়েকৰ ওচৰ পাই বায়েকৰ এই আচৰিত মন্ত্ৰৰ খবৰ দিলে। বায়েক অবাক।

সেইদিনা ওৰেদিনটো গিৰিয়েক শান্ত আৰু নিমাত; মাটিত সাৰ আছে যদিও তাৰ গাত সাৰ নাই। নেগুৰ-কটা বাঘ তাৰ খংৰাগ গুচি সি সেইদিনা ভেৰাছাগলীৰ পোৱালিটি যেন হ'ল। বাইদেৱেকৰ বুধিমতে, সেইদিনা ৰাতি কাদম্বৰীয়ে আন দিনতকৈও বৰকৈ যতন কৰি গিৰিয়েকক খুৱাই-বুৱাই সেৱা-শুশ্ৰূষা কৰিলে আৰু যেতিয়া গিৰিয়েক শুবলৈ গ'ল, তেতিয়া গিৰিয়েকক অনেক ভক্তি ভাব দেখুৱাই, লাহে লাহে সুধিলে, তেওঁৰ তেনে পৰিবৰ্ৰ্তন হোৱাৰ কাৰণ কি? গিৰিয়েকে অনেক ভাবি-চিন্তি মাত লগালে — 'তই সোপাকে কেনেবাকৈ জানিছ আৰু মোক সুধিছ কেলৈ?'

কাদম্বৰী। — 'কোবাচোন কোঁৱা, ভালকৈ ভাঙি-ছিঙিয়েই কোৱা, তোমাৰ বাহিৰে নো মোৰ এই পৃথিবীত কোন আছে? মোক কলেনো কি হানি আছে?' গিৰিয়েকে উত্তৰ দিলে — 'মোৰ মুখৰ পৰা শুনিব খুজিছ শুন, কওঁ। কিন্তু মানুহৰ তো কথাই নাই, কোনো চৰাই-চিৰ্কতি, পহু-পতঙ্গকো এই কথা তই নকবি। ক'লে, তইঁতো গলি, মৱো গলো, নিশ্চয় জানিবি — মোৰ ঘৰ উজনিৰ বঁটাকুছি নামেৰে গাঁও এখনত। সৰুতে মোৰ আই-বোপাই ঢুকাল। আমাৰ ঘৰৰ ওচৰতে বৰ পণ্ডিত বামুণ এজন আছিল। তেওঁৰ ঘৰলৈ মই সদায় অহা-যোৱা কৰি আছিলো। বাপুদেৱে মোক বৰ মৰম কৰিছিল। মোৰ আই-বোপাই মৰি মই নিঠৰুৱা হ'লত, বাপুদেৱে

মোক তেওঁলোকৰ গোহালি ঘৰৰ আগছালিতে থাকিবলৈ ঠাই দি প্ৰতিপাল কৰিবলৈ ধৰিলে আৰু মযো তেওঁলোকৰ লাচনি-পাচনি, বন-বাৰী কৰিবলৈ ধৰিলো। পণ্ডিত বাপুদেৱে সদায় সংস্কৃত পুথি-পাঁজি পঢ়ি শ্লোক মাতি থাকে আৰু সেইবোৰ শুনি শুনি মোৰও মনত ৰৈ যাবলৈ ধৰিলে। এদিন মই সংস্কৃত শ্লোক গোটাচেৰেক, বাপুদেৱে মতাদি সুৰ ধৰি সুন্দৰকৈ মতা তেওঁ শুনি আচৰিত হৈ মোক ওচৰলৈ মাতি আনি সুধিলে, মই সেইবোৰ কেনেকৈ শিকিলো। মই কলো, 'আপুনি দিনৌ গা ধুই আহোঁতে আৰু পূজা-সেৱা কৰোঁতে মতা শ্লোকবোৰ মই শুনি শুনি শিকিলো।' সেইদিনাৰ পৰা তেওঁ কি ভাবি ক'ব নোৱাৰো আঁতৰৰপৰা থিয় হৈ, মোক দিনৌ সংস্কৃত লেখা-পঢ়া শিকাবলৈ ধৰিলে। মোৰ স্মৰণশক্তি আৰু বুদ্ধিটো ইমান চোকা আছিল যে এবাৰ কোনো এটা শ্লোক শুনিলে মোৰ মনত থাকে। অচিৰতে মই এটা সংস্কৃত শাস্ত্ৰ জনা পণ্ডিতৰ নিচিনা হৈ পৰিলো। মোৰ বুদ্ধি আৰু উন্নতি দেখি, পণ্ডিত বাপুদেৱে আনন্দতে মোক দিনৌ পঢ়াবলৈ ধৰিলে।

'কিছুকালৰ মূৰত পণ্ডিত বাপুদেৱৰ মৃত্যু হ'ল। মোৰ তেতিয়া ১৮ বছৰ বয়স। মোৰ জাতীয় বিদ্যাৰ বিষয়ে একো নিশিকি মই বিজাতীয় বিদ্যাত পাৰ্গত হোৱা বাবে, মোৰ মস্কিলৰ শেষ নোহোৱা হ'ল। মই অন্ততঃ মোৰ গাঁও-ভূঁই পৰিত্যাগ কৰাকে থিৰ কৰি, লাহে লাহে এইখিনি পালোহি। তাৰ পিছৰ ডোখৰ তই জানই।

এনেতে কাদম্বৰীয়ে লাহেকৈ মাত লগালে, 'কিয়, কিহৰ বাবেনো মস্কিল হ'ল? তুমিনো কি অজাতৰীয়া বিদ্যা শিকিলা?'

এই প্ৰশ্ন শুনি, খন্তেক মনে মনে থাকি গিৰিয়েকে মাত লগালে, 'তই বুজিব নোৱাৰিলি? নিশ্চয় কিজানি বুজিও মোৰ মুখৰপৰা সেইবাৰ উলিয়াব খুজিছ! শুন তেন্তে, — মই নদীয়ালৰ ল'ৰা বামুণ নহওঁ।'

কথাবাৰ কাদম্বৰীৰ মূৰত বজ্ৰ পৰ্বাদি পৰিল। 'কি তুমি বামুণ নোহোৱা? নদীয়াল? সঁচানে?' গিৰিয়েকে মিহিকৈ উত্তৰ দিলে 'সঁচা।' নৈষ্ঠিক ব্ৰাহ্মণ পণ্ডিত বিদ্যাৰত্নৰ জীয়েক সেই পিনেই কাঁহপৰি জ্বিণ গ'ল। তাই আৰু একো নামাতি মনে মনে থাকিল। ৰাতি এঘণ্টা মানৰ মূৰত গিৰিয়েকৰ টোপনি আহিলত কাদম্বৰীয়ে লাহেকৈ চাকিটো হাতত লৈ বায়েক শোৱা খোটালিলৈ গ'ল ; দেখিলে বায়েক টোপনিত বিভোৰ। কাদম্বৰীয়ে ভাবিলে, তাইৰ আৰু তাইৰ বায়েকৰ জীৱন কলুষিত হ'ল আৰু ইহজনমৰ নিমিত্তে সেই জীৱন ব্যৰ্থ। মহাপাপেৰে কলঙ্কিত অসাৰ্থক দেহাৰ মহাপ্ৰায়চিত্ত আৱশ্যক, নতুবা সিহঁতৰ উদ্ধাৰ নাই ; আৰু সেই পাপকলঙ্কিত জীৱনৰ ভাৰ আৰু সিহঁতৰ বোৱা উচিত নহয়। ইয়াকে ভাবি তাই ভিতৰৰ পৰা দুৱাৰত ভালকৈ দাং দি, সিহঁত শোৱা ঘৰটোত জুই লগাই দিলে। নিমিষতে জুই আকাশ লঙ্ঘি ধম্‌ধমাই উঠিল। থপ্ থপ্ কৰে জুই গিৰিয়েকৰ গাত পৰিলত সি হঠাৎ টোপনিৰ পৰা খপ্‌জপ্‌কৈ উঠি, গোৰ মাৰি দুৱাৰখন ভাঙি বাহিৰলৈ ওলাই আহিল। কপালত আৰু পিঠিত জুই পৰি পুৰিল যদিও টৌ ফুটিছিল, তথাপি সি সেই যাত্ৰালৈ ৰক্ষা পৰিল। কিন্তু মেদিনী আৰু কাদম্বৰীৰ তেনে নঘটিল। সিহঁত দুয়ো ঘৰৰ ভিতৰতে পুৰি ছাই হ'ল। এইখিনিতে কোৱা উচিত যে সেই ৰাতিয়েই জুই লগোৱাৰ আগেয়েই, কাদম্বৰীয়ে এই গোটেইটো ঘটনাৰ আতিগুৰি

এখন কাকতত লেখি সেইখন ওচৰ-চুবুৰীয়া পেহীয়েক এজনীৰ ঘৰৰ বেৰৰ জলঙাইদি সৰকাই পেলাই থৈ আহিছিল। পিছ দিনা সেইখন পঢ়িহে সকলোৱে সেই ভয়ানক দুৰ্ঘটনাৰ ওৰ পালে।

"ইয়াৰ পিছত ভোমকেবোলা অন্তৰ্দ্ধান হ'ল। কোনেও ক'ব নোৱাৰিলে তেওঁ ক'লৈ গ'ল। গলা-গপা শুনা গ'ল যে তেওঁ বঙ্গ দেশৰ নানা ঠাইত ঘূৰি-ঘূৰি শেহত নবদ্বীপ পাই তাত আকৌ বামুণৰ ল'ৰা বুলি ফাকি দি কোনোবা অধ্যাপকৰ টোলতত সংস্কৃত পঢ়িবলৈ ধৰিলে। এতিয়া হেনো সেই ভোমকেবোলাই আমাৰ ইয়াৰ ইস্কুলৰ পণ্ডিত হৈ আহিছে।"

ঘৈণীয়েক। – "অথচ তুমি এনেটো মানুহৰ ঘৰলৈকে গৈছিলা।"

গিৰিয়েক। – "মোৰ বিশেষকৈ যোৱাৰ এটা কাৰণ আছিল, – তাৰ কপালত জুয়ে পোৱাৰ সাঁচ আছে নে নাই সেইটো চাবলৈ। সাঁচটো দেখিলেই ঘটনাটো যে মিছা নহয় সেইটো কিছুদূৰ জানিব পাৰিম বুলি।"

ঘৈণীয়েক। – "সাঁচটো দেখিলা নে?"

গিৰিয়েক। – "দেখিলো। আচৰিত কথা! সঁচা-মিছা ঈশ্বৰে জানে।"

ঘৈণীয়েক। – "ঈশ্বৰে জানক বা নাজানক, আজিৰপৰা কিন্তু তুমি তাৰ ঘৰলৈ যাব নালাগে।" ■

# ভোকেন্দ্ৰ বৰুৱা

গোন্ধাই গুৱাল। — 'ভোকোন্দাইৰ মাক ঐ, ভোকোন্দাইৰ মাক! বোলো ক'লৈ গ'ল ঐ এইজনী! শুনিছ নে ঐ শুনিছ! বাঘেখাতীক বিচাৰিলেও পাবলৈ নাই! বোলো শুনিছ নে!"

ঘৈণীয়েক জেতুকীয়ে লাওৰ হেদালিৰ তলত সোমাই লাও পাৰিবলৈ বিচাৰিছিল, গিৰিয়েকৰ মাত শুনি হেদালিৰ তলৰপৰা ওলাই আহি উত্তৰ দিলে, "কি হ'লনো? চিঞৰ-বাখৰখন বা লগাইছে কেলৈ? মোক নেদেখি কিবা এৰা চৰিল নে কি?"

গোন্ধাই। - "এৰাঁ চৰা নাই; শুনহি! তোৰ কলিকতীয়া পুতেৰে এইখন কলিকতাৰপৰা কি লেখি টিকচ মাৰি ডাকত দি পঠিয়াইছে, চাহিচোন চাহি।"

কলিকতীয়া পুতেকৰ নাম শুনিয়েই জেতুকী উছাহত উতলি লৰালৰিকৈ গিৰিয়েকৰ ওচৰ পালেহি। জেতুকী -- "মোৰ ভোকোন্দায়ে নো কি লেখিছে। মোৰ বোপাই ভালে আছে নে? মোৰ বোপাই ভালে আছে বুলি শুনিলেই মোৰ বুকুখন শীতল পৰি যায়। মোৰ দেহিডুখৰিক কিবা ধন-বিত লাগে নে? ধন-বিত লাগে যদি একুৰি ৰূপ পঠিয়াই দিয়া। মোৰ দেহিডুখৰিয়ে পঢ়ি থাওক, পঢ়ি থাওক, বৰ মানুহ হওক, মোক আন একো নেলাগে।"

গোন্ধাই। — "বাঘেখাতী! তোৰ দেহিডুখৰিক ধন-বিত নালাগে, বৰুৱা ফুকন হ'বলৈ হে লাগে। তাৰ এইখন চিঠি আজি ডাকত পাই, তাত নো কি লিখিছে পঢ়াই আনিবলৈ বেথাৰাম ভাগতীৰ ওচৰলৈ গৈছিলো। চিঠিখনত ইংৰাজী দেশী দুই কলম আছে। ভাগতী বাপুৱে ইংৰাজী সোপা এৰিও আমাৰ মাতত লেখা সোপা যি পঢ়িলে তাক শুনি মোৰ গা গোটেইটোত জ্বৰ উঠিছে। তাৰ হেনো ভোকোন্দি নামটো কিবা অসইভ হৈছিল, সেইদেখি সি সেইটো নাম ঘহি-মাজি সইভ কৰিলে। হেনো এতিয়াৰপৰা মই তালৈ চিঠি লেখিলে কিবা ভোকইন্দ্ৰ বুলি লেখিব লাগিব; আৰু বৰুৱা কথাষাৰো হেনো তাৰ পিছতে যোৰাই দিব লাগিব। অৰ্থাৎ আমাৰ ভোকোন্দাই ভোকোন্দি গুচি ভোকইন্দ্ৰ বৰুৱা হৈছে হেনো।"

জেতুকী। -- "বুজিছো, মোৰ বোপায়ে হাড়-মূৰ ভাঙি দুখকৈ পঢ়িছে দেখি মহাৰাণীয়ে তাক বৰুৱা পাতিছে। বোলো, মোৰ এই গেম্বেলা মুখখনেৰেই তোমাক কওঁ, দেখি থাকিবা, মোৰ ভোকোন্দাইক মহাৰাণীয়ে মনচুপ মাপাতিও নেৰে। হওক, হওক, মোৰ বোপায়ে সাত-শতৰুৰ মুখত ছাই দি মনচুপ সদৰামিন এটাইবোৰ হওক; মই দিনৌ গোসাঁইক খাটি আছো, সেইদেখি তাৰ ভাল হৈছে। তাৰ হকে আমাৰ আতাৰ থানত মই পাচনাম এভাগি গোৱাবলৈকো আগ কৰি থৈছো।"

গোন্ধাই। — "তইনো এইখন কি বলকিছ? মহাৰাণীয়ে তাক বৰুৱা পাতিছে বুলি তোক

কোনে ক'লে? তোৰ পুতেৰেহে আপোনা-আপুনি বৰুৱা হৈছে আৰু মোকো সি বৰুৱা পাতিছে। তাৰ আগৰ নামটো হেনো বেয়া, সেইদেখি সি সেইটো সলাই কিবা ভোকইন্দ্ৰ হৈছে। মোৰও হেনো সি কিবা চৰিত্ৰ লেখাইছে, সেইদেখি মোৰ নামটোও সলাই মোক গোন্ধেশ্বৰ বৰুৱা পাতিছে। তইনো কথামখাৰ আহমখা নুবুজাকৈ কি ক'ব লাগিছ?"

এনেতে গোন্ধাইৰ ঘৰৰ আগেদি বগীৰাম ডাকবাবু যাওক। বগীৰামক দেখি গোন্ধায়ে মাত লগালে, -"ডাকবাবু ডাঙৰীয়া! ডাকবাবু ডাঙৰীয়া! ভো-ভো কৰেনো ক'লৈ যাব লাগিছে? এইপিনে এখন্তেক আহকচোন, তামোলছালি এখনকে খাই যাওকহি।" এই কথা শুনি বগীৰাম আহি তেওঁলোকৰ ওচৰতে বহিলত, জেতুকীয়ে লৰালৰিকৈ তামোলৰ বঁটাটো উলিয়াই আনি তামোল কাটিবলৈ লাগিল।

গোন্ধাই। -- "বোলো ডাকবাবু ডাঙৰীয়া, আমাৰ কলিকতীয়া ল'ৰাটোৰপৰা এই চিঠিখন আহিছে, আমাৰ তাইক এবাৰ কিৰ্পা কৰি চিঠিখন পঢ়ি-শুনাই দিয়কচোন।" এই বুলি চিঠিখন গোন্ধায়ে বগীৰামৰ হাতত দিলত বগীৰামে ডাঙৰকৈ মাতি পঢ়িবলৈ ধৰিলে --

"মাই ডিয়েৰ ফাদৰ,

"আজি তোমালৈ কি কথা লেখিছোঁ, মই হপ্ (hope) কৰো তুমি তাত মনোযোগ কৰিবা। আজি এবছৰ হ'বলগীয়া হ'ল মই কলিকতালৈ আহিলো। কিন্তু আহিবৰেপৰা মোৰ মনত এটা কথাই বৰকৈ উখল-মাখল লগাই আছিল। সম্প্ৰতি তাৰ এটা মীমাংসা কৰিছোঁ। বৰ লাজৰ কথা যে মোৰ নামটো ভোকোন্দি হৈছিল। really really বাস্তবিকতে এইটো বৰ shameful লাজৰ কথা। ইয়াৰ কলেজৰ ল'ৰাই এই নামটো লৈ মোক বৰ ঠাট্টা কৰে। ময়ো দেখিছো যে ভোকোন্দি বৰ অসভ্য নাম। monstrous! তাক সভ্য কৰি লোৱাটো মোৰ duty অৰ্থাৎ কৰ্তব্য। সেইদেখি মই আমাৰ কলেজৰ হাজিৰা-বহীত আজি মাৰ্চ মাহৰ ২০ তাৰিখে তাক কটাই ভোকেন্দ্ৰ কৰিলো। আৰু মোৰ নামৰ পিছত এটা উপাধি নোহোৱাৰ বাবেও বৰ হাঁহিয়াতৰ কথা হৈছে; সেইদেখি তাত বৰুৱা লগাই দিয়ালো। তুমিও আজিৰপৰা তোমাৰ নামটোৰ উন্নতিবিধান কৰি তাক গোন্ধেশ্বৰ কৰিবা আৰু তাত বৰুৱা কথাষাৰ লগাই দিবা; আৰু লোককো সেইদৰে তোমাক address কৰিবলৈ অৰ্থাৎ মাতিবলৈ কৈ দিবা। মই remember কৰো অৰ্থাৎ মোৰ মনত আছে, তুমি এদিন কৈছিলা, মোৰ পেহী এজনী দুলীয়া বৰুৱাৰ ঘৰৰ সতৰাম বৰুৱাৰ হৰিভকত কানুৰামলৈ পৰিবৰ কথা হৈছিল। যদি সেইটো সঁচা তেন্তে সেই সূত্ৰতে আমিও বৰুৱা লেখাত কোনো ব্যাঘাত নেদেখা। বিশেষ Ram gone, Ajodhya gone অৰ্থাৎ ৰাম গ'ল; আহোম গ'ল আহোমৰ ৰাজত্বও গ'ল। সেইদেখি আহোমে পতা বৰুৱা ফুকনসকল সেই উপাধিৰ ওপৰত Copyright also gone, অৰ্থাৎ স্বত্বও গ'ল। এতিয়া যি যোগ্য সিয়েই ইচ্ছামতে সেই উপাধি ব্যৱহাৰ কৰিব পাৰে। This is according to law of Equity অৰ্থাৎ ইকুইটি আইন মতে সত্য। আৰু "যোগ্য ভোগ্য বসুন্ধৰা" বুলি শাস্ত্ৰত আছে; এই সংস্কৃত কথাফাকিৰ মানে তুমি আমাৰ ভাগৱতী বাপুক সুধি ল'বা। এই বিষয়ে in detail অৰ্থাৎ বাহুল্যকৈ তোমালৈ লেখাৰ সকাম নাই; কাৰণ তুমি ignorant, সেইবোৰ বুজিব নোৱাৰিবা। মুঠতে কওঁ, যে আজিৰপৰা তুমি মোৰ instruction follow কৰি মই কোৱা মতে কাৰ্য কৰিবা। আৰু এটা কথা মই তোমাক কওঁ। তুমি লাহে লাহে তোমাৰ

Shameful গুৱালৰ ব্যৱসায়টো এৰিবলৈ চেষ্টা কৰিবা ; কাৰণ সেইটো লাজলগা বুলি মই think অৰ্থাৎ বিবেচনা কৰিছো। তুমি আগেয়ে যি আছিলা, এতিয়া, you are my father, তুমি মোৰ পিতাই ; therefore you must behave like a gentleman, অৰ্থাৎ ভদ্ৰলোকৰ দৰে তুমি চলিব লাগিব। আইক ক'বা, তেওঁ যেন ঘৰে ঘৰে ঢেং ঢেং কৰে আৰু নুফুৰে। She must keep her respect অৰ্থাৎ এতিয়া তেওঁ নিজৰ মান-সম্ভ্ৰম ৰাখি ফুৰিব লাগিব। I hope অৰ্থাৎ আশা কৰো, তেমালোকে মোৰ কথাৰ অন্যথা নকৰিবা। ইতি –

Yours affectionately,
শ্ৰীভোকেন্দ্ৰ বৰুৱা।

Mr. B. K. Boroah
First Year Class, Metropolitan Institution Calcutta.

পুঃ – মোলৈ চিঠিৰ ওপৰত মোৰ বিজুগ এইদৰে লেখাবা।

পুঃ পুঃ – মোৰ সৰু ভনীজনীৰ ভুৰ্ভুৰী নামটো সলাই ভ্ৰমৰিণী কৰিবা। কাৰণ সময় থাকোঁতেই সেই কাম কৰা উচিত ; নাইবা, পিছত too late হৈ পৰিলে তাক শুধৰাবলৈ মোৰ নিচিনাকৈ বৰ কষ্ট পাব লাগিব। ভ্ৰমৰিণীক মোৰ Kiss অৰ্থাৎ চুমা দি কবা, যে এই নামটো তাইৰ কলিকতীয়া ককায়েকে তাইক Birthday present অৰ্থাৎ জন্মদিনৰ উপহাৰ দিছে। আৰু এটা কথা – মই দকৈ ভাবি দেখিছো, যে আইৰ নামটোও নসলালে নচলিব। তোমাৰ জীৱন চৰিতত আইৰ জেতুকী নামটো গুচাই যতিকেশ্বৰী দিলো। আমাৰ গাঁৱৰ নামটোও বদলাব পাৰিলে ভাল। অৱশ্যে সেইটো কাম তুমি অকলৈ কৰি উঠিব নোৱাৰিবা। অনেক লোকক influence কৰি অৰ্থাৎ ৰাজহুৱা মত সংগঠন কৰি গৱৰ্ণমেণ্টক "মেমোৰিয়েল" অৰ্থাৎ দৰ্খাস্ত দিহে সেই কাম কৰিব পৰা হ'ব। সেইদোষে সেইটো কাম মই উভতি যোৱালৈকে স্থগিত থাকক ; মই গৈ agitation অৰ্থাৎ এটা আন্দোলন কৰি তাক হাতত লম। ভৱিষ্যতৰ ইতিহাসলৈ এইদৰে বাট পোনাই ৰখাটো অত্যাৱশ্যক হৈছে। মই শ্যেলি, কীটচ, ৰবি কবি নিচিনাকৈ এখন বৰমূলীয়া কবিতা গ্ৰন্থ লেখিছোঁ, সি প্ৰায় শেষ হ'বলগীয়া হৈছে। তাৰ পাতনিত মোৰ ছবিৰে সৈতে মোৰ সংক্ষিপ্ত জীৱনীও ওলাব। সেইবাবে মই দীঘলকৈ চুলি ৰাখিছো, জাত কাৰণ লেখিলো। তোমাৰ বিস্তৃত জীৱনচৰিত্ৰ এখন লেখা নিতান্ত প্ৰয়োজন হৈ উঠিছে। মই তাৰ যো-জা কৰিছো। তোমাৰ জীৱনচৰিত্ৰৰ নিমিত্তে কিছুমান material অৰ্থাৎ সজুলি অৰ্থাৎ ঘটনা মই সংগ্ৰহ কৰি ডাঙৰ মানুহ এজনৰ হাতত দিছো, তেওঁ তোমাৰ জীৱন চৰিত লেখিবলৈ গাত লৈছে আৰু তাৰ পাতচেৰেক লেখিছেও। কিন্তু সেই কিতাপৰ front page অত অৰ্থাৎ সমুখৰ পাতত তোমাৰ ছবি এটা দিবৰ বৰ দৰ্কাৰ, সেইদেখি তুমি এই চিঠি পোৱা মাত্ৰকতে তোমাৰ ছবি এটা তোলাই মোলৈ পঠিয়াই দিবা। যোৰহাটত Photographer অৰ্থাৎ ছবি তোলোতা মানুহ নাই যদি ডিবুৰুলৈ গৈ গোহাঁই ব্ৰদৰ্চৰ তাত তোমাৰ ফটোগ্ৰাফ এটা তোলাবা ; ইয়াত মই হাফটোন ব্লক কৰাই এনলাৰ্জ কৰিব লাগিব। ফটোখন সোনকালে মোক লাগে। ডিবুৰুলৈ যাবলৈ সম্প্ৰতি তোমাৰ হাতত cash অৰ্থাৎ নগদ ধন নাই যদি সেই গাখীৰতী কণী ম'হজনী বেচি দিবা ; অলপ cheap অৰ্থাৎ সস্তাকৈ দিলে খিতাতে বহুত কিনোতা ওলাব। আৰু তোমাৰ Travelling expenses-অৰ অৰ্থাৎ ডিবুৰুলৈ যোৱাৰ খৰচৰ পিছত ছবিৰ নিমিত্তে যোৱাকৈ হাতত ৰূপ নথকাটো যেন দেখিলে আৰু এজনী ম'হ বেচিবা। মুঠতে এই কাম বৰ জৰুৰী জানিবা।

— বি, কে, বি,

গোঁসাই। — "দেখিলি, দেখিলি, বাঘেখাঁতী দেখিলি এতিয়া, তোৰ পুতেৰ কেনেকৈ ভোকইন্দ্ৰ হ'ল, কেনেকৈ বৰুৱা হ'ল? সি বান্দৰে মোকো বৰুৱা পাতে, তোকো বৰুৱানী পাতে। গুৰুজনৰ অনুগ্ৰহত ম'হ-গৰু দুটামান ৰাখি এগাল ভাত খাই আছোঁ. সি বৰুৱা হৈছে দেখি তাকো হেনো এৰিব লাগে, তাকো বেচি দিব লাগে।"

জেতুকী। "মই দেখোন তোমাক কৈছো যে, মোৰ বোপায়ে হাড়-মূৰ ভাঙি তেজ-পানী কৰি কলিকতাতে পঢ়িছে দেখি বৰুৱা হৈছে। মহাৰাণীৰ পেটৰ কথাটো সি পাইছে, নাপালে তেনে কেতিয়াও নকৰে। সি কত হেপ্ (Hope) কৰিছে, থিং (Think) কৰিছে, চেম (Shame) কৰিছে, ৰেচপেক (respect) কৰিছে, কৰিহে তেনে কৰিছে। মই এতিয়াও কওঁ যে মোৰ বোপাইক মহাৰাণীয়ে বৰুৱা পতাদি মনচুপ সদৰামিনো পাতিব, তুমি চাই থাকিবা ; মই আমুকী হওঁ যদি মোৰ কথা ফলিয়াবই ফলিয়াব। মোৰ বোপাইৰ হকে মই এই একাদশীতে থাপন পাল নাম গোবাম। মোৰ বোপায়ে ভনীয়েকক কি হাৰ (উপহাৰ) দিছে চাওঁ? কোন ধাৰ? অ' ভূৰ্ভুৰী। অ' ভূৰ্ভুৰী। তোৰ কলিকতীয়া ককায়েৰে তোলৈ কিবা কলিকতীয়া হাৰ পঠিযাইছে, চাহি। ক'লৈ গ'ল নো এইজনী?"

গোঁসাই। — "বাঘেখাঁতী! তোৰ পুতেৰৰ লগতে তয়ো বলিয়া হৈছ নে কি? বোলে, সাত পুৰুষত নহ'ল পাই, কঁৰীয়া লৈ খীৰাবলৈ যায়। সি দুটা ইংৰাজী পঢ়ি ক-ক-ম-ম কৰিলে বুলি গোঁসাই গুৱালে তাৰ সাত পুৰুষীয়া বৃত্তি এৰি বৰুৱা হ'ব লাগিব। সি বৰুৱা হয়, ফুকন হয়, বান্দৰ হয়, শিয়াল হয় বি হয় হৈ থাওক, তাৰ লগতে মই বুঢ়াইও নাচিবলৈ যাব লাগিল নে কি? তই নাচিব খুজিছ নাচ। কিন্তু ৰাইজে তোৰ মুখত চুণ সানি মূৰত ঘোল ঢালিব চাবি।"

জেতুকী। — "মোৰ ল'ৰাৰ সুখ-সম্পদ দেখি ৰাইজৰ হিংসা লাগিছেই, সেইবুলি মোৰ ল'ৰাই নপঢ়িব নে কি? ৰাইজে হিংসা কৰিলে বুলি মোৰ ল'ৰা মনচুপ সদৰামিন নহয় নেকি'? মোৰ একেটা ল'ৰা, তাক এইদৰে সকলোৰে হিংসা কৰে। উ-উ-উ-উ-।

এই বুলি জেতুকীয়েও ৰাও জুৰি কান্দিবলৈ ধৰিলে। গিৰিয়েক ঘৈণীয়েকৰ চুপতাচুপতি লাহে লাহে এইদৰে বাঢ়ি গৈ শেহত গোঁসায়ে জেতুকীক এখুন্দা দিবলৈ ঢেকি-থোৰা বিচৰা দেখি বগীৰাম ডাকবাবু তাৰপৰা লাহেকৈ উঠি প্ৰস্থান কৰিলে।

এইখিনিতে আমি এই আখ্যানটোৰ অলপ আগৰেপৰা ধৰি তাক মুকলি কৰি দিওঁ। গোঁসাই গুৱালৰ ঘৰ মাজুলিত। ম'হ আৰু গৰু ৰাখি, গাখীৰৰ ব্যৱসায় কৰি সি লাহে লাহে চহকী হৈ পৰিছিল। তাৰ এটা ল'ৰা নাম ভোকোন্দি ; আৰু এজনী ছোৱালী নাম ভূৰ্ভুৰী। ভোকোন্দিৰ বুধিটো সকলৰে পৰা চোকা আছিল দেখি তাক গোঁসায়ে পঢ়াশালিত পঢ়িবলৈ লগাই দিলে। জোঙাল বুধীয়া সকলৰেপৰা চোকা আছিল দেখি তাক গোঁসায়ে পঢ়াশালিত পঢ়িবলৈ নাম লগাই দিলে। ভোকোন্দিৰ অদৃষ্ট সুপ্ৰসন্ন ; গতিকে বুদ্ধিৰ সুৰতাহ তেওঁৰ বিদ্যাৰ পালত লাগি, পাল ফুলি উঠি দোপতদোপে ফুলীয়া জীৱন-নাও আগবাঢ়ি এণ্ট্ৰেন্চ পৰীক্ষা পাৰ হৈ গ'ল। গৱৰ্ণমেণ্টৰ কুৰিটকীয়া বৃত্তি এটা ভোকোন্দিৰ কপালত উঠিলত বাপেক-মাকৰ আৰু উৎসাহ বাঢ়িল- সেইদেখি ভোকোন্দিক কলিকতাত "ফাৰ্ষ্ট আৰ্টচ" পঢ়িবলৈ তেওঁলোকে পঠিয়াই দিলে। ফলত, ভোকোন্দিক আমি আজি মেট্ৰপলিটান ইন্‌ষ্টিটিউচনৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত পাই, তেওঁ বৰুৱা হোৱা এই ইতিহাস জুৰিবলৈ পাইছোঁ। ■

# ভোকেন্দ্ৰ বৰুৱাৰ মধ্যলীলা

## প্ৰথম আধ্যা

সমুখ ৰণত পৰি বীৰ চূড়ামণি
গোন্ধেশ্বৰ গুচি যেবে গ'ল স্বৰ্গপুৰী
অকলৈ, কোৱা হে দেবী অমৃতভাষিণী।
শোকত কৰিলে কিবা জেতুকা-ঈশ্বৰী
পতিপ্ৰাণা ?

কলিকতাৰ মিৰ্জাপুৰ ষ্ট্ৰীটৰ ঘৰ এটাৰ খোটালী এটাত থকা পাঁচ মহা বেচৰ "তক্তাপোচ" এখনত পেটপেলাই পৰি ভোকোন্দায়ে (আজিকালি ভোকেন্দ্ৰ বৰুৱা) অনেক ভাবি-চিন্তি ওপৰত দিয়া কবিতা কেইফাকি ৰচনা কৰিছে মাথোন, এনেতে সেই "মেচ" নিবাসী শ্ৰীযুক্ত সোমনাথ শইকীয়া আহি তেওঁৰ পিছফালে থিয় দিলে। সোমনাথ যে পিছ ফালে থিয় দি আছেহি সেই বাতৰি ভোকেন্দ্ৰৰ মুৰে তেতিয়াও পোৱা নাই। ইতিমধ্যে সোমনাথৰ চকুত ভোকেন্দ্ৰ বিৰচিত কবিতা কেইফাকি পৰিল। সোমনাথে বুজিলে যে কাব্য-কুসুমৰ মালা গঁথাত ভোকেন্দ্ৰ কবি ইমান নিগমন হৈ আছে যে সেই মালাৰ শান্তিভঙ্গ নকৰাকৈ তেওঁৰ ফালে ভোকেন্দ্ৰৰ মনযোগ আকৰ্ষণ কৰিবৰ আৰু আন উপায় নাই। সোমনাথে মাত লগালে — "কি হে ভোকোন্দাই। -- শ্ৰীবিষ্ণু। -- ভোকেন্দ্ৰ! তুমি দেখোন মাইকেল মধুসুধন দত্ত হৈ পৰিলা! চমৎকাৰ কবিতা। আশ্চৰ্য।"

কাব্য ফুলনিত বহি একান্ত মনে কবিতাৰ মালা গাঁথি থাকোঁতা ভোকেন্দ্ৰই হঠাৎ এই কথাষাৰ শুনি উচাপ খাই উঠি উভতি চাই দেখিলে যে তেওঁৰ বন্ধু সোমনাথ। অগত্য তেওঁ বন্ধুক গুৰুত্ব আৰু কবিতাক লঘুত্ব দি হাতৰ পেঞ্চিল থৈ আগ্ৰহেৰে মাত লগালে — "অ' সোমনাথ! আহাঁ, আঁহা, বহাঁ, বহাঁ। কেতিয়া ইয়ালৈ আহিলা মইতো গমকে পোৱা নাছিলো।"

সোমনাথ। — "নেপাবাতো গম ; তুমি কিবা বোলেনে —

'কালিদাস ভবভূতি

শ্যেলি কীটচ্ ল'ৰামতি, জাকে জাকে কবিৰ' মাজত বহি কাব্য ফুল তুলি লৈ ফুলৰ চাকি গুথিব লাগিছা। গুথা, গুথা ; আৰু লগে লগে তুমিও অমৰ কবিসকলৰ লগ সবাহুত বহি তোমাৰ কবিতাৰ সুললিত ৰাগ দি সভাসদলক স্তম্ভিত কৰা। অসমৰ নাম ৰাখক। — মই এতিয়া আহিছো ; বেছি পৰ হোৱা নাই। কিন্তু অই ভোকেন্দ্ৰ! তুমি যে এনে সুন্দৰকৈ অমিত্ৰাক্ষৰ

ছন্দত কবিতা লেখিব পৰা হৈছা, মইতো আগেয়ে জনা নাছিলো। তুমি মাইকেলৰ 'মেঘনাদ বধৰ' নিচিনা কিবা এখন মহাকাব্য আৰম্ভ কৰিছা দেখিছো। Bravo ভোকেন্দ্ৰ! Bravo poet ভোকেন্দ্ৰ!" ভোকেন্দ্ৰই উত্তৰ দিলে, -- "অন্তৰত কবিতাৰ ভাবৰ ভুমুক থাকিলে সেই ভাব এইদৰে ওলায়েই। মাইকেল মিল্টন কিবা চতুৰ্ভুজ আছিল নে কি? মাইকেল মিল্টনো মানুহ, আমিও মানুহ, মাথোন Opportunity লাগে, সুবিধা লাগে আৰু ছপাবলৈ ধন লাগে। এই দুটাই ঘাই কথা। মোক এই দুটা তুমি দিয়া আৰু মেঘনাদ বধ, কুম্ভকৰ্ণ বধ, ব্ৰজাঙ্গনা আৰু বীৰাঙ্গনা কাব্য কেইখন লাগে মোৰপৰা তুমি 'ফৰ্মাচ দি' লৈ থাকা।

সোমনাথ। -- "সঁচা কথা, সঁচা কথা। তুমি অনায়াসে পাৰিবাও কাৰণ তোমাৰ গাত কবিতা sparks (ফিৰিঙতি) আছে। পাৰ্থৰ নিচিনা বীৰৰ সুবিধা আৰু কৃষ্ণৰ নিচিনা সহায়ৰ ধন পালে তোমাৰ ফিৰিঙতিয়ে যে নিশ্চয় অসম খাণ্ডৱবন দাহ কৰিব পাৰে তাক মই ভালকৈ বুজিছোঁ।"

ভোকেন্দ্ৰ -- "দেখা সোমনাথ, তুমি ভাই মোক যেনেকৈ বুজা, মোৰ ইমানবোৰ 'ফ্ৰেণ্ডৰ' (বন্ধু) ভিতৰত কোনেও মোক তেনেকৈ নুবুজে, জানা। merit appreciate কৰিবলৈ merit লাগে। লোকৰ মোল বুজিবলৈ নিজৰ গাত মোল থাকিব লাগে। তোমাৰ অন্তৰতো কবিতাৰ Germ অৰ্থাৎ বীজ অৰ্থাৎ পোক আছে, অলপ Cultivate কৰিলে অৰ্থাৎ চহালে তুমিও কবি হ'ব পাৰা।"

সোমনাথ - "Quite right, সঁচা। ৰতনেহে ৰতন চিনিব পাৰে। তোমাৰপৰা খুচৰি গৈ যে কবিতাৰ পোক মোৰ ভিতৰতো সোমাইছে, সেইটো মই অলপ-অচৰপ আজি বুজিব পাৰিছো। কালি ৰাতি মোক সঁচাকৈয়ে এই পোকে কামুৰিছি; নহ'লে বাহিৰত জোনাক দেখি ভিতৰৰ শোবাপাটীত পৰি মোৰ টোপনি নাহিছিল কিয়? আৰু দুঘণ্টামান পাটীতে পৰি ভাবি ভাবি –

'তোমাক হে ভাল পাওঁ সখি!'

এই কবিতা ফাকিৰ লগত --

'তোমাক নাপালে উৰি যাব প্ৰাণ-পখী।।' --

এই ফাকি কোনোমতে মিলাই হে শেহত মোৰ টোপনিটো আহিছে। কিন্তু মই নচহাওঁ, বুজিছা নে? কবিতাৰ Germ বোৰ যদি বীজ হয় তেন্তে ভালেই, তাৰপৰা কঠিয়া হ'ব, আৰু যদি পোক হে, তেন্তে সেই এটাইবোৰ পাখিলগা উইপৰুৱা হৈ কলবালৈ উৰি যাবৰ সম্ভৱ।"

ভোকেন্দ্ৰ। – "যাওক সেইবোৰ কথা। তুমি আহিলা ভালেই হ'ল; তোমাৰে সৈতে মোৰ এটা ডাঙৰ বিষয় আলচ কৰিব লগা হৈছে। যাকে-তাকে প্ৰাইভেট্ (বিশ্বাসী) কথা কবও নোৱাৰি; আজি পুৱা ঘৰৰপৰা এটা টেলিগ্ৰাফ পালো, তাত লেখিছে মোৰ 'ফাদাৰ' (পিতাদেও) গোল্কেশ্বৰ বৰুৱাই কালি দিনৰ দহ বজাত প্ৰাণত্যাগ কৰিলে। অৱশ্যে মাউৰত। আগেয়ে কোনো inkling (সঙ্কেত) মোক কোনেও নিদি হঠাৎ মৃত্যুৰ বাতৰি দিলে। আজি দহ দিনমানৰ আগেয়ে 'ফাদাৰৰ' পৰা এখন চিঠি পাইছিলোঁ, তাত লেখা আছিল যে ফাদাৰৰ সেই চিঠিৰ কথা সঁচা। এতিয়া তেওঁৰ গৰু ম'হ এটাইকেইটা চৰকাত পৰি মৰিল, আৰু তেওঁৰ ধাৰ-ঋণ লাগি অৱস্থা

বেয়া হ'ল ; সেইদেখি তেওঁ আৰু মোলৈ মাহে মাহে ধন পঠিয়াব নোৱাৰে ; সেইবাবে মই ঘৰলৈ উভতি যাব লাগে। পোনতে মই সেই চিঠিৰ কথা Mere bosh (ফাঁকি) বুলি ভাবি উৰাই দিছিলো, কিন্তু তাৰ দুদিনৰ পিছত uncle-অৰপৰা (মোমাইৰ পৰা) এখন চিঠি পাই বুজিলো যে ফাদাৰৰ সেই চিঠিৰ কথা সঁচা। এতিয়া ফাদাৰ ঢুকুৱা বাতৰি হঠাৎ পালো। Now মই কৰোঁ কি? দুবাৰ Cursed ফাৰ্ষ্ট আৰ্টচ পৰীক্ষা দিও 'পাছ' হ'ব নোৱাৰিলো ; হতচিৰী হোৱা পৰীক্ষাবোৰে নিজৰ বিদ্যা ফলাবলৈ গৈ টান প্ৰশ্ন দি আমাক Massacre (হত্যা) কৰিলে। সেইদেখি ফাৰ্ষ্ট আৰ্টচক kick কৰি (লাঠি মাৰি) ওস্তাজ ৰাখি গান-বাজনাকে শিকিবলৈ চেষ্টা কৰিছিলো ; ভাবিছিলো অসমত 'মিউজিক প্ৰফেচাৰ' (সঙ্গীতৰ অধ্যাপক) হ'ব পাৰিলেও নাম কৰিব পাৰিম, কিন্তু সিও নহ'ল; বেটা ওস্তাজে পইচা খাই ৰাগৰ তা-না-না-না- শিকাওঁতেই দিনৌ তিনি চাকিকৈ তেজ পোৰে দেখি disgusted (বিৰক্ত) হৈ তাকো এৰি পেলালো। সেই সোপা অৱশ্যে তুমি জানায়েই। তাৰ পিছত ভাবিলো Author (গ্ৰন্থকৰ্তা) হ'ম। তিনিখন নাটকৰ তিনিছোৱা লেখি আমনি লাগি তাকো পুৰি পেলালো। কবিতাৰ কিতাপো এখন লেখিছিলো, খৰচৰ অভাৱত ছপাব নোৱাৰি তাকো পেলাই থৈছো। আজি Father's demise news (পিতৃ বিয়োগ বাতৰি) পাই বেজাৰ লাগি ভাবিছো, যে আজি অমিত্ৰাক্ষৰ ছন্দত এখন মহাকাব্য ৰচনা কৰো। কিতাপখন ছপাবলৈ এজন Publisher (প্ৰকাশক) ঠিক কৰিব পাৰিলেই সকলো লেঠা মৰে। কলিকতাৰ এচ্ কে লাহিড়ীক বুজাই ক'লে বোধকৰো Publish অৰ হ'বলৈ ৰাজী হ'ব ; নহ'লে আমাৰ ভট্টাচাৰ্যকে ধৰিম বুলি ভাবিছো। যেয়ে প্ৰকাশক হওক, মই কিন্তু নিশ্চয়কৈ ক'ব পাৰো যে মই যি গঢ়েৰে কাব্যখন নেলিখৰ খুজিছো সেই কাব্য ছপা কৰি বিক্ৰী কৰিলে টকাই চৌ-চৌৱাই থাকিব। আৰু He will be amply compensated, নিশ্চয় তেওঁৰ খৰচ উঠি বিস্তৰ লাভ হ'ব । তুমি কি বোলা?"

সোম। — "নিশ্চয় নিশ্চয়। মই তাৰ আৰম্ভনটো দেখিয়েই বুজিব পাৰিছো যে সি এখন হমৰৰ ইলিয়াদ নাইবা মাইকেলৰ মেঘনাদ হ'ব। কিন্তু এটা কথা শোধো, তোমাৰ পিতৃদেৱতা সমুখ সমৰত পৰিল বুলি যে তুমি লেখিছা, সেইটো কোন যুজত?"

ভোক। -- "কিয়? মাউৰেৰে সৈতে কৰা যুজত ..াৰু সেইদৰে লেখাটো মাহাকাব্যৰ দস্তুৰ হে। তেনেকুৱা এটা 'গ্ৰেণ্ড' ধৰণ নহলে কাব্যখন Effective নহয়। মহাকাব্যৰ আৰম্ভনেই তেনে। why don't you understand this?"

সোম। -- (মূৰটো খজুৱাই) "বুজিলো এতিয়া। ঠিক হৈছে।"

ভোক। -- "ৰবা নাই হোৱা ঠিক। আৰু আছে। ধৰা এই Venture টো (চেষ্টা) কোনো unforeseen কাৰণত (অদৃষ্টক্ৰমে) successful (সিদ্ধি) নহয় ; কাৰণ There is slip between the cup and the lip, তেন্তে আৰু কি কৰা যাব? মই স্পষ্টকৈ দেখিবলৈ পাইছোঁ, যে মই অসমলৈ উভতি যাবই লাগিব। Question of money my friend! পইচাৰ কাম, বান্ধ! তেতিয়া কি কৰিম? চাকৰি I can't accept. চাকৰি মই ল'ব নোৱাৰোঁ, কাৰণ সি মোৰ স্বভাৱৰ বাহিৰ। What profession do you recommend? তুমি মোক কি কামত ধৰিবলৈ পৰামৰ্শ দিয়া?"

সোম। — "Author (গ্ৰন্থকৰ্ত্তা) হোৱাঁ।"

ভোক। — "Provided I get a publisher to publish my book. প্ৰকাশক নহলে গ্ৰন্থকৰ্ত্তা হোৱা মিছা। কিতাপ ছপাবলৈ ধন লাগে। suggest another my friend. আৰু এটা কোৱাঁ।"

সোম। — "খেতি বাতি কৰাঁ।"

ভোক। — "তালৈকো Capital (মূল-ধন) লাগে। নিজেতো হাল বাব নোৱাৰি। কামত আৰ্য হোৱা দিন গ'ল।"

সোম। — "বাণিজ্য ব্যৱসায় কৰাঁ।"

ভোক। — "অৱশ্যে বাণিজ্যে বসতে লক্ষ্মী ; কিন্তু তালৈকো মূল-ধন আৱশ্যক। মূলধন নহ'লে নোহোৱা ব্যৱসায়ৰ নামকে নকৰা। Besides grandscale- অ'ত অৰ্থাৎ ডাঙৰকৈ ব্যৱসায় কৰিব নোৱাৰিলে মুদীৰ দোকান কৰিবলৈ যোৱাটো Degradation (অপমানৰ কথা)। I can't do it, মই সেইটো কৰিব নোৱাৰোঁ। "

সোম। -- "তোমাৰ দেউতাৰাৰ ব্যৱসায় ?"

ভোক। — "Horrible ! ছিঃ ছিঃ ! তোমাৰ মুখটো গোবৰেৰে ভৰা যেন দেখিছোঁ। ফাদাৰৰ ব্যৱসায়ৰ যহত যি নাম পাইছিলোঁ তাক মৰি-মৰ জাহ দি যুজিহে গুচাইছোঁ , তাকে আকৌ তুমি কোৱাঁ। এই কথাষাৰ তুমি নকৈ যদি আন কোনোবাই কলেহেঁতেন তেন্তে তাক মই সমুচিত প্ৰতিফল দিলোহেঁতেন। I would not have excused him. মই তাক কেতিয়াও ক্ষমা নকৰোঁ। But you are my best friend so I excuse you. তুমি মোৰ বন্ধু, সেই দেখিহে মই তোমাক ক্ষমা কৰিলোঁ! তুমি জানা নে? সঁচাকৈ কব লাগিলে, আমাৰ গৰু-মহবোৰ মৰি গলত মই পেটে পেটে ৰং পাইছোঁ। আপদ গল! গলগ্ৰহ গল! A millstone has been removed from my neck!"

সোমা — "তেন্তে এটা noble profession ভাল ব্যৱসায় আছে, কৰিবা নে? কৰিব পাৰিলে যহ সুখ আৰু ধন এই তিনিওটা লাভ হব!"

এই কথা শুনি আগ্ৰহেৰে ভোকোন্দাই সোম- নাথৰ কাষ চাপি আহিল। আহি সুধিলে, "কি ভাই, সেইটো কি কোৱাঁচোন? ঠিক তেনে এটা profession-কে (ব্যৱসায়কে) মই বিচাৰি ফুৰিছোঁ। কোৱাঁ ভাই কোৱাঁ?" ভোকোন্দাইৰ আগ্ৰহ দেখি সোমনাথে গহীনকৈ মাত লগালে "Spy ৰ profession ; চোৰাংচোৱাৰ ব্যৱসায়। এই ব্যৱসায় বৰ লাভৰ ব্যৱসায় । ধৰিবলৈ গলে ই বৰ Noble profession. এই ব্যৱসায়ত থাকিলে, কোনে কি কৰিছে, কি মেলিছে, ইত্যাদি দুনীয়াৰ কত খবৰ জানিব পাৰি ; জানি মনত কি ভূমানন্দ লাভ কৰিব পাৰি আৰু লোককো সেই গোপনীয় কথাৰ ভাণ্ডৰ পৰা অমৃত বিতৰণ কৰি আনন্দ দিব পাৰি, যি সেই কাম কৰিছে সি হে তাক বুজিব পাৰে। তাৰ বাহিৰে তাৰ দ্বাৰাই দেশৰ মহৎ উপকাৰ হয় ; কাৰণ চৰিয়াই দেশৰ চকু, ৰজাৰ চকু, প্ৰজাৰ চকু 'চাৰঃ চক্ষু মহীৰ্ভস্তু বস্যনাত্যন্ধ এবসঃ' আৰু এটা কথা মই তোমাক কওঁ, আজিকালি স্পাইৰ (চৰিয়াৰ) বৰ demand (প্ৰয়োজন)। তুমি হওঁ বুলিলে এতিয়াই কিজানি কোটোৱালইতে তোমাক জপিয়াই চুমা খাই কোলাত তুলি লৈ

যাব। তুমি দেখুৱাই শুনাই চোৰাংচোৱাৰ বিষয়খন খাবলৈ যদি অলপ লাজ কৰা তেন্তে গুপুতে তেওঁলোকক সকলো খবৰাখবৰ যোগাই থাকিব পাৰিলেও মুঠিয়ে মুঠিয়ে টকা তোমাৰ হাতলৈ আহিব। সদায় নানা সঁচা খবৰ নেপালেও অলপ বুধি খেলাই সঁচাই মিছাই একেঠাই কৰি বান্ধি বাঢ়ি দি থাকিব পাৰিলেও চলি যাব। ইত্যাদি কাৰণত হে কৈছোঁ যে চৰিয়াৰ ব্যৱসায় বৰ লাভৰ ব্যৱসায়, -- আৰু ওখও।"

ভোক। – "ছিঃ মই Spy হব নোৱাৰোঁ দেও হে। চোৰাংচোৱাক মই বৰ ঘিণ কৰোঁ। I hate that brood of spies ভাল মানুহৰ লৰাই চুৰকৈ লোকৰ কল-তলে বাঁহ-তলে ফুৰি কোনে কি কৰিছে কি মেলিছে, সেইবোৰ ঘিণলগা কথা চাই ফুৰা ব্যৱসায়ক যে তুমি কি বুলি noble profession (ওখ ব্যৱসায়) বুলিছা মই কব নোৱাৰোঁ। প্ৰাণ গলেও মই সেই কাম কৰিব নোৱাৰোঁ ; তেহেলৈ যিমানেই ধন সোণ থাকক। একোকে কৰিবলৈ চাউলৰ ভাত এগাল আধাপেটীয়াকৈ খাই প্ৰাণ ধাৰণ কৰিম ; সিয়ো ভাল, তথাপি কাকতুল্য চোৰাংচোৱা dirty spy হ'ব নোৱাৰোঁ।"

এই বুলি কঠৰাকৈ ভোকোন্দায়ে এই উত্তৰ দি মৌনাবলম্বন কৰিলত, সোমনাথে "আহাঁ হে এতিয়া, ভাত খাবৰ হল" বুলি কৈ তাৰ পৰা উঠি গুচি গ'ল।

## দ্বিতীয় আধ্যা

বলী দুৰবস্থাই নিশকতীয়া ভোকোন্দাইক কলিকতাৰপৰা হেচুকি নি অসমত পেলাই দিলে গৈ, সেইদেখি আজি আমি তেওঁক মাজুলীৰ ঘৰত দেখিবলৈ পাইছোঁ। মাক জেতুকীয়ে অনেক দিনৰ মূৰত পুত্ৰৰত্নক লাভ কৰি আচলৰ গাঁথিত বান্ধি থব খোজোতেই ভোকোন্দায়ে হাতেৰে ঠাৰ দি, মাকৰ সেই পুৰণি অস্কীয়া ভাৱনা বন্ধ কৰি দি, থিয়েটাৰৰ বীৰৰ গঢ়েৰে গম্ভীৰ ভাবে মাকক স্বাগত প্ৰশ্নাদি কৰিবলৈ ধৰিলে। পুতেকৰ সংস্কৃত ভাব গতি দেখি জেতুকীয়ে নিজৰ মনত সদায় ডাঠকৈ পুহি থকা ভাবটো আৰু ডাঠ হৈ উঠিল, সেইদেখি খন্তেকৰ নিমিত্তে তেওঁ স্বামীৰ শোক পৰিহাৰ কৰি উৎসাহেৰে মাত লগালে, –"মোৰ বোপাই, তই কলিকতাত পঢ়ি শুনি হাকিম হৈ আহিবি, সেইটো মই আগৰেপৰা জানিছিলো ; সেইদেখি এই দুখতো মোৰ ৰং। তই হে, কলিকতাত থাকি যে মুনচুপ সদৰামিন হৈছ সেই কথাৰ একেবাৰকে আমালৈ চিঠিত নেলেখ! তোৰ এনেহে আশয়? তই নো মোক ভাৱিব লাগিছে কেলেই মোৰ বোপাই? তই একেবাৰেই হাকিম হৈ আহি আমাৰ দেশত ওলাই বাৰে শত্ৰুৰ মুখত ছাই সানিবি বুলি মই আগৰেপৰা জানি আছিলো। তোৰ বাপেৰ হোজা নোৱাৰিছিল, আৰু সেই কথা মই উলিয়ালেই সদায় তেওঁ মোৰ সৈতে দন্দ পাতিছিল। বপুৰা গল, মৰি সুখ সম্পদ দেখিবলৈ নাপালে! এতিয়া গোসাঁয়ে তোৰ ভাল কৰক, মোক আন একো নালাগে মোৰ বোপাই!" এই বুলি জেতুকীয়ে চকুৰ পানী টুকিবলৈ ধৰিলে।

ভোক। – "Now, Now, mother what is this? pray don't! don't! তোমালোক তিৰুতা মানুহ বৰ sentimental, কথায় কথায় তোমালোকৰ চকুৰ পানী ওলায়। তোমাক কোনে কলে যে মই হাকিম হৈ আহিছো। সেইটো মিছা কথা। Nothing of the sort. You

are very simple তুমি বৰ হোজা বুজিছা নে?"

জেতুকী। -- "মোক কোনে কব লাগিছে, মই নিজেই বুজিছোঁ। মোক নো তই ৰাখিব লাগিছে কেলৈ মোৰ বোপাই! মই কিবা তোৰ সুখ সন্তোষ দেখিলে বেয়া পাওঁ নে? মোক তই একো দিব নালাগে মোৰ বোপাই, তই মুনচুপ সদৰামিন বৰ মানুহ হৈ ভালে কুশলে থাকিলেই মোৰ সকলো হ'ল।"

ভোক। -- "বাৰু সেইবোৰ কথা এতিয়া থোৱা, পিছত হ'ব। ভ্ৰমৰিণী কলৈ গ'ল? তাইক দেখা নাই দেখোন?"

জেতুকী। -- "কোন বোপাই? কোন কলৈ গ'ল? ভমলিনী কোন। অ বুজিছোঁ, ভনীয়েৰ ভৃৰ্ভুৰী। তই দিয়া নামটোৰে মাতিছ? তাই বাট চাই আছিল, কিন্তু তই কেতিয়া পাবিহি তাৰ ভু নেপাই, টোপনিয়ে ধৰিলত শুই থাকিল। তুলি আনো গৈ যাওঁ।"

ভোক। -- "নালাগে, নালাগে এতিয়া তাইক তুলিব। থাওক, শোৱক, কাইলৈ পুৱা দেখা হ'ব। বাৰু আই কোৰাচোন, পিতায়ে কিমান ধাৰ লগাই থৈ গ'ল।"

জেতুকী। -- "গৰু-মহ কেইটা চবকা লাগি মৰিলত, তোলৈ ধন পঠিয়াবলৈ পিতাৰে ধাৰ কৰিছিল। তিনি কুৰি ৰূপৰ ধাৰ লাগিল। তই চিন্তা নকৰিবি, তিনি কুৰি ৰূপ নো কি? তই হাকিম হৈ আহিছ যেতিয়া মই একে মাহতে সোপাকে শুজি পেলাম।"

ভোক। -- "বাৰু, বাৰু সেইটো এৰাঁ, খাবলৈ কি আছে আনা, I am hungry মোৰ ভোক লাগিছে --"

এই কথা শুনি জেতুকীয়ে লৰালৰিকৈ পুতেকলৈ ভাত বাঢ়ি আনিবলৈ ভিতৰলৈ গ'ল।

## তৃতীয় আধ্যা

ইয়াৰ এমাহমানৰ পিছতে সংসাৰ-শিলৰ বৰ জাতখন কোনোবাই ভোকোন্দাইৰ পিঠিত তুলি দি ঘূৰাবলৈ ধৰিলে ; আৰু তাৰ হেচাত তেওঁৰ ভবিষ্যতৰ আশা ভৰসাবোৰ দ'ল খাই গ'ল। ভোকোন্দায়ে কলিকতাৰপৰা উভতি আহি স্কুল কেচাৰিত ২০-২৫ টকীয়া চাকৰি কৰাটোও অপমানৰ কথা বুলি ভাবিছিল ; অথচ "এফ্ এ ফেল" তেওঁক তাতকৈ কোনেও সৰহ দৰমহাও নাযাচে। তেওঁৰ গাত গুণ থাকিলেও সেই গুণ দেখিবলৈ লোকৰ মূৰত চকু নাই। ভোকোন্দাইৰ হাতত এনে ৰূপবানও নাই যে তেওঁৰ সংসাৰযাত্ৰা নিৰ্বিবাদে চলে। গৰু-ম'হবোৰ বাপেক গোভেশ্বৰে ইয়াৰ আগেয়ে লগত লৈ সিপুৰীলৈ গ'ল ; আৰু বাপেকৰ অন্তৰ্দ্ধান ভোকোন্দাইৰ অনুমোদিত হৈছিল সেইটো আমি ভালকৈ জানো। ইকালে কলিকতাত থাকি তেওঁৰ খোৱা-পিন্ধা আদি কাৰ্যবোৰ ওপৰলৈ কগাই গৈ ইমান টিং খোপত উঠিছিল যে তাৰ পৰা সিইতে তললৈ চালেই সিইতক মূৰঘূৰণী ৰোগে ধৰিছিল। নাদ পুখুৰীৰ পানীয়ে এতিয়া ভোকোন্দাইৰ কাম নচলে, "ফিল্টৰ ওৱাটৰ" অৰ্থাৎ চেকাপানী লাগে। গধূলি "হুইস্কি" "চডা" নহলে বগা পানীয়ে তেওঁৰ পিয়াহ গুচাব নোৱাৰে। জলপানৰ সময়ত বিস্কুট পাউৰুটি নেদেখি পিঠা-গুৰি কোমলচাউল দেখিলে তেওঁৰ গাত জ্বৰ উঠে। এইবোৰ আজকালৰ উপৰিও তেওঁৰ বাপেক লগাই থৈ যোৱা ধাৰ সধা মানুহৰ তাগত তেওঁৰ প্ৰাণবায়ু ওষ্ঠাগত।

দুখৰ বেমেজালিয়ে ভোকেন্দ্ৰ বৰুৱাক বেঢ়ি ধৰি থাকোঁতেই সুখৰ জিৰিঙনি এটি আহি এদিন তাৰ মাজতে তেওঁৰ গাত পৰিল। সঁচাকৈ কবলৈ গ'লে, সেইটোক জিলিঙনি নুবুলি এক প্ৰকাৰ বিজুলীসোঁতৰ খুন্দা হে বুলিব লাগে। কাৰণ খবৰটো শুনা মাত্ৰকতে তেওঁৰ গোটেইটো গা আনন্দত পুলকিত হৈ হাত ভৰিবোৰ ঠক্ ঠক্ কৰে কঁপিবলৈ ধৰিলে। এন্ধাৰ খোটালী এটাত ভালেমান দিন বন্দী হৈ থকা বন্দী এটাই যদি দেখে যে কোনোবাই হাতত চাকি লৈ বন্দীশালৰ দুৱাৰখন মেলি দি তাক মোকোৱাই লৈ যাবলৈ আহিছে, তেতিয়া সেই বন্দীৰ যেনে আনন্দ হয় ভোকেন্দ্ৰ বৰুৱাৰো তেনে আনন্দই হ'ল।

খবৰটো এই যে, শগুণবাহী মৌজাৰ মৌজাদাৰ শ্ৰীযুত নোমল চন্দ্ৰ বৰুৱাই তেওঁৰ জীয়েক চম্পেশ্বৰীক, কলিকতাত লেখা-পঢ়া শিকি অহা শ্ৰীমান ভোকেন্দ্ৰ বৰুৱালৈ বিয়া দিবৰ প্ৰস্তাৱ কৰি দূত পঠিয়াইছে। মৌজাদাৰ চহকী, চম্পেশ্বৰী বগী। নোমচন্দ্ৰ শিৰফুটা বৰুৱাৰ ঘৰৰ। চম্পেশ্বৰী নিম্ন প্ৰাইমেৰী পৰীক্ষাত উঠা বৰুৱাৰ ঘৰৰ জীয়ৰী। ভোকোন্দাইৰ একেদোপতে লক্ষ্মী সৰস্বতী দুই লাভ ; আৰু তাৰ উপৰি লাভ — আচল বৰুৱাৰ ঘৰৰেসৈতে কুটুম্বিতা। এইদেখি ভোকেন্দ্ৰ বৰুৱাৰ আজি আনন্দৰ দিন।

ভোকোন্দায়ে কলিকতাত থাকোঁতে শুনিছিল, যে বিশ্ববিদ্যালয়ৰ পৰীক্ষা "পাছ" কৰা দৰা বেছি দামত বিক্ৰী হয়। "তিনখানা পাছৰ" বেচ "একখানা পাছতকৈ সৰহ"। ভোকোন্দায়ে অন্ততঃ "একখানা পাছ কৰিছেতো" ; তেনেহলে তেওঁৰো দৰ নচৰিবৰ কাৰণ নাই। বিশেষকৈ আসামত "একখানা পাছেই" কলিকতাত "তিনিখানাৰ" সমান ; কাৰণ, এইটোও চাব লাগে যে অসমত দুটা তিনিটা পৰীক্ষাত উঠাই বা কেইটা দৰা পোৱা যায়? আৰু শাস্ত্ৰত বিচাৰি চালেও পোৱা যায় যে, জাম্বৱন্তই কৃষ্ণক জোঁৱাই পাই জাম্বৱতীৰ লগত নগদ পঞ্চশত ৰৌপ্যমুদ্ৰা যৌতুক নিদিবৰ বিপক্ষে কাৰণ কি আছে? সেইদেখি দূতৰ মুখে ভোকেন্দ্ৰই নোমল মৌজাদাৰলৈ সমিধান দি পঠিয়ালে যে বিয়াৰ "খৰচ-খৰ্চাৰ" উপৰি ৫০০ টকা নগদ ৰূপ তেওঁৰ যৌতুক দিলেহে তেওঁ নোমলনন্দিনীৰ পাণিগ্ৰহণ কৰিব। কন্যাদায়গ্ৰস্ত নোমল ! পুতৌ! যি দিনাই তুমি কন্যাৰত্ন লাভ কৰিলা, সেই দিনাই তোমাৰ স্বাধীনতা-ৰত্ন হেৰুৱালা। সেইদেখি তুমি ভোকেন্দ্ৰ বৰুৱাৰ উৎপাত সহ্য কৰিবলৈ বাধ্য এতেকে সহ্য কৰা।

নিৰুপায় নোমলে ভোকেন্দ্ৰৰ প্ৰস্তাৱত মান্তি হৈ বিয়াৰ দিন-বাৰ ঠিক কৰি ভেকেন্দ্ৰলৈ সমাচাৰ পঠিয়ালে। ইয়াৰ ভিতৰতে আমাৰ ভোকেন্দ্ৰ বৰুৱাই কি কৰিলে শুনিবা নে? তেওঁ হাতত তুলাপাত আৰু পেঞ্চিল লৈ বাৰীৰ পিছফালে সোমাই আমগছ এজোপাৰ তলত এটা ভগা মূঢ়া পাৰি লৈ বহি, একান্তমনে, তলত দিয়া কবিতাটি ৰচনা কৰিলে, —

চম্পাৰ ঈশ্বৰী প্ৰিয়ে চম্পক বৰণি!
অমৃতভাষিণী বামা কুৰঙ্গনয়নি!
বিৰসবদনী কিয়? কৰা অভিমান?
প্ৰেম-কুলি! কিয় নাই গোৱা প্ৰেমগান?
বসন্ত বতাহ বলে, আমে মলিয়ায়।
জগৎ প্ৰেমেৰে ভৰি হয় প্ৰেমময়।

এনে সুখ সময়ত ওফোন্দাই মুখ
কিয় দিছা চম্পেশ্বৰী ভোকেন্দ্ৰক দুখ?
কিবা দোষে দোষী ভোক, ৰঙা পদে তোৰ?
অধৰে অধৰি দূৰ কৰা তাপ মোৰ।

## চতুৰ্থ আধ্যা

বিয়াৰ পিছতে ভোকেন্দ্ৰৰ গাঁৱলীয়া জীৱনৰ আধ্যাৰ অন্ত পৰিল। তেওঁ মাজুলী এৰি তেওঁৰ ঘৰ যোৰহাটলৈ তুলি আনিলে। বিয়াৰ তিনি মাহ যাওঁতে-নাযাওঁতেই খৰচীয়া ভোকেন্দ্ৰৰ হাত উদং হ'ল, আৰু অৰ্থচিন্তাৰ খোজত বৰঁকে উৰা ধূলিয়ে দুপৰৰ নিচিনা তেওঁৰ পোহৰ মনক গধূলি কৰি পেলালে; শহুৰৰপৰা পোৱা ৫০০ টকা তেওঁৰ কলিকতীয়া আচাৰ ব্যৱহাৰৰ ভোমোলা বিহ্নাইদি সোনকালে সৰকি পৰিল। গতিকে, কেনেকৈ জীৱন-যাত্ৰা নিৰ্বাহিত হয় এই মহা চিন্তাই ভোকেন্দ্ৰক খুলি খুলি খাবলৈ ধৰিলে। মাক শ্ৰেতুকীয়ে নিজৰ ডিঙিৰ মণি, কাণৰ কেৰু পৰ্যন্ত সোঁতা দি "হাকিম পুতেকৰ" সংসাৰৰ ব্যয় কিছুদিন নিৰ্বাহ কৰিছিল; কিন্তু তাৰো ঢাপত এতিয়া ভোকেন্দ্ৰৰ ভৰি পৰিলহি। পোহাৰী, মুদী, কেয়াঁ গুৱাল আদিৰপৰা উঠনাকৈ বস্তু খোৱাৰ বেচ আৰু ধোবা নাপিতৰ দৰমহা দিব নোৱাৰাত সিহঁতৰ খেচ্‌খেচনিতে ভোকেন্দ্ৰই তমোময় দেখিলে। শেহত তেওঁৰ ওপৰত কেছাৰীত কৰা গোচৰ খোপাখোপ হৈ তেওঁৰ গাত ওলমিবলৈ ধৰিলে।

এনে নিৰুপায় অৱস্থাত এদিন ভোকেন্দ্ৰৰ মনত পৰিল সেই সোমনাথৰ কথা। সোমনাথে কৈছিল, Spy অৰ্থাৎ চোৰাংচোৱা হোৱাটো বৰ লাভৰ কাম। চৰিয়াৰ টকা-কড়িৰ দুখ গুচে। ভোকেন্দ্ৰই বিমৰিষ কৰি পালে — সোমনাথেতো কৈছিল যে চৰিয়াৰ ব্যৱসায় noble profession অৰ্থাৎ ওখ আৰু সন্মানৰ কাম — মইহে বেয়া বুলি ভাবিছিলো। কোনে জানে কিজানি সোমনাথেই Right ময়েই Wrong? তাৰ বাহিৰে,তাৰ বাহিৰে, ভাল বেয়া বিচাৰিবলৈ ঠিক কৰিলো, মই নিশ্চয়কৈ Spy ৰ ব্যৱসায় কৰিম; চোৰাংচোৱা হ'ম, হৈ দেশৰ আৰু নিজৰ উপকাৰ কৰিম।

## পঞ্চম আধ্যা

সঁচাকৈয়ে চোৰাংচোৱাৰ ব্যৱসায় বেগেৰে চলাই ভোকেন্দ্ৰৰ ধনৰ দুখ গুচিল আৰু ধাৰ মৰিল। সেই অভিনৱ অন্ধাৰ ব্যৱসায়ত যিমান বগা ৰূপৰ পোহৰ পৰিবলৈ ধৰিলে তেওঁৰ মন সিমান প্ৰফুল্লিত হবলৈ ধৰিলে। অদম্য উৎসাহেৰে ভোকেন্দ্ৰ বৰুৱাই লোকৰ কল-কত, বাঁহ-তল, ঢেকিশাল, পিৰালি-চকু আদিত গুপ্তভাৱে ফুৰি গৱেষণা আৰু অনুসন্ধান কৰি তাৰ বৃত্তান্ত যোগাৰ লগীয়া ঠাইত যোগাবলৈ ধৰিলে। ভোকেন্দ্ৰৰ ভয়ত অসমৰ মানুহ, যাইকৈ যোৰহাটৰ মানুহ ত্ৰস্ত হৈ পৰিল।

কৃতজ্ঞতা ভোকেন্দ্ৰৰ চিৰকলীয়া স্বভাৱ। তেওঁৰ সুখৰ কালতো বন্ধুৰৰ সোমনাথ'ল তেওঁ পাহৰা নাছিল। সিদিনা ভোকেন্দ্ৰই সোমনাথলৈ লিখা চিঠি এখনৰ নকল তলত দিলো।

"ভাই সোমনাথ,

এতিয়া ভালকৈ বুজিলো যে তুমি Right মই Wrong । মাজতে মোৰ বৰ দুখ গ'ল। কিন্তু তোমাৰ বুধিমতে এতিয়া চলি মই সুখে স্বচ্ছন্দে আছোঁ। এতিয়া মই নিজৰ আৰু দেশৰ উপকাৰ দুইটা কৰিব পৰা হৈছো। মই অগুণকাৰী নহওঁ। তোমাৰ শলাগ লৈ তোমালৈ এই কুৰি টকাৰ নোট এখন এই ৰেজিষ্টৰি চিঠিৰ ভিতৰতে পঠিয়ালো, গ্ৰহণ কৰি তোমাৰ পুৰণি বন্ধুক সুখী কৰিবা।" সাতদিনৰ পিছত সোমনাথৰপৰা ভোকেন্দ্ৰই এই উত্তৰ পালে।--

"ভাই ভোকেন্দ্ৰ,

তোমাৰ চিঠি পাই সন্তোষ পালো। তুমি পঠিৱা ২০ টকাৰ নোটখন এই চিঠিৰ লগতে তোমালৈ ওভতাই পঠিয়ালো; কাৰণ শাকে ভাতে এক ৰকমকৈ খাই থাকি টোক্-টোক্-টাক্-টাক্‌কৈ চলিবলৈ মোক ঈশ্বৰে অলপ সামৰ্থ দিছে, সেইদেখি তোমাৰ 'Noble profession - অৰ' দ্বাৰাই উপাৰ্জিত টকাৰ ভাগ মোক নালাগে। তুম সুখে থাকিলেই মোৰ সন্তোষ। তুমি সেই ব্যৱসায়তে নিজৰ আৰু দেশৰ উপকাৰ কৰি গৈ থাকা, নৰবা।"

উত্তৰটো পাই ভোকোন্দায়ে ঘৈণীয়েকক মাতি আনি চিঠিখন পঢ়িবলৈ দি কলে, "দেখিছ চম্পূ -- সোমনাথৰ বিবেচনাটো দেখিছ? মোক সি insult কৰিলে, অপমান কৰিলে। মই চোৰাংচোৱা হওঁ যদি তাক ইয়াৰ পোটক দিম।" ■

# ভোকেন্দ্ৰ বৰুৱাৰ অন্তলীলা

## প্ৰথম আধ্যা

চোৰাংচোৰাৰ ব্যৱসায়ত পইচা নাইকিয়া হ'ল। আমাৰ ভোকেন্দ্ৰ বৰুৱা চোৰাংচোৰাই ন খবৰ বান্ধি বাঢ়ি দিওঁতে দিওঁতে তাত লোণ আৰু মছলা ইমান সৰহ হ'লগৈ যে তেওঁৰ সেইবোৰে গ্ৰাহকসকলৰ মুখ দেদেৰাহি যাবলৈ ধৰিলে। সেইদেখি গ্ৰাহকসকলৰ ভিতৰত চোৰাংচোৰা ভোকেন্দ্ৰ বৰুৱাৰ খাটিৰ গ'ল আৰু তেওঁৰ খৰিকাত দিয়া, ভজা, টেঙা আৰু জালুকীয়া খবৰেৰে সৈতে তেওঁ পাততে পৰি থাকি বাহী হৈ গোন্ধাবলৈ ধৰিলে।

ভোকেন্দ্ৰ নিৰুপায়। ভাৰতবৰ্ষত দেখা যায় যে, কোনো ল'ৰাই পঢ়া-শুনা কৰিব নোৱাৰিলে বাপেক-মাকে তাক ব্যৱসায়-বাণিজ্য কৰিবলৈ দিয়ে ; কোনো ডেকাই চৰ্কাৰৰ ঘৰত চাকৰি নাপালে বা তেওঁ চাকৰিৰপৰা বৰখাস্ত হ'লে আৰু কোনো বুঢ়া অকামিলা হ'লে পেট্ৰিয়ট অৰ্থাৎ দেশহিতৈষী হয়। এতিয়া সেইদেখি বহুত ভাবি-চিন্তি ভোকেন্দ্ৰই "পেট্ৰিয়ট" হ'বলৈকে থিৰাং কৰিলে। আমি আগেয়ে জানিছিলো ভোকেন্দ্ৰ অকল ম'হ গুৱালৰ বাংশাৱতংস, এতিয়া শুনিলো তেওঁ মৰাণকুলৰও কুলপ্ৰদীপ। সেইদেখি তেওঁ শদিয়ালৈ গৈ স্বজাতিৰ কুশলৰ অৰ্থে "মৰাণ সভা" সংস্থাপন কৰি হুলস্থূলমকৰোৎ। তেওঁৰ লগত খুদমন কলিতা নামৰ চাপ্ৰাচী এটা আৰু চাপ্ৰাচীৰ কঁকালত "মৰাণ সভা" লেখা পিতলৰ চাপ্ৰাচ এখন। শদিয়াত বক্তৃতা, পঁচা, বৰঙণি আৰু দৰ্খাস্তৰ ধূম-ব্যাপাৰ লাগি পৰিল। মৰাণসকলৰ ঘৰমূৰী সিকিটো আধলিটোৰপৰা টকা পাঁচ-মহালৈকে তেওঁ বৰঙণি পেলালে। গাঁৱৰ বাজঘৰা নামঘৰত তেওঁ বক্তৃতা কৰি পুৰুষক উন্মাদ আৰু তিৰোতাক বলিয়া কৰিলে। মুঠতে "সদিয়াৰ নৰ-নাৰী, এৰিলন্ত ঘৰ-বাৰী, লৈ আমাৰ বৰুৱাৰ নাম" হ'ল। নাৰীসকলে দেশ উদ্ধাৰক বৰুৱা দেও আহিছে বুলি শুনি, তেওঁক চাবলৈ উৰুক-মুৰুক কৰি কেৰুমণি, উন্তি কৰিয়া' পিন্ধি লৰি আহোঁতে কোনোজনীয়ে একাণত হে থুৰিয়া আৰু এহাতত হে খাৰু পিন্ধিলে ; কোনোজনীৰ ল'ৰৰ বেগত গাৰ বিহা আৰু মূৰৰ খোপা শুলকি পৰিল আৰু খোপাৰ মালতী ফুলপাহ বাটতে পৰি ৰ'ল। এজনীয়ে লৰি যাওঁতে লগৰীয়ানীইতক মাতিলে — "আহাঁ আই বাই সবে পদূলিক যাওঁ। ভোকোন্দি বৰুৱা আহে নেত্ৰ ভৰি চাওঁ" এইদৰে মতা শুনি — এজনীয়ে ল'ৰাক পিয়াহ দিছিল, পিয়াহ দিয়া ল'ৰাক তাতে তাই এৰি ল'ৰ ধৰিলে ; এজনীয়ে সিৰিয়েকৰ পকা চুলি উঘালিছিল, তাক তাতে তাই এৰি উৰ্দ্ধশ্বাসে লৰি-ঢাপলি মেলিলে ; এজনীয়ে জালি তাঁত বৈছিল, বোৱা তাঁত তাই তাতে এৰি ল'ৰ দিলে ; এজনীয়ে সিৰিয়েকলৈ বাটিত কানি মলিছিল,

আধা মলাকৈ কানি বাটি এৰি তৰা-নৰা ছিঙি লৰিল। এজনীয়ে ভাত ৰান্ধিবলৈ গা ধুইছিল, তিতা গাৰেই মহা-মহিমাৰ্ণৱ শ্ৰীযুক্ত ভোকেন্দ্ৰ বৰুৱা ডাঙৰীয়াক চাবলৈ চোচা ল'লে। তিৰোতাবিলাকৰ যেনে বিলাই হৈছিল, পুৰুষবিলাকৰো তাদৃশ। আমি দেখিছিলো, এটাই তাৰ মাহেকীয়া অশৌচৰ অন্তত ডাড়ি খুৰাইছিল, নাপিতে এখন গালৰ ডাড়ি খুৰুৱা শেষ কৰি আনখন গালত খুৰ লগাব খোজোতেই, সি উঠি ল'ৰ ধৰিলে। এটা গুফীয়াই গুৰে-পিঠাগুৰিয়ে জুলিয়াকৈ সানি পি খাই থাকোঁতেই বৰুৱা দেও অহা বাতৰি শুনি, মুখ ধুবলৈ নোচোৱাকৈয়ে ল'ৰ দিলে। এটা খোৰাই এঠেঙেৰেই খোৰাই খোৰাই ঢেক্কুৰুচ ঢেক্কুৰুচকৈ গৈ বেগত উজুটি খাই পৰি আগদাঁত দুটা ভাঙিলে। এটা কণাই বাট বিচাৰি নাপাই খপিয়াই-জপিয়াই অন্তত তাৰ শোৱাচাঙৰ তলত সোমালগৈ। এটা বেঙাই উধাতু খাই গৈ আলিৰ কাষৰ খাৱৈত পৰি নগুৰ্ণাগতি হ'ল। আৰু আমাৰ চিনাকি লোকাই সাধনীয়ে বাট পোনাই যাওঁতে ল'ৰৰ বেগত ৰব নোৱাৰি, কাতীয়া মণ্ডলৰ গোহালিঘৰৰ মুখত দ'ম হৈ পৰি থকা গোবৰত ভৰি সুমাই দি তাতে কঁকাললৈকে পোত গৈ লাগি ৰ'ল। ইত্যাদি প্ৰকাৰে মানুহৰ দুৰ্গতি যি হৈছিল সেইবোৰ কিমান বৰ্ণনা কৰিবা, কিমান ক'বা।

বক্তৃতাৰ অন্তত ভোকেন্দ্ৰ বৰুৱাদেৱে যেতিয়া গাঁৱৰ মানুহৰ দুখ-দুৰ্গতি গুচাই দিবলৈ গাত লৈ পঁচা বৰঙণিৰ প্ৰস্তাৱ কৰি ঠগি পাতিলে তেতিয়া প্ৰজাসকলৰ মাজত থৌকিবাথৌকি লাগি পৰিল। কোনোৱে টকাটো, কোনোৱে সিকিটো, কোনোৱে আদমহীয়াটো, কোনোৱে চৰতীয়াটো, যাৰ যি আছিল মোনা উবুৰিয়াই দি চাৰিউফালৰপৰা ঠগিত পেলাবলৈ ধৰিলে। ভঙ্গুৱা ভদী মাউতৰ হাতত ভাঙৰ চিলিমটোহে আছিল, সি স্বদেশৰ কুশলৰ অৰ্থে অনতি বিলম্বে চিলিমটোকে ঠগিত পেলালে। মঘুৱাৰ কঁকালত ৰঙা সূতাৰ কটি-সূত্ৰ এডাল আছিল, দেখাক দেখি উছাহতে সিও সেইডালকে শোলোকাই আগবাঢ়ি গৈ শৰাইত থৈ বুকু ফিন্দাই থিয় দিলে। তিলাইৰ হাতত টঙাল তুলুৱা নেলীয়া-কটাৰী এখন আছিল, ঘিমৰুৰ হাতত চচা বেত-সূত এডাল আছিল, ৰঙাইৰ খোচোনাত পিলিখা এটা আছিল, মদাইৰ হাতত জাল গুথিবলৈ লোৱা সূতালাহী এটা আছিল, সেইবোৰকে সিহঁতে তৎমৎ এৰি দেশৰ হকে ঠগিত পেলালে। তিৰোতাবোৰৰো যাৰ হাতত যি আছিল দেশৰ অৰ্থে দান কৰিবলৈ কোনেও পিছ-ভৰি নকৰিলে; যথা — এধাপইচা ডবল পইচাৰ পৰা আৰম্ভ কৰি কাণৰ কৰীয়ালৈকে সকলোবোৰ গাঁৱলীয়া সুন্দৰীহঁতে দিলে। মূৰত এপাচি চুলিৰে জাপৰী সাজতোলানীক কোনে নিচিনে? সাজতোলানীৰ মূৰত চুলি যিমান ওকণীও সিমান। জহ যায়, জাৰ আহে, দিন যায় ৰাতি পুৱায়, তথাপি সাজতোলানীৰ মূৰৰ পৰা হাত নাযায়। বৰুৱাদেওৰ মাৰণ কাটন উচাটন বশীকৰণ "বক্তিতা" শুনি তাইৰ গাতও দেওধনি উঠিল। ঠিক এনে সময়তে তাই মূৰ খেপিয়াই বিঢ়া ওকণী এটা ধৰিছিল। বাইজে হাত উবুৰিয়াই নিজৰ দেশৰ অৰ্থে দান কৰা দেখি আগ-পিচ নুগুণি তাই বাইজৰ লগতে আগবাঢ়ি গৈ সেই বিঢ়া-ওকণীটোকে লাহেকৈ ঠগিত পেলালে। আমাৰ বক্তা বৰুৱা ডাঙৰীয়াই এই কাৰ্য দূৰৰপৰা দেখি আছিল, কিন্তু সাজতোলনীয়ে কি দিছে তেখেতে মণিব নোৱাৰি ভাবিলে তাই আঙুলিৰপৰা আঙঠিটো শোলোকাই ঠগিত পেলালে। তৎক্ষণাৎ তেওঁ স্বদেশ-প্ৰেমত আকুল হৈ উচ্চস্বৰে মাত লগালে — "বাইজসকল! দেখক! এই নিঃকিন

দেশহিতৈষী মহিলাই নিজৰ জন্মভূমিৰ হকে, নিজৰ মানুহৰ উপকাৰৰ অৰ্থে হাতৰ আঙঠিটি পৰ্যন্ত অকাতৰে দান কৰিলে। অহো! এই মহৎ আদৰ্শৰ অনুকৰণ কৰা আৰু এই কাৰ্য দেখি আজি মোৰ প্ৰাণ আনন্দ সাগৰত নিমগন হৈছে।" জাপৰী সাজতোলানীৰ দানটোৰ বিশেষ ভাবে এনেকৈ উল্লেখ কৰা বাবে গেন্ধেলা গাঁওবুঢ়াৰ মনত বৰ কৌতূহল উপজিল। সেইদেখি সেইটো কেনেনো আঙঠি চাওঁ বুলি তেওঁ আগবাঢ়ি গৈ ঠগিত ভালকৈ লক্ষ্য কৰি দেখিলে যে, সেইটো আঙঠি নহয় এটা বিঢ়া ওকণীহে বগাই ফুৰিছে। তাকে দেখি তেওঁ ৰাইজৰ আগত আঁঠু লৈ ক'লে — "ৰাইজসকল! সাজতোলানীৰ আঙঠিটো দেখোন বিঢ়া ওকণী হৈ লৰি ফুৰিছে।" এই কথাত সকলোৱে বং পাই গির্জনি মাৰি হাঁহিবলৈ ধৰিলে। বৰুৱাদেৱে ভেতিয়াহে কথাটো ভালকৈ টং কৰিব পাৰি, সেইটোৰ বিষয়ে আৰু একো নকৈ আন কথাৰে তাক ততালিকে ঢাকি পেলাই লেঠা মাৰিলে।

জাপৰী সাজতোলানীৰ লগত জীয়েক কেতেকীও সভালৈ গৈছিল। কেতেকীৰ বয়স যোল বছৰ তিনি মাহ তিনি ঘণ্টা তিনি মিনিট। মাকৰ দানৰ পিছত কেতেকীয়েও যথাসৰ্বস্ব কিবা এটা সম্প্ৰদান কৰিবলৈ মনতে তিল-কুশ ল'লে। কিন্তু এই দান মৰাণ সভাৰ ঠগিত নহয়, সভাৰ পতি ভোকেন্দ্ৰ বৰুৱাৰ চাপৰাচী খুদ্‌মনৰ মন-ঠগিত হে। মাকৰ বিহাৰ আচলত ধৰি কেতেকী সেই সভাত উপস্থিত হোৱাৰ কালৰেপৰা খুদ্‌মনৰ নেত্ৰ-ভ্ৰমৰে কেতেকীৰ ৰূপ মধু পান কৰি আছিল। কেতেকীৰো ডাঙৰ ডাঙৰ টেলেকা চকু দুটা খুদ্‌মনৰ বুকুৰপৰা ওলোৱা প্ৰেম-সুৰংগাৰ জৰীয়ে টানি আনি বন্দী কৰি থৈছিল। ইয়াৰ পিছত সভাৰ হাই-উৰুমি বক্তৃতা আদিলৈ খুদ্‌মন আৰু কেতেকীৰ চকু কণা হ'ল, কাণ কলা হ'ল। কবিয়ে সেইদেখি হে গাইছে — "প্ৰেমেৰে ফাদ পাতা ভুবনে। কে কোথা ধৰা পৰে কে জানে।"

সি যি নহওক, বৰুৱাদেৱে এইদৰে বহুত টকা তুলি গোটাই লৈ মৰাণ সভাৰ প্ৰতিনিধি হৈ লাট চাহাবৰ আগত "মেমৰিয়েল" দৰ্খাস্ত দিবলৈ ডাক জাহাজৰ প্ৰথম শ্ৰেণীত উঠি ভটীয়াই মাঘৰ পহিলা তাৰিখে কলিকতা পালেহি। খুদ্‌মন চাপৰাচীয়েও তাৰ মনৰ সমানে এফাল শদিয়াতে সি এৰি থৈ বাকী ফালেৰে তেওঁৰ লগত আছিল। কলিকতাত ভোকেন্দ্ৰ বৰুৱা ১৫ দিন আছিল। এই কেইদিনৰ কাৰ্যৰ বিৱৰণি অতি সংক্ষেপকৈ তলত দিয়া গ'ল —

| | | |
|---|---|---|
| ১ মাঘ | — | পুৱা ১১ বজাত কলিকতাবাসী অসমীয়া ছাত্ৰৰ "মেচ"ত ভোকেন্দ্ৰ বৰুৱাৰ উপস্থিতি। দুপৰীয়া ১২ বজাত তেওঁৰ ভোজন ; ১ বজাত শয়ন ; আবেলি ৩ বজাত জাগৰণ ; ৫ বজাত ভ্ৰমণাৰ্থে বহিৰ্গমন। |
| ২ মাঘ | — | পুৱা গঙ্গাস্নান। দুপৰীয়া যাদুঘৰ দৰ্শন। খুদমনৰ ঘু-ঘুয়া জ্বৰ। ডাক্তৰৰ মতে মেলেৰিয়া। এই উপাখ্যান লেখকৰ মতে বিৰহ বায়ুৰপৰা হোৱা বাত্তিক জ্বৰ। |
| ৩ মাঘ | — | চিৰিয়াখানা বা জু পৰিদৰ্শন। খুদমনৰ জ্বৰ টানেই। |
| ৪ মাঘ | — | বদ্‌ৰিদাসৰ মন্দিৰ প্ৰদক্ষিণ। |
| ৫ মাঘ | — | বটানিকেল গাৰ্ডেন বা কুম্পানী বাগান ভ্ৰমণ। খুদমনৰ জ্বৰৰ উপশম। |

টেম্পৰেচৰ ৯৯।

৬ মাঘ — ষ্টাৰ থিয়েটাৰত "প্ৰফুল্ল" আৰু "চোৰেৰ উপৰ বাটপাৰিৰ" অভিনয় দৰ্শন। ৰঙ্গালযৰ নিষেধবৰ্জিত বাহিৰত ধূম আৰু মদ্যপান।

৭ মাঘ — মিনাৰ্ভা থিয়েটৰত "দোললীলা" দৰ্শন। ঐ, ঐ। "চাচীপান গোলাপী খিলি" ক্ৰয়, চৰ্বন আৰু পিক্ প্ৰক্ষেপণ।

৮ মাঘ — কুলপী বৰফ ভক্ষণ। গধূলি পথ পৰিভ্ৰমণ। খুদমনৰ টেম্পৰেচৰ ৯৭।

৯ মাঘ — ইডেন গাৰ্ডেন পৰিদৰ্শন আৰু বেণ্ড বাদ্য শ্ৰৱণ।

১০ মাঘ — চান্দনি বজাৰত কোট, পেণ্টলুন, কামিজ, কলাৰ প্ৰস্তুতৰ অৰ্ডাৰ প্ৰদান। সখদমনে, অৰ্থাৎ খুদমন লগতে।

১১ মাঘ -- ৰাধাবজাৰত ষ্টীল-ট্ৰঙ্ক দোকানীৰ দ্বাৰাই বেছি দামত বিক্ৰয় আৰু বৰুৱাৰ দ্বাৰাই সস্তা বিবেচিত হৈ ক্ৰয়। খুদমনৰ "মেচ"ৰ ভাত ৰন্ধা বামুণটোৰে সৈতে অকলৈ আহি মুৰ্গীহাটাৰ বজাৰৰপৰা এখন ফণী, এখন আৰ্চি আৰু এচিচা সুগন্ধি গোলাপী নাৰিকলৰ তৈল কেতেকীক উপহাৰ দিবৰ নিমিত্তে খৰিদ কৰণ।

১২ মাঘ — গ্ৰেট্ ইষ্টৰ্ণ হোটেলত "টিফিন" বা জলপান। খুদমনৰ "গোলাপী-গেন্ধেৰী" বক্ষণ বা চৰ্ব্বন বা শোষণ।

১৩ মাঘ — গৃহিণীৰ নিমিত্তে ৰাধাবজাৰৰপৰা বৰুৱাৰ বলয় কঙ্কন ক্ৰয়। আৰু "পাণৱালাৰ" দোকানৰ পৰা খুদমনৰ পাণ-চিগাৰেট দিয়াচলাই ক্ৰয়।

১৪ মাঘ — চান্দনিৰ "চুট" আনয়ন। আৰু পুত্ৰ-কন্যা পৰিবাৰৰ নিমিত্তে বৰুৱাৰ "চেইলৰ ফ্ৰক", "জেকেট" আৰু মোজা ক্ৰয়। ওপৰোক্ত "বামুণ ঠাকুৰৰ" সাহায্যত কেতেকীৰ নিমিত্তে খুদমনৰ "মনে ৰেখো" শাৰী ক্ৰয়।

১৫ মাঘ — ভোকেন্দ্ৰ বৰুৱাৰ কলিকতা পৰিত্যাগ আৰু গৃহ প্ৰত্যাবৰ্তন।

## সামৰণি

বৰুৱা ডাঙৰীয়া উভতি গৈ ঘৰ পালতে খুদ্মনে তেওঁৰ পৰা এমাহৰ "প্ৰিভিলেজ লিভ" অৰ্থাৎ অনুগ্ৰহৰ বিদায় লৈ শদিয়াভিমুখে যাত্ৰা কৰিলে। শদিয়া পোৱাৰ সাতদিনৰ পিছতে কেতেকীৰ সৈতে খুদ্মন চাপ্ৰাচীৰ বিবাহ উৎসৱ মহাসমাৰোহেৰে সম্পাদিত হ'ল।

এইখিনিতে কোৱা উচিত যে খুদ্মনৰ শাহুৱেক জাপৰীয়ে কেতেকীৰ অজ্ঞাতসাৰে তাইৰ গোলাপী নাৰিকল তেলচিচা ওৰুণী মাৰিবৰ মনেৰে নিজৰ মূৰত ঢালি দিলে। মহাদেৱৰ জটাৰ ভিতৰত গঙ্গা সোমাই থকা দি তেল-চিচা জাপৰীৰ চুলিৰ ভিতৰত সোমাই ৰ'ল ; আৰু সম্ভৱতঃ সি আজিলৈকে তাতে কোনোবা ভগীৰথলৈ বাট চাই বসতি কৰি আছে। কেতেকীয়ে তেল বিচাৰি নাপাই তিনিসাজ ভাত নোখোৱাকৈ আছিল ; পিছত খুদ্মনে আৰু এচিচা তেলৰ ফৰ্মাচ দি তাৰ বন্ধু "মেচৰ" ৰান্ধনি বামুণলৈ পষ্টকাৰ্ড এটা লেখিলতহে কেতেকীক ভাত খুৱাব পৰা হ'ল। ■

# এৰাবাৰী

মানুহে কয় বোলে ভাল আমৰ পুলিও বকৰাণিত পৰি অজাতৰীয়া হয়। লোকৰ কথা ক'ব নোৱাৰো কিন্তু মোৰ গাত হ'লে এই আবাৰ কথা ভালকৈ ফলিয়াইছিল। মই ভাল মানুহৰ ঘৰৰ ল'ৰা। ৰজাৰ দিনৰপৰা আমাৰ ঘৰ মানুহ শিৰফুটা। মোৰ উপৰিপুৰুষসকলে ৰজাৰ দিনত আৰু কুম্পানীৰ দিনতো ভাল ভাল বিষয় খাই গৈছে। কিন্তু মোৰ ভাগ্যৰ সীমা কাছাৰীঘৰৰ বৰ-গছৰ তলতে অন্ত পৰিল। মই এজন "পিটিচন-ৰাইটৰ" মহৰী। কিন্তু এতিয়া মই ছালছিগা হলোঁৱেই বা, মোৰ মকমকনি মটমটনি হ'লে এতিয়াও যোৱা নাই আৰু যাবৰ আগন্তুকো নাই। পুৰণি বংশ গৌৰব-ৰোগটো মোৰ পৈতৃক ব্যাধি ; দুখ দুৰৱস্থাৰ দৰৱৰ পালিয়েও তাৰ জইন মাৰিব পৰা নাই। তাহানি দেউতাৰ দিনত আমাৰ হাতী মাউত এটা আছিল। তাৰ নাম জুৰমন। তাৰ এই নামটো কোনে দিছিল যে সি সততে উত্তলি থাকে বুলিলেই হয়। সেইদেখি তাৰ নামটো তপতমন হোৱাহেঁতেন তাৰ স্বভাৱেৰে সৈতে খাপ খালেহেঁতেন। সেইটো যি হওক সি খৰ নামৰ ব্যাধিত চিৰকলীয়া আছিল। উলামূলা খৰ নহয়, তাৰ গা গোটেইটো খৰেৰে চামনি মৰা। তাৰ বাপেককো আমি দেখিছিলো, বাপেকে কৈছিল বোলে তাৰ বাপেকৰো (অৰ্থাৎ জুৰমনৰ ককাকৰো) খৰ আছিল হেনো। সেইদেখি সেইটো তাৰ বাপতীসাহোন ৰোগ আৰু সেইদেখি জুৰমনে সেই ৰোগ খেদাবলৈ বৃথা চেষ্টা নকৰি তাৰে সৈতে মিত-মাত কৰি লৈ কোনোমতে জীৱন-যাত্ৰা নিৰ্বাহ কৰি আছিল। তাৰ যেতিয়া খৰত খজুৰতি উঠে তেতিয়া তাৰ দুৰ্গতি দেখিলে চকুৰ পানী ওলায়। যিদিনা বাপেক-পুতেকৰ একেলগে খজুৰতি উঠে সেইদিনাৰ দৃশ্য যে কি চমৎকাৰ তাক দেখোতাইহে বুজিব পাৰে। এদিন মোৰ মনত আছে, বাপেক-পুতেক দুয়োৰো সমসাময়িক খজুৰতি উঠিলত খজুৱাবৰ যত ৰকম উপায় আছিল এটাইবোৰ বাপ-পো দুয়ো অৱলম্বন কৰি ধৰি শেহত দুয়ো পিঠিয়াপিঠিকৈ বহি পিঠিত পিঠি ঘহাবলৈ ধৰিলে। সেইদেখি হে কৰ্ত্ত মোৰ বংশ গৌৰৱৰ মেট্‌মটনিটোও দুৰাৰোগ্য পৈতৃক ব্যাধি, তাৰ খজুৰতি উঠিয়েই থাকে ; আৰু উঠিলে মোৰ কাষত থকা সকল সাৱধান হোৱা উচিত।

সৰুতে ভালকৈ লিখা-পঢ়া নিশিকিলো যেতিয়া পিটিচন ৰাইটৰ নহে নো মই আৰু কি হ'ম? সেইদেখি শত্ৰুৰ মুখত ছাই দি বৰ কাছাৰীৰ দুৱাৰ-মুখৰ বৰ গছৰ তলত মই বৰ পিটিচন ৰাইটৰ বহিলো।

কুসঙ্গত পৰা বাবে মোৰ গাত কু-অভ্যাস এটাই ধৰিলে — অৱশ্যে সেইটো খৰ খজুৱা নহয় ; কাৰণ মোৰ গাত খৰেই নাছিল। সেইটো হৈছে কানি খোৱা। ভাল মানুহৰ ল'ৰাৰ

ভিতৰত আগৰ কালত এই অভ্যাসটো যে নাছিল এনে নহয়, কিন্তু আজিকালি কানি খোৱাটো অপ্ৰচলিত (অৱচলিত obsolete) বুলিলেই হয়। আজিকালি নিৰ্জু কানিক জীৱন-যুঁজত হৰুৱাই তাৰ ঠাই উগ্ৰ ভাং আৰু বলী ফটিকাই লৈছে। যি কাৰণতেই হওক, মই কানি সেৱন কৰি কানিতে থাকি "কন্‌জৰ্ভেটিভ" (অনুদাৰ) কানীয়াৰ দলৰ যে শ্ৰীবৃদ্ধি কৰিলো তাত ভুল নাই। মই ওৰেদিনটো কাছাৰীঘৰৰ মুখৰ গছৰ তলত বহি টকাটো সিকিটো যি ঘটো তাক দায়-ভাগৰ ব্যৱস্থা মতে সমানে দুভাগ কৰি এভাগ কানিৰ অৰ্থে আৰু এভাগ সপুত্ৰবান্ধৱে নিজৰ ভৰণ-পোষণৰ অৰ্থে ব্যয় কৰোঁ।

লাহে লাহে মোৰ কানিৰ পৰিমাণ যিমান বাঢ়ি আহিল গছতলীয়া উপাৰ্জনো সিমান কমি আহিল। একৰ পিঠিত দুই অহাৰ দৰে তাৰ পিঠিত মোৰ ল'ৰা-তিৰোতাৰ হা-হা-কা-কা-বোৰ আহিল, অৱশ্যে লগে লগে ঘৈণীৰ তিৰস্কাৰ আৰু কদৰ্থনাৰ পুৰস্কাৰ লৈ। গাত বেজেৰা মাতৰ চোক বেছি হ'লত, তাত সৰহকৈ কানিৰ চেচনি দিলো। মুঠতে মই মনৰ দুখ পাহৰিবৰ নিমিত্তে সৰহকৈ কানি খাবলৈ ধৰিলো, এই খোলোচা কথা।

এদিন দুপৰীয়া খাই-বৈ উঠি কাণত কলমটো গুজি আৰু হাতত মৈল্যমটো ওলমাই লৈ কাছাৰীৰ মুখৰ বৰগছৰ তললৈ যাবলৈ যাত্ৰা কৰি ওলাইছো, এনেতে হঠাৎ এচাটি বৰটুপীয়া বৰষুণ আহি গা তিয়াই দিয়াৰ দৰে ঘৈণীজনাৰ মুখৰপৰা কুবাক্য এচাটি আহি মোৰ মনটো তিয়াই পেলালে। "নেযাওঁ কাছাৰিলৈই" "নাথাকো এইখন ঘৰত" বুলি খং কৰি ওলাই গুচি আহিলো। কিন্তু ক'লৈ যাওঁ, কি কৰোঁ, মনত একো ঠিক নাই, যাব লাগে ট-ট কৰে বাটে বাটে গৈ আছো।

ভালেখিনি বাট গৈ আলিৰ কাষতে এখন এৰাবাৰী দেখিলো। কোনে বাৰীখন এৰি তাৰ গাত "এৰা-বাৰী" এই বদনামৰ চেকা সানিলে কোনে জানে? দুপৰীয়াৰ ৰ'দ। বাৰীখনৰ ভিতৰত ওখ ঘৰৰ ভেটি এটাৰ কাষতে এজোপা থেৰেজু গছ দেখিলো। ভেটিটোত থেৰেজু গছজোপাৰ ছাঁ পৰিছে আৰু সেইখিনিতে ঘাঁহ-বনো বৰ নাইকিয়া; সেইদেখি তাতে জুৰ লৈ গাটো শতাই ল'বৰ মনেৰে সোমাই গৈ লাহেকৈ বহি পৰিলো।

বোপাটিইঁতৰ মাকৰ মুখৰ চোকা কথাৰ চেক্‌চেকনি তেতিয়াও মোৰ মনৰ পৰা যে একেবাৰেই গৈছিল এনে নহয়; সেইদেখি চোলাৰ মোনাৰপৰা কানিৰ টেমাটো উলিয়াই তাৰপৰা কানিৰ বৰি এটা লৈ টিপামাৰি গিলি থলো। কানিৰ বৰিটো অলপ বুজন আছিল দেই! ফলত, ৰাগিটোও আন দিনতকৈ বুজন হ'ল; আৰু সেইবাবে মোৰ সোনকালে চকু জাপ খাই গ'ল; আৰু দোপাত কানীয়াই যি জাতৰ টোপনি টোপনিয়ায় সেই জতুৰা টোপনিকে টোপনিয়াবলৈ ধৰিলো। এই টোপনিয়ে মোৰ বাহিৰৰ চকু দুটা মুদাই ধৰি ভিতৰৰ চকু দুটা মেলি দিলে; বাহিৰৰ কাণ দুখনত সোপা দি ভিতৰৰ কাণ দুখনৰ বিন্ধা খৰিকাই দিলে; ফলত, মই অমাতৰ মাত শুনিলো, অবুজৰ অৰ্থ বুজিলো, ছাতৰ চকুৰে নেদেখা বস্তু দেখিলো, গছ-গছনিৰ কথাৰ ভাগ ল'ব পৰা হলো আৰু সিহঁতৰ সুখ-দুখেৰে সৈতে নিজৰ সুখ-দুখৰ জৰী পকাই দীঘলীয়াকৈ বাটি লৈ যাব পৰা হলো।

থেৰেজুজোপাৰ সমুখতে ভেটিটোৰ ইপাৰে এজোপা আম গছ আছিল। আমজোপাৰ

ডালতে এটা হুদুৰে বাহ লৈছিল। থেৰেজুৰে আমলৈ চাই মাত লগালে -- "বোলো শুনিছা নে ভাইটি কিমান নো বোদ্‌বোদ্‌কৰে বহি থাকা দেও হে ; কথা-বাৰ্তাকে একেবাৰ কোৱা। বতাহ কাষলৈ নাহিলে দেখোন তোমাৰ আমন-জিমনেই নাভাগে ; বোলো তোমাৰ কান্ধত উঠি টিঘিলঘিলোৱা সেইজন ক'লৈ গ'ল? আজি দেখা নাইচোন?"

আম। — "কাৰ কথা সুধিছা? অ' বুজিছো, আমাৰ হুদুগুদু ডাঙৰীয়াৰ? ইয়াত দুপৰৰ ৰ'দ টানকৈ পৰিছে দেখি তেওঁ উৰি গৈ সেই ডাঠ ছাঁৰে বাঁহৰ ঢাৰিত লুকাই আছে গৈ। কিন্তু সঁচাকৈ কৈছো ককাই, মই লোক চিনিব নোৱাৰো ; আগেয়ে তাক এনে বুলি জনাহেঁতেন মই মোৰ ইয়াত বাঁহ ল'বলৈ নিদিলোহেঁতেন।"

থেৰেজু — "তুমিতো চিনিব নোৱাৰাই। মই কিন্তু তাক হাড়ে হাড়ে চিনি পাওঁ। সেইদেখি মোৰ ওচৰত সি সুখ নাপায়। একালত এইঘৰ মানুহৰ পৰা সি কত উপকাৰ পাইছিল, এই ঘৰৰ যহতে যে সেই অগুণকাৰীয়ে কত খালে তাৰ সীমা সংখ্যা নাই ; তথাপি মানুহঘৰ যেই মৰিহাজি উছন হ'ল, তাৰ আহলাদ চাই কোনে? তাৰ উপৰি, সি সুবিধা পালেই যাৰে-তাৰে আগত মানুহঘৰৰ বদনাম কয়। অতি ছোট লোক! ৰৰ নিমখ হাৰাম।"

আম। —"ভাল কথাটো ওলাইছে ; — ককাই তুমি ইয়াত অনেক কালৰ পৰা আছা ; মোৰতো বয়সৰ কথা তুমি জানাই। মোক এটা কথা ক'ব পাৰা নে? মই দিনৌ শোধো বুলি আছোঁ, শুধিবলৈ চল পোৱা নাই।"

"বোলো এইঘৰ মানুহ নো এনেকৈ উছন হ'ল কিয়, তুমি ক'ব পাৰা নে? তুমি ইয়াৰ প্ৰাচীন বাসিন্দা, তুমি নিশ্চয় জানা।"

থেৰেজুৰ গাতে কপৌ ফুল এজোপা আছিল। আমাৰ কথা শুনি সিও মাত লগালে — "ময়ো এই কথাটো সদাই শোধো শোধো বুলি ভাবি আছো। আজি ভালেই হ'ল আমাৰ আম ককায়েই শুধিলে। মোমাই, কোৱাচোন কোঁৱা শুনো। সঁচা কথা ক'বলৈ গ'লে, এই ঘৰৰ পুৰণি ভেটিবোৰ দেখিলে মোৰ এনে বেয়া লাগে তাক কি কম! একো একো দিনা সঁচাকৈয়ে মনত কিবা দুখ লাগি মোৰ কান্দোন ওলায়। কিন্তু কিয় যে কান্দোন ওলায় ভালকৈ একোটো বুজিব নোৱাৰো।" এই কথাৰ ওৰ পৰিলত দেখা গ'ল, কপৌফুলজোপাৰ সৰু সৰু চকুবোৰ লোৰে ঢুলঢুলীয়া হৈছে। থেৰেজুৰে ক'লে -- "শুনিব খুজিছা যদি শুনা ; কিন্তু ক'বলৈ মোৰ বৰ বেজাৰ লাগে। সি আজি ভালেমান দিনৰ কথা। তেতিয়া মই ল'ৰা, পাঁচ কি ছবছৰীয়া। আম বোপাৰ জন্মই হোৱা নাই। এই ঘৰৰ গৰাকীজন বুঢ়া শকা থেকেৰাটো যেন আছিল। তেওঁৰ মুখখন পুণ্যৰ তেজত ফাটি-যাওঁ ফাটি-যওঁ যেন দেখিবলৈ আছিল। তেওঁক সকলোৰে দেউতা বুলি মাতিছিল, মইও মাতিছিলো। অৱশ্যে এইটো নক'লেও হ'ব যে মোৰ মাত তেওঁ নুশুনিছিল, নুবুজিছিল। আমাৰ জাতৰ প্ৰাণীৰ মাত মানুহ জাতৰ প্ৰাণীয়ে নুশুনে-নুবুজে। আৰু গোলমালৰ গুৰিও সেইখিনিতেহে। শুনাহেঁতেন, বুজাহেঁতেন এই পৃথিৱীত কত পাপ আৰু অধৰ্মৰ কাৰ্য কমি গ'লহেঁতেন' বাওক সেইবোৰ কথা। — দেউতাৰ পুণ্যৰ বলত ঘৰখনত ধন ধান্যোৰে ওপচ খাই আছিল। বাৰীত শাক-পাচলি, আম-কঠাল, লেটেকু-পনিয়লেৰে উভয়নদী। দেউতাৰ লখিমী হাতেৰে তেওঁ য'তে বিহকে কইছিল, যতে বিহকে গুজিছিল সিয়েই ঠন ধৰি বাঢ়ি

লহ্‌পহীয়া হৈছিল। মোকো দেউতায়েই তেওঁৰ ধৰম হাতেৰেই তেওঁৰ ঘৰখনৰ পিৰালিৰ কাষতে ৰুইছিল আৰু নথৈ যত্ন কৰি বঢ়াইছিল। দেউতাৰ তিনিজন পো। ঘৰৰ যৈণীজনা আগেয়েই ঢুকাইছিল ; মই দেখিবলৈ পোৱা নাছিলো। বৰ আৰু মাজুজন পুতেকলৈ আগেয়েই ছোৱালী বিয়া কৰোৱা হৈছিল ; অৱশ্যে তেতিয়া মোৰ জন্মই হোৱা নাছিল। সৰু ককাইদেউলৈ হে বিয়া কৰোৱাৰ কথা মই কব পাৰোঁ। এই খিনিতে কওঁ যে দেউতাই তিনিজন পুতেককে মইও বৰ ককাইদেউ, মাজু ককাইদেউ, সৰু-ককাইদেউ বুলিছিলো। কাৰ ঘৰৰ পৰা, এতিয়া মই পাহৰিছিলো, ৰূপহী ছোৱালী এজনী দেউতাই সৰু-ককাইদেউলৈ বিয়া কৰাই আনিলে। সেই বিয়াখন মোৰ আজিলৈকে মনত আছে। ঢোলে-ডগৰে, খোলে-তালে, দোলাই-হাতীয়ে যে কি এখন তমস্যাৰ বিয়া হৈছিল কি কম! সাদিনীয়াকৈ পানী তুলি বিয়াখন পাতিছিল। বোৱাৰীয়েকক ঘৰলৈ অনাৰ তিনি মাহৰ পিছত মাউৰত পৰি সৰু-ককাইদেউৰ মৃত্যু হ'ল। অকস্মাৎ ঘটা এই মহা বিপদ ঘৰখনত বজ্ৰ পৰাদি পৰিল। আহা দেউতাৰ কি শোক! কি বেজাৰ! কান্দোন-চিঞৰে ঘৰখনত কোঢ়াল ; কিন্তু দেউতাৰ চকু শুকান। একোটা হুমুনিয়াহ আৰু একাষাৰ আদ আষাৰ ঈশ্বৰৰ নামৰ বাহিৰে তেওঁৰ মুখত আন কথা নাই। তেওঁৰ ধীৰ, অলৰ-অচৰ মূৰ্ত্তি যেন। আগতকৈ আৰু ধীৰ অলৰ-অচল হ'ল। কিন্তু তেওঁৰ ফালে ভালকৈ নিৰীক্ষণ কৰি মই ফট্‌ফটীয়াকৈ দেখিবলৈ পালো যে মুখখনত তেওঁৰ যিমানেই প্ৰশান্ত ভাব, বুকুৰ ভিতৰত সাতকুৰা অগণি। এদিন কিন্তু তেওঁ মোৰ ওচৰত ধৰা পৰিল দেই। সেইদিনা পুৱা মোৰ ঠিক মনত আছে, সৰু বিহুৰ দিনা সৰু বোৱাৰীয়েকৰ হিয়া ভাগিযোৱা কান্দোন শুনি তেওঁ ঘৰৰ ভিতৰৰপৰা ওলাই আহি মোৰ তলতে থিয় হ'লহি। ওচৰত আন কোনো নাছিল। দেখিলো দেউতাই উচুপি কান্দিছে ; কিন্তু কোনোবাই দেখে বুলি ততালিকে তেওঁ চকুৰ পানী মচি থিৰ হৈ শাকনি বাৰীত শাক চাবলৈ সোমোৱাদি সোমাল। মানুহে আমাক কাঠ কঠুৱা বোলে ; কিন্তু আমাৰ কাঠ শৰীৰৰ ভিতৰত যে কি কোমল প্ৰাণ আছে মানুহে নাজানে। দেউতাৰ এই শোক দেখি সেই নিৰ্দোষী আজলী ছোৱালী সৰুবোৰ মৰ্মভেদী কান্দোন শুনি, সচ্চো কৈছো, তেতিয়াই মোৰ আপোনঘাতী হৈ মৰি যাবৰ মন গৈছিল ; কিন্তু নোৱাৰিলো। বিধতাই আমাক সেই ক্ষমতা নিদিলে। এই শোকৰ পিছত দেউতা আৰু সৰহ দিন জীয়াই নাথাকিল। বুকুৰ ভিতৰত জ্বলি থকা অগণিয়ে তেওঁক ছমাহৰ ভিতৰতে দহি শেষ কৰিলে। সৰু বৌ এই ঘৰতে থাকিল ; কাৰণ, তেওঁৰ বাপেক-মাক নাছিল ; মাথোন বেলেগতীয়া ককায়েক এটা আছিল যি কোনো জন্মত ভনীয়েকৰ ভুকে নলয়।

"প্ৰথম প্ৰবল শোকৰ ধল শুকাই গ'লত শোকৰ যন্ত্ৰণা সৰুবৌৰ হৃদয়ত তুঁহজুই জ্বলাদি জ্বলিবলৈ ধৰিলে। তেওঁৰ পোহৰ মুখৰ জেউতি মলিয়ন হ'ল, হাঁহিমুখ বিষাদে আৱৰি ধৰিলে, চকুত বেজাৰৰ কলা বেখা পৰিল।

"কিন্তু ভাইটি, এই পৃথিৱীত একো চিৰস্থায়ী নহয়। শোকতো সেই কথা খাটে দেখিছো। এবছৰমানৰ মূৰত সৰুবৌৰ শোকৰও ভালেমান সলনি ঘটিল। আৰুকালিৰ শেহত আমাৰ ন কুঁহিপাত মেলাৰ দৰে তেওঁৰ মনতো দুটা-চাইটা আনন্দৰ কুঁহিপাতে দেখা দিয়া দেখিলো। যেন তেওঁৰ মুখত থকা বেজাৰৰ আঁকবোৰ বঙৰ আঙুলিয়ে বৰ পুৰুষাৰ্থ কৰি মচি দিবলৈ

চেষ্টা কৰি আছে। ঈশ্বৰৰ এই আশ্চৰ্য সৃষ্টিত দেখিছো সকলোৰে লৰচৰ হয়। মই কিন্তু এইবাৰে সৰুবৌৰ গাত দোষ নিদিওঁ দেই ; কাৰণ, গছৰ কুঁহিপাত আৰু ৰূপহ ফুল অকল গছৰ চেষ্টাতে নেমেলে নুফুলে বুলি মোৰ বিশ্বাস, বসন্তৰো তাত সৰহখিনি হাত আছে। বসন্তৰ সুশীতল ফুলেহে ফুৰাই গছৰ কুঁহিপাত আৰু ৰূপহ ফুল ফুলাই দিয়ে বুলি মই ভাবো। এই ধৰ্মিষ্ঠা সতী শান্তিৰ মনত সাংসাৰিক সুখৰ অবৈধ স্পৃহা ওচৰচুবুৰীয়া দামোদৰ বৰপূজাৰীৰ ডেকা পুতেক ভোগদত্তইহে যে জগালে এইটো ভালকৈয়ে দেখিবলৈ পোৱা গ'ল। ভোগদত্তক আমাৰ দেউতাই নিজৰ পুতেকৰ নিচিনাকৈ মৰম-চেনেহ কৰিছিল। সি দিনে-ৰাতিয়ে আমাৰ ঘৰলৈ আহি থকা ঘৰুৱা মানুহতকৈও সাতছাৰ আছিল। কিন্তু শেহত যে সি আমাৰ ঘৰ মানুহৰ ধাৰ এনেকৈ শুজিব, কোনে জানিছিল? যাওক সেইবোৰ কলঙ্কৰ কথা বখানি আজি আৰু মোৰ মুখ ছুৱা কৰিবৰ মন নাই। সেইবোৰ কথা এতিয়া মনত পৰিলেও প্ৰাণ ফাটি যায়, আমঠু কলা পৰে। মুঠতে কওঁ যে পুহ মহীয়া পুৱা দুবৰিপাতৰ আগৰ আগত থকা নিৰ্মল মুকুতা মণিটি যেন সৰুবৌৰ পাপীষ্ঠ বিশ্বাসঘাতক ভোগদত্তই এদিন পাপৰ পাটনাদত পেলাই দি তেওঁৰ সৰ্বনাশ কৰিলে।

"মানুহৰ সংসাৰ কি কঠোৰ। মানুহৰ অন্তৰ কি নিষ্ঠুৰ। মানুহৰ বিচাৰ কি দুৰ্যোৰ। তাত দয়া নাই, চেনেহ নাই, বিবেচনা নাই, ধৰম নাই! ইহঁত হেনো আকৌ পশুতকৈও শ্ৰেষ্ঠ, আমাতকৈও ওখ শৰীৰ! ইহঁতে ঈশ্বৰৰ ওপৰত ন্যায়-বিচাৰ বিচাৰে, নিজৰ সকলো দোষৰ ক্ষমা মাগে, কিন্তু ইটোৱে-সিটোক বিচাৰৰ নামত অবিচাৰ-অত্যাচাৰ কৰে, ক্ষমা কৰিব নোৱাৰে। দুৰ্বল সৰুবৌৰ পাপৰ ফল প্ৰকাশ হ'লত তেওঁক ঘৰৰপৰা উলিয়াই খেদি দিয়া হ'ল। লাজ-অপমান দুখৰ টোপোলা বান্ধি তেওঁ এইখন ঘৰৰপৰা কেলেহুৱা কুকুৰৰ দৰে পলাই গ'ল। কিন্তু ক'লৈ যাব? তেওঁৰ কোন আছে? মানুহৰ সমাজ তেওঁৰ নহয়। এই পৃথিৱীৰ সুখ-সম্পদ তেওঁৰ নহয়। সকলোৱে হাজাৰখন হাতেৰে তেওঁক দূৰলৈ খেদাই দিছে, হাজাৰখন মুখেৰে ছেই ছেই কৰিছে। মাতিছে মাথোন এন্ধাৰে হাত বাউলি দি। যাওঁতে যাওঁতে বেহেৰীয়ে সৌ যে বিণিকি বিণিকি দেখা গৈছে সেই পুখুৰীটো দেখিলে — এন্ধাৰে মতাদি পুখুৰীটোৱেও তেওঁক হাত বাউলি দি মাতিছে। পুখুৰীটোৱে দুখুনীৰ কলঙ্ক ঢাকি দুখুনীক আশ্ৰয় দিব খুজিছে। নিঃসহায়ক এনে সহায় দান, বন্ধুহীনক এনে আন্তৰিক আহ্বান কোনে অস্বীকাৰ কৰিব পাৰে? নিমিষতে সৰুবৌৱে জাঁপ মাৰি পুখুৰীৰ বুকুত আশ্ৰয় ল'লে আৰু সেই পাৰ্থিব কলঙ্কিত জীৱনৰ ওৰ পেলালে, আৰু তেওঁৰ সৰ্বনাশৰ মূল ভোগদত্তই" —

ওচৰতে থকা অশোকজুপিয়ে এই আখ্যানটো শুৰিবেপৰা একান্তমনে শুনি আছিল। যদিও অশোকে তেওঁলোকৰ কথা-বাৰ্তাত তেতিয়ালৈকে যোগ দিয়া নাছিল তথাপি এইবাৰ উত্তেজিত হৈ মাত লগালে — "পাৰও নিশ্চয় ডিঙিত চিপজৰী লগাই মৰিল।" এনেতে খেৰেজুৰ তলৰ শুকান পাতত টপ্ টপ্ কৰে কিবা পৰা যেন শুনি চাই দেখিলো খেৰেজু গছৰ গাত ওলমি থকা কপৌ ফুলজোপাৰপৰা টোপা টোপাকৈ পানী পৰিছে। বুজিলো ব্যাপাৰটো কি। খেৰেজুৱে মাত লগালে — *"তেনে হোৱাহেঁতেন তো ঠিকেই হ'লহেঁতেন কিন্তু দুখৰ বিষয় নহ'ল। শুনিবা* নে তাৰ কি হ'ল? সি নিৰ্দোষী প্ৰমাণিত হ'ল। তাৰ গাৰ নোম এডালতো কোনেও হাত দিব

নোৱাৰিলে। যাওক সেইবোৰ অনেক কথা। ইয়াৰ পিছত ভোগদণ্ডই ভাল কুলীয়া ভাল মানুহৰ ঘৰৰ ছোৱালী এজনী বিয়া কৰাই সমাজত এজন লেখৰ মানুহ হৈ খাই-বৈ ফুৰিবলৈ ধৰিলে। সঁচাকৈয়ে কৈছোঁ, সেই দিন ধৰি মানুহ জাতিটো মোৰ চকুৰ কুটা দাঁতৰ শাল হ'ল। মানুহৰ মাতে মোৰ কাণত কোট্‌কোৰা কাঁইটে বিন্ধাদি বিন্ধে। হে ঈশ্বৰ! মোক যেন মোৰ জীৱনৰ বাকীকেইটা দিন মানুহৰপৰা আঁতৰাই ৰাখা।" এনেতে অশোকজুপিয়ে চকু টিপিয়াই থেৰেজুক মোৰ ফাললৈ দেখুৱাই দিলত থেৰেজুৱে আত্মসংযম কৰি আকৌ আৰম্ভ কৰিলে — "ইয়াৰ এবছৰৰ ভিতৰতে মাউৰে মানুহঘৰ মাৰি উছন্ন কৰিলে। বাকী ৰ'ল — ঘৰৰ সেই ভেটিটো, হুদুটো আৰু মোকে আদি কৰি এই এৰা বাৰীৰ গছ-গছনিবোৰ।" আমজোপাই সিফালৰপৰা মাত লগালে — "ঈশ্বৰ আছে।" অশোকে মূৰ দুপিয়াই ক'লে — "নিশ্চয়।"

এনেতে কোনোবাই মতা শুনিলো — "দেউতা, আপুনি কেছাৰীলৈ নগৈ আইৰ ওপৰত খং কৰি এৰাবাৰীৰ গছৰ তলত মনে মনে শুই আছেহি। আপুনি খংকৈ গুচি অহা দেখি আয়ে মোক আপোনাক মাতি-বুলি লৈ যাবলৈ পঠিয়াই দিলে। আহক, আহক, ঘৰলৈ আহক আৰু খং কৰিব নালাগে।"

চকু মেলি চাওঁ দেখোন মোৰ বৰটো ল'ৰা। ■

# ঘণ্টাকৰ্ণ শৰ্মা

## প্ৰথম আধ্যা

একুৰি পাঁচ বছৰ আগেয়ে ৰংখং চাহ বাগিচাৰ ‘ঘিচ্ মিচ্’ হোৱা ৰবমহৰী শ্ৰীযুত ঘণ্টাকৰ্ণ শৰ্মা যে কলিকতালৈ আহিছিল এই কথা অনেকে নাজানে। যি জানিছিল সেইসকলৰ ভিতৰত অনেক কালক্ৰমত মৰি-হাজি ঢুকাই নাইকিয়া হ'ল ; আৰু যি এজন-আদজন আছে তাৰো লেখ ঢুকুৰাৰ নিচিনাই হ'লহি। ঘণ্টাকৰ্ণৰ কলিকতা পৰিভ্ৰমণ আৰু পৰিদৰ্শনৰ বিৱৰণ জানি, নমৰি থকাৰ শাৰীৰ এজন স্বয়ং এই উপাখ্যান লেখক। কোনে জানে কিজানি এই উপাখ্যানটো চুম্বককৈ লিপিবদ্ধ কৰিবৰ নিমিত্তে হে এইকেইটা দিন ঈশ্বৰে লেখকক জীয়াই ৰাখিছে। একেবাৰেই উপাখ্যানটোৰ মাজতে জপিয়াই পৰি কোৱা যাওক যে শ্ৰীযুত ঘণ্টাকৰ্ণ শৰ্মা ৰবমহৰী এছোৱা বাট জাহাজেৰে আৰু আনছোৱা বাট ৰেলেৰে কলিকতালৈ আহিছিল। তেওঁক অনা ৰেলগাড়ীখন যেতিয়াই কলিকতাৰ শিয়ালদহ ষ্টেচনত হুচ্‌হুচ্-ভচ্‌ভচ্ কৰে ওলালহি, ঠিক কাকতালী সংযোগৰ দৰে, অসমীয়া ছাত্ৰৰ "মেচ" নিবাসী শ্ৰীমান বিদ্যাধৰ শইকীয়াও সেই গাড়ীৰ দুৱাৰমুখত ততালিকে থিয় হ'লগৈ। অৱশ্যে এই সংযোগ বিজুলী ডাকৰ বাতৰিৰ ফল, দৈবিক বা আকস্মিক ঘটনাৰ নহয়। বিদ্যাধৰ ঘণ্টাকৰ্ণৰে সৈতে চিনাকি বিষয়ত ঘণ্টাকৰ্ণৰ পৈতৃক সম্পত্তি বুলিব পাৰি। বিদ্যাধৰৰ বাপেকক ঘণ্টাকৰ্ণই চিনে, সেই সূত্ৰতে বাপেকৰ পুতেক বিদ্যাধৰকো ঘণ্টাকৰ্ণই নিচিনি নাসাৰে। খোৱা কথা, বিদ্যাধৰে ঘণ্টাকৰ্ণ অহাৰ বাতৰি বাপেকৰ পৰা বিজুলী ডাকত আগেয়ে পাইছিল। সি যি নহওক, বিদ্যাধৰক ঘণ্টাকৰ্ণই ষ্টেচনত দেখিয়েই ৰং পাই মাত লগালে — "হঃ বোপা বিদ্যাধৰ! তুমি আহিছা?" বিদ্যাই উত্তৰ দিলে — "হয় আহিছো। আপোনাৰ লগত আৰু কোনোবা আহিছে নে? মাল-বস্তু কত?"

ঘণ্টাকৰ্ণ — "মোৰ লগত মোৰ লগুৱাটো আহিছে। সেই মধুৰা। তাক তুমি চিনাই হবলা? সি আমাৰ গাড়ীৰ নামনি ফালৰ তৃতীয় শ্ৰেণীতে থম্ থম্ কৰে নিশ্চয় বহি আছিছে। মই দ্বিতীয় শ্ৰেণীতে আহিলোহে বোপা ; তৃতীয় শ্ৰেণীত বহুত সৰু মানুহ আহে, সিহঁতৰ গাৰ ভেকেটা-ভেকেটা গোন্ধত তাত সোমাবই নোৱাৰি। আৰু তাত আহিলে মানো নাথাকে। তাক মাত লগোৱাচোন মধুৰা বুলি।"

বিদ্যাধৰে মধুৰাক বিচাৰি যাওঁতেই ঘণ্টাকৰ্ণই তেওঁৰ কোঠালিৰ পৰা নামি চিঞৰিবলৈ ধৰিলে — "মধুৰা ঔ! মধুৰা ঔ! কটা নামি আহ, কটা তোৰ বাপেৰৰ ঘৰৰ গাড়ীখন পাইছ নে কি যে তাৰ পৰা নামিবই নোখোজ?"

ঘণ্টাকৰ্ণৰ চিএৰ-বাখৰ মঘুৱাৰ কাণত পৰাৰ আগেয়েই ৰেলৰ পুলিচৰ কনিষ্টবলৰ কাণত পৰিল। কনিষ্টবলটোৱে ঘণ্টাকৰ্ণৰ ওচৰলৈ আহি কেৰ্‌কেৰীয়াকৈ মাত লগালে — "হেই অও বাবু, কাহে হাল্লা কৰতা? চুপ ৰহ।" কনিষ্টবলৰ কথাষাৰ শুনি ঘণ্টাকৰ্ণৰ মুখ ৰঙা পৰিল, খঙত গাটো ঠক্‌ঠক কৈ কঁপিবলৈ ধৰিলে। তেওঁ কনিষ্টবলটোৰ মুখৰ ফালে চাই ক'লে — "তহঁতৰ কলিকতাতে মানুহে নিজৰ লগুৱাকো মাতিব নাপায় নেকি অ'? আও তোৰ দেখোন বৰ গপ-গপ কথা একা। মোৰ তলত এহেজাৰ বঙালী কুলিয়ে কাম কৰে বুলি তোম জান্‌তা নাহি হোগা কি?"

এনেতে বিদ্যাধৰে মঘুৱাক লগত লৈ তাতে ওলাই কনিষ্টবলেৰে সৈতে ঘণ্টাকৰ্ণৰ লাগিব খোজা খকাখুন্দাখনৰ ওৰ পেলাই দিলেহি। ঘণ্টাকৰ্ণই বিদ্যাধৰক ক'লে — "বোপা, তোমাৰ কলিকতাৰ কনিষ্টবল এটাৰো ভীমটোকা গপ দেখিলে ভয় লাগে। আমাৰ বাগিচাৰ ওচৰত ইয়াক নাপালোঁ; পোৱাহেঁতেন মই কি পদাৰ্থ সি বুজিব পাৰিলেহেঁতেন। এতিয়া কি বোলে নে ৰণত পৰি কলীয়া হলো, তেল নাপাই ফপৰীয়া হলো।"

বিদ্যাধৰ। — "বলক, বলক, ইয়াত হাই কৰিব নাপায়।" এই বুলি বিদ্যাধৰে ঘণ্টাকৰ্ণক তেওঁৰ মাল-বস্তু কত আছে সুধিলত, ঘণ্টাকৰ্ণই বিদ্যাধৰক উত্তৰ দিলে — "মোৰ মাল-বস্তু কি ৰাখিছে! এইখন চোৰৰ মলুক বুজিছানে বোপা? কালি গোৱালগুণ্ড কিবা মুটীয়া বঙালে মোৰ মাল-বস্তুবোৰ গাড়ীত তুলি দিওঁ বুলি মূৰত তুলি লৈ কৰবালৈ গুচি গ'ল। তোমালোকে ইয়াত কেনেকৈ থাকা ক'ব নোৱাৰো।"

বিদ্যা। — "বস্তুবোৰ আৰু নাপালে নে?"

ঘণ্টা। — "নাপালো! গ'ল! যাওক দিয়া; বামুণৰ ব্ৰহ্মস্ব খাই বঙাল চোৰহঁতৰ পখৰা ওলাব বুজিছা নে, তুমি দেখি থাকিবা। মোৰনো কি হ'ব হে? ভাগ্যে মই এহেজাৰ টকাৰ নোটসোপা মোৰ চোলাৰ বুকুৰ জেপত আনিছিলো। বলা, বোপা চিন্তা নকৰিবা, যি বস্তু লাগে, ইয়াতে, এটাইবোৰ কিনি-কুটি লমইক।"

বিদ্যাধৰে এই কথা শুনি লগুৱাটোৰে সৈতে ঘণ্টাকৰ্ণ বৰ মহৰীক ঘোঁৰাৰ গাড়ী এখনত তুলি লৈ তেওঁলোকৰ "মেচৰ" বহা পোৱালেহি।

এইখিনিতে কোৱা আৱশ্যক যে ঘণ্টাকৰ্ণ বৰ মহৰীয়ে ৰংখং বাগিচাত তিনি কুৰি টকা দৰমহা পাই তিনি বছৰ কাম কৰিছিল। কিন্তু তেওঁৰ হাতটো বৰ খোৰ; সেইদেখি, খোৰলৈ পানী বাগৰি আহি তাত ডোঙা বন্ধাদি চাৰিউফালৰ টকা বাগৰি আহি তেওঁৰ হাতত গোটখাই পৰিলহি। তিনি বছৰতে এইদৰে তেওঁৰ হাতত তিনি হাজাৰ টকা গোট খালে। গতিকে ঘণ্টাকৰ্ণ বৰমহৰী উজনিত এজন বৰ চহকী মানুহ। সকলোৰে ঘণ্টাকৰ্ণৰ সৌভাগ্যক শলাগে। কিন্তু বাগিচাৰ বৰ চাহাবজন কিবা আওপকীয়া মানুহ। তেওঁ ঘণ্টাকৰ্ণৰ সৌভাগ্যৰ বাটত হঠাৎ কিবা দেখোন বিধি-পথালি হৈ পৰিল। ঘণ্টাকৰ্ণ ইমান সোনকালে চহকী হোৱা কথাটো তেওঁৰ মনঃপুত নহ'ল হবলা; সেইদেখি তেওঁ এদিন কিবা অলপ "কচুৰ" এটাতে ঘণ্টাকৰ্ণক ধৰি "ডিচ্‌মিচ" কৰি থ'লে, অৰ্থাৎ কামৰপৰা গুচাই দিলে। এতিয়া ঘণ্টাকৰ্ণই সেইবাবে, বাগিচাৰ বৰ চাহাবৰ ওপৰত আপিল কৰিবলৈ বুলি আৰু লগতে কলিকতাখন ফুৰি-চাকি চাই যাবলৈ বুলি আহিছে।

## দ্বিতীয় আখ্যা

অসমীয়া ছাত্ৰৰ "মেচত" দুদিন থাকি ঘণ্টাকৰ্ণৰ আৰু ভাল নলগা হ'ল। তাৰ কাৰণ কেইবাটাও। সেইবোৰৰ ভিতৰৰ মুখ্য মুখ্য গোটচেৰেক বাছি এইখিনিতে উল্লেখ কৰো ঃ প্ৰথমতে ঘণ্টাকৰ্ণই দেখিলে যে অসমীয়া ল'ৰাবোৰে কিতাপ একোটা আগত লৈ সদায় জোমা-ভাগতী হৈ বহি থাকে, ঘণ্টাকৰ্ণৰ সৈতে ভালকৈ মন খুলি কথাকে নাপাতে। কাৰ্যৰ ভাও দেখি তেওঁ ভাবিলে, "মই ভাল ঠাইত সোমালোহি আহি ; ঢোৰাকোৰাই কণী একোটা উমাই বহি থকাদি ইহঁতে কিতাপ একোটা লৈ উমাই বহি থাকিব লাগিলে মোৰ ফালে হৈছে আৰু, ইহঁত কেতিয়া উমনিৰপৰা উঠিব আৰু মই কেতিয়া ইহঁতৰে সৈতে দুখ-সুখৰ কথা একেষাৰ পাতিম !" দ্বিতীয়ত -- ঘণ্টাকৰ্ণই ভাবিলে যে তেওঁ ইমান ধনী মানুহটো যাৰ লগত এতিয়াও এহেজাৰৰ ওচৰা-উচৰি ধন আছে, তেওঁক এই ল'ৰাখনে ভালকৈ মান সংকাৰকে নকৰে দেখোন? ইহঁতনো কেনে মানুহ ঐ? যেনেই হওক, ইহঁত পঢ়ি-শুনি উঠি ঢোৰাকোৰাই হওক বা "ঢোৰা ওজাই" হওক, ইহঁতৰ লগত আৰু থকা নাযায়। তৃতীয়ত -- ঘণ্টাকৰ্ণই পুৱা-গধূলি চিলিমচেৰেক ভাং খায় ; সেই কামত তাত তেওঁৰ লগৰীয়া নাইকিয়া। লগৰীয়া নাথাকিলে ৰাগিলগা বস্তু খোৱাৰ আনন্দৰপৰা যে সমানে এফাল বঞ্চিত হ'ব লাগে সেই কথা ঘণ্টাকৰ্ণই সম্পূৰ্ণৰূপে হৃদয়ঙ্গম কৰিলে। চতুৰ্থ -- তেওঁ ৰাতি বেহেলা বজাই, দেৰগএগা গান সুৰ ধৰি গায় ; ল'ৰাইঁতে তাত আপত্তি কৰে। তেওঁ ভাবিলে, "মোক কি আপদে পালে একা ! কলিকতাত অসমীয়া ল'ৰাইঁতৰ বহাত, গধূলি দুখে-ভাগৰে আহি, ৰাগ-ৰাগিনী এবাৰো টানিব নোপোৱা হ'ল নেকি? এই অসমীয়া ল'ৰাখন কলিকতালৈ আহি এটাইখন দেখোন পুৰন্দৰ বজাৰ নাতি হ'লহি।" পঞ্চমত -- ঘণ্টাকৰ্ণই শনিবাৰে, বুধবাৰে থিয়েটাৰলৈ যাবলৈ ল'ৰাইঁতক লগ ধৰিলে সিহঁত যাব নোখোজে। থিয়েটৰ চাবৰ মন নোযোৱা এইখন শুকান জেওৰাখৰি ল'ৰাৰ লগত ঘণ্টাকৰ্ণ থাকে কেনেকৈ? ষষ্ঠত -- এটা বৰ আহুকালৰ কথা হ'ল যে, সিহঁতে ঘণ্টাকৰ্ণক "ভাল ভাল" চাবলগীয়া ঠাইবোৰ নেদেখুৱায়। "ভাল" কথাটোৰ মানে দেখোন সিহঁতে ঘণ্টাকৰ্ণই বুজা দৰে নুবুজে। ইত্যাদি মহা আহুকালত পৰি শ্ৰীযুত ঘণ্টাকৰ্ণ বৰমহৰীয়ে অসমীয়া ছাত্ৰৰ "মেচ" এৰি আন কৰবালৈ উঠি যাবলৈ উচ্‌পিচাবলৈ ধৰিলে। ঈশ্বৰে নিৰুপায়কো এটা উপায় উলিয়াই দিয়ে ; এই ক্ষেত্ৰতো সেয়ে হ'ল। শ্ৰীযুত ঘণ্টাকৰ্ণৰ উচ্‌পিচনিতো ঈশ্বৰে বজাই-ঘটাই নি শ্ৰীমান যজ্ঞৰাম শইকীয়াৰ কাণত পেলাই দিলেগৈ। যজ্ঞৰাম এজন অসমীয়া ছাত্ৰ, এফ্ এ পঢ়িবলৈ বুলি তেওঁ কলিকতাত আছেহি -- অৱশ্যে গৱৰ্ণমেণ্টৰ ২০ টকীয়া বৃত্তি ভুঞ্জি। মহাৰাণী ভিক্টোৰীয়াৰ "জুবুলি"ৰ বছৰত এওঁ তৃতীয় বিভাগত "এণ্ট্ৰেঞ্চ" পাছ কৰি কলিকতালৈ আগবাঢ়ি আহে। আমাৰ ঘণ্টাকৰ্ণই সম্প্ৰতি আহি থকা অসমীয়া ছাত্ৰৰ "মেচ"তে এৱোঁ থাকে। যজ্ঞৰামৰ ঘৰ উজনিত ; বাপেকৰ নাম জানো যদিও, বিশেষ কাৰণৰ কণৱতী হৈ তাক গুপুতকৈ ৰখা গ'ল। ঘণ্টাকৰ্ণৰ উচ্‌পিচনিৰ নিকুট মাত যজ্ঞৰামৰ কাণত পৰিলত তেওঁৰ হিয়াৰ সহানুভূতিৰ সোঁত ঘণ্টাকৰ্ণৰ ফালে ধাব নিছিগাকৈ বৰলৈ ধৰিলে। ৰতনে ৰতনক চিনাৰ দৰে যজ্ঞৰামে দুইবো সাৱটা-সাৱটি আৰু আকোৱলা-আকুলি প্ৰণয় হ'ল।

যজ্ঞৰামৰ বিষয়ে উল্লেখ কৰিবলৈ গ'লে কোৱা উচিত যে কলিকতাৰ কলেজে যজ্ঞৰাম শইকীয়াক সমূলি নুসুজিছিল। কলেজৰ পঢ়া-শুনাৰে সৈতে যজ্ঞৰামৰ কোনোমতেই ৰাহি নাহিছিল। অসম গবৰ্ণমেণ্টে তেওঁক বিশ্বাস কৰি ২০ টকা বৃত্তি দি কলিকতাত পঢ়িবলৈ পঠিয়াইছিল হয়, কিন্তু কলেজৰ পঢ়াৰে সৈতে তেওঁৰ ৰাহি-জোৰা নাহিলে নো তেওঁ কি কৰিব আৰু কত নো মূৰটো খুন্দিয়াই ভাঙিব হে? যি হওক, তেওঁ গবৰ্ণমেণ্টৰ ঘৰৰ অবিশ্বাসৰ কাম কৰিব নোৱাৰিলে। নোৱাৰেও। সেইদেখি তেওঁ দেখা-শুনাকৈ কলেজৰ সৈতে 'ডাইভৰ্চ' প্ৰাৰ্থনা নকৰি, "জুডিচিয়েল চেপেৰেচনৰ" নিচিনা এটা লোক-হাঁহিয়াত নোহোৱা বিচ্ছেদ স্বীকাৰ কৰি ল'লে; আৰু চৰকাৰে বৃত্তিৰ টকাটো, তেওঁৰ সৈতে ৰাহি-জোৰা অহা আন কাৰ্যত ব্যয় কৰিবলৈ কৃতসঙ্কল্প হৈ তাকে কৰিবলৈ ধৰিলে। যদিও কলেজত পঢ়া খৰচতকৈ এই গুৰুতৰ কাৰ্যৰ ব্যয়ভাৰ বেছি; আৰু ২০ টকা ৰূপক ৩ বে পুৰি ল'লেও নাটনি হয়, তথাপি যজ্ঞৰাম পিছু ভৰ হোৱা মানুহ নহয়; তেওঁ ঘৰৰ পৰা নানা উপায়েৰে ধন আনি জোৰা-ফোন্দা মাৰি সেই কাৰ্য সম্পাদন কৰিবলৈ ধৰিলে। কিন্তু গোলাপত কাঁইট থকাটো যেনে আহুকালৰ কথা, মাক-বাপেকৰ টকাৰ মোনাত তলি থকাটোও তেনে আহুকালৰ কথাই; সেইদেখি এনে আহুকাল নুগুচে আৰু সেইদেখি সি উদং হ'বই হ'ব; আৰু অচিৰতে হ'লও। যজ্ঞৰামৰ এনে ভোকৰ অবস্থা। এনে সময়তে কৃপালু ঈশ্বৰে এহেজাৰ টকাৰে ঘণ্টাকৰ্ণ বৰমহৰীক জানিবা টোপোলা বান্ধি তেওঁৰ আগত টুপুৰ কৰে পেলাই দিলে। ভগৱন্তই নিৰুপায়ৰ যে এটা উপায় কৰে ইও প্ৰমাণ এক। কোৱা বাহুল্য যে সেইদিনা আৰু তাৰ আগৰ দিনাও যজ্ঞৰামে "I am seriously ill, wire thirty" অৰ্থাৎ মোৰ সঙ্কটজনক নৰীয়া, ত্ৰিশ টকা বিজুলী ডাকত পঠিয়াই দিয়া আৰু "Jajnaram attacked with cholera wire twenty" অৰ্থাৎ যজ্ঞৰাম মাউৰত পৰিছে, কুৰি টকা বিজুলী ডাকত পঠিয়াই দিয়া, ইয়াকে লেখি টেলিগ্ৰাফ বাপেকলৈ কৰিও তাৰ কোনো ফল লাভ নকৰাকৈ আছিল আৰু লাভ কৰিবৰ আগন্তুকো নাছিল। কাৰণ যজ্ঞৰামৰ বাপেক-পুতেকৰ গুণ-গৰিমাৰ কথা ভালকৈ বুজ পাই পুতেকক ঘৰলৈ ওভোতাই নিবলৈ অনেক চেষ্টা কৰিছিল, কিন্তু তেওঁৰ সকলো চেষ্টা বিফল হ'ল, যজ্ঞৰামক কলিকতাই কামোৰ মাৰি ধৰি নেৰিলে। সেইবাবে, বাপেকে যজ্ঞৰামৰ বিজুলী ডাকৰ বাতৰিৰ ওপৰত আৰু পতিয়ন এৰি দিছিল।

যি হওক, এতিয়া সোণত সুৰগা মিলি যোৱাদি যজ্ঞৰাম ঘণ্টাকৰ্ণত মিলি গ'ল। কাৰণ অনেক; তাৰে ভিতৰত গোটাচেৰেক এই যে — যজ্ঞৰামেও গান-বাজনা ভাল পায়, ঘণ্টাকৰ্ণয়ো ভাল পায়। ঘণ্টাকৰ্ণই ভাং ভাল পায়, যজ্ঞৰামেও যে নাপায় এনে নহয়; বৰং সেই বস্তুৰ শাৰীৰ ডাঙৰ-সৰু সকলো বিধতে তেওঁৰ অচলাপ্ৰীতি। বামা জাতিৰ প্ৰতি যজ্ঞৰামৰ যেনে পক্ষপাতিতা ঘণ্টাকৰ্ণৰো তেনেকুৱাই। তাৰ উপৰিও ঘণ্টাকৰ্ণৰ ইচ্ছাৰ সাৰথি টকা লগত আছে, যজ্ঞৰাম সেই সাৰথি বিহীন। এনে স্থলত এই দুজনৰ হৃদ্যতা আৰু আত্মীয়তা অনিবাৰ্য।

যজ্ঞৰামে ঘণ্টাকৰ্ণ বৰমহৰীক অসমীয়া ছাত্ৰৰ "মেচৰ" পৰা আনি মিৰ্জাপুৰ ষ্ট্ৰীটৰ "হিন্দু হোটেল" এটাত থাকিবলৈ বন্দৱস্ত কৰি দিলে। হোটেললৈ আহি ঘণ্টাকৰ্ণই উশাহ পালে, কাৰণ তেওঁ তেওঁৰ Friend, philosopher and guide যজ্ঞৰামৰ সহায়ৰ যোল অনা

সুবিধা লাভ কৰিব পৰা হ'ল। ঘণ্টাকৰ্ণ বৰমহৰী হিন্দুহোটেল নিবাসীৰ বিস্তাৰিত বিৱৰণ দিবলৈ আমাৰ ধৈৰ্য নাই, ধৈৰ্য ধৰি কোনো মতে দিবলৈ গ'লে, এইটো নিশ্চয়, যে তাৰ দ্বাৰাই কাৰো এক ধনিষ্ঠামানো উপকাৰ নহয় ; বৰং অনেক চঞ্চল চিত্তৰ মানুহৰ মানসিক চাঞ্চল্য ঘটি অপকাৰ হোৱাৰ হে সম্ভাৱনা। চমুকৈ ইয়াকে মাথোন কওঁ যে, ঘণ্টাকৰ্ণ বৰমহৰী থকা হোটেলত এদিন বৰ হাই-উৰুমি শুনা গৈছিল। ভু লৈ জনা গ'ল যে ঘণ্টাকৰ্ণৰ হাতনি-পেৰাৰ পৰা ৫০০ টকা কোনোবাই চুৰ কৰিলে।

ইয়াৰ পিছত এদিন শুনা গ'ল যে ৰাতি ঘণ্টাকৰ্ণই হোটেলৰ ঘৰৰ চিৰিৰ পৰা বাগৰি পৰি তেওঁৰ সোঁ ভৰিৰ সৰু গাঁঠিটো মোচোকা খুৱালে আৰু কপাল আৰু কুমত ঘা লগালে।

ইয়াৰ পিছত শুনা গ'ল যে হোটেলৰ বঙালী মেনেজাৰটোৰে সৈতে এদিন ঘণ্টাকৰ্ণৰ কিলৰ আদান-প্ৰদান চলা বাবে মেনেজাৰে ঘণ্টাকৰ্ণক হোটেলৰ পৰা ওলাই যাবলৈ "নটিচ" দিলে।

ইয়াৰ আগেয়ে এদিন শুনা গৈছিল, ঠিকাগাড়ীৰ গাৰোৱান এটাৰে সৈতে ঘণ্টাকৰ্ণই কলিকতাৰ বাটত মাল-যুঁজ কৰিলে আৰু পুলিচকোৰ্টত দুয়ো পাঁচ টকাকৈ জৰিমনা ভৰিলে।

তাৰ আৰু আগেয়ে শুনা গৈছিল যে এদিন যজ্ঞৰামে ঘণ্টাকৰ্ণক টকাৰ নিমিত্তে এঠাইত "বন্ধক" দি আহিছিল, আৰু অনেক পৰৰ মূৰতো যেতিয়া যজ্ঞৰামে টকা দি ঘণ্টাকৰ্ণক মোকোলাই নিবলৈ নাহিল, তেতিয়া ঘণ্টাকৰ্ণক সেই বন্ধক লওঁতাই জৰীৰে তাতে ৮ ঘণ্টা বান্ধি থৈ দিছিল।

মুঠতে ঘণ্টাকৰ্ণক শৰ্মা বৰমহৰীৰ কলিকতা ভ্ৰমণ আৰু পৰিদৰ্শন সুখৰ নহয়। শেহত ঘণ্টাকৰ্ণই এদিন পুৱা দেখিলে যে তেওঁ অসমৰ পৰা লৈ অহা এহেজাৰ টকাৰ ভিতৰৰ এতিয়া তেওঁৰ "মণিবেগত" এটা আধাপইচা বাকী আছে মাথোন। সেই আধাপইচাটোও কেৱল আগনিশাৰ তেওঁৰ "ইকনমি" অৰ্থাৎ টানি-ধৰি চন্তালি খৰচ কৰা ইচ্ছা আৰু কাৰ্যৰ ফল। সেই "ইকনমিৰ" ইতিহাসটো এই — বহুবজাৰ ষ্ট্ৰীটৰ মূৰত বিৰি চেলেউ বেচা দোকানী এটাৰ দোকানত পইচা এটা ভঙাই আধাপইচা এটাৰ বিৰি-চেলেউ কিনি বাকীখিনি বেগত ভৰাই থৈ দিছিল, এই সূত্ৰতে সি ৰক্ষা পৰিল।

ইয়াৰ পিছত অসমীয়া ছাত্ৰসকলে পইচা তুলি ঘণ্টাকৰ্ণৰ আৰু তেওঁৰ চাকৰটোৰ টিকট কিনি দি তেওঁলোকক গাড়ীত তুলি অসমলৈ পঠিয়াই দিলে। ক'বলৈ পাহৰিছো যে ঘণ্টাকৰ্ণই যাবৰ দিনা পুৱা গঙ্গাস্নান কৰিছিল আৰু তেওঁৰ "মণিবেগত" থকা সেই আধাপইচাটোও গঙ্গাৰ ঘাটত, তেওঁক স্নান কৰোৱা বামুণক দক্ষিণা দিছিল। শিয়ালদহ ষ্টেচনৰ গাড়ীত উঠোতে ঘণ্টাকৰ্ণ বৰমহৰীয়ে আমাক এবাৰ তেওঁৰ শেষ বাইক কৈ গৈছিল। সেইবাৰ আমি এতিয়াও পাহৰা নাই। — যথা — "শুনিছানে বোপা, কলিকতাখন বৰ ঠগৰ মলুক।"

এই উপাখ্যানটো শেষ কৰাৰ আগেয়ে ঘণ্টাকৰ্ণ বৰমহৰীৰ লগুৱা মধুৰাৰ বিষয়ে এষাৰ কথা কোৱা আৱশ্যক হৈ পৰিছে। কলিকতাত দিনচেৰেক থাকি মধুৰাৰ বৰ পৰিবৰ্তন ঘটিল। হোটেলত থাকোঁতে এদিন সি তাৰ গৰাকী বৰমহৰীৰ "মণিবেগৰ" পৰা ২০ টকা বাগ চুৰ কৰি, তাৰে এযোৰ জোতা, এযোৰ মোজা কিনিলে ; এখন চুৰিয়া, এটা কামিজ আৰু এখন চাদৰ

কিনি ল'লে ; আৰু ঘণ্টাকৰ্ণই বজ্ৰৰামৰে সৈতে বাহিৰত ফুৰা সুযোগতে সি সেই জোতা, মোজা, চুৰিয়া, চেলেং পিন্ধি গা-ঘেলাই অনাই-বনাই ফুৰিবলৈ ধৰিলে। হোটেলৰ বঙালী চাকৰ এটাৰে সৈতে মঘুৱাৰ বৰ বন্ধুত্ব হ'ল আৰু তাৰ সহায়তে তাৰ চকু গজিল, আৰু বহুদৰ্শিতা লাভ হ'ল। শেহত ইয়াৰ ফলত কলিকতাৰ ৰূপ-গুণত সি ইমান মোহ গৈছিল যে সি ঘণ্টাকৰ্ণৰ সৈতে অসমলৈ উভতি নাযাবলৈকে থিৰাং কৰি কলিকতাতে এঠাইত "নিকা" কৰি গৃহস্থী হৈ থাকিবৰ বন্দবস্ত পাতিছিল। মূৰামূৰি সময়ত অসমীয়া ছাত্ৰসকলৰ জনদিয়েকে অতি কষ্টেৰে হে তাক কলিকতাৰ কামোৰ এৰুৱাই ঘণ্টাকৰ্ণৰ লগত পঠিয়াব পাৰিলে। এইখিনিতে কোৱা উচিত যে এই কেইদিনতে মঘুৱাৰ অসমীয়া ভাষাৰ মাটিডৰাৰ আয়তন জোখত অনেক কম হৈ পৰিছিল ; কাৰণ বঙলা ভাষাই তাৰ সীমা ঠেলি নি সৰহভাগ নিজৰ ঢাপৰ ভিতৰুৱা কৰি পেলাইছিল। মঘুৱাক উদ্ধাৰ কৰি আনিবলৈ যোৱা অসমীয়া ছাত্ৰকেইজনক সি বঙলা মিহলি অদ্ভুত অসমীয়া ভাষাত উত্তৰ দিয়াটো যুক্তিসঙ্গত বুলি ভাবিছিল। অৱশ্যে ইচ্ছাপূৰ্বক যে এনে বুলিব নোৱাৰি। শেহত যেতিয়া তাক একৰকম বলেৰে ৰেল গাড়ীত তুলি দিয়া হ'ল, তেতিয়া সি এই উপাখ্যানলেখকক "সেৱা" কৰিবলৈ পাহৰি "প্ৰণাম" কৰি কৈছিল — "মই আবাৰ ফিৰি আসিব দেউতা মোৰ বাড়ীত আৰু মন বহিবে না।" দুখৰ বিষয় আজিলৈকে মঘুৱা কলিকতালৈ উভতি অহা নাই। ■

# ধৰ্ম্মধ্বজ ফয়চলা-নবিচ

"অজাতিৰ সন্তান! আহি মোৰ পুখুৰীটো ছুৱা কৰি গ'লিহি। কাইলৈ গোসাঁইৰ মুখত পানী এচলু দিয়াৰ মুৰ মাৰি থলিহি। মোৰ ল'ৰাই-ছোৱালীয়ে ঘৰে-ঘৰোৱাহ মানুহ আজি এটোপা পানীৰ আটকত গধূলিকৈ লঘোণে-ভোকে থাকিব লাগিব। এই অজাতিইতলৈ মাউৰ জহনীও নাইকিয়া হ'ল নে কি?"

ওপৰত তুলি দিয়া এই কেইষাৰ কথাই ক'ত, কেতিয়া আৰু কিয় জন্ম গ্ৰহণ কৰিছিল কোনোবাই ক'ব পাৰে নে? আনে পাৰক-নোৱাৰক এই আখ্যান লেখোঁতাই পাৰে।

১৮১৫ শকৰ চ'ত মহীয়া দুপৰীয়া গহপুৰৰ বামুণ গাঁৱত শ্ৰীযুত ধৰ্ম্মধ্বজ পেঞ্চনপ্ৰাপ্ত ফয়চলা নবিচৰ মুখৰপৰা এই কেইআষাৰ কথাই জন্মগ্ৰহণ কৰে। তাৰ কাৰণ — ওচৰচুবুৰীয়া জয়চন্দ্ৰ ভূএগৰ দহ বছৰীয়া পুতেক সোমেশ্বৰে সৈতে দুপৰীয়া ৰ'দত খেমালি কৰি থাকোঁতে পিয়াহ লাগি ফয়চলা নবিচৰ ঘৰৰ আগৰ পুখুৰীটোত নামি তাতে হাত-ভৰি ধুই পানী একাজলি খালে। জয়চন্দ্ৰৰ বংশত এটা ঘৰ ভাঙৰ চেকা অনেক কালৰ পৰা আছিল, যাক তেওঁলোকৰ তিনি পুৰুষেও ঘহি-পিহি কোনোমতে গুচাব পৰা নাছিল। সেই চেকাটো হৈছে এই — অসমত মানৰ দৌৰাত্ম্যৰ দিনত জয়চন্দ্ৰৰ বাপেক কৃষ্ণচন্দ্ৰক মানে ধৰি লৈ গৈছিল। তেওঁ মানৰ হাতৰ পৰা চিংফৌৰ হাতত পৰি, কোনোমতে পলাই সাৰি উভতি ঘৰ পালেহি। মানে তেওঁক ধৰি লৈ যাওঁতে বাটত কৃষ্ণচন্দ্ৰই অগত্যা মানৰ ভাত খাবলগীয়াত পৰিছিল ; এই বাবে কৃষ্ণচন্দ্ৰৰ হেনো জাত গ'ল।

কৃষ্ণচন্দ্ৰ ঘৰলৈ উভতি আহিল হয়, কিন্তু গাঁৱৰ মানুহে তেতিয়াৰে পৰা তেওঁক জাত যোৱা বুলি এঘৰীয়াকৈ থৈ দিলে। এনে অৱস্থাতে কৃষ্ণচন্দ্ৰ ভূঞাৰ পুৰুষ গ'ল আৰু পুতেক জয়চন্দ্ৰৰ পুৰুষো যাবলগীয়া হ'লহি তথাপি তেওঁলোকৰ গাৰ পৰা সেই চেকাটো নুগুচিল — তেওঁলোক হিন্দু সমাজৰ চকুত সদায় অজাতি হৈয়ে ৰ'ল। কৃষ্ণচন্দ্ৰই মৰিবৰ দিনলৈকে নৈষ্ঠিক হিন্দুৰ আচাৰ-ব্যৱহাৰ নীতি-নিয়ম ৰাখি হিন্দুতকৈও হিন্দু হৈ আছিল ; জয়চন্দ্ৰয়ো পিতৃপথৰ অনুগামী হৈ চুলি এডালৰ সমানে সেই আচৰণৰ পৰা আঁতৰা নাছিল ; কিন্তু হ'লে কি হ'ব? তেওঁৰ জাতি-কুটুম্ব ওচৰ চুবুৰীয়া, গওঁৰা-পিৰি কোনেও তেওঁৰ ঘৰ মানুহেৰে সৈতে সোঁ-বাটে আচাৰ-ব্যৱহাৰ নকৰে। অতকাল হিন্দু সমাজৰ পৰা পোৱা এই অপমান জয়চন্দ্ৰই বিনা বাক্যব্যয়ে সহি আহিব ধৰিছে ; কাৰণ অদৃষ্টত তেওঁৰ অটল বিশ্বাস আৰু পিতৃ-পিতামহৰ ধৰ্মত অচলা ভক্তি, কিন্তু আজি দুপৰীয়া যেতিয়া তেওঁৰ নাবালক পুতেক সোমচন্দ্ৰই ধৰ্ম্মধ্বজ ফয়চলা

নবিচৰ হাতত, ওপৰত কোৱা দৰে লাঞ্ছিত হৈ সেই কথা চকুলোৰে সৈতে বাপেকৰ আগত ক'লে, তেতিয়া জয়চন্দ্ৰৰ বেজাৰ আৰু অপমানত হিয়া ভাগি গ'ল। অতকাল তেওঁক বান্ধি থোৱা হিন্দু ধৰ্মৰ কট্‌কটীয়া জৰীডাল আজি হঠাৎ ভট্‌ৰ কৰে ছিগি গ'ল ; আৰু জয়চন্দ্ৰই ভাবিবলৈ ধৰিলে — সঁচাকৈয়ে আমাৰ ধৰ্ম আৰু সমাজৰ অন্তৰ এনে কঠোৰ নে? ধোবা, নাপিত, চমাৰ, কমাৰ সকলোৱে সেই পুখুৰীত গা ধোৱে, তাৰ পানী খায়, অথচ মোৰ নাবালক ল'ৰাটোৱে দুপৰীয়া ৰ'দৰ পিয়াহত তাৰ পানী এচলু খালতহে পুখুৰীটো ছুৱা হ'ল? ধোবা, নাপিত, চমাৰ, কমাৰ হিন্দু সমাজৰ চকুত সকলোবোৰ শুধ, কিন্তু আমাৰ ঘৰ মানুহ হিন্দু ধৰ্ম আৰু হিন্দু আচাৰ-ব্যৱহাৰৰ পৰা আজি ইমান দিন চুলি এভাগৰ সমানো লৰচৰ নোহোৱাকৈ থাকিও অশুধ অজাতি। এয়েই নে মই খামোচ মাৰি ধৰি থকা হিন্দু সমাজৰ, হিন্দু ধৰ্মৰ উদাৰতা? এয়েই নে ভো-ভো-পণ্ডিত হিন্দু ধৰ্ম্মধ্বজসকলৰ বিচাৰ?

ইত্যাদি প্ৰকাৰে জয়চন্দ্ৰ ভূঞাই এঘণ্টামান টলকা মাৰি ভাবি আছিল। তাৰ পিছত তেওঁ বাহিৰলৈ ফুৰিবলৈ ওলাই গ'ল।

পিছদিনা গাঁৱত খবৰ ওলাল যে মানে জাত মৰা ঘৰৰ জয়চন্দ্ৰ ভূঞাই সপৰিবাৰে মহম্মদীয় ধৰ্ম্ম গ্ৰহণ কৰি মুছলমান হ'ল ; আৰু তেওঁৰ নাম জহিৰুদ্দিন, পুতেকৰ নাম নুৰুদ্দিন আৰু ঘৈণীয়েক সাবিত্ৰীৰ নাম চেলিমা বিবী হ'ল।

যি ধৰ্ম্মত চহকী-দুখীয়া, ৰজা-প্ৰজা, শিক্ষিত-অশিক্ষিত সকলো সমান, যি ধৰ্ম্মত বৰ-সৰু, ৰজা-প্ৰজা, হজুৰা বাদচাহ সকলো একে আৰু সকলোৱে একে ঠাইতে একেদৰে উপাসনা কৰি শান্তি লভে, যি ধৰ্ম্মত আৰু যি ধৰ্ম্মৰ শাস্ত্ৰত সকলো মুছলমানৰে সমান অধিকাৰ, যি ধৰ্ম্মক অৱলম্বন কৰি সকলো দেশৰ ওখ, সৰু সকলো শাৰীৰ সকলো সমাজৰ মুছলমানে একেলগে একে ঠাইতে, আনকি একে পাততে খোৱা-লোৱা কৰে, যি ধৰ্ম্মত সকলো মুছমানে (উপযুক্ত হ'লে) ধৰ্ম্মযাজকৰ কাম পৰ্যন্ত কৰিবৰ অধিকাৰ পায়, যি ধৰ্ম্মত সকলো মুছলমান ভাই ভাই আৰু সকলো মানুহ সমান, আজি জয়চন্দ্ৰই সেই ধৰ্ম্মৰ আশ্ৰয় পাই ক্ষন্তেকৰ ভিতৰতে মানুহৰ প্ৰাপ্য অধিকাৰ লাভ কৰিলে।

জয়চন্দ্ৰ মুছলমান হোৱা কথা শুনি তেওঁৰ গাঁৱৰ অনেক সহৃদয় মানুহে নিজৰ সমাজৰ কঠোৰ ব্যৱহাৰৰ ওপৰত ধিক্কাৰ দি হিন্দু সমাজে যে অন্ধ সংকীৰ্ণতাৰ আশ্ৰয় লৈ নিজৰ শৰীৰলৈ নিজে দুৰ্বলতা আনিব লাগিছে, এই কথা কৈ দুখ প্ৰকাশ কৰিবলৈ ধৰিলে। কিন্তু আমাৰ ফয়চলা নবিচে হ'লে এই বাতৰি শুনি জয়চন্দ্ৰৰ ওপৰত তেওঁ জয়লাভ কৰিলে এনে ভাব প্ৰকাশ কৰি ক'লে — "বেছ হ'ল! আমাৰ সনাতন হিন্দুধৰ্ম্মৰ গৌৰৱ অক্ষুণ্ণ হৈ ৰ'ল।"

কোৱা বাহুল্য যে, ধৰ্মধ্বজ ফয়চলা নবিচৰ দলত পোন্ধৰ জনা তিনি পইচা মানুহ আছিল, গতিকে তেওঁ ডিণ্ডি মেলি ডাঙৰকৈ এই কথাষাৰ কোৱাত কোনো বিঘিনি নঘটিছিল। ■

চতুৰ্থ অধ্যায়

# বেজবৰুৱাৰ চুটিগল্পৰ

## অ-সংকলিত পৰিচ্ছেদ

## 'বাঁহী' আৰু আন ঠাইত সিঁচৰতি হৈ থকা গল্প

প্ৰথম প্ৰকাশ ঃ ১৯১৮-১৯৪৮ চন

# কেহোঁকলি

গল্পটোৰ পাতনিতে কোৱা যাওক, যে এনেকুৱা নাম আজিকালি চহৰত পাবলৈ নাই। এই জাতৰ নামৰ ঠাইত সুৰেন্দ্ৰ, নৰেন্দ্ৰ, শৈলেন্দ্ৰ, অৰবিন্দই জুৰি বহিল। অচিৰতে এই চামে গাঁৱতো সোমাই মণিৰাম, ধনীৰাম, ভোবোৰা, ভোকন্দিকো যে নেদেখিব এনে কথা বুকু ফিন্দাই ক'ব নোৱাৰি। আগৰ দিনত গাঁৱৰ কথাহে নকওঁ, চহৰতো ভাল মানুহৰ গাত জপৰা, ফপৰা, বুদবৰীয়া, পকাজলকীয়া নাম লাগি-পকি ওলমি গছবগুৰা কৰি থৈছিল। সেইদেখি আজি আমাৰ উপাখ্যানৰ কেহোঁকলি নিজে অকল কেহোঁ আৰু কলিৰেই জোৰা-লগা ফটা বাঁহ নাছিল ; তেওঁৰ কেহোঁকলি নামৰ মূৰৰ ওপৰত সদাগৰ বোলা জাপিটোও উঠিছিল।

কেহোঁকলি সদাগৰৰ ঘৰ উজনি অসমৰ গড়গাঁৱত আছিল। তেওঁ যদিও সদাগৰ নাম পাইছিল, তথাপি ৰজাৰূপ, চিকাৰূপ নাইবা আজিকালি ৰবকৈ টক্‌টকোৱা টকায়ো যে তেওঁৰ হাতত চৌ-চৌৱাইছিল এনে নহয়, তেওঁৰ ধন আছিল -- হাঁহ, পাৰ, ছাগলী, গৰু আৰু ম'হ। তেনে ধনেৰেই তেওঁ ধনী সদাগৰ। হাজাৰ হাজাৰ হাঁহ, পাৰ, শ শ ছাগলী আৰু তিনিকুৰি চাৰিকুৰি গৰু-ম'হৰ মালিক আছিল তেওঁ। সেইবোৰ পুঁহি-পালি বঢ়াই তাৰেই বণিজ কৰা তেওঁ বাণিজাৰ। বছৰি সাতখন নাৱত তেওঁ তেওঁৰ এই বণিজৰ বস্তুবোৰ ভৰা দি দিখৌৰেদি ভটিয়াই আহি ৰংপুৰ নগৰত সেইবোৰ বেচি, তাৰ সলনি সাতখন নাও ধানেৰে খুন্দ খুৱাই ভৰাই লৈ উজাই নিজৰ ঘৰলৈ গৈছিল।

তিনিকুৰিৰ ওপৰে কেহোঁকলিৰ বয়স। তথাপি তেওঁ বুঢ়া তামোল চোবায় আৰু বিত্‌চকু নোলোৱাকৈ ৰাতি ঠগি আগত লৈ দশম কীৰ্তন পঢ়ে। বয়সৰ দৈত্যক তেওঁ দূৰতে বিদূৰ কৰি ৰাখিছিল। তিনিকুৰি বছৰীয়া কেহোঁকলি সদাগৰৰ মূৰৰ চুলিতো পক ধৰা নাছিল। এই নিয়মৰ ব্যতিক্ৰম হিচাপত মাথোন তেওঁৰ চকুৰ ভুৰু দুডাল-চাইডালে বৰণ সলাইছিল।

কেহোঁকলি সদাগৰৰ ঘৈণীয়েকৰ নাম আছিল কুটকুৰী। সৰুতে তেওঁৰ মূৰৰ চুলিবোৰ কুটকুৰা আছিল কাৰণে তেওঁৰ এই নাম পাইছিল। ঘৰ-সংসাৰ চলোৱা আৰু হাঁহ, পাৰ, গৰু, ছাগলীৰ আপদাল কৰাত বুঢ়ী বৰ কাজী আছিল। মুঠতে কুটকুৰী কেহোঁকলিৰ সোঁহাত আছিল বুলি ক'লেও বেছি কোৱা নহয়।

কেহোঁ সদাগৰৰ একেজনী ছোৱালী। নাম বতাহী। লোদোৰ-পোদোৰ হাত ভৰি আৰু ধুনীয়া চকলা মুখখনেৰে বতাহী স্বাস্থ্যৰ জীয়া প্ৰতিমাখন। তাই বতাহৰ দৰে চঞ্চল আছিল দেখিয়েই মাক-বাপেকে বতাহী বুলিছিল। বাপেক-মাকৰ কামত বতাহী যেনেকৈ তীখামোখৰা তেনেকৈ হাঁহ, পাৰ, গৰু, ছাগলীৰ আপদাল কৰা কামতো তাই আগৰণুৱা। পাৰবোৰৰ ভিতৰত

বিশেষকৈ লোকাপাৰ বুলি এটা বতাহীৰ দেহলাও হৈ ফুৰিছিল। তাই য'তে থাওক, যিহকে কৰক, সেই পাৰটো তাইৰ কাষত আৰু তাই পাৰটোৰ কাষত। দুইৰো আঁতৰা-আঁতৰি নাই। পাৰটো তাইৰ মূৰৰ ওপৰত আৰু হাতৰ ওপৰত সততে বিৰাজমান। অজান জীৱ এটাই কেনেকৈ মানুহৰ মৰমৰ মৰ্ম বুজি এনেকুৱা মৰমিয়াল হৈ পৰিছিল, দেখিলে আঁচৰিত মানিব লাগে। পাৰটোৰ গড়-গতি দেখিলে কোনে ক'ব যে সি –

"জ্ঞান শূন্য আতি,
পশু-পক্ষী জাতি"ৰ শাৰীৰ।

বতাহীৰ প্ৰত্যেক ইঙ্গিত সি বুজিছিল আৰু ইঙ্গিত মতে আনন্দত ডিঙি ফুলাই চলিছিল।

ৰণাই কেহোঁকলিহঁতৰ ওচৰচুবুৰীয়া হৃষ্টপুষ্ট বলিষ্ঠ ডেকা। তাৰ বৰ মন যে বতাহীক সি বিয়া কৰে। ৰণাইৰ বয়স একুৰি পাঁচ বছৰ। বতাহীও সোতৰ বছৰীয়া। সকলোপিনে দুয়ো দুইৰো জোৰ হয়। কেহোঁকলি আৰু কুটকুৰীৰো ছোৱালীজনী তাকেই দিবৰ মন। কিন্তু বতাহীৰ মনৰ থাউনি পাবৰ উপায় নাই। ৰণাইৰে সৈতে বতাহীয়ে কথা পাতে, দন্দত কুৰুলি পিটে, হাঁহি-খিকিন্দালি মাৰে। কিন্তু কোনো কথাতে কেতিয়াও ৰণাইলৈ তাইৰ আন্তৰিক বিতৃষ্ণাৰ ভাব নেদেখি। তথাপি ৰণাইৰ পক্ষে বতাহীৰ মনটো জানিবা এটা বীজল ঔ-বীজ। এই বিষয়ত মাক-বাপেকো ৰণাইৰে শাৰীত। মুঠতে বতাহী ছোৱালীজ ী এটা সাঁথৰ। সেই সাঁথৰ ভাঙিবৰো কাৰো সাধ্য নাই। অথচ তাই সকলোৰে মৰমৰ পাত্ৰ। বতাহী মুকলি বতাহৰ বা। বতাহ সকলোৰে আদৰৰ ধন, প্ৰাণৰ বস্তু ; কিন্তু কাৰো হাতত বতাহ বন্দী নহয়। সি আত্মাৰাম, নিজানন্দতে সুখী। বতাহী তেনেকুৱা বতাহেই।

বছেৰেকত এবাৰ কেহোঁকলি সদাগৰ বেহা-বেপাৰ কৰিবলৈ ওলায়। এইবাৰো সদাগৰে সাতখন নাৱত তেওঁৰ বণিজৰ বস্তু হাঁহ, পাৰ, ছাগলী ভৰা দি বেহা কৰিবলৈ ওলাল। এইবাৰ তেওঁ "মোক ভাত এমুঠি ৰান্ধি দিবি বুলি" জীয়েকক লগত ল'লে। সদাগৰৰ বোজাই নাও কেইখনে দিখৌ বুকুখন মোচৰে মোচৰে আহিবলৈ ধৰিলে। তৃতীয় দিনৰ দিনা দুপৰীয়া ৰংপুৰ চহৰৰ সম্মুখ হ'লহি। দিখৌৰ বালিটুপতে সদাগৰে নাও বান্ধি বালি চিকুণোৱাই খোলা এখন চিকুণোৱাই আঁৰকাপোৰ তৰোৱাই টৌ-খুটি মাৰি ভাত ৰান্ধিবৰ দিহা কৰিলে। ৰান্ধনী বতাহী। ভাত নমাবৰ হৈছে, এনেতে কোনোবাই বতাহীক বাতৰি দিলে যে তাইৰ লোকাপাৰটো নাৱৰ কুন্ধিৰ পৰা ওলাই উৰি গৈ ওচৰৰে চতিয়না গছজোপাত পৰিছে। নমাবলৈ ধৰা ভাতচৰুটো তাতে এৰি বতাহী ওলাই আহিল। তাই গছজোপাৰ আগত থকা পাৰটো দেখি মাতিবলৈ ধৰিলে – "আহ! আহ! লোকাই আহ!" সেইদিনা পাৰটোৰ কি হৈছিল ক'ব নোৱাৰি সি বতাহীৰ মাতলৈ আওকাণ কৰি আকৌ উৰি গৈ অলপ দূৰত সৰিয়হৰ পথাৰ এখনৰ মাজত থকা পোলোঙা পলাশ গছ এজোপাৰ টিঙত পৰিলগৈ। পাত নথকা পলাশ জোপা ফুলেৰে ৰাঙলী হৈ আছিল। বতাহী লৰি গৈ পলাশৰ তল পালেগৈ। গছজোপাৰ টিঙত বহি থকা পাৰটোক তাই মাতেহে মাতে, সি নাহে। এনেতে হঠাৎ 'আই ঔ'! বুলি বতাহী সৰিয়হ তলিতে মূৰ্চ্ছ গৈ পৰিল। বতাহীৰ 'আই ঔ' শুনি বাপেক আৰু আন আন নাৱৰীয়াবোৰ লৰি গ'ল। তেওঁলোকে দেখিলে বতাহীৰ ফুলবোৰে তাইক আবৰি ধৰিছে আৰু লোকাপাৰটো তাইৰ বুকুত পৰি মুখতে মুখ দি আছে।

দাংদোলাকৈ বতাহীক নাৱৰ ওচৰলৈ অনা হ'ল। কিন্তু এতিয়া বতাহীৰ গাত আৰু প্ৰাণ নাই ; বাটতে সি বতাহৰ সৈতে মিলি গ'ল। গোটেইখন হুৱাদুৱা লাগি পৰিল। নাৱৰীয়া গোটাচেৰেকে বতাহী পৰা ঠাইডোখৰলৈ গৈ ভালকৈ চাই দেখিলে যে, তাৰে মাটিফেঁটী সাপ এটাই গাঁতৰ পৰা মূৰটো উলিয়াই আছে। সাপটো মাৰিলে বতাহীক জীয়াব পাৰিব বুলি ভাবি, সিহঁত গুচি আহিল। অনেক জৰা-ফুকা কৰা হ'ল , কিন্তু বতাহীৰ দেহলৈ আৰু প্ৰাণ নাহিল।

বতাহীৰ বাপেকৰ চকুৰ পৰা এটোপা পানীও ওলোৱা নাছিল। মাথোন ওলাইছিল মুখৰ পৰা এটা দীঘল হুমুনিয়াহ। তেওঁ ভাত-পানীবোৰ দলিয়াই পেলোৱাই বতাহীয়ে ভাতৰন্ধা ঠাইতে তাইক খৰি দিয়ালে।

পিচদিনা সদাগৰ কেহোঁকলিয়ে ওচৰৰ চাৰিওফালৰ মানুহক খবৰ দিয়াই মতাই আনি সাতখন নাৱৰ হাঁহ, পাৰ, ছাগলীবোৰ বিলাই দিলে। নাও সাতখনত বালি ভৰাই বালিটুপৰ ঘুলিটোত সাতোখন নাও বুৰাই দিলে। তাৰ পিছত মাথোন হাতত বতাহীৰ লোকাপাৰটো লৈ লগৰীয়া নাৱৰীয়াবোৰেৰে সৈতে খোজকাঢ়ি গড়গাঁৱলৈ উভতি গ'ল।

খবৰটো ঘৰত ওলালতে গাঁও গোটেইখনত হুৱাদুৱা লাগি পৰিল। কুটকুৰী বুঢ়ীৰ কান্দোনত গগণ ফাটিল। কেহোঁকলিয়ে ৰণাইক কাষলৈ মাতি আনি তাৰ হাতত লোকাপাৰটো দি ক'লে -- "এয়া, তোমাৰ বতাহীক লোৱা।" ৰণায়ে পাৰটো বুকুত বান্ধি লৈ গুচি গ'ল।

কুটকুৰী যেই বিচনাত পৰিল, তিনিদিনলৈকে কোনেও তেওঁক তাৰপৰা তুলিব নোৱাৰিলে। চতুৰ্থ দিনাৰ পুৱাতে দেখা গ'ল যে, চোতালৰ তুলসীজোপাৰ তলতে মূৰটো দি বুঢ়ী মৰি পৰি আছে। বতাহীয়ে এখন মুগাৰ ৰিহা বৈছিল। ৰিহাখনৰ আঁচলত তাই বতাহী বুলি নামটো আঁচুৰে তুলি লৈছিল। দেখা গ'ল, বুঢ়ীৰ গাত সেইখন ৰিহা।

জীয়েক আৰু ঘৈণীয়েকৰ শোকত কেহোঁকলি জলকা লাগিল। ইয়াৰ পিছত আৰু তেওঁ সৰহ দিন নিজীলে।

এই ঘটনাৰ এবছৰৰ পিছত, এদিন দুপৰীয়া শিৱসাগৰ দ'লৰ মুখত -- বৰগছ এজোপাৰ তলত এটা জপৰা-চুলিয়া আদ্‌বলিয়া মানুহ বহি থকা দেখা গৈছিল। তাৰ হাতত লোকাপাৰ এটা। পাৰটোক সি ঘনে ঘনে চুমা খাইছে, বুকুত লৈছে , আৰু মানুহে বেঢ়ি ধৰি তাক চাইছে। কোনোৱে কৈছে, সাধক বাবাজী, কোনোৱে কৈছে বলিয়া আৰু কোনোৱে কৈছে জুৱাচোৰ। সেইদৰেই সি গছৰ তলত দুদিন আছিল। তৃতীয় দিনৰ ৰাতি সি গছ তলতে শুই থাকোঁতে কোনোবা দুষ্ট মানুহে তাৰ পাৰটো চুৰি কৰি লৈ গ'ল। পুৱা তাৰ টোপনি ভাগিলত, সি পাৰটো নেদেখি আৰু ইফালে-সিফালে বিচাৰিও ক'তো নেপাই, এটা চিঞৰ মাৰি তাৰপৰা ক'ৰবালৈ গুচি গ'ল। কোনেও আৰু তাক দেখা নেপালে। দুদিনৰ মূৰত বালিটুপৰ ঘুলিত এটা মানুহৰ শশ উপঙি থকা খবৰ ওলালত পুলিচে শটো তুলি আনি দেখিলে যে সেইটো সেই বলিয়া ফকিৰটোৰ শ।

*[বাঁহী, ২১ শ বছৰ, ২য় সংখ্যা, ১৯৩৩ চন]* ■

# মুক্তি

সুকুমাৰ ডাঙৰ ল'ৰা। তাৰ খাব-পিন্ধিবৰ অভাব নাই। স্বভাৱতে সি বুদ্ধিমান, কিন্তু পঢ়া-শুনাত হ'লে তাৰ মন নাই। তাৰ চৌধ বছৰ বয়স হ'ল ; তথাপি সি ইংৰাজী স্কুলৰ চতুৰ্থ শ্ৰেণীতে। দেউতাকে "পঢ় পঢ়" কৰে ; সুকুমাৰে আগতে কিতাপ মেলি লৈ আকাশ-পাতাল ভাবে। ক'ত গছত পকা আম, দাঁহেচীয়া মধুৰি আম আছে, ক'ত ঘৰৰ পানী পাছৰ চুকত বৰলে বাহ সাজিছে, সেই বৰলৰ বাহ ভাঙি তাৰ টোপ লৈ ক'ৰ পুখুৰীত বৰশী বাই পুঠিমাছ ধৰা যাব ; ক'ত গছৰ বাহৰ পৰা চৰাই-পোৱালি আনি পুহিব লাগিব ; পোহনীয়া মেকুৰী, কুকুৰ, পহু-পোৱালিৰে কেনেকৈ ধেমালি কৰিব লাগিব ইত্যাদি কথাৰে সুকুমাৰৰ মূৰ ভৰপূৰ ; তাত স্কুলৰ পাঠ্য কিতাপৰ কথালৈ ঠাই তাকৰ। স্কুললৈ তপতে তপতে ভাত এগাল খাই সি যায় হয়। কিন্তু পঢ়াৰ মহলা দিব নোৱাৰি শিক্ষকৰ গালি খাই শাস্তি ভুগি ঘৰলৈ আহে আৰু মাকে আতৌপুতৌকৈ দিয়া ম'হৰ এঠা গাখীৰেৰে কোমল চাউলৰ জলপান এটা খাই, স্কুলৰ সকলো ডাবি-শাস্তি পাহৰি পেলাই লগৰীয়া ল'ৰাৰে সৈতে ধেমালিত পূৰ্ব্বৱতে মগন হয়। এদিন শিক্ষকে সুকুমাৰৰ পঢ়াত অমনোযোগিতাৰ বিষয়ে দেউতাকৰ আগত গোচৰ দিলত দেউতাকে ধৰি সুকুমাৰক চেকনিৰে নথে কোবালে। সি মাৰ খাই অভিমান কৰি পলাই কোনেও নেদেখাকৈ তেঁতেলী গছ এজোপাৰ ওপৰত উঠি তাৰ ফেৰেকা ডাল এটাত শুই থাকিল। ওৰে দিনটো ওৰে ৰাতিটো আৰু ঘৰলৈ নাহিল। মাকে বিচাৰি নাপাই "মোৰ ল'ৰাটো ক'লৈ গ'ল" বুলি কান্দিবলৈ ধৰিলে ; দেউতাকে মনত বৰ দুখ পাই অনুতাপ কৰি "হেৰ সুকু, আহ, ক'ত আছ ওলাই আহ ; আজিৰপৰা আৰু তোক মই নামাৰোঁ।" বুলি মাত মাতি ভাগৰি চিন্তাকুল হৈ বিছনাত শুই পৰিল।

পিছদিনা পুৱা ভোকে-পিয়াহে লাল-কাল লগা সুকুমাৰ মাকৰ ওচৰত উপস্থিত হ'লত; মাকে পুতেকক সাবট মাৰি ধৰি চকুলো টুকি আদৰেৰে সানমিহলি উৎসৰ্না কৰি, গা-পা ধুৱাই ভালকৈ খাবলৈ দিলে ; দেউতাকেও তাক দূৰৈৰপৰা মিঠা মাতেৰে সম্ভাষণ কৰি বুজনি দি শান্তি লভিলে।

সুকুমাৰৰ দেউতাক পুৰণি ধৰণৰ মানুহ। কোন বাটেৰে পুতেকক সাৱধানে বলাই আনিলে তাৰ পঢ়া-শুনাত মন বহিব, সেইটোৰ উৱাদিহ তেওঁ ভালকৈ নাজানিছিল। তেওঁ জানিছিল যে, পুতেকক স্কুলত মাচুল দি পঢ়িবলৈ পঠিওৱা হৈছে যেতিয়া, স্কুলৰ অধ্যাপকে পুতেকক অচিৰতে সৰ্ববিদ্যা-বিশাৰদ কৰি তুলি তেওঁক শোধাই দিব। তেওঁ নাজানিছিল যে, আজিকালিৰ

স্কুল আগৰ দিনৰ নিচিনা বিদ্যাৰ্থীক পবিত্ৰ বিদ্যা দান দিয়া পঢ়াশালি নহয়। সি চকী, মেজ, বেঞ্চ, ঘড়ী, চকীদাৰ আদিৰে বিভূষিত আৰু গুৰু-শিষ্যৰ আন্তৰিকতাশূন্য ক্ষন্তেকীয়া সমন্ধেৰে সমন্ধ লগা নিৰ্মম মহলা লোৱা কাৰখানাহে। তাত ছাত্ৰৰ মানসিক সুবৃত্তিবোৰ পৰিবৰ্দ্ধিত নহৈ জাঁতত চাউল পিহ খোৱাদি পিহ খোৱাৰহে বন্দৱস্ত। সেই দেখি যেতিয়া তেওঁ এদিন সুকুমাৰৰ পঢ়া-শুনাৰ অভাৱ আৰু অমনোযোগিতাৰ বিষয়ে শিক্ষকৰপৰা শুনিলে, তেতিয়া হতাশ হৈ সকলো দোষৰ ভাগী সুকুমাৰকে কৰি সেইদৰে নিষ্ঠুৰভাৱে তাক প্ৰহাৰ কৰিছিল। দিন-ৰাতিৰ দোমোজা কালডোখৰ সকলোৰে পক্ষে ভয়ানক। দিন-ৰাতিৰ সন্ধিক্ষণতে নৰসিংহৰ দ্বাৰায় হিৰণ্যকশিপুৰ বিনাশ ঘটিছিল। পুৰণি সভ্যতা বা অসভ্যতা আৰু নতুন সভ্যতা বা অসভ্যতাৰ মাজৰ দূৰদৃষ্টিৰ নিমিত্তেই এই ভদ্ৰলোকজনৰ এনে মানসিক বিপদ ঘটিছিল। সংক্ষেপতে এয়ে কথা।

তেওঁৰ দুটি পুতেক-- সুকুমাৰ আৰু সুকুমাৰৰ ককায়েক দেৱকুমাৰ। দেৱকুমাৰে কলিকতাতে পঢ়ি বি-এল পৰীক্ষাত উঠি ডিব্ৰুগড়ত ওকালতি কৰে। তেওঁ ভাল উকিল ; গতিকে তেওঁৰ আয় আৰু সম্মানৰ ভাগো ভালৰ ফালে। দেউতাক আৰু মাকে এই পুতেকৰ যশ আৰু প্ৰতিপত্তিত স্বভাৱতে নিজক নথৈ গৌৰৱান্বিত বিবেচনা কৰিছিল। কোনো ভদ্ৰলোকৰে সৈতে দেখা-শুনা হ'লে ক্ষন্তেকৰ পিছতে দেউতাকৰ মুখৰপৰা বৰপুতেকৰ যশস্যাৰ কথা ওলোৱাটো সূৰ্যোদয়ৰ নিচিনা নিশ্চয়। উকীল পুতেকৰো দেউতাক-মাকৰ ওপৰত অশেষ প্ৰভাৱ, আৰু সেই প্ৰভাৱ বা প্ৰতাপ তেওঁ প্ৰতি কথাতেই প্ৰকাশ কৰিবলৈ কৃপণতা নকৰিছিল। তেওঁ ছমাহে বছৰেকে যাই ঘৰলৈ আহে ; আৰু ককায়েক আহিবৰ আগ-বাতৰি শুনিলে সুকুমাৰে আনন্দতে জঁপিয়ায় ; কিন্তু ককায়েক আহি পালে সুকুমাৰ তেওঁ সন্মুখত থিয় হ'ব নোৱাৰে। কাৰণ সি কাকয়েকৰপৰা গালি আৰু কদৰ্থনাৰেহে প্ৰথম সম্ভাষণ পোৱাটো ধৰা-বন্ধা কথা। এবাৰ এনে ঘটনাত মাকে বৰপুতেকক ক'লে, "তোৰ ভায়েৰে তই আহিবি বুলি শুনি ৰঙত জঁপিয়াই ফুৰিছিল আৰু তইনো তাক প্ৰথম আষাৰ মাততে ইমানকৈ গালি পাৰিব আৰু কেৰ্ট্কেটাৰ পাবনে বাৰু?" মাকে বৰপুতেকৰপৰা ইয়াৰ উত্তৰ পালে, "তোমালোকে সুকুমাৰৰ মূৰ খালাইক। তাক মৰম চেলাই চেলাই গুচালাইক। ইমানটো ধোদোঙা ল'ৰা, সি পঢ়া-শুনা নকৰে। আৰু দিনদিয়েকৰ পিছত সি ম'হ-গোৱাল হ'ব লাগিব ; নাইবা লোকৰ ঘৰত সিন্ধি দিব লাগিব ; নহ'লে ভাত খাব ক'ৰপৰা?" মাকে বৰপুতেকৰ মুখৰপৰা এই কঠোৰ তৰ্জ্জন আৰু নিৰ্মম মন্তব্য শুনি চকুৰ পানী টুকি অলপ আঁতৰি গৈ প্ৰকৃতিস্থ হৈ পুনৰায় পুতেকৰ কাষ পাবলৈ কিছু সময় লাগিছিল।

এবাৰ পূজাৰ বন্ধত উকীল পো যাই ঘৰলৈ আহোঁতে দেউতাক আৰু মাকক তেওঁ দৃঢ়ভাৱে ক'লে, "এইবাৰ মই এই গৰুটোক লগত লৈ যাম, মোৰ তত্বাৱধানত ৰাখি পঢ়াম। তোমালোকে আৰু ইয়াক ইয়াত ৰাখি ইয়াৰ ইহকাল-পৰকাল খাব নোৱাৰাইক। মই কাইলৈ যাম ; ইয়াৰ কাপোৰ-কানিৰ টোপোলাটো বান্ধি মোৰ লগত দিবা।" এই প্ৰচণ্ড আদেশ শুনি মাকে চকুৰ পানী টুকিলে ; বাপেকে অনেক বিবেচনা কৰি অনেক থেৰো-গেৰো কৰি সেই আদেশ মানিবলৈকে অন্তত থিৰ কৰিলে। এই অভাৱনীয় সিদ্ধান্ত শুনি সুকুমাৰৰ যদিও অন্তৈ-

কণ্ঠে শুকাই গৈছিল, তথাপি সি জানিলে যে, তাৰ আৰু অন্য পন্থা নাই ; এইবাৰ ককায়েকৰ লগত ককায়েকৰ কঠোৰ শাসনৰ তলত থাকি সি লিখা-পঢ়া শিকিবলৈ যাবই লাগিব। গতিকে নিৰুপায় হৈ সিও এই নতুন অৱস্থাত আত্মসমৰ্পণ কৰাটোকেই থিৰ কৰিলে। তেতিয়াই সি তেঁতেলী গছ, আম গছ, কঁঠাল গছ, বৰপুখুৰী, ফুলনিবাৰী, মুকলি আকাশ, আহল-বহল পথাৰ, উৰি ফুৰা পখিলা আৰু পোহনীয়া চৰাই-পছু, চৰিফুৰা পখিলা আৰু পোহনীয়া চৰাই-পছু, চৰিফুৰা গৰু-ঘোঁৰা, লৰি ফুৰা লগৰীয়াসকলৰ পৰা শোকাকুল হৃদয়েৰে অথচ দৃঢ় মনেৰে বিদায় লৈ সেই পৰম আত্মীয়সকলক পৰিত্যাগ কৰি বিদেশলৈ যাবলৈ সাজু হ'ল।

সুকুমাৰক লগত লৈ দেৱকুমাৰে মাক-বাপেকক সেৱা কৰি বিদায় ল'বৰ সময়ত মাকে সুকুমাৰৰ মুখত এটা চুমা খাই ক'লে, "হেৰ', তই ককাইদেৱৰৰ হাক-বচন মানি চলিবি, মোৰ সোণাই। আৰু মন দি পঢ়িবি।" আৰু বৰপুতেকৰ মুখত হাত ফুৰাই তেওঁ ক'লে, "হেৰ বৰপোৱা, তাক তই বৰকৈ তম্বি নকৰিবি, মোৰ মইনা ; সি লাহে লাহে পঢ়িব ; অজলা ল'ৰা, একেবাৰেই বৰকৈ টানি নধৰিবি।" এই বুলি নিজৰ আঁচলেৰে তেওঁ চকুৰ পানী মচিলে। বৰপুতেকে মাকৰ কথা শুনি মিচিক কৰে হাঁহি ক'লে -- "হৈছে, হৈছে, আৰু তাৰ বিষয়ে তোমাৰ ভাবিবৰ দৰ্কাৰ নাই, লেন দি দি তাক যি লাগে কৰিলাইঁক।"

সুকুমাৰক ডিবুৰুলৈ আনি ককায়েকে ইংৰাজী স্কুলত নাম লগাই দিলে আৰু পুৱা-গধূলি নিজে তাৰ পঢ়া-শুনাৰ তত্বাৱধান কৰিবলৈ ধৰিলে। মুকলি আকাশত উৰি ফুৰা চৰাই লোৰ সজাত বান্ধ খালে। কঠোৰ শাসনৰ গধুৰ শিল সুকুমাৰৰ বুকুত বহিল। সুকুমাৰেও বিদ্ৰোহী নহৈ এই শাসন মানি ল'লে, কাৰণ তাৰ পঢ়া-শুনাত অপাৰগতাৰ নিমিত্তে এতিয়া নিজৰ মনতে ধিক্কাৰ উপস্থিত হৈছিল। ককায়েকো স্বভাৱতে যে বৰ নিষ্ঠুৰ প্ৰকৃতিৰ মানুহ আছিল এনে নহয় ; কিন্তু ভাবিছিল, ভায়েকক কিছু দিন কঠোৰ শাসনৰ তলত ৰাখি অচিৰতে বিদ্বান কৰি দেউতাক-মাক আৰু আনকো তধা লগাই দিব। কিন্তু কঠোৰ আৰু অবিবেকী শাসনৰ ফল শীঘ্ৰে ফলিল ; সুকুমাৰৰ স্ব-ইচ্ছাৰ বিৰুদ্ধে স্বভাৱ-বিদ্ৰোহী হৈ উঠিল ; তীক্ষ্ণ বুদ্ধিৰ সুকুমাৰৰ বুদ্ধি অচিৰতে ক্লান্ত হৈ অকৰ্মণ্য হৈ পৰিল। ওৰে দিনটো কুমাৰে কিতাপ আগত লৈ পঢ়েহে পঢ়ে, কিন্তু তাৰ পঢ়া আৰু আয়ত্ত নহয়। ফলত ককায়েকৰ শাসন, প্ৰহাৰ আৰু কটুক্তি দিনে দিনে যিমান কঠোৰৰপৰা কঠোৰতৰ হ'বলৈ ধৰিলে, সুকুমাৰৰ বুদ্ধি-বৃত্তি, স্মৃতি আৰু পাঠ গ্ৰহণ কৰিবৰ ক্ষমতাও সিমান কমিবলৈ ধৰিলে।

এদিন গধূলি কাকয়েকে সুকুমাৰৰ পঢ়াৰ মহলা ল'বলৈ বহি দেখে যে সি একোৰে ভালকৈ উত্তৰ দিব নোৱাৰে ; আনকি, সি আগেয়ে যিবোৰ শিকিছিল সেইবোৰো তাৰ মনত নাইকিয়া হ'ল। খং উঠি তেওঁ তাক অত্যন্ত প্ৰহাৰ কৰি আৰু গালি-শপনি পাৰি, শেহত নিজেই ক্লান্ত হৈ এই বুলি উঠি গ'ল, "*তই আমাৰ বংশৰ কলঙ্ক। তোক মোৰ ভাই বুলি মানুহৰ আগত চিনাকি দিবলৈ মোৰ লাজ লাগে। তোক আয়ে আদৰ দি ডাঙৰ-দীঘল কৰক, তাৰ পিছত লোকৰ ম'হ-গৰু ৰাখি বা ছুৱা-পাত পেলাই ভাত খাবি।*" সুকুমাৰ নিৰ্বাক-নিস্পন্দ হৈ ৰ'ল।

ৰাতি ন মান বজাত বৌৱেকে সুকুমাৰক ভাত খাবলৈ মাতিলত সি বৌৱেকক লাহেকৈ ক'লে -- "বৌদেও, মই আজি ভাত নাখাওঁ, মোৰ গাটো বেয়া লাগিছে।" সুকুমাৰ ভাত

খাবলৈ অহা নাই বুলি শুনি ককায়েকে উঠি আহি তাক কটূক্তি কৰি ভাত খাবলৈ আহিবলৈ হুকুম দিলত সি কাতৰ কণ্ঠেৰে ক'লে, "ককাইদেও, সঁচাকৈয়ে মোৰ গা বেয়া কৰিছে, মই ভাত খাবলৈ যাব নোৱাৰোঁ।" কাকযেকে তাৰ গাত হাত দি চাই দেখিলে যে, সুকুমাৰৰ গা বৰ তপত।

আজি সাত দিন হ'ল, সুকুমাৰৰ নেৰানেপেৰা জ্বৰ। মাজে মাজে সি ভ্ৰম বকিছে। ককায়েকে জিলাৰ ডাক্তৰ লগাই তাৰ চিকিৎসা কৰাইছে হয় , কিন্তু দেউতাকলৈ সুকুমাৰৰ জ্বৰৰ একো খবৰ দিয়া নাই। আঠ দিনৰ দিনা ডাক্তৰ পৰামৰ্শমতে সুকুমাৰৰ জ্বৰৰ বাতৰি বিজুলী-চাকেৰে ককাযেকে দেউতাকলৈ পঠিয়ালে। খবৰ পাই দেউতাক-মাক দুয়ো বিহ্বল হ'ল আৰু দিনে তিনি-চাৰিখনকৈ বিজুলী বাতৰি তেওঁলোকৰ ভিতৰত চলাচল কৰিবলৈ ধৰিলে।

বিকাৰ অবস্থাতে সুকুমাৰৰ মুখৰপৰা এইকেইটা কথা শুনা গৈছিল, "আই, তুমি আহিছা? মই পোহা চৰাই আৰু আন জন্তুবোৰ কেনে আছে? সিহঁতে মোক বিচাৰেনে? মই গৈ সিহঁতৰে সৈতে উমলিম। মই পঢ়িম আই, তুমি নাভাবিবা। ককাইদেৱে মই পঢ়া-শুনা নকৰাত বৰ বেয়া পাইছে। মই পঢিম, ডাক্তৰ মানুহ হ'ম। উস ককাইদেও, মোক আৰু নেমাৰিবা, মই এইবাৰৰপৰা পঢা ঠিক মনত ৰাখিম। মই ভাল ল'ৰা হ'ম। মোৰ বাবে তুমি আৰু লাজ নোপোৱা হ'বা।"

নৰিয়া পৰিবৰ দিনাৰেপৰা চৈধ্য দিনৰ দিনা সুকুমাৰৰ দেহসজাৰপৰা প্ৰাণ-পখী ওলাই গৈ চিৰকাললৈ মুক্তি লাভ কৰিলে।

[বাঁহী, ১২শ বছৰ, ১৯২৩ চন] ■

# বিহু

চ'তৰ বিহুলৈ সাতদিনমান থাকোঁতেই মোৰ ঘৰৰ লগুৱা ডেকাল'ৰা কেইটা বিহু-বলিয়া হ'ল। দূৰণিৰ পথাৰৰপৰা অহা ঢোলৰ আৰু টকাৰ কোব সিহঁতৰ কাণত পৰিলেই গাত আৰু গোসাঁই নাথাকে। দিনত মোৰ ভয়ত সিহঁত কোনোমতে কুচিমুচি থাকি এধা ডুখৰীয়া মনেৰে গৃহ-কাৰ্যৰ গৰু-বাটে মহ-বাটেদি চলি থাকে যদিও, কিন্তু ৰাতি মই শোৱাপাটীত পৰিলেই দামুৰি-হেৰোৱা গৰুৱে হেম্বেলিয়াই দামুৰি বিচাৰি ঢাপলি মেলাদি বিহু-হাটৰ পথাৰৰ ফালে ঢাপলি মেলে আৰু ওৰে ৰাতি নাচি-বাগি, পুৱা ঘৰলৈ আহি, ভাঙৰ ৰাগী-লগা মানুহৰ দৰে কপৌজপৌকৰে ঘৰৰ কামত হাত দি, মোৰ গালি-শপনি জীণ নিয়াবৰ চেষ্টা কৰে। মই সৰুৰেপৰা শুচি-বায়ুৱা (purian)। বিহুৰ নাচৰ নামত শিয়ঁৰি উঠোঁ ; বিহুৰ গীতৰ বিপক্ষে কাণত সোপা দিওঁ ; বিহুচোৱা মানুহক ককৰ্থনা কৰোঁ।

উৰুকাৰ দিনা সন্ধ্যা লাগোঁ-লাগোঁ হৈছে। গোসাঁই ঘৰত বন্তি লগাই শঙ্খ-ঘণ্টা বজাবৰ আয়োজন চলিছে। এনেতে মোৰ জুৰমন বোলা লগুৱা ল'ৰাটোৱে ওচৰৰ পথাৰত ঢোলৰ চেও আৰু কালিৰ মাত শুনি, আত্মবিস্মৃত হৈ নিজক চম্ভালিব নোৱাৰি, এটা শিয়ালৰ হোৱা শুনি আনটো য'তে থাওক তৰেপৰা, দেশ-কাল পাত্ৰ উচিত-অনুচিত একো বিবেচনা নকৰি, সেই হোৱাত সৰ্বতোভাৱে যোগ দিয়াৰ দৰে, গোসাঁইঘৰৰ কাষতে থকা পুখুৰীৰ পাৰৰ পৰা উকিয়াই দীঘলকৈ টানি গীত ধৰিলে --

মিকিৰ বৰচাঙতে ৰজায় বৰেকাঁহী
ভৈয়ামত বজাইছে ঢোল।
চেঙেলীয়া মনকে বান্ধিবই নোৱাৰি,
ছিঙে মৰাপাটৰ ডোল।

এই বন গীতটো শুনিয়েই মই ঘৃতাহুতি হ'লোঁ। বৰকাঁহ বজাবলৈ লোৱা মাৰিডাল হাতত লৈয়েই গোসাঁই ঘৰৰপৰা ওলাই জুৰমনক মাৰচেৰেক লগাবলৈ মই দিলোঁ খেদা। সি মোক সেইদৰে অহা দেখিয়েই দিলে ল'ৰ। ময়ো উধাতু খাই তাৰ পাছে পাছে লৰিবলৈ ধৰিলোঁ। ফিৰিঙতি ভগাদি ভগা ডেকাল'ৰা তাক মই কেনেকৈ লগ পাওঁ? লাভৰ ভিতৰত কাঠৰ মূঢ়া এটাত উজুটি খাই ধুপকৰে পৰিলোঁ। ওচৰতে থকা শিল এডোখৰৰ ওপৰত মূৰটো ঠেকেচা খালে। মই ক্ষন্তেকতে অজ্ঞান হৈ পৰিলোঁ। তাৰ পিছত কি হ'ল কওঁ শুনা --

মই এখোজ-দোখজকৈ পথাৰৰ বৰগছ এজোপাৰ তল পালোঁগৈ। কাষতে বিহুৰ নাচ

আৰু বাজনা চলিছে। বিহুনাচৰ বিৰুদ্ধে মোৰ আগৰ সংস্কাৰ সোপাই উভতি গ'ল। মনটো এনে হ'ল যেন কোনোবাই মোক মাতি নিলে, মই নাচনিয়াৰহঁতৰ লগতে লগ লাগি দুপাক-চাৰিপাক নাচিবই পাৰোঁ। কিন্তু মোক মাতে কোনে! নাচনিয়াৰহঁত নিজৰ নাচ-বাগনত ব্যস্ত ; বৰং মোক দেখি সিহঁতে অলপ ভয় আৰু সঙ্কোচৰ ভাবহে দেখুৱাইছে যেন লাগিছে। এনেতে দেখিলোঁ আদহীয়া বয়স ডেই যোৱা বুঢ়ী এজনী কৰ্বাৰ পৰা আহি মোৰ ওচৰতে থিয় হ'লহি। তাই মোৰ মুখলৈ চাই ক'লে -- "দেউতা নাচিবনে? আহক, নাচে যদি মোৰে সৈতেই নাচক।"

মই তাইক ক'লোঁ -- "তইতো বুঢ়ী ; তোৰো নাচিবৰ মন গৈছে নে?"

তাই ক'লে -- "অ' আই! যাবতো। বুঢ়ী হ'লো কি হ'ল, বছেৰেকৰ বিহুৰ দিনা এপাক নাচিও নলম নে?"

বুঢ়ীৰে সৈতে নাচিবৰ মোৰ তিনি ভাগ মন গৈছে, এভাগে থেৰোগেৰা কৰিছে। এনেতে দেখিলোঁ মোৰ সেই জুৰমন লগুৱাটোৱে দূৰৰপৰা মোৰ ফালে চাই মিচিক্-মিচিক্কৈ হাঁহিছে। খপ্‌কৰে মোৰ মনটো সামৰি, বুঢ়ীক ক'লোঁ -- "নানাচো যা।"

এই বুলি তাৰ পৰা এফলীয়া কাটি আনমুৱা হৈ লাহে লাহে আন এখন পথাৰৰ বিহু হাটত ওলালোঁগৈ। দেখিলোঁ তিনটা ডেকা ল'ৰাই এজনী ডেকেৰী ছোৱালীক দাংদোলাকৈ লৈ লৰ ধৰিছে আৰু পাছে পাছে গোটাচেৰেক মানুহে ধৰ ধৰকৈ খেদি গৈছে। ময়ো একেলৰেই সিহঁতৰ কাষ পাই হুকিমাৰি দি ক'লো -- "ৰ! তাইক নমা।"

মোৰ কথা শুনি সিহঁতে ছোৱালীজনীক নমাই থৈয়েই ফিৰিঙতি ভগাদি ভাগিল। মই ছোৱালীজনীক সুধিলোঁ -- "তোক সিহঁতে পলুৱাই লৈ গৈছিল?"

তাই ক'লে -- "নাই যোৱা। মই আপোন খুচীতে আহিছিলোঁ।"

মই। - তেন্তে সিহঁতে তোক এইদৰে দাংদোলাকৈ আনিছিল কিয়?

ছোৱালী। -- লোকক দেখুৱাই। ময়ে মোক সেইদৰে ধৰি লৈ যাবলৈ সিহঁতক বুধি দিছিলো।

চোৰৰ পাছে পাছে ল'ৰা মানুহকেইটাই ক'লে -- "দেউতা সিহঁতক সকাৱাবলৈ এই এইবোৰ মিছা কথা কৈছে। আনি এইক লৈ গৈ এইৰ মাক-বাপেকক শোধাই দিম গৈ, নহ'লে বুঢ়া-বুঢ়ী কান্দি মৰিব। সেই ডেকা ল'ৰাকেইটাৰ ওপৰত কাছাৰিত গোচৰ কৰিব লাগিব দেউতা। দেউতাকো সাক্ষী মানিব লাগিব।"

এই কথা শুনি মই ছোৱালীজনীক সিহঁতৰ জিম্মাত দি তাৰ পৰা গুচি গ'লো। যাওঁতে দেখিলো, জুৰমনে আকৌ দূৰৰ পৰা মোৰ ফালে চাই মিচিকীয়া হাঁহি মাৰিছে। মোৰ নখে খং উঠিল। কিন্তু তাক ধৰোঁ কেনেকৈ? খেদা মাৰিলেই ল'ৰ মাৰিব। মনৰ খং মনতে ৰাখি লাহে লাহে যাবলৈ ধৰিলোঁ। এনেতে দেখিলোঁ, আন এখন পথাৰত এজাক মানুহে নাকী সোলোকাই দিয়া দুটা গল-ধন-ধৰা ম'হৰ যুঁজ লগাই দি অতি উছাহেৰে ৰং চাইছে। মই ভাবিলো, মানুৰ বিহুতহে ম'হ যুঁজায়। এই চ'তৰ বিহুত ইহঁতে ম'হ যুঁজখন পাতিছে কিয়। যি নহওক, ময়ো সিহঁতৰ কাষতে থিয় দিলোঁ। এটা ম'হে পথাৰখনৰ এমূৰে মূৰ পাতি খোপনি পিটি ৰৈ আছে আৰু আনটোৱে সিমূৰৰ পৰা দলিটো অহা দি আহি সেই মূৰত তাৰ মূৰেৰে দুৰ্জয় খুন্দা মাৰি

খুন্দাৰ শব্দত পথাৰ গোটেইখন কঁপাই দিছে। তাৰ পিছত দুইটাই দুইকো শিঙেৰে খুচিবলৈ ধৰিলে আৰু এবাৰ এটাই আনটোৰ পেটত শিঙেৰে খোচ মাৰি দি তাৰ ভুৰু উলিয়াই দিলে মই ৰিঙিয়াবলৈ ধৰিলোঁ -- "হেৰ এৰুৱাই দে! এৰুৱাই দে।"

কিন্তু আৰু কি হ'ব, সিফালে সাঙেই হ'ল। মনত বৰ বিৰক্তিয়ে ধৰিলে। মানুহবোৰে এনে নিষ্ঠুৰ আমোদৰ খেল পাতি ৰং চোৱা বাবে সিহঁতক গালি পাৰি বিৰক্ত হৈ তাৰ পৰা গুচি গ'লোঁ। উভতি চাই দেখিলোঁ, প্ৰথমখন বিহুৰ ঠাইত মই লগ পোৱা বুঢ়ীজনী মোৰ পাছে পাছে আহিছে। তাই আকৌ মোক নাচিবলৈ নিমন্ত্ৰণ কৰিবলৈকে আহিছে ভাবি, মই তাই ক'লোঁ "তই মোৰ পাছ ধৰিছ কিয়? মই নাচিব-তাচিব নোৱাৰোঁ।"

তাই হাঁহি ক'লে, "মই নাচিবলৈ মাতিবলৈ অহা নাই। মই মাথোন দেউতাক ক'বলৈ আহিছোঁ যে জিলাৰ বৰচাহাবক কৈ এই গোকাট ম'হ-যুঁজবোৰ বন্ধ কৰাব নোৱাৰে নে? এতিয়া সৌ যিটো ম'হ খোচত মৰিল সেইটো মোৰ জোঁৱাই ল'ৰাটোৰে ম'হ। মই তাক ইমান হাক দিছিলোঁ, সি মোৰ কথা নুশুনি এতিয়া পালে পোটোকা। তিনি কুৰি ৰূপৰ ম'হটো থিতাতে গ'ল!" মই এই বিষয়ে কি পাৰোঁ কৰিম বুলি শলাগি যাবলৈ ধৰিলোঁ।

অলপ গৈ দেখিলোঁ, এজাক ডেকা ল'ৰাই এজাক গৰুৰ গাত মাহ-হালধি সানি নৈত গা ধুৱাবলৈ নিছে। ইটোৱে-সিটোৱে গাত "লাও খা", "বেঙেনা খা" বুলি চকলাচকলে লাও বেঙেনা আৰু কেৰেলা মাৰিছে। মোৰ পিঠিতো দুচকলমান পৰিল। মোৰ গাত কোনে লাও বেঙেনা মাৰিছে বুলি উভতি চাই দেখোঁ, সেই নাচনিয়াৰ বুঢ়ীজনীয়েই। মোৰ খং উঠি তাইৰ কাৰণ সুধিলত তাই হাঁহি হাঁহি ক'লে -- "দেউতাইনো আকৌ খংটো কৰিছে কেলৈ? বছেৰেকৰ গৰু বিহুৰ দিনা এইদৰে দুচকল-এচকল লাও-বেঙেনা গালৈ মাৰিলে, বছেৰেকলৈকে সকলো অপায় অমঙ্গল গুচে।"

মোৰ ওপৰত নাচনী বুঢ়ীৰ ইমানটো 'দৰদ' দেখি আৰু তাই মোৰ মঙ্গলৰ নিমিত্তেহে তেনে কৰিছে বুলি আৰু একো নামাতি যাবলৈ ধৰিলোঁ। কিন্তু আকৌ দেখিলো অলপ দূৰৈতে বৈ মোৰ জুৰমন ল'গুৱাই মোৰ ফালে চাই মিচিকীয়া হাঁহি মাৰিছে। মই খঙত তাক কি কৰিম একোকে ভাবি নাপাই যাবলৈ ধৰিলোঁ।

ইয়াৰ পিছত বাউহতীয়া হৈ বাওঁপকীয়াকৈ বাওতলী এখনেদি গৈ বহ গাঁৱত ওলালোঁগৈ দেখিলোঁ, বহত গছ এজোপাৰ তলত বৰবৰ গোটাচেৰেকেৰে প্ৰথম মানুহ ঘৰত, তিনিটা ঢেঁকীত ছজনী জীয়াৰী-বোৱাৰীয়ে মিলি চিৰা, সান্দহ আৰু পিঠাগুৰি খুন্দিছে। মোক দেখি সিহঁতে লাজ বা সঙ্কোচ একোকে নকৰি ঢেঁকীৰ চাবে চাবে জাঁত জাঁত কৰে নাম গাইছে। ডেকা মানুহ এটাই বুটি কোৰ এখনেৰে আগ চোতালখন চুৰুকি চিকুণাব লাগিছে। কাষতে চালি এখনৰ তলত বহি বুঢ়ী এজনীয়ে হেঁচা পিঠা ভাজিবলৈ খোলা পাতিছে। মোক দেখিয়েই বুঢ়ীজনীয়ে মাতিলে -- "মোৰ বহনা! মোৰ দেউতা! আহক, এইখিনিতে বহক। ভাজি দিওঁ, পিঠা এডোখৰকে আমাৰ বিহুৱান বুলি খাই যাওক।"

বুঢ়ীৰ মুখলৈ চাই মই অবাক হ'লোঁ; কাৰণ সেইজনীয়েই মোৰ আগৰ চিনাকি সেই নাচনী বুঢ়ী। তাইক সুধিলো -- "তই দেখোন মোৰ পাছে পাছে আহিছিলি। এতিয়া মোৰ

আগেয়েই এইখিনি পালিহি কেনেকৈ?"

বুঢ়ীয়ে হাঁহি উত্তৰ দিলে, "আপুনি বাঁওপকীয়া হৈ বাঁওতলীয়েদি ঘূৰি আহিল দেখি ভালেখিনি পলম হ'ল। মই বাট পোনাই আহিলোঁ। এইটোৱেই মোৰ ঘৰ। তিনটা ঢেঁকীত খুবলিৰ কাষত সেই তিনিজনী মোৰ বোৱাৰী আৰু নেজত সেই তিনিজনী জী। মোৰ তিনটা পোৰ এটাই সেয়া চোতাল চুৰুকিছে, দুটাই গৰু-গাইক গা ধুবাবলৈ লৈ গৈছে। মোৰ দেউতা! মোৰ বহনা। আহক! এই ডুখৰি পীৰাতে বহি জিৰাওক আৰু পিঠা এডোখৰকে খাওক। আজি বিহুৰ দিনা আপুনি আলহী, আপোনাক এনেই যাবলৈ দিব নোৱাৰো. দিলে গৃহস্থঘৰৰ অধৰম হ'ব।"

বুঢ়ীৰ এই সাদৰি কথাত বোৱাৰীয়েক জীয়েকহঁতেও যোগ দিলে। মই দেখি আচৰিত মানিলো, যে মোৰ আগত বুঢ়ীৰ বোৱাৰীয়েক জীয়েকহঁতৰ স্বাধীন আৰু মুক্ত ভাব। বৰং মোৰ সঙ্কোচ হৈছে, সিহঁতৰ সমূলি নাই। বুঢ়ীজনী কিন্তু অতি অদ্ভুত। তাই কেনেবাকৈ মোৰ মনৰ ভাব আৰু দোধোৰ-মোধোৰ অৱস্থা বুজিব পাৰি ক'বলৈ ধৰিলে - "দেউতা, আপোনাসকল ডাঙৰ মানুহ, ইংৰাজী লিখা-পঢ়া জনা। আমি অসভ্য গাঁৱলীয়া , ইংৰাজী পঢ়া-শুনাৰ গুণকে নাপাওঁ। কিন্তু একেষাৰ কথা মই ডাঙৰীয়াত জনাওঁ। আমি বনৰ ফুল, ঈশ্বৰৰ আপডালত বনতে বাঢ়িছোঁহক, মিছা-বেইচা, মিছা লাজ, মিছা সঙ্কোচ কাক বোলে আমি নাজানোহঁক। আপোনাসকল কুম্পানীৰ, বাগিচাৰ ফুল, কত ৰকম কৰি কত চিত্ৰ-বিচিত্ৰ কৰি আপোনালোকক মলীয়াই সজাই পানী দিছে, আপদাল কৰিছে। এদিনৰ অযত্নতে, অলপ কথাতে আপোনালোক জঁয় পৰি শুকাই যায়। আমি সেই বিধৰ নহওঁ।"

এনেতে দেখিলোঁ ছওজনী বোৱাৰীয়েক-জীয়েকে ঢেঁকী এৰি মাকৰ কাষত বহিলহি। একোজনী যেন একো পাহি তগৰ ফুলহে। কাৰো মুখত সঙ্কোচৰ ভাব নাই। এটাই কেউজনী প্ৰফুল্লময়ী। হঠাৎ বুঢ়ীয়ে মোক সুধিলে -- "মোৰ বয়স কিমান কওকচোন?" মই ক'লো -- "দুকুৰিমান হ'ব।"

মোৰ কথা শুনি জীয়েক-বোৱাৰীয়েকহঁতৰ মাজত হাঁহিৰ ৰোল উঠিল। সিহঁতে ক'লে -- "আমাৰ আইৰ এই ফাগুণত তিনি কুৰি ৯ বছৰ উকলি গৈছে।"

মই ক'লো -- "অসম্ভৱ"।

বুঢ়ীয়ে ক'লে -- "নহয় দেউতা। অসম্ভৱ নহয়। মোৰ বয়স সেয়ে। বছৰৰ লেখে মানুহক বুঢ়া নকৰে, মনেহে কৰে। নগৰীয়া মানুহৰ জীৱন অস্বাভাৱিক, সেইদেখি আপোনালোক সোনকালে বুঢ়া হয়। মই এতিয়াও ল'ৰা-ছোৱালীৰ দৰে নাচো. হাঁহি-ধেমালি কৰি আনন্দত ফুৰোঁ, সেইদেখি মই এইদৰে আছোঁ। আজি আপোনাক সেই গছৰ তলত নাচিবলৈ লগ ধৰোঁতে আপুনি মোক যে কেনেবা যেন পাইছিল সেইটো মই বুজিছিলো। আপোনালোকে ইংৰাজী পঢ়ি ইংৰাজী সভ্যতা শিকি তাকে ভাল বুলি সাৰোগত কৰি লৈছে, সেইদেখি চাহাব-চাহাবে নাচিলে আপোনালোকে বেয়া নেদেখে, বৰং সেই নাচত আপোনালোকে সুবিধা পালে যোগ দিবলৈকো ৰাজী। বিলাতৰ ফালৰ কত ৰকম নিলাজ নাচক আপোনালোকে শিক্ষাৰ গুণত নিলাজ বুলি ভাবিবকেই নোৱাৰে, কিন্তু আমাৰ সাতামপুৰুষীয়া বিহুৰ নাচ যেন্বা আপোনাসকলে

চকুৰ কুটা, দাতৰ শাল।"

মই আচৰিত মানিলো যে এই বুঢ়ীজনী কোন? গাঁৱলীয়া এই কেনেকৈ শিক্ষিত মানুহৰ দৰে কথা কৈছে?

বুঢ়ীয়ে অলপ পৰৰ মূৰত মাত লগালে -- "মোৰ গিৰিহঁত ঢুকাবৰ আজি আঠ বছৰ হ'ল। এই পো-জী-বোৱাৰীহঁতকে লৈ ঈশ্বৰৰ কৃপাত এক প্ৰকাৰ ভালেই আছো।"

এনেতে বুঢ়ীৰ ৰাংঢালী বোৱাৰীয়েক এজনীয়ে বুঢ়ীৰ ফালে চাই ক'লে -- "আই! আপুনি এই ডাঙৰীয়াতো বিয়াত সোমাওক।"

এই কথা শুনি ছওজনীয়ে কিৰীলি মাৰি হাঁহি দিলে।

বুঢ়ীয়েও সেই হাঁহিত যোগ নিদি থাকিব নোৱাৰিলে তথাপি বোৱাৰীয়েকৰ পিঠিত লাহেকৈ থাপৰ এটা মাৰি ক'লে -- "এই বান্দৰীজনীৰ কথাখন শুকনইক।"

মই লাজতে ৰঙা পৰিলোঁ। এনেতে দূৰত আকৌ দেখিলোঁ মোৰ সেই জুৰমন লগুৱাই মোৰ ফালে চাই মিচিকীয়া হাঁহি মাৰিছে। কটা কি দুষ্ট! মোৰ পাছে পাছে বেটাই শনিগ্ৰহ ফুৰাদি ছিদ্ৰ চাই ফুৰিছে। যি থাকে কপালত এবাৰ লাঠুৰাক ধৰিব পাৰিলে গোৰহা কিলৰ জাউৰি লগাম। ইয়াকে থিৰাং কৰি একে চাৰেই সিহঁতৰ মাজৰপৰা মই উঠিলোঁ।

চকু মেলি চাওঁ, মোৰ শোৱাপাটীতে মই পৰি আছোঁ। মোৰ মূৰত বেণ্ডেজ (ফটাকানি) বন্ধা। ওচৰতে ডাক্তৰ আৰু দুজন মানুহ। মই সুধিলোঁ, মই কত আছো। ডাক্তৰে ক'লে, "আপুনি কথা নক'ব। শুই থাওক।" মই বৰকৈ উচপিচোৱা দেখি ক'লে, "আজি তিনিদিনৰ মূৰত আপুনি জ্ঞান পাইছে, পৰশুই দিনা উজুটি খাই পৰি মূৰত টান পাইছিল। ভয় নাই এতিয়া আপুনি ভাল হৈছে; কিন্তু মনে মনে শুই থাকিব লাগিব, কথা ক'ব নোৱাৰে।"

[বাঁহী- ১৪শ বছৰ, ১ ম সংখ্যা, ১৯২৫ চন] ■

# জুৰমন বাইদণ্ডীয়া

[এবেগেতীয়া সাধু]

জুৰমনৰ ঘৰ যোৰহাটৰ খৰিকটীয়া গাঁৱত। তাক তাৰ গাঁৱৰ মানুহে জুৰমন বাইডণ্ডীয়া বুলি মাতে। ৰজাৰ দিনত তাৰ বাপেক ৰজাৰ বাইডাং ধৰা বাৰুত আছিল। সেইদেখি যদিও ৰজা গ'ল, ৰজাৰ ৰাজ্য গ'ল, তথাপি বাপেকৰ পুতেক জুৰমনৰ হাতৰপৰা বাইডাংডাল নগ'ল। চমুকৈ এয়েই কথা।

মানুহটিৰ খেতি-পথাৰ, ধন-ধাইন অনুষ্টুপীয়া বিধৰ। ধানে বছেৰেকলৈ জোৰে। হাতত দুই-চাৰি টকা ৰূপো সাঁচতীয়াভাৱে যে বৈ নাথায় এনেও নহয়। জুৰমনৰ ঘৰ ফেঁচামৰীয়া গোসাঁইৰ শিচ। জুৰমন কিন্তু কেতিয়াও গোসাঁইৰ সত্ৰলৈ যোৱা নাই দেই। কেতিয়াবা গুৰুৰঘৰৰ পৰা ৰাজমেধি আহি অনেক প্ৰবন্ধ কৰিছে তাৰপৰা কৰ-কাটল আ প-অচৰণ উলিয়াই লৈ যাব পাৰে; পৰাপক্ষত আপোন ইচ্ছামতে সি দিব নোখোজে। মানুহটো দিনে-ৰাতিয়ে নিজৰ খেতি-বাতি আদি বনত ব্যস্ত থাকে। কাৰো সৈতে দন্দ-হাই কৰা বা গাঁৱৰ আন মানুহৰ মাজৰ কোনো কথা-বতৰা লৈ বাক-বিতণ্ডা কৰাত সি নাথাকে। তাৰ নামটো যেনে জুৰ, স্বভাৱটোও তেনে জুৰ কৰি মিলাই ঈশ্বৰে চজিলে। এই গল হ'ল তাৰ সংক্ষিপ্ত ইতিহাস। আৰু এটা কথা এইখিনিতে কোৱাৰ সকাম পৰিছে যে সৰুৰেপৰা তাৰ কথা কোৱাত এটা বেয়া অভ্যাস সোমাইছিল। সি কথাষাৰেপতি তাৰ ভিতৰত 'চেলাটো হ'ল' এই মাতষাৰ নুসুমুৱাকৈ কথাকে ক'ব নোৱাৰিছিল। কোনোৱে যদি আন কথা নেলাগেই, "জুৰমন বাইডাঙৰীয়াকাই, কেনে আছা?" বুলি সোধে, জুৰমনে উত্তৰ দিব, "এ কিনো সুধিছা ভাইটি, বোলোঁ, চেলাটো হ'ল, ভালেই আছোঁ দেওহে।" তাৰ দীঘলীয়া কথাৰ মাজতো, ফুটন্ত উঠা লালি গুড়ৰ দৰে "চেলা" লেল্‌পেল হৈ ওলায়েই থাকে।

ফেঁচামৰীয়া গোসাঁয়ে নিজে শিষ্যৰ গাঁও ফুৰি অশকলীয়া ডেকাল'ৰা আৰু বোৱাৰী-জীয়ৰীক শৰণ লগাই কৰ-কাটল আনিবৰ মনেৰে এবাৰ খৰিকটীয়া গাঁৱৰ ওচৰতে বাহৰ সজাই বলছি। সকলো শিচে হাতত টকাটো-সিকাটো, লাওটো-কমুটো আৰু টোমত চাউল আৰু বাঁহৰ চুঙাত এবা গাখীৰ ইত্যাদি বস্তু লৈ গোসাঁইৰ ওচৰলৈ অহা-যোৱা কৰিব লাগিছে, কিন্তু জুৰমন বাইডণ্ডীয়াই সেইকালে মুখকে কৰা নাই। ৰবমেধিয়ে সেই কথাটো টং কৰি গোসাঁইৰ কাণ ভুৱাই দিলত, গোসাঁয়ে জুৰমনক ধৰি আনিবলৈ ডেকা ভকত দুজনক পঠিয়াই দিলে। ভকত যুগলে জুৰমনক গোসাঁইৰ আগত হাজিৰ কৰি দিলত, জুৰমনে গোসাঁইৰ সেৱা কৰি

আঁঠু লৈ হাতযোৰ কৰি ৰ'ল। গোসাঁয়ে সুধিলে -- "ৰাইদঙীয়া! তই দেখোন মোৰ ওচৰলৈ অহা নাছিলি?"

জুৰমনে মাত লগালে -- "প্ৰভু, জগন্নাথ! চেলাটো হ'ল, মই আহোঁ আহোঁ বুলি ভাবি থাকোঁতেই পলম হ'ল। মোৰ দায়-দোষ মৰিষণ কৰিব লাগে প্ৰভু ঈশ্বৰ চেলাটো --"

গোসাঁই। মুখ চণ্ডালি কথা কবি।

জুৰমন। চণ্ডালি নাই কোৱানো কি প্ৰভু জগন্নাথ চেলাটো হ'ল কিবা বোলেনে বন্দীয়ে।

গোসাঁই। হেৰ কোন আছ, ইয়াক ভুকু গোটা চেৰেক মাৰি গতিয়াই উলিয়াই দে।

গোসাঁইৰ প্ৰচণ্ড আদেশ শুনি জুৰমন অবাক। সি কি জগৰ লগালে বুজিব নোৱাৰিলে। গোসাঁইৰ মুখ-পঙ্কজৰপৰা বাক্যষাৰ ওলোৱা মাত্ৰকতে এটা ভকত উঠি আহি জুৰমনৰ পিঠিত ভুকুৱাবলৈ ধৰিলে। জুৰমনে ভাবিলে এইখন কি হলনো আকৌ? সি গোসাঁইৰ ফালে হাত যুৰি দীঘল দি পৰি কলে -- "জগন্নাথ! চেলাটো হল, মই বন্দীয়ে নো জগন্নাথৰ কি অপৰাধ কৰিলোঁ, যে মোক জগন্নাথে কিবা বোলেনে চেলাটো হল, এই দৰে চোৰ কিলোৱাদি কিলোৱাইছে।"

গোসাঁই আৰু ঘৃতাহুতি হৈ উঠিল। ভকতে তেওঁৰ ইঙ্গিত পাই জুৰমনৰ পিঠিত কিলৰ জাউৰি তুলিবলৈ ধৰিলে। আৰু দুই চাৰিজন ভকত উঠি আহিল, আৰু মাউখতে তাৰ পিঠিত কিলৰ জাউৰি আৰু চৰিল। জুৰমনৰ কান্দোন আৰু চিয়ঁৰ-বাখৰ যিমান বাঢ়ি যাবলৈ ধৰিলে। কথাত চেলাৰ উপদ্ৰবো তাৰ সিমান বাঢ়িবলৈ ধৰিলে। শেহত গোসাঁয়ে তাক খুটা এটাত বান্ধাই তাৰ হাতৰ ৰাইডাং ডালেৰেই তাক ভালকৈ মাৰ শোধাবলৈ সমূহ ভকতক আজ্ঞা দিলত, সেই মতেই কাৰ্য্য সম্পাদন হ'বলৈ ধৰিলে।

এনে সময়তে খৰিকটীয়া গাঁৱৰ সোণাবৰ গাঁওবুঢ়া তাতে ওলালহি। তেওঁ এই কিলৰ উৱাদিহ লৈ কলে -- "প্ৰভু জগন্নাথে! বন্দীয়ে এটি গোহাৰি জনাওঁ। এই জুৰমন ৰাইডঙীয়াক আমি সৰুৰেপৰা জানো। মানুহটো বৰ জুৰ, বৰ ভাল। কিন্তু কথাইপতি 'চেলাটো' বোলা এটা কু-অভ্যাস তাৰ আছে, সি একোপধ্যে সেইটো এৰিব নোৱাৰে। এতেকে সি প্ৰভু জগন্নাথক আন কিম্বা ভাবি সেইষাৰ কথা কোৱা নাই। জগন্নাথে তাৰ অপৰাধ মৰিষণ কৰি তাক এৰি দিয়ক।"

গোসাঁয়ে তেতিয়া কথাটোৰ আওভাও বুজি তাৰ বান্ধ মোকলাই দিবলৈ কৈ তাক কলে -- "জুৰমন! তই আজিৰপৰা সেই বেয়া কথাষাৰ এৰি দে, নকবি।"

জুৰমনে গোসাঁইক সেৱা কৰি মুখত কুটা এডাল লৈ কলে -- "আজিৰপৰা নকওঁ জগন্নাথে চেলাটো --"

"গোসাঁই। নকওঁ বুলিয়েই দেখোন আকৌ কলি?"

জুৰমন। -- নাই কোৱা জগন্নাথ -- চেলাটো হ'ল।

গোসাঁই। -- তই উঠ, ইয়াৰপৰা যা।

জুৰমন। প্ৰভু ঈশ্বৰ! চেলাটো হল; জগন্নাথে আজ্ঞা দিলে যাব পাৰোঁ। চেলাটো।

(বাঁহী, ১৮শ বছৰ, ৯ম সংখ্যা, ১৯৩০ চন) ■

# মাউৰা

আন নহয়, আমাৰ সেই কৰ্ম্মেশ্বৰ কাকতীয়েই আজিৰ এই উপাখ্যানৰ 'মাউৰা'। কাকতী মহাশয়ক লোকে চিনে নে নিচিনে ক'ব নোৱাৰোঁ, আমি হলে চিনো আৰু সেইদেখিয়েই তেওঁৰ উপাখ্যান লেখিবলৈ গৈছোঁ। কৰ্ম্মেশ্বৰৰ বয়স তিনিকুৰি, পৈতৃক ধান্য চাৰিকুৰি, জঞ্জাল পাঁচকুৰি, আৰু উত্তৰাধিকাৰ সূত্ৰত পোৱা ডাঁড়ি-গোফ কেইকুৰি কোনে জানে? পিয়লৰ মহৰীয়ে যদি ভালকৈ ধৈৰ্য্য ধৰি পিয়ল কৰে, তেন্তে কিজানি তিনি লাখ তিনিকুৰিৰ অঙ্ক বা তেনেকুৱা কিবা এটা হিচাপত ওলাব পাৰে। কোনোৱে কয় -- কৰ্ম্মেশ্বৰৰ মূৰত গোলমাল আছে। কোনোৱে কয়, -- গোলমাল-ফোলমাল একো নাই; দুষ্টালি আছে। কৰ্ম্মেশ্বৰৰ কিন্তু মনত দৃঢ বিশ্বাস যে গোলমাল যদি আছে, তেন্তে সি লোকৰ মূৰতহে, তেওঁৰ মূৰত নহয়; -- অৱশ্যে কথাৰ যোগ-বিয়োগ কৰোঁতে কোনোবা কাশ্চিৎ যোগ বা বিয়োগ ফলত তেওঁৰ ভুল সোমায়। কিন্তু কাৰো তেনে নহয় বুলি কবপৰা বৰমতা কেইটা আছে, তেওঁ জানিব খোজে। তেওঁৰ বিশ্বাস যে, বৰং তেওঁ আনতকৈ কমহে ভুল কৰে। এনে ধাৰণাৰ বশৱৰ্ত্তী হৈয়েই কৰ্ম্মেশ্বৰে লোকৰ ভুল ঘুকটি ফুৰিবলৈ ভাল পায়। আৰু সেইটো স্বাভাৱিকো। ইফালে এই দেখিয়েই কৰ্ম্মেশ্বৰে সৈতে ৰাইজৰ মতভেদৰ এই গোচৰখন চালিছত নিদিলে, তাৰ মীমাংসা হবৰ কোনো আগন্তুকেই নাই বুলি আমি ভাবোঁ। কিন্তু চালিছত দিয়ে কোনে আৰু চালিছ মানে বা কোনে? সেইদেখি সেইবিধ কৰ্ম্মীৰ অভাৱত কৰ্ম্মেশ্বৰ কাকতী ভৰ্জুৱা টকাৰ দৰে ধৰা নপৰাকৈ নিৰ্ব্বিবাদে দেশত 'মাউৰা' হৈয়েই চলি আছে আৰু চলি থকাই ভাল আৰু কতকালযে চলিব, তাৰো উৱাদিহ আমি দিব নোৱাৰো।

কৰ্ম্মেশ্বৰৰ বাপেক মৌজাদাৰ আছিল। সেই স্বত্ব সাব্যস্ত কৰি কৰ্ম্মেশ্বৰ আঢ়ৈকুৰি বছৰ বয়সলৈকে মৌজাদাৰৰ লৰা হৈয়েই চলিছিল আৰু নচলিবই বা কিয়? তেওঁতো লোকক খুচী কৰিবলৈ মৌজাদাৰৰ লৰা নহৈ দাৰোগাৰ বা আন কাৰো লৰা হব নোৱাৰে। তেওঁৰ আহাৰ, নিদ্ৰা, চলন-ফুৰণত এই সুদীৰ্ঘকাল কোনো আসোঁৱাহেই নোলাইছিল। ওলাইছিল যদিও কোনোৱে ধৰিবলৈ সাহ নকৰিছিল। কিন্তু অবিবেচক বাপেকে কৰ্ম্মেশ্বৰৰ আঢ়ৈকুৰি বছৰীয়া নাবালক অৱস্থাতে এৰি মৰি গুচি গ'ল। কৰ্ম্মেশ্বৰে ভাবিলে -- বোপাইৰ আক্কেলটো চোৱা! ফলত কৰ্ম্মেশ্বৰ থিতাতে মাউৰা হৈ পৰিল। বেচেৰাৰ মাকৰ স্বৰ্গাৰোহণো বাপেকৰ আগেয়েই ঘটিছিল, সেই নিমিত্তেই বাপেক মৰাৰ পিছত কৰ্ম্মেশ্বৰ নিৰ্ভুল ঘাট-মাউৰা হ'ল।

জিলাৰ বৰচাহাবৰ ওচৰত কৰ্ম্মেশ্বৰে জবৰ্দস্ত দৰ্খাস্ত এখন দিলে যে, তেওঁক তেওঁৰ বাপেকৰ মৌজাদাৰী বিষয়খন দিবই লাগে; নহলে তেওঁৰ নচলে -- যিহেতু, তেওঁ মাক বাপেক

নথকা মাউৰা ল'ৰা। এই হেতু বা কাৰণটো কৰ্ম্মেশ্বৰে নিজৰ সেই দৰ্খাস্তত, দূৰৈৰপৰা লোকে চকুৰে মনিব পৰাকৈ- ডাঙৰ ডাঙৰ আখৰেৰে লেখি দিছিল। জিলাৰ বৰচাহাবে কৰ্ম্মেশ্বৰৰ দৰ্খাস্ত খন পঢ়ি কলে "বেল্ কৰ্ম্মেশ্বৰ, হামভি মাউৰা। হামৰাভি বাপ মা কৈ নাহি হেয়। মাউৰা হলেই যে চৰ্কাৰৰ ঘৰৰ চাকৰি পাবৰ দাবি চলিব পাৰে এইটো মই আগেয়ে নাজানিছিলো।"

কৰ্ম্মেশ্বৰে উত্তৰ দিলে -- "হজুৰ খোদাবান্দা! খোদাবান্দা, খোদা মাউৰা হৈছে দেখিযেই খোদাই খোদাবান্দাক জিলাৰ বৰচাহাব পাতিছে। হজুৰৰ গোলামেতো আৰু বৰচাহাব হব খোজা নাই; মাথোন এটি টিপচী মৌজাদাৰ হব খুজিছে। আৰু ভাবি চালে খোদাবান্দাই দেখিব, সিও গোলামৰ পৈতৃক সম্পত্তি। পুত্ৰ পিতৃৰ সম্পত্তিৰ উত্তৰাধিকাৰী হয় বুলি শাস্ত্ৰত কৈছে। হিন্দুৰ দায় ভাগ মিতাক্ষৰা-- এই দুইখন আইনে এনে ব্যৱস্থা দিছে। হজুৰৰ বাইবেল আৰু হজুৰৰ আদালতৰ চিৰস্তাদাৰ মিএগ যিদা হুছেন চাহাবৰ কোৰাণেও কিজানি তাকেই কয়।"

বৰচাহাবে কৰ্ম্মেশ্বৰৰ সৈতে তৰ্ক কৰা বৃথা ভাবি হাঁহি 'গুদমৰ্নিং' বুলি কৰ্ম্মেশ্বৰক বিদায় দিলে। কৰ্ম্মেশ্বৰে কিন্তু বিদায় গ্ৰহণ নকৰি বৰ চাহাবক কলে--, "হজুৰ খোদাবান্দা! এই মাউৰা লৰাক চাকৰি নিদিলে তাৰ পক্ষে গুদমৰ্নিং বেদ্ ইভিনিঙত পৰি বেড়নাইট হবগৈ। সেই হেতুকে বন্দীক চাকৰি দিবই লাগিব।"

ইয়াৰ পিছত বৰচাহাবে চাপৰাচীক মাতি কৰ্ম্মেশ্বৰক ওলাই যাবলৈ বাট দেখুৱাই দিবলৈ কলত, অগত্যা কৰ্ম্মেশ্বৰ মৰ্ম্মেশ্বৰ হৈ গুচি আহিল।

জিলাত এজন মুছলমান সদাগৰে কুৰি হাজাৰ টকা খৰচ কৰি, মাউৰা মুছলমান লৰাৰ নিমিত্তে এটা 'অৰ্ফেনেজ' কৰি দিছিল। কি ভাবি কব নোৱাৰোঁ, এদিন কৰ্ম্মেশ্বৰে নিজৰ শোৱাপাটী আৰু টোপোলা-টাপুলি লৈ তাত উপস্থিত হ'লগৈ। অৰ্ফেনেজৰ মেনেজাৰে কৰ্ম্মেশ্বৰক অহাৰ কাৰণ সুধিলত, কৰ্ম্মেশ্বৰে কলে যে, তেওঁ মাউৰা। সেই দেখি তাত থাকিবলৈ আহিছে। কৰ্ম্মেশ্বৰৰ কথা শুনি মেনেজাৰে হাঁহি তেওঁক উভতি যাবলৈ কলে। কৰ্ম্মেশ্বৰে নাযাওঁ বুলি মহা 'বক্ৰাৰ' লগাই দিলত, হাই শুনি অৰ্ফেনেজৰ সন্মুখত বাটত মানুহ গোট খাই পৰিল। মেনেজাৰে কলে "এইটো মুছলমান লৰাৰ নিমিত্তেহে, হিন্দুৰ নিমিত্তে নহয়। কৰ্ম্মেশ্বৰ হিন্দু। তাৰ উপৰি কৰ্ম্মেশ্বৰ তিনিকুৰি বছৰীয়া বুঢ়া।"

কৰ্ম্মেশ্বৰে উত্তৰ দিলে "শুনক মেনেজাৰ মিএগচাহাব। বিলাতত ঘূৰণীয়া মেজৰ মেলত 'কমিউনেল কোৰেচন' চলিব পাৰে, মাউৰাৰ নিমিত্তে পতা অৰ্ফেনেজত সেই 'কোৰেচন' চলিব নোৱাৰে, মাউৰাৰ বাপেক নাই, মাক নাই; আছে মাথোন ঈশ্বৰ। ঈশ্বৰৰ আগত হিন্দু-মুছলমান সকলো সমান। নহলে, হিন্দুৰ দেহতো তেওঁ যেনেকৈ দহোটা ইন্দ্ৰিয় মন, বুদ্ধি, চিত্ত দিছে, মুছলমানৰ দেহতো তেনেকৈ নিদিলেহেঁতেন। হিন্দুৱেও খায়, শোৱে, বহে, জিৰায়, হাঁহে, কান্দে, মুছলমানেও তাকে কৰে। হিন্দুৰ গাৰ তেজো ৰঙা, মুছলমানৰ গাৰ তেজো ৰঙা। তেনেহলে মাউৰালৈ মৰম কৰি, মাউৰাৰ দুখ গুচাই ঈশ্বৰৰ প্ৰতি সাধন কৰিবলৈ কৰা এই অৰ্ফেনেজত হিন্দু আৰু মুছলমানৰ পৃথক ব্যৱস্থা কিয়? আৰু আপুনি কৈছে, এই অৰ্ফেনেজ লৰাৰ নিমিত্তেহে। মই নো কি? মই ল'ৰা নহওঁনে? নতুবা ইয়ালৈ আহিলোঁহেতেন কিয়? লৰা, ডেকা আৰু বুঢ়া এই তিনিও লগ লাগি একেডাল বিৰিয়া হৈছে -- এমূৰে লৰা সিমূৰে

বুঢ়া। দুই মূৰ জোৰা লাগি এই সংসাৰত জীৱৰ বিৰিযাডাল পকোৱা হৈছে। কোনটো মূৰ আগ, কোনটো মূৰ গুৰি, কোনে বাছি দিব পাৰে? তেন্তে মই মোৰ প্ৰাপ্য ঠাই নাপাবৰ কাৰণ কি?"

কথাত বলে নোৱাৰি মেনেজাৰে অৰ্ফেনেজৰ লগুৱাৰ হতুৱাই কমলেশ্বৰক তাৰ পৰা বলেৰে খেদাই দিলে।

কৰ্মেশ্বৰে বাপেকৰ মৌজাটো যে নাপালেই, নিজৰ থকাঘৰ আৰু বাৰী মাটিৰ খাজনা বাকী পৰিলত, ন-মৌজাদাৰে যেতিয়া খাজনা সাধিলে, তেতিয়া কৰ্মেশ্বৰে খঙত চকু পকাই মৌজাদাৰক কলে, -- "নিদিওঁ খাজানা। মোৰ বোপায়ে আঠৈকুৰি বছৰ মৌজাদাৰী কৰি সসাগৰা পৃথিবীৰ খাজনা আদায় কৰিছিল। এতিয়া তেওঁ মৰিলতে মোক মাউৰা হোৱা দেখি ফোপ্যহী ন-মৌজাদাৰ তুমি মোৰ পৰা খাজনা বিচাৰিছা! নিদিওঁ খাজনা তোমাক। তুমি আকৌ খাজনা বিচাৰি আহিলে লঘু হবা কৈ দিলোঁ। ময়ো আঠৈকুৰি বছৰ মৌজাখোৱা মৌজাদাৰৰ লৰা জানি থবা।"

মাউৰা কৰ্মেশ্বৰৰ ইয়াৰ পিছত নানা কথাত অনেক লটিঘটি হৈছিল। সেইবোৰ বৃত্তান্ত এই সৰু গল্পৰ ভূৰুকাত ভৰাবলৈ নাটে। সেই দেখি সেইবোৰ যেনেকৈ য়'ওঁ হৈছিল -- ততে তেনেকৈ এৰি থৈ, কৰ্মেশ্বৰে সৈতে আমি কলিকতাত ওলাওঁগৈ।

কৰ্মেশ্বৰে বেলৰ কেৰেয়া দি নে নিদি কেনেকৈ কলিকতা পালেহি কব নোৱাৰোঁ; আমি কিন্তু গাঁথিৰ পইচা ভাঙিহে আহিলো। কলিকতালৈ অহাৰ আগতে কৰ্মেশ্বৰৰ সম্পৰ্কে আৰু এটা ঘটনাৰ বিৱৰণ এই খিনিতে দিয়াৰ লোভ সাম্ৰৰিব নোৱাৰিলোঁ। এবাৰ কৰ্মেশ্বৰে মিউনিছিপেলিটিৰ মেম্বৰ হবৰ নিমিত্তে বৰকৈ লাগিছিল। ভোটাৰ ৰাইজৰ পৰা ভোট পাবৰ আশা নেদেখি তেওঁ এখন আৰ্জি লেখি লৈ জিলাৰ বৰচাহাবৰ ওচৰত উপস্থিত, তাত তেওঁক গৱৰ্ণমেন্টৰ মনোনীত মেম্বৰ কৰি লবলৈ প্ৰাৰ্থনা কৰিছিল। আৰ্জিত তেওঁৰ যুক্তি আৰু প্ৰস্তাৱ আছিল যে, -- অসমত মাউৰা 'মাইনৰিটি কমিউনিটি', অৰ্থাৎ লেখত কম। সেইদেখি মিউনিছিপেলিটিৰ সভাত অ-মাউৰা যে মাউৰাক চেপি মাৰিব, এইটো নিশ্চয়। এতেকে মাউৰা সভ্যৰ লেখ তাত সৰহ কৰিব লাগিব। সেই সভাত যদি এশজন মেলুৱৈ হয়, তেন্তে মাউৰাৰ লেখ তাত আঠৈকুৰি তিনিজন হবই লাগিব; নতুবা মাউৰাৰ আৰু ৰক্ষা নাই। মাউৰালৈ এই লেখটো থৈ বাকী লেখ চৰ্কাৰে নিজৰ ইচ্ছামতে পূৰাই লওক। তাত মাউৰাৰ আপত্তি নাই।"

দৰ্খাস্তৰ উত্তৰত বৰচাহাবে কৰ্মেশ্বৰক কলে, -- "আজি ইমান দিন মাউৰা আৰু অ-মাউৰা একেলগে থাকি চলি আহিছে, কোনেও কাকো একো কৰা নাই, কোনো বিষয়ত অ-মাউৰাই মাউৰাক চেপি মৰাও নাই। এতিয়ানো কেনেকৈ মাউৰা মিষ্টৰ কৰ্মেশ্বৰ কাকতীয়ে সেইটো কয়?"

কৰ্মেশ্বৰে উত্তৰ দিলে, -- "আগেয়ে অ-মাউৰাই মাউৰাক কামুৰি মৰা নাই বুলি যে এতিয়া মাৰিব নোৱাৰিব এনে নহয় হজুৰ। আগেয়ে সম্ভৱতঃ অ-মাউৰাৰ কুকুৰ দাঁত গজাও নাছিল। এতিয়া কিন্তু গজিল। সেই দাঁত মই সোঁ চকুৰেই দেখিছোঁ। আৰু হজুৰেও অ-মাউৰাৰ কোৱাৰিখন মেলাই চালেই দেখিব। সেই দাঁত দীঘল আৰু চোকা হৈ ওলাইছে হজুৰ।"

বৰচাহাব - "শুনা, মিষ্টাৰ কৰ্মেশ্বৰ। মাউৰাবোৰৰ যদি মনুষ্যত্ব আছে, আত্ম সন্মান আছে, তেন্তে এনেকৈ ভয় কৰাৰ কোনো কাৰণ নাই। মাউৰাবোৰ ইমান অপদাৰ্থ হ'লনে যে চৰ্কাৰে তেওঁলোকক পাখিৰ তলত নললে, অ মাউৰা চিল্‌নীয়ে তেওঁলোকক থাপ মাৰি লৈ গুছি যাব?"

কৰ্ম্মেশ্বৰ -- "কাৰণ আছে, ডাঙৰ কাৰণ আছে, হজুৰ খোদাবান্দা গৰীপপৰ্ৱৰ। আমি মাউৰা; আমি নিজৰ আই বোপাইক হেৰুৱাই হজুৰকে মা-বাপ বুলি ধৰিছোঁ। আমাক সামৰি লওক হজুৰ, নেৰিব। আমিও হজুৰক নেৰো। আমাক হজুৰৰ তলত ডাঙৰ ডাঙৰ চাকৰি বাকৰি দিয়ক হজুৰ। মোক মোৰ পৈতৃক মৌজাদাৰীখন নিদি হজুৰৰ আগৰজন বৰচাহাবে ভুল কৰিলে। দিয়াহেঁতেন হজুৰৰ ঘৰে এই গোলামক সদায় হাততে পালেহেঁতেন। ঔচ বুলিলেই গোলাম হাজিৰ হ'লহেতেন। মই শিৰফুটা মৌজাদাৰৰ ঘৰৰ লৰা। মই মাউৰা হৈ পৰিলতে অ-মাউৰা ন-মৌজদাৰে মোৰ পৰা মাটিৰ খাজনা খুজি মোক অপমান কৰিলে হজুৰ। এই গোলামৰ পিতৃপুৰুষে অনেক কাল অ-মাউৰাৰ ওপৰত মৌজাদাৰী কৰি সিহঁতক গেবাৰী খটাই আহিছে হজুৰ। এতিয়া অ-মাউৰা মৌজদাৰৰ লৰা এটাই মোক অপমান কৰিলে!!! চন্দ্ৰ সূৰ্যাই ইয়াৰ পিছতো ৰথ চলাই চলিছে, এয়েহে আচৰিত কথা হজুৰ!"

দুখৰ বিষয়, ইত্যাদি ন্যায় আৰু যুক্তিসঙ্গত কথা কৈও কৰ্ম্মেশ্বৰে বৰচাহাবক ঘূৰাব নোৱাৰিলে। ফলত কৰ্ম্মেশ্বৰ আৰু মিউনিচিপেলিটিৰ মেম্বৰ হব নোৱাৰিলে। নানা বেজাইৰ ভিতৰত এই বৰ বেজাইটো কৰ্ম্মেশ্বৰৰ পক্ষে মাৰঘাত হ'ল। তেওঁ বিৰক্ত হৈ অসম পৰিত্যাগ কৰি কলিকতালৈ আহিল।

কলিকতা চহৰৰ উত্তৰ অঞ্চলৰ অবলা আশ্ৰম। নিঃসহায় তিৰুতাৰ নিমিত্তে এইটো অনুষ্ঠান। এদিন পুৱা ডাঢ়িয়ে-গোফে ভোবোকাৰ কৰ্ম্মেশ্বৰ ভটং কৰে অবলা আশ্ৰমৰ দুৱাৰ মুখত উপস্থিত । আশ্ৰমৰ গৰাকী মহিলা চুপাৰিণ্টেডেন্ট তেওঁক সুধিলে, "কি লাগে?"

কৰ্ম্মেশ্বৰে উত্তৰ দিলে, "আশ্ৰমত মোক থাকিবলৈ দিব লাগে।"

কৰ্ম্মেশ্বৰ মুখৰ আৰু কথাৰ গঢ় দেখি মহিলাজনাই ভয় খাই দাৰোৱানটোক মাতিলত, দাৰোৱান ওচৰতে থিয় হলহি। দাৰোৱানক দেখি কৰ্ম্মেশ্বৰে চিঞৰি কলে, "ছিকৌ!!! এই চিপাহীটো ইয়াত কিয়? ছুপৰিন আইদেউ! মই মাউৰা লৰা। মোক ইয়াত থাকিবলৈ ঠাই দিব লাগে, সেইদেখি আহিছোঁ।"

ছুপাৰিণ্টেডেন্ট -- "তুমি বিদেশী মানুহ হবলা, সেইদেখি নাজানা। এইটো আশ্ৰম অবলা তিৰুতাৰ নিমিত্তেহে, মতাৰ নিমিত্তে নহয়।"

এইবাৰ কৰ্ম্মেশ্বৰে বঙলা ভাষাৰ আশ্ৰয় লৈ কলে, -- "আমাকেও অবলাৰ সামিল কৰে নিন মা ঠাকুৰুণ! আমি পিতৃ-মাতৃহীন বালক। পিতাৰ মৃত্যুৰ পৰ থেকে আমি ভাল কৰে খেতে পাইনি, সেইজন্য আমাৰ গায়ে বল মোটেই নেই, মা ঠাকুৰুণ! আমাৰ লম্বা ডাঢ়ি-গোফ দেখে আপনি মনে কৰিবেন না যে আমি পুৰুষ মানুহ। এটা ব্যতিক্ৰম একটা মাত্ৰ। এখন আমি আপনাৰ দয়াৰ ভিক্ষাৰী মা ঠাকুৰুণ!"

কৰ্ম্মেশ্বৰৰ এই কথা শুনি মহিলা চুপাৰিণ্টেণ্ডেন্টে আৰু বেছিকৈ ভয় খাই, দাৰোৱানৰ ফালে চালত দাৰোৱানে, 'নিকালো বাবু' বুলি -- ক'ত হাত দি, নেদেখিলোঁ, কৰ্ম্মেশ্বৰক তাৰ পৰা উলিয়াই দিলে।

ইয়াৰ পিছত মাউৰা কৰ্ম্মেশ্বৰ কলৈ গল, আৰু খবৰ নাপালোঁ।

(বাঁহী, ২০শ বছৰ, ১০ ম সংখ্যা, ১৯৩২ চন) ■

# ৰছিত

কমললোচন বৰুৱা ডাল বা পাবত গজা বৰুৱা নহয়; শিৰফুটা বৰুৱাৰ ঘৰৰ। শিৱসাগৰ জিলাত প্ৰথমতে তেওঁ "আদৰ্শ বঙ্গ বিদ্যালয়ত" নাম লগাই এবছৰ বঙলা "বোধোদয়" কিতাপ পঢ়ি, তাৰ পিচত "গৱৰ্ণমেন্ট হাইস্কুলত" সোমালেগৈ। ইংৰাজী স্কুলৰ লগত সৈতেও তেওঁৰ সম্বন্ধটো সৰহকাল নিটিকিল। তেওঁ তৃতীয় শ্ৰেণী পোৱাৰ পিছতে এনে এটা ঘটনা ঘটিল, যাৰ পাকত পৰি সেইখিনিতে তেওঁ ইংৰাজী বিদ্যাত ইতি কৰিবলগীয়া হল। যি নহওক, কমললোচনে স্কুলৰপৰা নিস্কৃতি লভি, বাপেকৰ মাটি-বাৰীতে খেতিবাতি কৰি জীৱিকা নিৰ্ব্বাহ কৰিবৰ মন কৰিলত বহুতে তেওঁক সেই কাৰ্য্যত নধৰি কাছাৰীত প্ৰথমতে ছটকা দৰ্ম্মহা বা জলপানীতে উমেদাৰী কামত সোমাই, ভবিষ্যতত ডাঙৰ আমোলা ফয়চলা নবীচ হবলৈ চেষ্টা কৰিবলৈ বুজনি দিছিল। কমললোচনে কিন্তু কাৰো কথাত কাণ নিদি চাকৰৰ ভাততকৈ স্বাধীন ভাৱে খেতি-পথাৰ কৰি অৰ্জ্জা ভাতগাল সোৱাদ বুলি কৈ, তেওঁৰ মনেপতা কামত একাণপতীয়াকৈ লাগি গল।

কমললোচনে হেঁপাহৰ ইংৰাজী স্কুলটোক তৎকালত কিয় কুটা ছিঙি এৰিলে তাৰো ইতিবৃত্ত আছে। সেইটো এইখিনিতে কোৱা যাওক। কমললোচন মানুহটো এচঁহীয়া স্বভাৱৰ। কামৰ সৰুবৰ যি ফালকে তেওঁ ধৰিছিল, সেই ফালৰেপৰা সহজে তেওঁৰ হাত একোৱে এৰুৱাব নোৱাৰিছিল। সকলো কাৰ্য্যতে কমললোচন একাচেকা। কালৈকো তোচ কৰি চলাটো তেওঁৰ সৌৱৰণীত লেখাই নাছিল। যি কামেই হওক, সি ভাবুকি দি তেওঁক ভয় খুৱাব নোৱাৰিছিল। যিমানকে টান অৱস্থাত পৰক, তাতে কমললোচনে নিজৰ সাউসীৰ বলেৰে সাঁতুৰি উঠিছিল। সেইদেখি সকলোৱে কমললোচনৰ উপলুঙা নাম থৈছিল "একাচেকা বৰুৱা"। তেওঁৰ দিনত শিৱসাগৰৰ ইংৰাজী স্কুলৰ হেডমাষ্টৰ আছিল এজন এংলো ইণ্ডিয়ান বা ইঙ্গ ভাৰতীয়। হেডমাষ্টৰজনৰ নামটো এঞ্জেল। নামত এঞ্জেল হলেও কামত এঞ্জেল ওভোতা কোল আছিল। কঠোৰ শাসন, বেত্ৰাঘাত আৰু ন-ন শাস্তিৰ উদ্ভাৱনাৰ নিমিত্তে তেওঁৰ সুৰটো অতি সাৰুৱা আছিল। "Spare the rod and spoil the child" অৰ্থাৎ আমাৰ ভাষাত কবলৈ গলে "চেকনিৰ আগত বিদ্যা" এই প্ৰচলিত নীতিবচন বা দুৰ্নীতি বচনত নোবাবা লৰাৰ পিঠিত বেত্ৰাঘাতৰ তেওঁ প্ৰায়ে পৃষ্ঠপোষক, অৰ্থদণ্ড অদম্য সমৰ্থক, আৰু বেঞ্চৰ ওপৰত দণ্ডায়মান নীতিৰ যমদণ্ডধাৰক। অপৰাধৰ গুৰুত্ব আৰু লঘুত্ব হিচাপে, বেঞ্চৰ ওপৰত থিয় কৰি দিয়া ছাত্ৰৰ দুই হাতত দুখন ইটা আৰু মূৰত এখন ইটা তুলি দিয়াৰ ব্যৱস্থা তেওঁ সততে কৰিছিল। অক্ৰশাস্ত্ৰৰ

Least common multiple আৰু greatest common measure অৰ্থাৎ লঘিষ্ঠ সাধাৰণ গুণনীয়ক আৰু গৰিষ্ঠ সাধাৰণ গুণনীয়ক গুণীতক "কছি" হেডমাষ্টৰ চাহাবে তেওঁৰ দ্বাৰাই ৰচিত দণ্ডবিধিৰ হীন-ডেঢ়ি কৰিছিল। দৈবাৎদণ্ডিত ছাত্ৰৰ হস্তধৃত আৰু মুণ্ডস্থিত ইটা পদ-স্খলিত হৈ ভূমিষ্ঠ হলেই তৎক্ষণাৎ তেওঁৰ দণ্ডাবিধি আইনৰ ধাৰা অনুযায়ী দণ্ডিতৰ পৃষ্ঠদেশেৰে সৈতে বেতৰ সম্মিলন ঘটিছিল। অৱশ্যে সিও হিচাপ মতেহে। হেডমাষ্টৰ এঞ্জেলৰ সাৰুৱা মূৰত আৰু এদিন অপৰাধী ছাত্ৰৰ প্ৰতি শাস্তি বিদানৰ নিমিত্তে এটা অভিনৱ সংশোধক প্ৰস্তাৱে গাজ মেলিলে। যথা, দণ্ডবিধিৰ অন্তৰ্গত হোৱা ছাত্ৰক স্কুলৰ চকিদাৰৰ হতুৱাই ঠেলা বা টোম এটাত সুমুৱাই স্কুল ঘৰৰ কাঠৰ চতিৰ পৰা এঘণ্টা বা আদঘণ্টা অৰাই থোৱা। এই শাস্তিটো এঞ্জেলৰ উৰ্ব্বৰ মস্তিষ্কপ্ৰসূত অনেক সতি-সন্ততিৰ ভিতৰত দ'লৰ কলচী। এদিন আমাৰ কমললোচনৰ ভাগ্যত এই দণ্ড লাভ হ'ল। প্ৰথম অধ্যায়ত আধাঘন্টাৰ নিমিত্তে কমললোচনৰ প্ৰতি এই দণ্ড বিহিত হৈছিল। কিন্তু দ্বিতীয় অধ্যায়ত কমললোচনে টোমত বহি ওলমি যেতিয়া সুহুৰিয়াবলৈ আৰু টকলিয়াবলৈ ধৰিলে, আৰু সেইবোৰ শুনি স্কুলৰ ছাত্ৰ আৰু আন আন মাষ্টৰবিলাকে সংযমৰ অভাৱত নিজক চম্ভালিব নোৱাৰি যেতিয়া গিৰ্জ্জনি মাৰি হাঁহিবলৈ ধৰিলে. তেতিয়া এঞ্জেলৰ ধৈৰ্য্যচ্যুাতি ঘটিল। এইবোৰৰ ওপৰঞ্চি, স্কুলঘৰৰ বেৰত আঁৰি থোৱা বৰঘড়ীটোলৈ কমললোচনে চাই তাৰ পেণ্ডুলম বা ওলোম ডালেৰে সৈতে সমানে গাৰ হেন্দোলনি দি লৰিবলৈ ধৰি, মুখেৰে টিক্ টিক্ কৰিবলৈ ধৰিলে, — তেতিয়া অৱস্থা সাঙ্গিক হৈ উঠিল। ঠিক যেন ৰাজহুৱা বৰ সবাহত ভকতসকলৰ হৈ ধ্বনি। হেড মাষ্টৰে গতি বিষম দেখি কমললোচনক বেত দিবৰ সংকল্প কৰি নমাই অনালে। টোমৰ পৰা কমললোচন ওলাল। কিন্তু ওলায়েই হেডমাষ্টৰ এঞ্জেলক দুই হাতৰ দুইটা বুঢ়া আঙুলি থিয়কৈ বুকু ফিন্দাই দেখুৱাই দি, — "আজিৰ পৰা তোৰ স্কুলত মই নপঢ়ো, পঢ়োঁ যদি মই চণ্ডাল —" এই বুলি ক্ষণেকতে বিদ্যাশবদে তাৰ পৰা গুচি গল। এঞ্জেল গৰ্জ্জি উঠিল— "ধৰ! ধৰ! পাকৰ! পাকৰ!" এঞ্জেলৰ গৰ্জ্জনত স্কুলঘৰ খলক লাগিল। কিন্তু কোনে কাক ধৰে? কাকস্য পৰিবেদনা! কমললোচন মুহূৰ্ত্ততে লৰি চকুৰ আঁৰ হৈ পৰিল। সেই যে কমললোচন অদৃশ্য হল, তাৰ পিছত জীৱিত কালৰ ভিতৰ কমললোচনে স্কুলৰ ফালে মুখকে নকৰিলে। আনকি স্কুলঘৰৰ কাষৰ বাটেদিও কেতিয়াবা কমললোচন গৈছিল বুলি কোনেও কব নোৱাৰে। কতই ইয়াৰ পিছত ভবিষ্যতৰ ভীষণ বিভীষিকা প্ৰদৰ্শন কৰি কমললোচনক হেডমাষ্টৰৰ ওচৰত ক্ষমা মাগি আকৌ স্কুলত ভৰ্ত্তি হবলৈ পৰামৰ্শ দিছিল; কিন্তু কমললোচন অটল অচল হৈ ৰ'ল।

কমললোচনে এইদৰে স্কুল পৰিত্যাগ কৰাৰ কথা শুনি বুঢ়া বাপেক মৰ্ম্মান্তিক হ'ল। পুতেকক বৰাই-বুজাই বাপেকে অনেক কৈ শেহত কলে — "বোপা! ইংৰাজী পঢ়ি শুনি কাছাৰীত আমোলা মহৰী নহলে আজিকালি মান সম্ভ্ৰম একো নাথাকে। এতেকে মই তোক লগত লৈ হেডমাষ্টৰৰ কাষলৈ যাওঁ, তই দোষ স্বীকাৰ কৰি ক্ষমা প্ৰাৰ্থনা কৰিলে হেডমাষ্টৰে ক্ষমা কৰিব।"

এই কথা শুনি কমললোচনে বাপেকৰ ভৰিত দীঘল দি পৰি কলে, "দেউতা, মোক আপুনি স্কুললৈ যাবলৈ আৰু নকব। য'ত মানুহৰ আত্মসম্মান নাথাকে, তালৈ মই প্ৰাণ গলেও

যাব নোৱাৰোঁ। আপুনি চিন্তা নকৰিব, মই যেনেতেনে মতে পেটৰ ভাত এগাল মোকোলাই খামেই। মানুহ ৰঙালাও বা চালকোমোৰা নহয় যে, তাক ধৰি টোমত ভৰাই চতিত আঁৰি থবৰ ক্ষমতা কোনোৱে পাব পাৰে।"

বাপেকে কমললোচনৰ স্বভাৱ ভালকৈ জানিছিল। সেইদেখি আৰু একো নকৈ মনে মনে থাকিল। কমললোচনে সেইদিনাৰে পৰা বি-এল-এ-ৰে পৰিত্যাগ কৰি খেতিবাতিত মনপুতি লাগিল। বাপেকৰ মাটি-বাৰী বিস্তৰ আছিল; সেইদেখি তাৰ অভাৱত কমললোচন নপৰিল।

স্কুল পৰিত্যাগত কমললোচনৰ বয়স সোতৰ বছৰ। সেই কাল আজিৰ কালৰ নিচিনা নাছিল। তেতিয়া চতুৰ্থৰ পৰা পঞ্চম শ্ৰেণীলৈকে এনেকুৱা ছাত্ৰৰ দু-অৰা চাৰি-অৰা স্কুলত আছিল যে, যিবোৰে কুৰি বাইশত গজগজীয়া দি বহি স্কুলখন গৰকি লৈছিল। কণ কণ গুৰিৰূপৰা ল'ৰাৰ মাজত ডাঙৰ ডাঙৰ টোকা পৰুৱা যেন ডেকা একেখন বেঞ্চতে শাৰীপাতি বহি স্কুলখন 'চিৰিয়াখানা' যেন কৰি শুৱাই থোৱা দৃশ্যৰ আটক নাছিল। নগৰীয়া মানুহে বিলাতী কোৰেৰে ঘৰৰ আগচোতালখন চুকুকি চিকুণাই থোৱাৰ দৰে আজিকালি গোফ খুতিবা বা নুখুতিবা ডেকালৰাই বিলাতী খুৰেৰে মুখখন চিকুণাই ৰখাটো দস্তুৰ। তেতিয়া কিন্তু এনে দস্তুৰ নাছিল। বৰং লিংলিঙীয়া বা ভোবোকাৰ ডাড়িয়ে মুখৰ শোভা বৰ্দ্ধন কৰিছে বুলি ভবাটোহে সেইকলীয়া ফেছন আছিল। আজিকালিৰ চাহাবী গঢ়েৰে চলা বৰমানুহৰ ঘৰৰ 'বাৰান্দা' বা আগচালিৰ পিৰালিৰ কাষে কাষে, 'এৰিকা পাম' বা নানা বিধৰ 'ফাৰ্ণেৰে' (যাক আমাৰ খেৰনিয়ে বননিয়ে হোৱা ঢেকীয়া আৰু বিহলঙনিৰ জাতৰ বুলিলে মহাপাতকত পৰা নহয়) সুশোভিত 'পট' (Pot) অৰ্থাৎ থিয় চৰিয়াৰ দৰে, সেইকালত ডঢ়ীয়া ডেকালৰাৰে স্কুলঘৰৰ শ্ৰেণীবোৰ ৰজিতা খাই থকাটো নিয়মৰ ব্যতিক্ৰম নাছিল।

কমললোচনে স্কুল এৰাৰ তিনি মাহৰ পিছত তেওঁৰ বাপেক ঢুকায়। বাপেকৰ মৃত্যুৰ পিছত কমললোচনে দহগুণ উৎসাহেৰে খেতি-বাতিত মন নিয়োগ কৰিলে। কোঁৱৰপুৰৰ গাঁৱত এখন ঘৰ, আৰু নগৰত এখন ঘৰ, এই দুখন ঘৰ কমললোচনে পাতি সমানে চলাই অচিৰতে সৰবৰহী কৰি তুলি জয়জয় ময়ময় কৰি তুলিলে।

বাপেকৰ মৃত্যুৰ এবছৰৰ পিছতে মাতৃ আজ্ঞা শিৰোধাৰ্য্য কৰি কমললোচনে এগৰাকী ৰূপৱতী কন্যা "পৃষ্ঠোধাৰ্য্য" কৰিলে। ঘৈনীয়েক ঘৰলৈ অহাৰ দুবছৰৰ পিছতো পুত্ৰৱতী নোহোৱা দেখি, নাতিৰ মুখদৰ্শন পিপাসী মাকে ইফালে সিফালে খা-খবৰ কৰি দ্বিতীয় ভাৰ্য্যা এটি কমললোচনলৈ থিৰ কৰি কমললোচনক সেই কাৰ্য্যত প্ৰবৃত্ত কৰাবলৈ গলত কমলে হাতযোৰকৈ মাকক কলে — "আই, তুমি এনে কামলৈ মোক অনুৰোধ নকৰিবা, আদেশো নকৰিবা। মই তোমাৰ এই আদেশ অনুৰোধৰ বাহিৰে সকলো আজ্ঞা শিৰ পাতি লম, কিন্তু এইটো নোৱাৰোঁ। মোৰ বিয়া এই পৃথিৱীত এবাৰহে, আৰু সিয়ো হৈ গল।" মাকে কমলৰ স্বভাৱৰ দৃঢ়তাৰ বিষয়ে ভালকৈ জানিছিল দেখি নিজে চপাই লোৱা মনৰ দুখ মনতে টোপোলা বান্ধি লৈ মনে মনে থাকিল।

ঈশ্বৰৰ ইচ্ছাত ইয়াৰ পিছত কমলৰ ভাৰ্য্যই একাদিক্ৰমে তিনিটা কন্যা আৰু দুটি পুত্ৰৰ মাক হৈ নিজৰ অপযশ দূৰ কৰি আনবো আনন্দ বিধান কৰিলে। খেতিবাতি ইত্যাদিতো কমলে

লক্ষ্মীক বশ কৰি দিনকদিনে শ্ৰীমন্ত হৈ আহিল। নগৰৰ ভিতৰত কমললোচন এজন সম্পত্তিশালী আৰু লেখৰ মানুহ হৈ উঠিল। তেওঁৰ প্ৰথম দুজনী ছোৱালী চহকী গৃহস্থৰ ঘৰৰ ভাল মানুহত পৰিল। সৰুজনীৰ সৰুৰেপৰা লিখাপঢ়াত ধাউতি দেখি ভালকৈ পঢ়াশুনা কৰিবৰ সকলো সুবিধা কৰি দি কমললোচনে তাইক বিদুষী আৰু গুণৱতী কৰি তুলিলে। ঘৈনীয়েকে এদিন কমললোচনক কলে -- "মোৰ এই পেটমচা ছোৱালীজনীক ইমানকৈ লিখা-পঢ়া শিকাই গুণাকৰ কৰিলোঁ; ছোৱালী জনীও দেখনিয়াৰ, এতেকে এইক মই এজন হাকিম বা বৰ উকীললৈহে বিয়া দিম; যাকে তাকে নিদিও। আগৰ দুজনী আমাৰ পুৰণি গঢ়েৰেই বিয়া দিয়া হ'ল। তথাপি সন্তোষৰ কথা, যে সিহঁতে সুখেৰে ঘৰ সংসাৰ কৰি চলিছে। এইবাৰ আজিকালিৰ হিচাপত ভাল ডাঙৰ মানুহ দৰা এটাত হে এইক বিয়া দিম বুলি ভাবিছোঁ।" কমলে ঘৈণীয়েকৰ কথা শুনি মূৰ দুপিয়াই সন্মতি জ্ঞাপন কৰিলে।

চেষ্টাৰ ফলত বৃন্দাৰ (সৰুজনী ছোৱালীৰ নাম) বিয়া মিষ্টৰ জে-আৰ বৰুৱা, ই-এ-চিৰে সৈতে সম্পাদিত হ'ল। ডেকা জে-আৰ বৰুৱা ৰংপুৰৰ গায়ন গাঁৱৰ মোলোকা গায়নৰ পুতেক ল'ৰাটো সৰুৰে পৰা চোকা বুধীয়া আছিল দেখি গায়ন মোলোকাই মুঠিয়ে মুঠিয়ে ধন ভাঙি তাক পঢ়াইছিল আৰু লৰায়ো দোপতদোপে পৰীক্ষাৰ মহলাত উঠি এম-এ, বি-এল পৰ্য্যন্ত "পাছ" কৰি বাপেকৰ ধনৰ ব্যয় সাৰ্থক কৰিলে। ইফালে মোলোকাৰ টকাৰ মোনা যিমান দীঘল আছিল, সিফালে পুতেকৰ বুধিৰ চুঙাটোও তেনেকুৱাই দীঘল আছিল। গতিকে দুইটাৰ ভিতৰত আউল নালাগিল, আৰু দুইটাৰ সংযোগত জন্মলাভ কৰা সিদ্ধি নামৰ ঘুৰীজনী কাৰো নঙলাৰ মুখত নোৰোৱাকৈয়েই পোন বাটেদিয়েই চেকুৰি গৈ নিজৰ ঘোঁৰাশালত সোমালগৈ মোলোকাৰ পুতেক গায়নৰ ঘৰৰ লৰা। কথাতে কয় বোলে "গায়নৰ ঘৰৰ বোন্দায়ো ৰাগ দিয়ে।" পুতেকো আজিকালিৰ প্ৰচলিত গান-বাজনা, ৰাগ-ৰাগিনীত সহজতে ভক্ত হৈ পৰিছিল

ল'ৰাজন এইখিনিলৈকে বাপেক মাকৰ বাধ্য আছিল, আৰু তেওঁৰ স্বভাৱতো মলি নপৰিছিল। ইয়াৰ পিছত মোলোকা বৰ গায়নৰ ল'ৰা জিনাৰাম সৰু গায়নে কপালৰ বলত একষ্ট্ৰা-এছিষ্টেন্টৰ বিষয়খন লাভ কৰিলে। কপালৰ বলত এইবাবে বুলিছোঁ যে, কতই এনে 'পাছ' কৰিও, এনে ডাঙৰ বিষয় এখন একেবাৰেই নাপায়। শাস্ত্ৰত কৈছে -- দৈৱং ফলতি সৰ্ব্বত্ৰ ন বিদ্যা ন চ পৌৰুষঃ। কবলৈ পাহৰিছোঁ, যে বি-এ 'পাছ' কৰাৰ পিছতে জিনাৰামে কিবা সূতা এডালৰ আগত ধৰি, কোনোবা সূতাৰ সূত আৰু কোনোবা পুতাৰ পুত হৈ পম ধৰি ধৰি ওলাই বৰুৱাৰূপে শিৱসাগৰত অৱতাৰ হ'ল। এম-এ 'পাছ' কৰাৰ পিছতে নামে অলপকৈ কলেবৰ বদলাই জিনা-আৰ বৰুৱাৰূপে দেখা দিলে। বি-এল 'পাছ' কৰাৰ পিছত সেইটো পূৰ্ণৰূপে বদলি হৈ "জে-আৰ বৰুৱা" আকৃতি ধৰিলে। শুনিছোঁ, ই-এ-চি হোৱাৰ পিছত গৱৰ্ণমেন্টৰ ঘৰৰপৰা এতদৰ্থে এখন চাৰ্টিফিকেটো তেওঁ উলিয়াই লৈ তেওঁৰ উপাধিৰে সৈতে এই নতুন নামটো নিস্পিখেৰাজভুক্ত কৰি চিৰস্থায়ী কৰি পেলালে। এই ঘটনাটো আমাৰ উপাখ্যানৰ পাদপূৰণ স্বৰূপেহে ইয়াত উল্লেখ কৰিলোঁ; নতুবা বাস্তৱিকতে তেওঁৰ এই কাৰ্য্যত হৰণ-ভগন কাৰো একো নাছিল।

মিষ্টৰ জে-আৰ বৰুৱা হাকিম বাহাদুৰ সৈতে মিছ বৃন্দাৰ বিয়া মহা সমাৰোহেৰে গৈ

গল। বিয়াৰ দিনা জে-আৰ ঠেঙা আৰু "প্ৰক্‌কোট" পিন্ধি "বিষ্ণু স্বৰূপায় বৰায় নমঃ" হৈ আহি হোমৰ গুৰিত বহিবলৈকে হেনো ঠিক কৰিছিল; কিন্তু জনচেৰেক তেওঁৰ অন্তৰঙ্গ আৰু বহিৰঙ্গ বন্ধু-বান্ধৱৰ বিশেষ অনুৰোধতহে তেওঁ সেই ভীষণ সংকল্প পৰিত্যাগ কৰিলে। শেষত আমাৰ দেশৰ দস্তুৰ মতে তেওঁ পাগ জামা পিন্ধি আহিছিল যদিও, কিন্তু ওৰে দিনটো হবিয়্যে থাকি তেওঁৰ টুপটুপীয়া হোৱা মুখৰপৰা ভক্‌ভক্ কৰে ওলোৱা চিগাৰেটৰ ধোঁৱাই ৰভাৰ তলৰ সভাসদসকলৰ মনত বিনোদ মিলাইছিল। শহুৰেক-শাহুৰেকক সেৱা কৰিবৰ সময়ত জে-আৰে পাহৰি "ছেকহেণ্ড" অৰ্থাৎ কৰমৰ্দ্দন কৰিবলৈ হাত আগবঢ়াই দিওঁতেই, তেওঁৰ কোনোবা হিতৈষী বন্ধুৱে পিছফালৰ পৰা হাতখনত ধৰি কোঁচাই দি তেওঁক হেচুকি কঁকালাই দি আঁঠু কাঢ়িবলৈ মনত পেলাই দিহে সেই সামৰণিৰ ঘেটা সন্তোষজনককৈ মাৰিলে। আমাৰ বৰ্ণনাৰ পৰা পাঠকে ভাবিব পাৰে যে, জে-আৰ বিলাত ঘূৰি অহা ডেকা। তেনে নহয়, তেওঁ বিলাত দৰ্শন কৰা নাছিল। বিলাতৰ কথা কাণৰ ভিতৰেদি মৰমত পশি হে তেওঁক তেনেকুৱা উৎকট প্ৰেমিক চাহাব কৰি তুলিছিল। সূৰ্য্যতকৈ সূৰ্য্যৰ তাপত তপত হোৱা বালিৰ্হে তাপ বেছি বুলি কয়।

বিয়া ভাগি যোৱাৰ পিছত জোঁৱায়েকৰ গঢ়-গতি দেখি কমললোচন বৰুৱাই ঘৈণীয়েকক গোপনে কলে, -- "হাকিম জোঁৱাই বিচাৰিছিলা, পালা, লোৱাঁ এতিয়া। পেট ভৰিব পায়।" বৰুৱানী নিমাত হৈ ৰল।

কমললোচনে আকৌ কলে -- "সুপ্ৰসিদ্ধ ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰে তেওঁৰ 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' নামৰ কিতাপত হাকিমৰ ব্যাখ্যা দিছিল --'হা! কিম্ পদাৰ্থম।' এতিয়া এই কিম্ পদাৰ্থটি লাভ কৰিলা যেতিয়া তোমাৰ আৰু দুখ গুচিল। বোলো, জপাত ভৰাই থোৱাঁগৈ।"

বৰুৱানীয়ে এইবাৰো একো নামাতিলে। মাথোন তেওঁ ইয়াকে ভাবিলে যে গিৰিয়েকে ইমান আগৰেপৰা জোঁৱায়েকক বিচাৰৰ আদালতত তুলি দি ন্যায় কৰা নাই।

ইয়াৰ পিছত নানা কাৰ্য্য আৰু নানা বিচিত্ৰ ঘটনা সংঘটিত হ'ল। সেইবোৰ এই সৰু গল্পৰ ভুৰুকাৰ ভিতৰত সুমাবলৈ নাটে। সেইদেখি সামৰণি ডোখৰৰ ফালৰ পৰাই অলপ আভাস দি গল্পটোৰ মুদা মাৰি থম।

বৃন্দা শিক্ষিতা, বিনীতা, আৰু অনিন্দিতা সুন্দৰী। অচিৰতে দেখা গল যে জিনাৰাম ওৰফে জে-আৰ বৰুৱাই ই-এ-চি হাকিম বৃন্দাৰ কেঁয়া আঙুলি এটাৰো যোগ্য নহয়। জিনাৰ মানত তেওঁৰ ওপৰৱালা বিষয়াসকলৰ বাহিৰে, মনুষ্য সমাজ ইমান তল-খাপ নিবাসী যে ঠেঙাৰে সৈতে তেওঁৰ ভৰি এটা তললৈ নমাই দিলেও, সেই খাপৰ মানুহে তাক ছুবলৈ ঢুকি নাপায়। কথাই কথাই তেওঁ ফিৰিঙিৰ ভাও দিবলৈ ধৰিলে, আৰু কুসংসৰ্গত পৰি অচিৰতে কেউটা "মকাৰৰ" অনুৰক্ত হৈ পৰিল।

এবছৰৰ পিচতে বৃন্দাৰ এটি লৰা হল। কিন্তু মতলীয়া দুশ্চৰিত্ৰ স্বামীৰ ব্যৱহাৰত বৃন্দাৰ মনৰ সুখ চিৰকাললৈ অন্তৰ্হিত হ'ল। বৃন্দাৰ মনৰ কাকুতিয়ে গিৰিয়েকৰ মনত কোনো গুণ ধৰাব নোৱাৰিলেও শেহত বৃন্দাই বাপেকলৈ এইখন চিঠি লেখিলে ঃ

"দেউতা!

মোৰ কপাল ভাগিল । ইমানদিনে আপোনাক একো কোৱা নাছিলোঁ; ললাটৰ লিখনকে ভুঞ্জি থাকি ভাবিছিলোঁ, ঈশ্বৰে কিজানি অন্তত কৃপা কৰেই। সেই আশা গেলিল। সহনৰ সীমা পাৰ হ'ল। দিনৌ ৰাতি তেওঁ মতলীয়া হৈ আহি মোক গালি-শপনি মাৰধৰ যি কৰিছিল, সেইবোৰে মই এই পৰিমিত সহি আছিলোঁ। কিন্তু কালি কৰবাৰ পৰা এজনী ধেমনী লগত লৈ আহি তাইৰ আগতে মোক কুকুৰে-কঁইট নোখোৱাকৈ ককৰ্থনা কৰি, শেহত মোৰ কোলাৰপৰা এই কেচুৱা পোনাকণক বলেৰে কাঢ়ি নি তাইৰ কোলাত দি মোক ঘৰৰপৰা ওলাই যাবলৈ কলে। ময়ো ভাবিলোঁ, ওলাই যাম। আৰু যথেষ্ট হৈছে। এতেকে তুমি আজিয়েই মোক লৈ যাবলৈ কাৰবাক পঠিয়াই দিবা। তুমি নিজে নাহিবা। তোমাৰ হতভাগিনী জী,

বৃন্দা।"

ইয়াৰ পিছত কোলাৰ কেচুৱাৰে সৈতে বৃন্দা পিতৃগৃহ পালগৈ। মিষ্টৰ জে-আৰে আদালতত গোচৰ কৰি বৃন্দা আৰু লৰাটোক দখল লব বুলি ভাবুকি দি লিখা চিঠি এখনৰ উত্তৰত কমললোচন বৰুৱাই জে-আৰলৈ লিখিছিল --

"মিষ্টৰ জে-আৰ বৰুৱা হাকিমক এতদ্বাৰা জনোৱা যায় যে, তেওঁৰ অমুক তাৰিখৰ চিঠি পাই সমাচাৰ অৱগত হলোঁ। তেওঁৰ দাবী আদালতত বিক্ৰী হবৰ সহায়ক স্বৰূপে এখন ইংৰাজী ৰছিত ষ্টাম্প লগাই ইয়াৰ লগতে তেওঁলৈ পঠিয়ালোঁ —"

"Recived in full my daughter Srimati Brindeswari Debi back (for sometime in possession of J.R.Barua Esq. E.A.C.) with interest

এক অনীয়া ৰিছিড ষ্টাম্প --

K.L.Baruah

Past father-in-law

and present cultivator."

ওপৰৰ ৰছিতৰ ভাঙনি --

মোৰ বৃন্দাক (যি কিছুকাল হাকিম মিষ্টৰ জে-আৰ বৰুৱাৰ দখলত আছিল) সুতেং সৈতে সম্পূৰ্ণৰূপে পাই এই ৰছিত দিলো।

কমললোচন বৰুৱা।

ভূতকালত শহুৰ, বৰ্ত্তমানত খেতিয়ক। ■

# ললিতী কাকতী

কাকতীয়নী। মোৰ হলে লৰাটো বৰ পছন্দ হৈছে। আমাৰ আইটীৰ বেচ যোৰ হব। লৰাটো দেখিবলৈকো যেনে, গুণীও তেনে। ঘৰখন একেবাৰেই যে বেয়া এনেও নহয়; তাৰ উপৰি বি-এ পাছ কৰা দৰা। আজিৰ বাদে কাইলৈ সি চৰ্কাৰৰ ঘৰৰ ডাঙৰ কাম এটা পাব; মোৰ ছোৱালী ডাঙৰ হব, সুখে থাকিব।

কাকতী। তোমাৰ কথা এক প্ৰকাৰে ঠিক। কিন্তু সঁচা কথা কবলৈ গলে মোৰ হলে লৰাটো সিমানকৈ পছন্দ হোৱা নাই। তাৰ মুখৰ গঢ়ত এনে কিবা এটা যেন আছে মোৰ দেখি ভাল নালাগে। আগলৈ আমাৰ ছোৱালীজনী তাৰে সৈতে সুখেৰে থাকিব পাৰিবনে নোৱাৰে, মোৰ হলে সন্দেহ হয়, তুমি যিহকে কোৱা।

কাকতীয়নী। আপুনি সদায় চুলি এডালকে চাৰিফালে কৰি চাই ফুৰিহে তেওঁ মস্কিলত পৰে। ইমানকৈ ভাবিবলৈ গলে ছোৱালীক বিয়াই দিয়া নহয়। মানুহে কয় বোলে বৰকৈ বাছোঁতে বাছোঁতে গেলা বৰালিতহে হাত পৰেগৈ। আমাৰো তেনে নহলে ৰক্ষা। মোৰ মনেৰে এই লৰালৈকে আইটীক দিওঁহঁক, লৰাৰ মাক-বাপেকেও বৰকৈ হাউচ কৰি ধৰিছে; আদৰক নেওচাটো জানো ভাল?

কাকতী। দিব খুজিছা দিয়াঁ। কিন্তু মোৰ হলে মন মুকলি হোৱা নাই। দিয়াঁ, কিজানি তোমাৰেই কথা ঠিক, মোৰেই ভুল।

কাকতী গাঁৱৰ প্ৰধান লোক শ্ৰীযুত সুন্দৰ কাকতীয়ে এদিন দুপৰীয়া ভাতৰ পাতত বহি, তেওঁৰ ভাৰ্য্যাৰ সৈতে এই কথাবাৰ্ত্তা পাতিছিল। সুন্দৰ কাকতী এজন ধৰ্ম্মিষ্ঠ আৰু ধনী লোক। গাঁৱৰ সকলোৱেই তেওঁক মান সংকাৰ কৰে। কাকতী অপুত্ৰক; মাথোন ললিতী নামেৰে জীয়েকেই তেওঁলোকৰ ঘৰুৱা জীৱন পোহৰাই থকা বস্তিগছি। ললিতী পোন্ধৰ বছৰত পৰিল। কিন্তু কোনো ভাল দৰা তেওঁলোকে তেতিয়ালৈকে বিচাৰি পোৱা নাছিল। কাৰণ কাকতীয়ে বৰ খুটিনাটি কৰি দৰাৰ দোষগুণ বিচাৰে। তেওঁৰ একেটা ছোৱালী কেনেবাকৈ দুখত পৰে বুলি তেওঁ সেই বিষয়ত বৰ সাৱধানে চলিব খুজিছিল।

ইফালে ছোৱালীজনী বিয়া দিবৰ হল দেখি তেওঁ মনে মনে চিন্তিত হৈও আছিল। গাঁৱৰ দুই তিনিজন ভাল ডেকা ল'বাৰ নিমিত্তে যদিও ললিতীক খোজা হৈছিল তথাপি তেনে দৰালৈ ছোৱালীজনী দিবলৈ তেওঁৰ মন মেলা নাছিল। কাৰণ ললিতী নগৰত থাকি বালিকা স্কুলত লিখাপঢ়া শিকা ছোৱালী আৰু আজিকালিৰ নব্য ধৰণৰ; ধানবনা, পানীজনা; চোতাল সৰা

ইত্যাদি কামত তাই একেবাৰেই অনভ্যস্ত; অথচ গাঁৱলীয়া দৰাত পৰিলে সেইবোৰৰ হাত সৰা টান। একেটী ছোৱালী বুলি কাককতী কাকতীয়নীয়ে ললিতীক আতোলতোলকৈ ডাঙৰ দীঘল কৰিছিল। এতেকে মুঠতে ললিতী কেনে অৱস্থাত কি দৰে উঠিছিল, অনুমান কৰি ললেই হ্ব। ইয়াৰ উপৰি ললিতী দেখিবলৈকো বৰ ধুনীয়া তাইক বৰণত লোকে পাটমুগী বুলিছিল আৰু চলন, ফুৰণ, কথা-বাৰ্ত্তাত বিতোপন বুলি কৈছিল। ললিতীৰ স্বভাবো সুন্দৰ বুলি সেই অঞ্চলত প্ৰখ্যাত আছিল। তাইৰ দোষৰ ভিতৰত এইটোৱেই যে তাই অলপ জেদী আছিল; আৰু সেইটো কাকতী কাকতীয়নীৰ চকুত পৰা নাছিল যে এনে নহয়; কিন্তু তেওঁলোকে ভাবিছিল মাক বাপেকৰ আতোলতোল মৰমত যদিও তাইৰ সেইটো দোষ ঘটিছে, অৱশ্যে সি এনে কোনো সাংঘাটিক দোষ নহয় যে, সংসাৰত সোমালে অৱস্থাৰ পৰিবৰ্ত্তনত সি নুগুচিব।

যি দৰাৰে সৈতে ললিতীক বিয়া দিবৰ কথা হৈছিল সেই দৰাৰ সংক্ষেপে বিবৰণত তলত দিয়া গ'ল। দৰাৰ নাম শ্ৰীকান্ত হাজৰিকা। নিবাস — বকৰা গ্ৰাম। পিতাৰ নাম মিনাৰাম। মাতাৰ নাম লেতেৰী। ব্যৱসায় খেতিবাতি আৰু খেতিবাতিৰ পৰা উৎপন্ন বিক্ৰী। শ্ৰীকান্ত বি-এ পাচ; তাৰ পিছত বা ফলত ছুব্‌ডেপুটী।

শ্ৰীকান্তলৈ ললিতীক যে খোজা হ'ল আৰু খোজাৰ পিছত ললিতীৰ সৈতে তেওঁৰ বিয়া হ'ল, সেইটো ওপৰত দিয়া বিবৰণৰ পৰাই বগাই গৈ পাবগৈ পাৰি।

বিয়াৰ এমাহৰ পিছতে ললিতীৰ স্বামী-গৃহবাস-সুখৰ জেউতি চাৰিওফালে বিৰিঙি ওলাবলৈ ধৰিলে। তাৰে গোটাচেৰেকৰ তালিকা তলত দিলোঁ ঃ

(১) দিনৌ স্বামীৰপৰা ললিতীৰ পিঠিত লাঠি বুকুত গোৰ, গালত চৰ, তাৰ উপৰি সোতা জোতাৰ আৰু বেত সৌকাৰ কোব লাভ।

(২) দিনৌ ললিতীৰ বাপেক মাক আৰু সাতপুৰুষৰ, স্বামীৰ দ্বাৰাই গালিৰে সপিণ্ডীকৰণ। গালিৰ চানেকীবোৰ এই বিবৰণত তুলি দিবৰ অযোগ্য দেখি তাৰ পৰা বিৰত হোৱা গল।

(৩) দিনৌ ছুব্‌ডেপুটী হাকিমৰ দৃঢ় প্ৰতিজ্ঞা আৰু ললিতীক ভয় প্ৰদৰ্শন যে, ললিতীক বাপেক-মাকলৈ ওভোতাই দি তেওঁ ন-কৈ ভাল ছোৱালী বিয়া কৰাব। ইত্যাদি।

এইখিনিতে কোৱা আৱশ্যক যে ছুব্‌ডেপুটী হাকিমে বিয়াৰ পিছতে ললিতীক তেওঁৰ মফস্বলৰ ঘৰলৈ লৈ গৈছিল। শহুৰ-শাহুৱেকৰ ঘৰত মুঠেই দুদিন কি চাৰিদিনহে ললিতী থাকিবলৈ পাইছিল।

ললিতীৰ স্বামীসুখ আৰু ঘৰ-সংসাৰ ভাগি চুৰমাৰ হোৱা দুখৰ বৃত্তান্তবোৰৰ বিশেষকৈ উল্লেখ নকৰি এই খিনিতে ইয়াকে মাথোন চমুকৈ কোৱা যাওক যে ললিতীৰ বাপেকে জীয়েকৰ দুৰ্দ্দশাৰ কথা শুনি, জীয়েকক কিছুদিনৰ নিমিত্তে নিজৰ ঘৰলৈ লৈ আহিবলৈ বুলি ধনবিত ভাঙি গৈ ছুব্‌ডেপুটী হাকিমৰ কাষ পালতে, হাকিমে তিনিশ-তেত্ৰিশ আষাৰ গোকাত গালিৰে শহুৰেকক অভ্যৰ্থনা কৰি; ঘৈনীয়েকৰ গাৰ অলঙ্কাৰ-পাতি আৰু ভাল কাপোৰ-কানি সোপাকে কাঢ়ি লৈ শহুৰেকৰ হাতত ঘৈণীয়েকক "প্ৰতি সম্প্ৰদান" কৰিলে অৰ্থাৎ ওলোটাই দিলে।

জীয়েকৰ নিমিত্তে অগত্যা সকলো অপমান গিলি জীণ নিয়াই শহুৰেকে ঘৰলৈ ছোৱালীজনী আনিলে , তেওঁ আশা কৰিছিল, কিছুদিনৰ মূৰত জোঁৱায়েক "ঠাণ্ডা" হ'লে

আকৌ ছোৱালীজনী তেওঁ তাত থৈ আহিবগৈ। কিছুদিনৰ মূৰত সুন্দৰ কাকতীয়ে জোঁৱায়েকৰ খং মাৰ গৈছে বুলি ভাবি, নানা কাকুতি-মিনতি কৰি, জীয়েকক আকৌ জোঁৱায়েকলৈ চিঠি লিখিলে। সেই চিঠিৰ উত্তৰত — "মহাশয়, আমুকা বৰাৰ মধ্যমা কন্যা আমুকীৰ সৈতে মোৰ শুভ-বিবাহলৈ আপোনাক এই পত্ৰ দ্বাৰাই নিমন্ত্ৰণ কৰিলোঁ, সপৰিবাৰে আহি সন্তোষ প্ৰদান কৰিব।" বুলি লিখা চিঠি কাকতীৰ হস্তগত হ'ল। দুখত-শোকত হৃদয় বিদীৰ্ণ হৈ ধাৰ্মিক সুন্দৰ কাকতীয়ে এই ঘটনাৰ তিনিমাহৰ ভিতৰতে নশ্বৰ দেহ পৰিত্যাগ কৰি সিপুৰীলৈ প্ৰস্থান কৰিলে।

আচল ঘটনা ওৰ পাওক বা নাপাওক, মানুহ দুদল হোৱাটো দস্তুৰ সদায় আছে। এই ক্ষেত্ৰতো সেয়ে হ'ল। এদলে কাকতী-কাকতীয়নীক আৰু কাকতীৰ জীয়েকৰ গাত দোষ দিলে। কিন্তু দোষ যাৰে গাত পৰক, ফলত ললিতী জীয়া-ৰাৰী হ'ল। ছব্‌ডেপুটী হাকিমে পুনৰ্বাৰ বিবাহ কৰিলে।

ইয়াৰ কিছুদিনৰ পিছত দেখা গ'ল যে, ছবডেপুটী হাকিমৰ এই দ্বিতীয়বাৰ বিয়াৰ ফলেও প্ৰথম বিয়াৰূপ মহাজনৰ পন্থা ল'লে। প্ৰায় একেদৰেই ছব্‌ডেপুটীৰ এই দ্বিতীয় পক্ষৰ গৃহিনীয়েও অচিৰতে পৰিত্যক্তা হৈ জীয়া-ৰাৰীৰ শাৰী পূৰালে। আগেয়ে ললিতীৰ গাত দায় দিওঁতা দলৰ প্ৰায় পোন্ধৰঅনা লোকে এই দ্বিতীয় বিবাহৰ ফল লক্ষ্য কৰি ভাগি আহি সিদলৰ লগত যোগ দিলে। আমাৰ বি-এ ছব্‌ডেপুটী হাকিম ডাঙৰীয়া, কিন্তু "নাছোৰবান্দা।" বিয়াৰ বিষয়ত তৃতীয়বাৰ 'এক্সপেৰিমেণ্ট' কৰি চাবলৈ তেওঁ দৃঢ় প্ৰতিজ্ঞ হ'ল, কাৰণ তেওঁ "চায়েন্স কোৰ্চৰ গ্ৰেজুৱেট"। তেখেতে সকলো বিষয়ৰ "লেবৰেটৰিত" পুঙ্খানুপুঙ্খৰূপে বাৰে বাৰে পৰীক্ষা কৰি নাচালে স্থিৰ সিদ্ধান্ত কৰাটো তেখেতৰ অভ্যাস নহয়। গতিকে তৃতীয়পক্ষৰ সংঘটিত হ'ল। যি হওক, সি কিন্তু এতিয়াও "লেবৰেটৰিতে এক্সপেৰিমেণ্টল" অৱস্থাত আছে। অৰ্থাৎ তাৰ পৰীক্ষা চলিছে, ফল ওলোৱা নাই।

ইতিমধ্যে ললিতীৰ হাতৰ চিঠি এখন এই উপাখ্যান লেখকৰ হাতত পৰিল, যাৰ অবিকল নকল তলত দিয়া গ'ল —

শ্ৰীযুক্ত শ্ৰীকান্ত হাজৰিকা ছব্‌ডেপুটী কলেক্টৰ ডাঙৰীয়াৰ সমীপেষু,

মোৰ আবাৰচেৰেক কথা আপোনাক ক'বৰ সকাম আছে, মুখেৰে ক'বৰ উপায় নাই দেখি চিঠিৰে লেখি দিলোঁ। মই জানো, যে এই চিঠি আপুনি পঢ়ি ফালি পেলাব, কাকো নেদেখুৱায়; সেইদেখি ইয়াৰ নকল এখন শ্ৰীযুত 'বাঁহী'ৰ সম্পাদক ডাঙৰীয়ালৈকো পঠিয়াই দিলোঁ, বাঁহীত ছপা কৰিবলৈ; যাতে আপুনি চিঠিখন লুকাই ৰাখিব নোৱাৰে।

আপুনি কলিকতাতে পঢ়ি বি-এ পাছ কৰি "শিক্ষিত" হৈ আহিহে মোক বিয়া কৰাইছিল। তাৰ আগেয়ে অৰ্থাৎ অশিক্ষিত অৱস্থাত নহয়। মইহে অশিক্ষিতা মূৰ্খ তিৰোতা, আপুনি শিক্ষিত আৰু বিশ্ববিদ্যালয়ৰ ছাব-মোহৰ পোৱা 'গ্ৰেজুৱেট'। কিন্তু মোক কওকচোন, বিশ্ববিদ্যালয়ৰ শিক্ষাত এইটো শিকনি দিয়ে নে যে লোকৰ সৰু ছোৱালী এজনী বিয়া কৰাই আনি তাইক দিনৌ চোৰ কিলোৱাদি কিলাব পায় আৰু হালৰ গৰু কোবাদি বাব পায়? আৰু তাইৰ মাক-বাপেকৰ চৈধ্য পুৰুষ উকতি গালি পাৰিব পায়? বি-এ মহলাত উঠিলে মানুহে মাক-বাপেক, শহৰ-শাহু, গুৰু-গোসাঁই কাকো কুটা এগাছৰ সমানকে নামানি নেওৰকটা বাঘ হৈ ওলাবৰ

অধিকাৰ পায় নেকি? আৰু হাকিম হ'লে, শহুৰেক-জোঁৱায়েকৰ ঘৰলৈ আহিলে শহুৰেকক জোঁৱায়েকে "তুমি কৰ মানুহ? কি লাগে? তোমাৰে সৈতে এতিয়া মোৰ দেখা কৰিবৰ ফোৰ্চুৎ নাই" বুলি চকিত বহি মেজৰ ওপৰত ভৰি তুলি চেলেউ হুঁপিব পায় নেকি? অথবা নানা কৰ্কশ কথা কৈ অপমান কৰি শহুৰেকক বিদায় দিব পায়? এইটো হাকিমৰ গুণ নে, বি-এ মহলাত উঠাৰ গুণ? নাইবা 'শিক্ষিত' আৰু 'সভ্য' হোৱাৰ লক্ষণ মোক জানিবলৈ দিব নে?

আগৰ কালৰ শিক্ষাত তিৰোতাক অৰ্দ্ধাঙ্গিনী বুলিছিল, সহধৰ্মিণী বুলিছিল ; আপোনালোকৰ আজিকালিৰ বিলাতী শিক্ষাত better half বোলে। কিন্তু মুখেৰে এনেবোৰ সম্বোধন কৰি, গৰু-ম'হৰ প্ৰতিও মানুহে যেনে ব্যৱহাৰ নকৰে তেনে ব্যৱহাৰ তিৰোতাৰ প্ৰতি কৰিব পায় নে? এয়েই আপোনালোকৰ উচ্চশিক্ষা নে? উচ্চশিক্ষা মানে চাহাবী টুপি, ঠেঙা, কোট পিন্ধি, মেজত কুকুৰা, ভেৰা, গৰু, গাহৰীৰে খানা খোৱাটোহে নে? আৰু মদ খাই মতলীয়া হৈ ফুৰাটোৱেই নে? চৰিত্ৰ ৰক্ষা কৰাটো অকল তিৰোতাৰহে কৰ্তব্যৰ ভিতৰৰ, পুৰুষৰ নহয় নে?

দেউতাই মোৰ দুখ-দুৰ্দশা দেখি নেখাই-নবই শোকত শুকাই-উবাই প্ৰাণত্যাগ কৰিলে! আইও বেজাৰত মৰে মৰে। আই-বোপায়ে পেটৰ পোৱালিক পুতেকৰ তুল্য জোঁৱায়েকৰ হাতত সঁপি দিছিল নে যমৰ হাতত? তিৰোতাৰ ওপৰত অত্যাচাৰ আৰু দুব্যৱহাৰ কৰিবলৈকে মাক-বাপেকে নিজৰ সন্তানক বুকুৰপৰা ছিৰি পুৰুষৰ তিৰোতা কৰি দিয়ে নে? পুৰুষে তিৰোতাৰ স্বভাব-চৰিত্ৰ নিৰ্মল হৈ থাকিবৰ নিমিত্তে দেখোন বৰ কটকটীয়া বিধি-বিধান দিয়ে, কিন্তু তেওঁলোকৰ নিজৰ ফালে তেনে বিধি-বিধানৰ বান্ধোনবোৰ ঢিলাশোলোকা কৰি লয় কিয়? তেওঁলোকে তিৰোতাৰ পৰা যেনে নিৰ্মল-শুদ্ধ চৰিত্ৰ বিচাৰে, তিৰোতাইও তেওঁলোকৰপৰা তেনে বিচাৰিব নোৱাৰে কিয়? কৰ্তব্য এফলীয়া-একপক্ষীয়া কেনেকৈ কেতিয়াৰপৰা হ'ল?

আমাক পুৰুষে দেখোন বৰকৈ পতিভক্তি শিকায় ; পুৰুষ আমাৰ ভক্তিৰ পাত্ৰ হ'বলৈ যত্ন নকৰি চৰিত্ৰবিষয়ত উদণ্ড হয় কিয়? আমাক স্বামীৰ শত দোষলৈ আওকাণ কৰি চকুমুদি থাকি দিনে-ৰাতিয়ে স্বামীৰ সেৱা কৰিবলৈ পুৰুষে কয় ; স্বামী পাষণ্ড-দুবৃত্ত-দুৰাচাৰ-মদপী-কুচৰিত্ৰবান হ'লেও সেইবোৰলৈ আমি চকু নিদি, মাত্ৰ স্বামীসেৱাকেহে কৰি থাকিবলৈ তেওঁলোকে ব্যৱস্থা দিয়ে ; কিন্তু তেওঁলোকে পাহৰে যে আমিও মানুহ। কিয়, তিৰোতা অলপ দোষতে যে পৰিত্যাগ কৰিবলগীয়া হয়, স্বামীৰ বেলিকা নো এই অন্ধভক্তি কিয়? ইতিহাস পুৰাণ ধৰ্মশাস্ত্ৰৰ নানা উদাহৰণ দি পুৰুষে এইবোৰ শিকনি তিৰোতাক দিয়ে দিয়ক, ভাল কথা, আমি সেই শিকনি ল'ম ; কিন্তু তেনেবিলাক সন্তুণ আমি স্বামীৰ ফালৰপৰা দাবী কৰিব নোৱাৰো কিয়? "জোৰ যাৰ মুলুক তাৰ" — নীতি পুৰুষৰ হাতত আইন কৰাৰ আৰু আইনৰ ব্যৱস্থা দিয়াৰ ভাৰ দেখি নহয় নে?

কোনো পশুপ্ৰকৃতি দুশ্চৰিত্ৰ পুৰুষেৰে সৈতে কোনো তিৰোতাৰ বিয়া হ'ল। সেই পুৰুষে সেই তিৰোতাৰ জীৱন ব্যৰ্থ কৰিলে। তথাপি সেই তিৰোতাই সেই পশু স্বামীটিৰ পৰা দিনে-ৰাতিয়ে লাথি-চৰ-গোৰ খাই তেওঁক সেৱা কৰি, পূজা কৰি, ধ্যান কৰি থাকিব লাগিব ; কাৰণ সেই পশুটি সেইজনী (তেহেলে সেই তিৰোতা দেৱীৰ চৰিত্ৰ হ'লেও) তিৰোতাৰ ইহকাল-

পৰকালৰ লগীয়া !!! আন সহস্ৰ গুৰুতৰ ভুলৰ শুধৰণী আছে, পৰাচিত আছে, ক্ষমা আছে, কিন্তু দৈবাৎ ঘটা এই বিয়াৰ বয়ঙ্কোনৰ ভুলৰ শুধৰণী নাই, পৰাচিত নাই, ক্ষমা নাই, এৰণ নাই, ইহকাল-পৰকাল দুইকালত এই তিৰোতাই সেই পুৰুষেৰে সৈতে নৰকৰ যন্ত্ৰণা ভোগ কৰি থাকিব লাগিব। কি শাস্তি! কি ব্যৱস্থা! কি অবিচাৰ! মঙ্গলময় ঈশ্বৰৰ এনে অমঙ্গল-অবিচাৰ বিধান হ'ব পাৰেনে? উদাহৰণস্বৰূপে ধৰক ; -- আপুনি মোক যমৰ যাতনা দি, অপমান কৰি পৰিত্যাগ কৰি, ভৱিষ্যৎ মিলনৰ বাট পৰ্যন্ত মাৰিও, আকৌ এজনী বিয়া কৰিলে। কিন্তু আপুনি ঘিউ ঢৌলাচেৰেক জুইত দি কিবা নুবুজা মন্ত্ৰ গোটাচেৰেক মাতি, মোৰ সৈতে নকৰিবলগীয়া বিয়াখন কৰিছিল দেখি, মোৰ আৰু আপোনাৰ হাতৰপৰা ইহকালত যে উদ্ধাৰ নাইয়েই পৰকালতো নাই !!! কোন পুৰুষ ঋষি-মুনিৰ এই ব্যৱস্থা, তেওঁক যেন ঈশ্বৰে এবাৰ তিৰোতা জনম দি, আপোনাৰ সৈতে বিয়াৰ খোৰোচা গাঠিডাল লগাই দিয়ে, ঈশ্বৰৰ ওচৰত মোৰ এই প্ৰাৰ্থনা।

শুনক, এনে ব্যৱস্থা ঈশ্বৰৰ ব্যৱস্থা নহয়, হ'ব নোৱাৰে। আমি তিৰোতাবোৰ আপোনাসকল পুৰুষৰে নিচিনা মানুহহে, আপোনাসকলৰ ধেমালিৰ পুতলা, বা মাটিকলহ, বা ডবিৰ খৰম বা গোহালিৰ গৰু-ছাগলী নহওঁ। আপুনি যেনেকৈ মোক পৰিত্যাগ কৰিলে, মোৰো আপোনাক অযোগ্য বিবেচনা কৰি পৰিত্যাগ কৰিবৰ অধিকাৰ সম্পূৰ্ণ আছে। আৰু পৰকালৰতো দূৰৰ কথা, ইহকালতে সেইদিনাই যি দিনাই মোক আপুনি আপোনাৰ ঘৰৰপৰা অপমান কৰি খেদি পঠিয়ালে -- আপোনাৰে সৈতে মোৰ সকলো সম্বন্ধ গ'ল।

তিৰোতা হ'লেই যে তাইক বিয়া দিবই লাগিব, বা তাই বিয়া কৰাবই লাগিব, নহ'লে তাই জাত গ'ল, কুল গ'ল, জীৱন ব্যৰ্থ হ'ল এই কথা মই নামানো। কাৰণ সি ভুল, ভুল, সম্পূৰ্ণ ভুল। যোগ্য, ধাৰ্মিক, মনুষ্যত্বৰ মোল বুজা, স্বামী আৰু সঙ্গী হ'বৰ উপযুক্ত লোক পালে অৱশ্যে তিৰোতা-ছোৱালীৰ বিবাহত মঙ্গল কাৰণ মঙ্গলময় ঈশ্বৰৰ সি ইচ্ছা। তেনে দৰা নেপালে তিৰোতা-ছোৱালীয়ে কোনোকালেও বিয়া কৰিব নেপায়, আৰু মাক-বাপেকেও বিয়া দিব নেপায় ; -- এইটো কাকতীৰ ঘৰৰ "অশিক্ষিতা' ছোৱালী ললিতী তিৰোতাৰ ব্যৱস্থা ; কাৰণ তাই নিজে ভুক্তভোগী। পুৰুষক স্বায়ত্তশাসন লাগে, স্বৰাজ লাগে, কাৰণ নিজৰ ভাল-বেয়াৰ আইন-কানুন তেওঁলোকে নিজে কৰি নিজৰ সুখ বঢ়াব, দুখ কমাব, কিয়নো, লোকে আইন কৰিলে তেনে নহয়। আমি তিৰোতাবো সেয়ে যুক্তি। আমাকো স্বৰাজ-স্বায়ত্তশাসন লাগে, আমিও আমাৰ আইন নিজে কৰি ল'ম, পুৰুষৰ হাতত আমালৈ আইন কৰাৰ ভাৰ নাৰাখোঁ ; কাৰণ তেওঁলোকে পক্ষপতীয়া আৰু সেই কাৰ্যৰ অযোগ্য প্ৰমাণিত হ'ল। তেওঁলোকৰ মনু, পৰাশৰ জ্ঞানী হ'লেও পুৰুষ, সেইদেখি তেওঁলোকে আমাৰ সম্পূৰ্ণ "দৰদ" নুবুজে। আপোনাসকলেওতো কয় যে, আমাৰ আইন আমি কৰি ল'ম, কাৰণ ইংৰাজ আইন কৰোতাসকল জ্ঞানী হ'লেও আমাৰ "দেশী মানুহৰ" সম্পূৰ্ণ "হাল" অভাব অভিযোগ তেওঁলোকে নুবুজে।

তিৰোতাই অকল বিয়া কৰি স্বামীসেৱা কৰা আৰু সন্তি-সন্ততি জন্মাই লালন-পালন কৰাৰ বাহিৰে যে তিৰোতাৰ জীৱন ইহসংসাৰত সফল কৰিবলৈ আন কাম নাই, এইটো "কুমাৰী" শ্ৰীমতী ললিতী কাকতীয়ে নামানে। বিয়াৰ দাসত্ব-শৃঙ্খলৰ বাহিৰে লক্ষ লক্ষ প্ৰকাৰৰ কাম

আছে, য'ত লাগি থাকি তিৰোতাই নিজৰ জীৱন সফল কৰি মঙ্গলময় ঈশ্বৰৰ ৰাজ্যত মঙ্গলময়ৰ ইচ্ছা পূৰ্ণ কৰি নিজৰ জীৱন কটাই যাব পাৰে। কেৱল বিয়া, বিয়া বিয়া। বিয়া নিদিলে ছোৱালী জহৰ্নামে গ'ল। সেইদেখি খোৰা, কোঙা, চোৰ, ডকাইত, মদপী, দুষ্ট, যাকে পোৱা যায়, তাকে ধৰি আনি ছোৱালীজনী দিব লাগিব, — "গৰু পাৰ কৰিব লাগিব।" ছি! পুৰুষ! তোমাৰ এই ব্যৱস্থা।

হাকিম ডাঙৰীয়া, আপোনাক শেহত এটা কথা কৈ এই চিঠি অন্ত কৰিম। আপুনি সামাজিকতো নাভাবিব যে মোক পৰিত্যাগ কৰিলে বুলি মই জীৱন্ততে মৰিলোঁ। আপোনাৰ নিচিনা পাপ-শিকলিৰ বান্ধৰপৰা মুকলি হৈ মই জীলোঁ জানিবা। এই পৃথিৱীত অলেখ দুখিত প্ৰাণী আছে, সিহঁতৰ দুখ গুচাবলৈ সিহঁতক সেৱা শুশ্ৰূষা কৰিবলৈ মোৰ এই ক্ষুদ্ৰ নগণ্য জীৱন উচৰ্গা কৰি মই নিজক ধন্য মানিছোঁ। শক্তি অনুসাৰে পৰোপকাৰ কৰা, সজ পুথি পঢ়া-শুনা কৰা সহ কাৰ্য কৰা, ঈশ্বৰ চিন্তা, ইশ্বৰক সেৱা ভজনা কৰি জীৱন সাৰ্থক কৰা কাৰ্য কৰিবলৈ মই দৃঢ় সঙ্কল্প কৰিছোঁ। ঈশ্বৰে এই দাসীৰ অভিষ্ট সিদ্ধি কৰক, তেওঁৰ চৰণত এই প্ৰাৰ্থনা। ইতি

বিনীতা

শ্ৰীললিতী কাকতী

পুঃ ঈশ্বৰে আপোনাকে যেন সুমতি দি আপোনাৰ দোষ মৰিষণ কৰি মঙ্গল কৰে, তেওঁৰ ওচৰত মোৰ এইটোও প্ৰাৰ্থনা।

-- ল, কা।

[বাঁহী, ৬ষ্ঠ বছৰ, ৭ম সংখ্যা, ১৯১৮ চন] ■

# পাত্‌মুগী

আমাৰ ঘৰ ডবকা মৌজাত। জাতত আমি কুমাৰ। ডাঙৰকৈ টেকেলি, কলহ, চৰু আৰু সৰুকৈ জুনুকা বানমলা সাজি সেইবোৰকে বেচি কৌটিকালৰ পৰা আমি খাই-বৈ আছিলোঁ। কিন্তু এতিয়া আৰু আমাৰ ব্যৱসায় নচলা হ'ল। নানা তৰহৰ বিদেশী বস্তুৱে আমাৰ দেশ ওপচাই দিয়াৰ লগে লগে, বিলাতী 'খেলনা'ই আমাৰ জুনুকা বানমলা আৰু ভুৰুকাক ভুৱা দি খেদিলে। বিদেশী এলুমিনিয়ামৰ লোৰ আৰু চীনামাটিৰ বাচন-বৰ্তনে আমাৰ সাতামপুৰুষীয়া চৰু-কলহক বনবাস দিলে। আজি আমি নিৰুপায় হৈ বোপা-ককাৰ ব্যৱসায় এৰি এডৰা-আদ্‌ডৰা মাটিৰ খেতিকে হাতত লৈ কোনো মতে পেট প্ৰবৰ্তাই আছোঁ। তাতো বিদেশীয়ে হেতাওপৰা লগাই আমাক চুকলৈ ঠেলিব লাগিছে। আমাৰ গাত বল নাই, গাঁথিত পইচা নাই, যে সেই ঠেলাক ওলোটা ঠেলাৰে সুতাব পাৰোঁ। তাৰ উপৰি, তেলেৰে জেকি থকা মূৰতহে তেল পৰে বুলি কয়। মাটি বন্দৱস্ত কৰি দিয়া ৰজাঘৰীয়া বিষয়াক আমি সন্তোষ লগাব নোৱাৰোঁ। এইবোৰ কাৰণত এতিয়া আমাৰ নাজল-নাথল অৱস্থা। আলতীবাইহঁতে আমাৰ গাঁৱৰে। আমাৰ ওচৰ-চুবুৰীয়া আৰু আমাৰ জাতৰে। পাতমুগী আলতী বাইৰ জীয়েক। তাই মোক দদাই বুলি মাতে আৰু মোৰ আগতে উপজি ডাঙৰ-দীঘল হৈ এতিয়া ভৰ-গাভৰু। ছোৱালীজনীক দেখিলে কোনে আমাৰ নিচিনা দুখীয়া ছাল ছিগা ভিকহু কুমাৰৰ ঘৰৰ ছোৱালী বুলিব? ঠিক তাই যেন সদৰামিনৰ ঘৰৰহে জীয়ৰী।

বকতা মৌজাৰ পৰ বামুণৰ ল'ৰা আহি তাইক চকু দিলে। ঈশ্বৰৰ ইচ্ছাতে তাইৰো তাতে মন বালে। তাইতে সি চাপি ৰ'ল। আমি আটায়ে পাতমুগীক কত বুজালো, তেনে কাম নকৰিবলৈ ; কিন্তু তাইৰ মন ঘূৰাব নোৱাৰিলোঁ। মাকৰ হাকো তাই নুশুনিলে। যি হ'ল হ'ল বুলি আমি পঞ্চায়ৎ গোটালোঁ। পঞ্চায়তৰ আগত ল'ৰাজনে তাৰ লগুণত ধৰি শপত খাই, এখন কাকতত লেখি দিলে যে যাবজ্জীৱন সি পাতমুগীক নেৰে আৰু ক'লে, সি যেতিয়া তাইৰ নিমিত্তে নিজৰ জাতকে এৰি দিবলৈ গৈছে, তাই তাৰ কিমান চেনেহৰ বিত, পঞ্চায়তে ভাবিলেই বুজিব পাৰিব। আমিও ভাবিলোঁইক, দূৰ গাঁৱৰ নিছলা নিঠৰুৱা ল'ৰাটোক নিয়ন্তাজনে কোবাই-ধৰিয়াই আনি যেতিয়া আমাৰ মাজত পেলাই দিছেহি, তাৰ এটা গতি আমি কৰিবই লাগে। থাওক সি আমাৰ জাতৰে এটা হৈ আমাৰ গাঁৱতে। অপুত্ৰকা বুঢ়ীজনীয়েও জানিবা পো এটা পালে।

কিন্তু আজিকালিৰ দিনকাল উলটিল। মিছা কেশ্যা আদি পাপ বলী হৈ উঠি পৃথিৱী গ্ৰাস

কৰিলে। মানুহৰ কথাত সঞ্জাত যাব নোৱাৰি। মুখৰ গঢ়, বাহিৰৰ কাম দেখি মানুহক বুজিবলৈ গ'লে খালত পৰিব লাগে। চপনীয়া ডেকা এবছৰ ছোৱালীজনীৰে সৈতে ঘৰ কৰি থাকি সিদিনা অঃফুট্ মাৰিলে। থিতাতে সি ক'লৈ গ'ল, কোনেও ক'বকে নোৱাৰিলে। ছোৱালীজনীয়ে তাক বিচাৰি নাপাই কান্দি-কাটি বলীয়া হ'ল। আমিও চাৰিওফালে পাত্‌পাতকৈ বিচাৰি তাৰ একো উৱাদিহ উলিয়াব নোৱাৰিলো। শেহত ভাগৰি ভাবিলোহঁক যে তাৰ কৰবাত অপঘাত মৃত্যু হ'ল ; নহ'লে এনে বেথা লগা বামুণৰ ল'ৰাটোৱে এনেহেন দীপ্‌লিপ্ ছোৱালীজনী এৰি ক'লৈ যাব। গিৰিয়েক-ঘৈণীয়েকৰ ভিতৰত কেতিয়াও কোনো দন্দ-খৰিয়াল লাগিছিল বুলিও কোনেও ক'ব নোৱাৰে। শাহুৱেকেও তাক আতোল-তোলকৈ ৰাখিছিল। ৰাখিবৰ কথাও। তাক থিৰজুৰ দেখি আৰু তাৰ কথা-বাৰ্তা, চলন-ফুৰণ ভাল দেখি গাঁৱৰ সকলো তাৰ ওপৰত তুষ্ট হৈ পৰিছিল। সকলোৱে কৈছিল, "পাতমুগীয়ে কপালৰ বলতহে এনেটো চিকুণ দৰা পালে।" কিন্তু, কিন্তু-কিন্তু-কিন্তু হ'ল, আৰু এনেবোৰ কথাই-বতৰাই দিনটো নোযোৱা হ'ল। কি কম কি শুনিবা। সিদিনা কোৱাৰ মুখে চিলাৰ মুখে বাতৰি ওলাল, সি হেনো তাৰ ঘৰ বকতা মৌজা পালেগৈ। গৈয়েই হেনো সি পা-পৰাচিত হৈ জাতত উঠি আকৌ বামুণী ছোৱালী এজনী বিয়া কৰিলে। আমাৰ পাতমুগীয়ে এই জনৰবটো কোনোবা শত্ৰুৱে মিছাকৈ তুলিছে বুলি বিশ্বাসকে নকৰে। মই বোলোঁ, তেনেহ'লে চকু-কাণৰ বিষাদকে ভাঙি আপোন চকুৰেই চাই আহোঁগৈ। এইবুলি বোকাই-পানীয়ে খোজকাঢ়ি গৈ ওলালোঁ বকতাত। তাত যি শুনিলো আৰু নিজৰ চকুৰে যি দেখিলো দেখি-শুনি মোৰ পেতত হাত-ভৰি লুকাল। বতৰাটো গোটেই সঁচা। সি তেনেকুৱা গোবান্ধ কামকে কৰিলে হয়। তাক মই লগ ধৰি আধাৰচেৰেক কথা ক'ব খুজিছিলো, কিন্তু তাৰ ওচৰ ধুকিবকে নোৱাৰিলো। সেই গাঁৱৰ মানুহবিলাকে তাৰ ঘৰ-বেৰ দি ৰাখিছে। মোক দেখি, সিহঁতে ধৰি তহিলং কৰি কিলাইকে দিব খুজিছিল। শেহত প্ৰাণটো লৈ পলাই আহিহে ৰক্ষা পৰিলোঁ।

পাতমুগীয়ে মোৰ মুখৰ কথাবোৰ শুনি হিয়া-মূৰ ভুকুৱাই কান্দিবলৈ ধৰিলে। মাকৰ অৱস্থা দেখিলে কান্দোন ওলায়। বুঢ়ীয়ে ভাত-পানী এৰি তিনি দিনলৈকে শোৱাপাটীত দীঘল দি পৰি আছিল। যি হ'বৰ হ'ল, এই বুলি সিহঁতক প্ৰথমতে বুজনি-চেঁচনি দি সহি থকাই ভাল বুলি কৈছিলোঁ। কিন্তু তাৰ পিছত ভাবিলো, ইমান বিশ্বাসঘাতকৰ এটা শাস্তি নহ'লে এই পৃথিৱীত আৰু ধৰ্ম নাথাকে। ইয়াকে ভাবি মই আলতীবাই আৰু পাতমুগীক লগত কৈ কাছাৰীত গোচৰ কৰিবলৈ ৰংপুৰলৈ বুলি খোজ ল'লোঁ।

চ'ত মাহ। টিকা-ফটা ৰ'দ। বাটত যাওঁতে যাওঁতে গছ এজোপা পালোঁ। ওপৰলৈ চাই দেখিলো, তাত ভালেমান ঔটেঙা লাগি পকি আছে। পাতমুগীয়ে ক'লে, "দদাই। বৰ পিয়াহ লাগিছে। পকা ঔটেঙা এটাকে পাৰি আনা, খাওঁহঁক। পিয়াহত মোৰ অণ্ঠে-কণ্ঠে শুকাই গৈছে।" উঠিলোঁ ঔটেঙা গছত। পাৰিলো তিনিটা পকা ঔটেঙা। তললৈ চাই নামি আহিছো, এনেতে ওপৰলৈ চাই থকা পাতমুগীৰ মুখখনত মোৰ চকু পৰিল। তাই মুখখন ৰ'দত পকা থেকেৰা যেন হৈ পকি পৰিছে। মুখখন সঁচাকৈয়ে কি ধুনীয়া দেখাইছে। আগৰে পৰা সদায় তাইৰ মুখ মই দেখি আহিছো, কিন্তু আজি দেখাখনৰ নিচিনা কেতিয়াও কস্মিনকালেও দেখা নাছিলোঁ

আৰু এখাপ নামলতে তাইৰ দুচকুত মোৰ চকু দুটা পৰিল। মই ৰ লাগি ৰ'লো। ভাবিলো দেহি ঐ! কি বিতোপন চকুযুৰি! তাৰ পিছৰ খাপত আৰু মোৰ চকু নপৰা হ'ল। পাতমুগীয়ে মোৰ গঢ় দেখি কি বুজিলে ক'ব নোৱাৰো, মিচিককৰে হাঁহি মাৰি ক'লে, "দদাই! ৰ লাগি কি চাইছা? নামি আহা! পিচলি পৰিবা চাবা।" তাইৰ কথা শুনি মোৰ গাত গোসাঁই নাইকিয়া হ'ল। তাইৰ ডিঙিৰ পৰা যে এনে সুৰীয়া সোৱাদ মাত ওলায়, এইটো মই আগেয়ে নাজানিছিলোঁ। আগেয়ে তাইৰ মাতত এনে মৌ থকাটোৱো মই কেতিয়াও গম পোৱা নাছিলো। কিয় ক'ব নোৱাৰো, মোৰ গাটো জ্বৰ-ঘামে ঘামিবলৈ ধৰিলে। মই কোনোমতে নিজক চম্ভালি লৈ পিচলি অহাদি আহি মাটিত ভৰি দিলোঁ। সেইদৰে আহোঁতে গছৰ গাত মোৰ বুকুখন লাগি ঘঁহনি খাই তাৰ মাখিছাল ছিগিল। দেখিলোঁ অলপ আগলৈকে পানীৰ পিয়াহত পৰি থৰযুগুতি এৰা পাতমুগী এতিয়া ঠন ধৰি উঠিল। মুখত তাইৰ মিচিক-মাচাক হাঁহি।

এইটো কি? মোক কিহে পালে? মোৰ কি হ'ল কোনোবাই ক'ব পাৰে নে? মই হ'লে তাৰ মোৰ উলিয়াব নোৱাৰি বিমোৰত পৰিলো। অলপৰ আগলৈকে পিয়াহত লেৰেলি থকা পাতমুগীৰ মুখতো দেখোন মিচিকিয়া হাঁহি! তাইৰ হাত ভৰি কেইটাও দেখোন আগতকৈ চতৰবতৰ। তাইৰ ভাগৰ-জোগৰখন ক'লৈ গ'ল? পকা ঔটেঙা মুখত নিদিয়াতে তাইৰ এই অৱস্থা; মুখত দিলে তাই তাইৰ দুখীয়া দদায়েকক উৰাই নি মানস সৰোবৰত পেলাই দিবলৈ নেকি? যিজনী ছোৱালী কতেকৰ আগলৈকে বামুণ গিৰিয়েকৰ প্ৰবঞ্চনা আৰু দুৰ্ব্যৱহাৰত আদমৰা হৈ আছিল, হঠাৎ এই থপৰ্-জপৰাখন লাগিল কিয়? পাতমুগীকতো মই কাপোৰ নিপিন্ধা অৱস্থাৰে পৰা দেখিছোঁ। তায়ো মোক সদায় দেখি আহিছে। আন নেলাগে, তাইক কোলাত লৈ মই ডাঙৰ-দীঘল কৰিছো বুলিলেই হয়। আজি মোৰ এইখন কি হ'ল। তাইৰ বা কি হ'ল! এই ঔ গছত কোনোবা দেৱতা আছিল নেকি, যে আমাক দুইকো যান মাৰি এনেকুৱাকৈ শালিলে? মই আঢ়েকুৰি বছৰীয়া বুঢ়া। পাতমুগী সোতৰ বছৰীয়া ডেকেৰী ছোৱালী। তাই মোৰ জীৰ লগৰ। ছিঃ! মোৰ ভাবিবলৈকে লাজ লাগিছে! হে হৰি! মোক কি কৰিলা! মই যে তললৈ গলো! মোৰ গাৰ গোসাঁই আজি ক'লৈ গ'ল? গোসাঁইৰ ঠাইত ঔ গছৰ দেও আহি মোৰ গাত সোমালহি নেকি? ঠিক বুজিছো, মোৰ গাত দেও লম্ভিলে। ছোৱালীজনীৰ গাতো লম্ভিল হ'বলা। তাইৰ ভাগৰ ক'লৈ গ'ল? মাকে কাটি দিয়া ঔ বখলা তাই খাবলৈ পাহৰি হাতত লৈ মোলৈ চাই কি ভাবি বৈ আছে?

ৰেলৰ লাইনৰ ওপৰত ৰেলৰ ডাকগাড়ীখন উধাতু খাই যোৱাদি, এই ভাববোৰ বিজুলী সঞ্চাৰে মোৰ মনৰ ওপৰেদি লৰি গ'ল। পাতমুগীয়ে মাত লগালে — "দদাই! ঐটেঙা খোৱা। মিছাকৈ কিবোৰ ভাবি আছা? চাওঁ তোমাৰ বুকুখন।" এইবুলি তাই উঠি মোৰ বুকুত হাত দিলে। মোৰ বুকুৰ টিপ্‌টিপনি নিশ্চয় তাইৰ কাণত পৰিছিল। "ইস্! মাখিছাল ছিগি গৈছে! যাওক, ওপৰে ওপৰেহে; ভিতৰলৈ সোমাব পৰা নাই।" তাইৰ কথাবাৰ শুনি মই লাজতে জয় পৰি গলো। ভিতৰলৈ কি সোমাবা নাই। এইষাৰ কথাৰ মানে কি? তাই দিয়া ঔ টেঙাবখলা লৈ মুখত সুমাবলৈ যাওঁতে, সি নাকত ঠেকিল। মোৰ সেই বিপৰ্যয় অৱস্থা দেখি পাতমুগীয়ে ঢেক্‌ঢেক্ কৰে হাঁহিবলৈ ধৰিলে। মোৰ নখে লাজ লাগিল। মই আলতী বাইক ক'লোঁ, "মোৰ

গাটো দেখোন বৰ বেয়া লাগিছে বাই!"

বায়ে ক'লে, – "এই ভৰদুপৰীয়াখন ঔটেঙা গছত উঠাটো ভাল হোৱা নাছিল। দেও, ভূত, জলশাই, থলশাই, দেৱতাসকলে এই সময়ত ক্ৰীড়া কৰি ফুৰে।"

ঔটেঙা পৰ্বৰ ওৰ পৰিলত আমি তিনিও আকৌ ৰংপুৰৰ ফালে খোজ ল'লোঁ। বাটত যাওঁতে মই এক প্ৰকাৰ নিমাত কিন্তু পাতমুগীৰে মুখত আখৈ ফুটা দেখি মাকে ক'লে – "পাতমুগী! তোৰ হ'ল কি? আজিচোন বৰ উলাহ? তইঁত দুইৰো গঢ় দেখি মোৰ ভয় লাগিছে। ঘৰলৈ উভতি গৈ আমৰলীয়া হাঁহ এটা মাৰি ভকতক চাউল একঠা খুৱাবলৈ মই আগ কৰিছোঁ।"

যাওঁতে মই ভাবি গৈছোঁ, ক'তা পাতমুগীৰ প্ৰতি কোনো কালে কু ভাব মোৰ মনত নাছিলতো! তাইৰোতো নাথাকিবৰেই কথা। তেন্তে মোৰ এনে বিসঙ্গতি হৈছে কিয়? তাইৰ মুখত ইমানকৈ মিচিকীয়া হাঁহিৰ মানেই বা কি? কেনেবাকৈ মোৰ অন্তৰৰ ভিতৰত তাইৰ চকু পৰিল নেকি? তাইৰ বুদ্ধিটো ইমান তীক্ষ্ণ নে? কেনেকৈ তাই বুজিলে? এতিয়া তাইৰ ফালে মোৰ মুখখন তুলি চাবলৈকে লাজ লাগিছে। মোৰ পৰাজয়ত তাইৰ এই উলাহ নেকি? তিৰোতাৰ মনটো সঁচাকৈয়ে বিচিত্ৰ সমলেৰে গঢ়া। সেই কণমান ছোৱালীজনীয়ে এই পঞ্চাশ বছৰীয়া শুকান বুঢ়াটোক থিতাতে গৰকি পেলালে। আচৰিত কথা

ইয়াৰ পিছত আমি ৰংপুৰ পালোঁগৈ। তাত এজন ডাঙৰ উকিলৰ কাষ চাপিলো। প্ৰথমতে উকিলৰ মহৰীৰ হাতত পৰিলো। মহৰীয়ে আমাক নগুৰ্ণাগতি কৰিলে। ইবাৰ এইটোৰ বাবে, সিবাৰ সেইটোৰ বাবে খৰচ দিব লাগে বুলি বাক্‌লেখদি আমি লগত লৈ যোৱা ৰূপ কেইটকা আদ্‌খিনীয়া কৰিলে। শেহত আমি উকিলৰ কাষ পালত, উকিলৰ ফিজকে আদি কৰি যি খৰচৰ হিচাপে ওলাল, সেইবোৰ শুনিয়েই আমাৰ মুখ শুকাই গ'ল। মই উকিলক ক'লো – "দেউতা! আমাৰ হাতত এতিয়া ইমান টকা নাই।"

উকিলে ক'লে – "যি আছে তাকেই দিয়া। গোচৰ থিয় কৰিলে, পিছত ঘৰৰ পৰা বাকীখিনি আনি দিলেই হ'ব। মকৰ্দমা তোমালোকৰ ফালে বৰ বলী। প্ৰবঞ্চকক মই ঠিক শাস্তি দিয়াম। ছোৱালীয়েও 'খেচাৰৎ' পাব।"

উকিলক আমাৰ হাতত থকা বাকী কেইটকা ৰূপ দিয়াৰ পিছত হঠাৎ পাত্‌মুগীয়ে উকিলক ক'লে – "উকিল দেউতা! মই আৰু গোচৰ নচলাওঁ।"

উকিলে কিয় বুলি সোধাত তাই উত্তৰ দিলে, "যথেষ্ট হৈছে। মোৰ গিৰিহঁতে দণ্ড দিয়াবৰ মোৰ মন নাই।"

"তেন্তে কিয় আহিছিলা?"

"গোটাদেক কথাৰ প্ৰমাণ চাবলৈ।"

"কি কথাৰ?"

"পুৰুষ জাতিৰ প্ৰৱঞ্চনা, নিষ্ঠুৰতা আৰু দুৰ্বলতাৰ।"

"প্ৰমাণ পালি নে?"

"পালো।"

"ক'ত?"

"আগেয়েও পাইছিলোঁ, এতিয়াও পালো। আৰু নালাগে। দেউতা! আপোনাক আমনি কৰাৰ বাবে যি কেইটা টকা দিয়া হ'ল, তাকে লৈয়েই সন্তুষ্ট হওক।" ইয়াকে কৈ তাই উকিলৰ কাষৰপৰা ঘট্ ঘট্ কৰে ওলাই গ'ল।

উকিল স্তম্ভিত হৈ ৰ'ল। তাৰ পিছত উকিলে আমাক ক'লে -- "এইজনী ছোৱালীতো কম নহয়। বৰ মইমতীয়া।

উকিলৰ কথাৰ উত্তৰ দিবলৈ আমি একো বিচাৰি নাপাই উকিলক সেৱা জনাই ওলাই গুচি আহি পাতমুগীৰ পাছে পাছে যাবলৈ ধৰিলো। উকিলৰ মহৰীয়ে বিঙিয়াই আমাক মাতিলে, "হেৰা! শুনি যোৱাহঁক, কথা আছে।"

পাতমুগীয়ে উভতি চাই উত্তৰ দিলে -- "কথা যি থাকিল থাওক আৰু নুশুনো।"

উভতি আহোঁতেও পাতমুগীৰ সেই একেটা গঢ়েই -- হাঁহি, উলাহ আৰু লচ্‌পচী। মই মৌন, মাকো মৌন। আকৌ বাটৰ কাষৰ সেই ঔটেঙা জোপাৰ ওচৰ পালতে, পাতমুগীয়ে মোক ক'লে -- "দদাই! আৰু এটা ঔটেঙা নাপাৰা নে? যদিও মোৰ এইবাৰ পিয়াহ লগা নাই, তথাপি তোমাৰ কিজানি লাগিছেই।"

মই তাৰ কথাৰ একো উত্তৰ নিদি তললৈ মূৰকৈ বেগাবেগিকৈ যাবলৈ ধৰিলো। পাতমুগী আৰু মাকক সিহঁতৰ ঘৰ পোৱাই দিলেই মই মোৰ ঘৰলৈ আহি, ভৰি-হাত ধুই আমাৰ নামঘৰলৈ গৈ থাপনাৰ ফালে মূৰ দি দীঘল হৈ পৰি, মোৰ মনত সেইদিনা ক্ষন্তেকৰ নিমিত্তে হোৱা বিকাৰৰ বাবে ঈশ্বৰৰ চৰণত কাকুতি কৰি ক্ষমা লভিলো নে নলভিলো, ক'ব নোৱাৰো ; কিন্তু দিনচেৰেকলৈকে পাতমুগীহঁতৰ ঘৰৰ ফালে আৰু মুখ কৰা নাছিলো।

এদিন হঠাৎ পাতমুগী মোৰ ওচৰত ওলালহি। তাই মোক ক'লে -- "দদাই! মোৰ দোষ মৰিষণ কৰক। তিৰোতাৰ স্বভাৱৰ বিষয়ে মতা মানুহে কেতিয়াও ভালকৈ নাজানে আৰু জানিবও নোৱাৰে। মানুহে নজনাটোতো ঠিকেই। দেৱতাইও নাজানে বুলি কয়। পুৰুষক হাতৰ মুঠিত ল'বলৈ পোৱাটোৱেই তিৰোতাৰ ডাঙৰ আশা। পুৰুষক জয় কৰাৰ আনন্দ তিৰোতাই লুকাব নোৱাৰে। তেহে লৈ পুৰুষজন যেয়েই হওক। এইকেইটা দিনৰ ভিতৰতে মই অনেক দেখিলোঁ, অনেক শিকিলোঁ। সেই চপনীয়া বিটলীয়াক মোক আৰু নালাগে। কিন্তু সেই বুলি মই তেওঁৰ কোনো অনিষ্ট কৰিবও নোখোজো। সংসাৰত এক ঈশ্বৰৰ বাহিৰে সঁচা একো নাই। সঁচাই ঈশ্বৰ, ঈশ্বৰেই সঁচা। তেওঁৰ সেৱাৰ বাহিৰে মানুহৰ কাৰ্য নাই। ধৰ্ম ধৰ্ম কৰি ধৰ্মৰ নামত মানুহে যে দিনে ৰাতিয়ে কত অধৰ্ম কৰি আছে, দেখিলে দুখ লাগে। ধৰ্ম কাক বোলে আমাক আমাৰ মহাগুৰু শ্ৰীমন্ত শঙ্কৰে তেওঁ কৰা কীৰ্তনত কৈ দিছে --

সমস্ত ভততে দেখিবেক নাৰায়ণ।
আত পৰে আন ধৰ্ম নাহি বিচক্ষণ।।

ঈশ্বৰত ভক্তি কৰিলেই ঈশ্বৰক পোৱা যায়। কেনেকৈ ভক্তি কৰিব লাগে, তাকো শ্ৰীশঙ্কৰ গুৰুৱে আমাক কৈ দিছে --

শত্ৰু-মিত্ৰ সব কৰিয়ো সম।
এহিসে কৃষ্ণৰ ভক্তি পৰম।।

ঈশ্বৰক এই মাটিৰ চকুৰে কোনেও দেখিবলৈ নাপায়। কিন্তু তেওঁ চৰ্জা সংসাৰখনতো এই চকুৰ আগতে আছে। দুখীয়াৰ দুখ গুচাবলৈ আৰু দৰিদ্ৰ নিমাখিত প্ৰাণীৰ ভালৰ অৰ্থে কাম কৰিলেই ঈশ্বৰ সন্তুষ্ট হয়। ভগৱন্ত শ্ৰীকৃষ্ণই কৈছে –

বিশেষত মনুষ্যগণত যিটো নৰে।
বিষ্ণু বুদ্ধিভাৱে সৰ্বদায় মান্য কৰে।।
ঈৰষা অসূয়া তিৰস্কাৰ অহঙ্কাৰ।
সবে নষ্ট হোৱে তেবে তাৰক্ষণে তাৰ।।

মই মোৰ মনটো শিলৰ খুটি যেনেকৈ বান্ধিলোঁ। মহাত্মা গান্ধীৰ বাক্য শিৰত লৈ মই স্বদেশ আৰু সকলোৰে হকে আৰু ঘাইকৈ দুখীয়াৰ হকে মোৰ এই জীৱনটো উচৰ্গা কৰিলো। কালিৰ পৰা কোনেও মোক আগৰ অৱস্থাত নেদেখে। দদাই! তুমি তোমাৰ এই দুখুনী ভতিজা জীজনীক আশীৰ্বাদ কৰা যেন তাইৰ মনৰ বাঞ্ছা সিদ্ধি হয়।" ইয়াকে কৈ পাতমুগীয়ে মোক আঁঠুকাঢ়ি সেৱা এটা কৰি উঠি গুচি গ'ল। মই হাবাঙৰ দৰে তাইৰ ফালে চাই ৰ'লো।

এই গল্পটো লিখি মই মোৰ এজন বিশিষ্ট বন্ধুক দেখুৱালো। বন্ধুজন নিভীক আৰু বিচক্ষণ 'কৃতিক্' অৰ্থাৎ সমালোচক। তেওঁক গল্পটো চাবলৈ দি ক'লো – "গল্পটোৰ বিষয়ে আপোনাৰ মতামত মোক লেখি দিয়ক।" মোৰ মনৰ ভাবটো এনে যে, গল্পটো তেওঁ ভালকে বুলিব। যদি নামজ্বলা 'কৃতিক্' সাহিত্যিক এজনে ভাল হৈছে বুলি লেখি দিয়ে, তেন্তে, বুকু ফিন্দাই তাক কাকতত ছপাবলৈ পঠিয়াই দিম। তেতিয়া ভয়তে আৰু তাক বেয়া বুলিব নোৱাৰিব। আৰু বুলিলেও, অস্ত্ৰ ধৰি লৈ আমাৰ 'কৃতিক্' আছে। মোৰ অনুৰোধ ৰক্ষা কৰি বন্ধুৱে যি মতামত লেখি দিলে, তাক তলত ছপালোঁ। পাঠকে পঢ়িলেই দেখিব যে মোৰ আশাৰ প্ৰসৱৰ ফল, অশ্বডিম্ব এটি –

"প্ৰিয়বৰেষু। তোমাৰ গল্পটো মই অতি মনযোগ দি পঢ়িও তাৰ কোনো এটা পাৰত উঠিব নোৱাৰিলোঁ। এইটোক যদি গল্প বুলিব লাগে, তেন্তে পুৱাৰে পৰা গধূলিলৈকে তোমাৰ আৰু আমাৰ ঘৰত যিবোৰ শাক-ভাত খোৱা কথা চলে, সেইবোৰো গল্প। বোলোঁ, গল্পটোৰ 'প্লট' ক'ত? ইয়াত নাই 'প্লট' নাই 'আৰ্ট' নাই 'বিউটী' নাই নীতি, নাই ৰীতি, আছে মাথোন ফুটুকাৰ ফেনসোপা। আলতী বাইৰ বন্ধুজন পঞ্চাশ বছৰীয়া বুঢ়া আৰু গাঁৱৰ সম্বন্ধত পাতমুগীৰ দদায়েক। বুঢ়াৰ ঘৰত বুঢ়ী আছে, ল'ৰা-ছোৱালী আছে আৰু ধৰ্মজ্ঞান কাণ্ডজ্ঞানো বুঢ়াৰ অলপ-অচৰপ আছে যেন মনে ধৰিলে। বুঢ়াই সৰুৰে পৰা ডাঙৰলৈকে পাতমুগীক দেখিছে। ইমান কালৰ ভিতৰত এদিনো, বুঢ়াৰ মনৰ বিকাৰ নঘটিল, ঘটিল বুঢ়াই ঔটেঙা গছৰ পৰা চুচৰি নামি আহোঁতেহে? 'বিদিকুলাছ' বোলোঁ হাঁহি উঠা কথা! ই সম্ভৱ অসম্ভৱ, দুইখন ডেওনাকে ডেই পাৰ হৈ গৈছে। ছোৱালীজনীয়ে গিৰিয়েকক হেৰুৱাই আৰু তাৰ শঠতা, প্ৰবঞ্চনাত মৰ্মাহত হৈ গোচৰ কৰিবলৈ, ইমান হাবাথুৰি খাই ৰ'দত বাটকুৰি বাই ঘাওঁতে লালকাল। এনে অৱস্থাত তাইৰ অভিভাৱক আৰু শ্ৰদ্ধাভাজন বুঢ়া মানুহজনৰ ভাববিপৰ্যয় দেখি তাইৰ হেনো হাঁহি উঠিল আৰু ভাগৰ পলাল। তাৰ পিছত সিহঁতৰ সাঁচতীয়া দুখৰ বিত ফেৰা ভগন হৈ ওৰ পৰিলতে, ছোৱালজনীয়ে ক'লে, মই গোচৰ নকৰোঁ। আৰু সেই কথা তাইৰ মাকেও শুনিলে

আৰু বুদ্ধি পকা অভিভাৱক জনেও শুনিলে! ইয়াতকৈ 'ৰিদিকুলাছ' কথা আৰু কি হ'ব পাৰে? ছোৱালনীজনীয়ে গোচৰ নকৰাৰ কাৰণ যি দিছিল, সিও অকিঞ্চিৎকৰ। তাৰ পিছত দেশসেৱাৰ নামত, গান্ধীৰ কংগ্ৰেছত তাইৰ যোগদান। এইটো তোমাৰ "Midsummer night's dream" হ'ব পাৰে, কিন্তু গল্প নহয়। এই গল্প তুমি নছপাবা। ছপালে হাঁহিয়াতৰ পাত্ৰ হ'বা নিশ্চয়কৈ কৈ থলোঁ। মোৰ স্পষ্ট কথাত বেয়া নাপাবা। -- ইতি

তোমাৰ বন্ধু

শ্ৰী.................

'কৃতিক' বন্ধুৰ কথা নুশুনি মই গল্পটো এইবাবে ছপালোঁ যে 'কৃতিকেল স্কেকালটি' নথকা কোনোবাই যদি ইয়াত কিবা পায় পাওক। নাপায় যদিও হানি নাই। ..... অন্ততঃ 'বাঁহী'ৰ পাত গোটাচেৰেক ইয়াৰ ভৰিবতো। আৰু বাঁহীত গল্প নাই, গল্প নাই বুলি আসোঁৱাহ ধৰি থকাসকলক গল্প এটা দিয়া গ'লতো। বাঘৰ ঠাইত ঘোং, মৌৰ ঠাইত গুৰ, মুকুতাৰ ঠাইত ই শোকোতা হবতো। নিতান্ত পক্ষে "হা গল্প। হা গল্প" কৰাসকলে দোলাৰ স্বভাৱত এইডাল শিকিয়াতে কিছুদূৰ উঠি যাব পাৰিব বুলিতো আশা কৰা হয়। আশা সফল হ'বনে? কৈ থলোঁ যে দৈবাৎ শিকিয়াডাল ছিগে যদিও, উঠোতাজন বৰ ওখৰপৰা নপৰে। নিশ্চয়।

[বাঁহী, ২০শ বছৰ, ৭ম সংখ্যা, ১৯৩১ চন] ■

# ছাইমন

এই ছাইমন 'ছাইমন উভাতি যোৱাগৈ' ছাইমন নহয় ; এই ছাইমন 'ভাৰততে থাকা' ছাইমনহে। এই ছাইমনৰ উভতি যাবলৈ ঠাই নাই। বেচেৰাৰ আমাৰ লগতে ভাৰততে উৎপত্তি আৰু ভাৰততে বসতি। এই ছাইমনৰ গাত বল-শক্তি যদি কেতিয়াবাকৈ হয় তেন্তে তেওঁ ভাৰততে সাক্ষী বাদী লৈ ভাৰততে সিদ্ধান্ত কৰি আমাৰে সৈতেই মিলি-জুলি 'ৰিপোর্ট' লেখি ৰায় দিব লাগিব ; 'নান্যৎ পন্থা বিদ্যতে অয়নায়।'

মই এবাৰ কাৰ্যোপলক্ষে গৈ বিলাসপুৰৰ ৰেলৰে ষ্টেচনৰ ৱেইটিং ৰুমবাসী হ'ব লগীয়াত পৰিছিলো। ৱেইটিং ৰুমটো দুমহলীয়া। বতাহ পোহৰৰ তাত অব্যাহত গতি। পৰিষ্কাৰ পৰিচ্ছন্নও। মই ওপৰ মহলাতে থাকিবলৈ ল'লো। খোঁটালিটোৰ ভিতৰত মই আন কোনো বিভ্ৰাটত পৰা নাছিলো ; পৰিছিলো মাথোন মোৰ পেটৰ ভিতৰৰ বিভ্ৰাটত হে। বিলাসপুৰ ষ্টেচন পোৱা দিনাই পুৱাৰ সাজত ৰিফ্ৰেছমেণ্ট ৰুমত বহি, ফৰ্মাছ দি মই চাৰিটা মিছামাছৰ কট্‌লেট্ অৰ্থাৎ ইংৰাজী ৰকমে ভজা মাছ ভোজন কৰিছিলো। তেনেকৈ প্ৰস্তুত কৰা মিছামাছৰ ফালে পক্ষপাতটো মোৰ অলপ বেছি। সঁচাক পৰিহাৰ কৰি, মিছাক সৰোগত কৰিলে, সি আপাততে মধুৰ হ'ব পাৰে, কিন্তু পৰিণামত পৰিতাপ মনলৈ সি নিশ্চয় আনিব। মাছ হ'লেও সি মিছাতো। ৰৌ, বাহু, চিতল, মাগুৰ প্ৰভৃতি সঁচা মাছ পৰিত্যাগ কৰি এই মিছা মাছক আকলুৱাভাৱে দাঁত কামুৰি ধৰিছিলো দেখি, ধৰাৰ ফল হাতে হাতে পালো। তা মই যেনেকৈ দাঁত কামুৰি ধৰিছিলো, সিও তেনেকৈয়ে মোৰ পেট কামুৰি ধৰিলে। হ'ব পাৰে যে মিছা মাছৰ দ্বাৰাই কৃত বা ধৃত পেট কামোৰণিটোও মিছা ; কিন্তু পেটৰ বিষত মই ত্ৰিভুবন দেখাটোতো আৰু মিছা হ'ব নোৱাৰে। এতেকে মিছাৰ এই বিপুল লেনদেনখনৰ ভিতৰত ক'ৰবাত কিবা সঁচা-মিছা, নাইবা মিছা-সঁচাৰ অস্তিত্ব নিশ্চয় আছিল। সেই অস্তিত্ব অবিবেকী মোৰ দ্বাৰাই ধৰা পৰাটোৰ সম্ভৱ নথকা বাবে, বিবেকী আয়ুৰ্বেদবিদ্ বৈদ্যক মতাটোকেই থিৰ কৰিলো।

ষ্টেচনমাষ্টৰজন এংলো-ইণ্ডিয়ান অৰ্থাৎ ইঙ্গ-ভাৰতীয়। পুৱাই তেওঁৰে সৈতে মোৰ আলাপ-পৰিচয় হৈছিল। তেওঁৰ কাষলৈ আহি মোৰ অসুখৰ সংবাদ দিলত, তেওঁ ৰেলৰ ডাক্তৰজনক মতাই আনি মোক চাবলৈ লগালে। ডাক্তৰে মোৰ ৰোগৰ বৃত্তান্ত শুনি দৰবৰ ব্যৱস্থা কৰি নিজেই তাৰ এপালি মোক খুৱাই দি, মোক টলকা মাৰি বিছনাত শুই থাকিবলৈ কৈ গুচি গ'ল। মই সেই ব্যৱস্থা মতে কাৰ্য কৰিলো। দৰবপালি দৰব নহ'ল জানিবা,

'হাতে পাশ জৰি চক্ৰ টৈৰ কৰি
থুলন্তৰ তাৰ জাঙ্গ।
কৃষ্ণ বৰ্ণ কায় দেখি ধাতু যায়
হাতত লোহাৰ ডাঙ্গ।।

এনেকুৱা যমদূতে আগত বিষ্ণুদূত হে হ'ল। অলপৰ পিছতে বিষ্ণুদূতৰ দৰে সি

'যমৰ দূতক খেদায়া (মোহোৰ)
কাটিল বান্ধ (পেটৰ)।'

শ্ৰীকৃষ্ণৰ চক্ৰই উত্তৰাৰ উদৰত প্ৰবেশ কৰি অশ্বত্থামাৰ ব্ৰহ্মাস্ত্ৰৰ কণকঠীয়া গুৰি দিয়াৰ দৰে দৰৱ পালিয়ে মোৰ উদৰস্থ মিছা মাছক নিগুটি কৰি মাৰিলে। গধূলি ডাক্তৰে আকৌ এবাৰ মোক চাবলৈ আহিল। মই তেতিয়া বোলকণীয়া হৈ বহি আছোঁ। ডাক্তৰক দেখি মই সন্তোষ পাই তেওঁৰ হাতত ধৰি হাতখন জোকাৰিবলৈ ধৰিলো। লাহে লাহে ডাক্তৰে মোৰ আঁতি-গুৰি আৰু মই কি কামত বিলাসপুৰলৈ আহিছো, ইত্যাদি কথা সুধি মোৰ পৰা উলিয়াই লৈ গুচি গ'ল।

পিছদিনা পুৱা আঠ বজাত ডাক্তৰ ছাইমনক মোৰ খোঁটালীৰ ভিতৰত আকৌ দেখি মই আচৰিত হ'লো। মনত হঠাৎ খেলালে তুমি আকৌ ইয়াত কিয়? "Simon go back" অৰ্থাৎ ছাইমন, উভতি যোৱা। কালি তোমাক মই দুটা ভিজিটৰ আঠ টকা দি চাৰিটা মিছা মাছৰ বোলগুণ বেচ দিলো, তথাপি মিছামাছৰ বেচ শোধ নগ'ল নে? এই পোৱা দেশত মিছামাছৰ বেচ ইমান সৰহ নে? হৃদয়ৰকৈ এনেবোৰ ভাব মোৰ মনলৈ আহিছে মাথোন, এনেতে ডাক্তৰে মোক গুদমণিং বুলি ক'লে, "আপোনাক পুৱাই দিগ্‌ কৰিবলৈ আহিলো ক্ষমা কৰিব। মই আপোনাৰ চিকিৎসক হিচাপে অহা নাই। কালি মোৰ আয়ে মোৰ মুখৰ পৰা আপোনাৰ কথা শুনি আপোনাৰে সৈতে দেখা কৰিবৰ বৰ হেঁপাহ কৰিছে। সেইদেখি আয়ে আপোনাক আমাৰ ঘৰত আজি আবেলি চাৰি বজাত চাহ খাবলৈ মাতিবলৈ মোক পঠিয়াই দিলে। অনুগ্ৰহ কৰি আপুনি আহিলে আমি বৰ সন্তোষ পাম।"

মই থিতাতে চেঁচা হৈ ক'লো, -- "নিশ্চয় যাম। কিন্তু" --

মোৰ মুখৰ কথাষাৰ শেষ নৌহওঁতেই ডাক্তৰে ক'লে, "চাহ-জলপানত মিছামাছৰ কটলেট্ নাথাকে, ভয় নকৰিব। আৰু মই আপোনাৰ কাষতে থাকিম।" এই বুলি তেওঁ হাঁহিবলৈ ধৰিলে। হাঁহি খোচৰা ব্যাধি। গতিকেই সেই হাঁহিত মোৰো হাঁহি উঠিল।

ডাক্তৰজনৰ নামটো জি, এই, ছাইমন অৰ্থাৎ গৰ্ডন, হিৰেট -- ছাইমনৰ চোলাৰ মোনা-তাওৰণ। (Pocket edition)। তেওঁ ইংৰাজ নহয় আৰু আন শ্ৰেণী য়ুৰোপীয়ও নহয় -- মিশ্ৰ। আৰু যে য়ুৰোপীয় আৰু ভাৰতীয় মিশ্ৰ তাতো মোৰ সন্দেহ হ'ল।

আবেলি চাৰি বজাত মই ডাক্তৰৰ ঘৰত ওলালো গৈ। ডাক্তৰ ওলাই আহি মোক আদৰ-অভ্যৰ্থনা কৰি তেওঁলোকৰ চ'ৰাঘৰত বহুৱাই মাকক খবৰ দিবলৈ ভিতৰলৈ গ'ল। কন্তেকৰ পিছতে দেখিলো বয়স ভাটী দিয়া আদহীয়া গাউন পিন্ধা মেম এজনাক লগত লৈ আহি, তেওঁক মাক বুলি ডাক্তৰে মোৰে সৈতে চিনাকি কৰি দিলে। আমি দুয়ো বহি কথা পাতিবলৈ

ধৰিলো। কিন্তু কিয় ক'ব নোৱাৰো, ডাক্তৰ আমাৰ কাষৰ পৰা গুচি গ'ল। মেম চাহাবে ভঙা ভঙা ইংৰাজীত হিন্দী আৰু উৰ্দুৰ ভেজনি দি মোৰে সৈতে কথা পাতিবলৈ ধৰিলে আৰু ময়ো তাল সমানে ৰাখিবলৈ তেনেকুৱা বাৰমিহলি ভাষাকে ব্যৱহাৰ কৰিবলৈ ধৰিলো। কথাৰ মাজতে মাজে মাজে মই ইফালে-সিফালে চাই ডাক্তৰক আৰু দেখা নাপালো। ভাবিলো, ডাক্তৰে আমাক ইয়াতে বহুৱাই থৈ ক'লৈ গ'ল? মোৰ অৱস্থাটো লক্ষ্য কৰি মেম চাহাবে মোক ক'লে যে তেওঁৰ পুতেক ৰোগী এটা চাবলৈ গৈছে, অলপপৰ পিছতে আহিব। কথাষাৰ কৈয়েই মেম চাহাবে হঠাৎ তেওঁৰ চকিৰ পৰা উঠি আহি, মোৰ আগত আঁঠুকাঢ়ি মোৰ ভৰিত ধৰি সেৱা এটা কৰিলে। মই চৰগ পৰা মানুহটো যেন হৈ ৰ'লো। ক্ষন্তেকৰ পিছত মই মোৰ ভৰি দুটা কোচাই নি থিয় হৈ মেম চাহাবৰ হাতত ধৰি ক'লো -- 'ছিঃ ছিঃ! আপুনি কি কৰিছে?' এই বুলি তেওঁক টানি তুলি চকিখনত বহুৱাই দিলো আৰু ব্যাপাৰটো কি বুজিবলৈ তেওঁৰ মুখৰ ফালে উদ্বিগ্ন ভাবেৰে চাই ৰলো। মেম চাহাবে পৰিষ্কাৰ অসমীয়া ভাষাৰে কৈ যাবলৈ ধৰিলে -- যদিও মাজে মাজে দুটা-চাইটা বিজাতৰীয়া ভাষাৰ ছিটিকনি তাত নপৰাকৈ নাছিল। কথাবোৰ যিমানদূৰ মনত পৰিছে, তলত দিলো --

"দেউতা!

মই আপোনাক মোৰ ঘৰলৈ মাতি অনা বাবে মোৰ দায়-দোষ ক্ষমা কৰিব। কালি মোৰ পোটোৰ মুখে আপোনাৰ কথা শুনাৰে পৰা আপোনাক দেখা পাবলৈ মোৰ হেঁপাহ হৈছিল। মই আপোনাৰ দেশৰে অভাগিনী আৰু জাত-কুল যোৱা মানুহ। দেউতা অসমীয়া আৰু দেউতাৰো ঘৰ অসমতে। ময়ো অসমীয়া আৰু মোৰ ঘৰো অসমতে আছিল। দেউতাক দেখা পাবৰ নিমিত্তে কালিৰ পৰা মোৰ মনটোত উগুল-থুগুল লাগি আছিল। মোৰ জীৱনৰ এনে পৰিৱৰ্তন হোৱাৰ আগেয়ে মই কেইবাবাৰো যে দেউতাক কলিকতাত দেখিছিলো, সেই কথা মোৰ মনত আছে। তেতিয়া দেউতাই কলিকতাৰ কলেজত পঢ়িছিল। মোৰ জীৱনৰ কথাবোৰ ভাঙি নক'লে দেউতাই নুবুজে, সেইদেখি সকলোবোৰ আজি দেউতাৰ আগত ভাঙি ক'ম। সেই দেখিয়েই মোৰ পোটোক ছল কৰি এটা কামলৈ পঠিয়াই দিলো।"

এনেতে মেম চাহাবৰ খানচামাই আমাৰ আগত চাহ-পানী দিলেহি। চাহৰ লগৰীয়া জলপান ইংৰাজী গঢ়ৰ কেক্‌, ছেণ্ডুইচ ইত্যাদি। মই মেমচাহাবৰ কথা একান্ত মনেৰে শুনি আছিলো দেখি চাহলৈ মনকে কৰা নাছিলো। মেমচাহাবে মাত লগালে -- 'দেউতা! চাহ খাওক।' আৰু ওচৰতে থিয় হৈ থকা খানচামাটোক ক'লে -- "তোম আভি বাহাৰ যাও। বলানেচে আয়েগা।' খানচানাটো গ'লতে আমি দুয়ো জলপানত মন দিলো আৰু লগে লগে মেমচাহাবে নিজৰ কথা আকৌ কৈ যাবলৈ ধৰিলে।

"অনেক কালৰ মূৰত মোৰ কপালৰ গুণত মই মোৰ দেশৰ মানুহ এজনক দেখিবলৈ পাইছো। সেইদেখি মই আজি মোৰ সকলো কথা দেউতাৰ আগত ভাঙি ক'ম। বুঢ়ী হলো: আৰুনো কেইটা দিন জীয়াই থাকিম। মনৰ কথাবোৰ ক'বলৈ পালে মোৰ মনটো পাতলি যাব। মোৰ ঘৰ পলাশবাৰীত। আমি কোচ কুলীয়া মানুহ। মোৰ বয়স কেতিয়া যোল কি সোতৰ, আই-বোপায়ে মোক......ডাঙৰীয়াৰ ঘৰত লিগিৰীৰ কাম কৰিবলৈ থৈ গ'ল। দেউতাই

তেখেতসকলক ভালকৈ জানিছিল ; কাৰণ মাজে মাজে মই দেউতাক কলিকতাত তেখেতসকলৰ ঘৰত দেখা পোৱা মোৰ এতিয়া মনত পৰিছিল। বোপায়ে মোক দি ডাঙৰীয়াৰ পৰা একুৰি ৰূপ লৈ গ'ল। এবছৰমান মই তেওঁলোকৰ লগত গুৱাহাটী চহৰতে আছিলো। তাৰ পিছত তেওঁলোক কলিকতালৈ আহি বহুবজাৰ ষ্ট্ৰীটত এটা ঘৰ কেৰেয়া কৰি থাকিল। মোকো ডাঙৰীয়ানীয়ে লগতে আনিছিল। কলিকতাত দেউতাক মই আমাৰ ঘৰলৈ যোৱা অনেকবাৰ দেখিছিলো। অৱশ্যে দেউতাৰ নামটো মই নাজানিছিলো। আমি তাতে তিনি মাহমান থকাৰ পিছত মোক দুৰ্দশাই লগ ল'লে। কেনেকৈ, কওঁ শুনক। প্ৰথমতোখৰত মই অকলে ঘৰৰ বাহিৰলৈ নোলাইছিলো। ঘৰৰ ভিতৰতে ডাঙৰীয়ানীৰ কাম-কাজ কৰি থকাই মোৰ বাব আছিল। লাহে লাহে ডাঙৰীয়ানীয়ে মোক বজাৰ-সমাৰ কৰিবলৈ পঠিয়াবলৈ ধৰিলে। সেয়ে মোৰ কাল হ'ল ; বজাৰলৈ অহা-যোৱা কৰোতে অনেক মানুহেৰে সৈতে মোৰ চিনা-জনা হ'ল। সৰহভাগেই দুষ্ট মানুহ। মই ভোদা গাঁৱলীয়া ছোৱালী ; আৰু তেতিয়া মোৰ বুধিয়েই বা কি আছিল? নানা দুষ্ট মানুহৰ পালত পৰি মই বেয়া হ'বলৈ ধৰিলো। বজাৰৰ পৰা উভতি আহোঁতে সততে মোৰ বেলি হোৱা দেখি ডাঙৰীয়ানীয়ে মোক দিনৌ গালি পাৰিবলৈ ধৰিলে। গালি খাই খাই মোৰ পেট ঢকাটিঙৰা লাগিল। শেহত ভাবিলো, এনে গালি খাই মই আৰু এইখন ঘৰত নাথাকো। সিফালে দুষ্ট মানুহৰ ফুচুলনিত মোৰ মন টলিল। এজন চীনা মানুহৰ ছলাহত পৰি এদিন মই ঘৰৰ পৰা মনে মনে ওলাই তেওঁৰ সৈতে গুচি গ'লো। চীনাজনেৰে সৈতে মোৰ গৃহবাস ঘটিল। তেওঁ খৃষ্টান আৰু বাঢ়ৈ আছিল। আমি কিছুদিন কলিকতাৰ থকাৰ পিছত, তেওঁ মোক লৈ বোম্বাইলৈ গ'ল। তাতে জি, আই, পি, ৰেলত তেওঁ মিস্ত্ৰি কৰি টকা দৰমহাতে এটা কাম পালে। আমি তেতিয়াৰে পৰা নিগাজীকৈ বোম্বাইবাসী হলোঁহক। তাতে মোৰ এই ল'ৰাটো ওপজে। ইয়াক লাহে লাহে ডাঙৰ-দীঘল কৰি লেখা পঢ়া শিকাই তাতে গ্ৰাণ্ট মেডিকেল কলেজত ডাক্তৰী পঢ়িবলৈ দিলো। তাতে ই ডাক্তৰী পৰীক্ষাত উঠি ৰেলৰ ডাক্তৰ হৈ, আজি এবছৰ হ'ল, এই বিলাসপুৰতে আছেহি। ঈশ্বৰৰ অনুগ্ৰহত এতিয়া আমাৰ অৱস্থা ভাল। ল'ৰাটোৱে মাহে মাহে তিনিশ-চাৰিশকৈ আৰ্জিছে। ভাল ডাক্তৰ বুলি ইয়াত তাৰ নামো হৈছে।

মোৰ মনত সদায় এটা কথাত বৰ দুখ। মই যেতিয়া কলিকতালৈ আহো, তেতিয়া ঘৰত মোৰ আই আৰু ককাই এটা আছিল। এতিয়া সিহঁত জীয়াই আছে নে মৰিল আৰু আছে যদি কি কৰিছে, মই একোকে নাজানো। যদি জীয়াই আছে, আইক এবাৰ মোৰ চাবৰ বৰ মন গৈছে। কিন্তু কোনে মোক আইৰ কাষলৈ লৈ যাব আৰু কেনেকৈ বা যাওঁ, একো ঠিক কৰিব পৰা নাই। মোৰ ঘৰৰ কথা আজিলৈকে মোৰ পোক মই কোৱা নাই। সি মাথোন মোক অসমৰ ফালৰ মানুহ বুলি জানে। মোৰ গিৰিহঁত ঢুকাবৰ আজি দুবছৰ হ'ল। যদি মোৰ আইৰ বাতৰিটো আপুনি মোক কোনোমতে আনি দিব পাৰে, মোৰ মনটো যে কি শীতল হয়, মই আৰু কি কম। এতিয়া আইক মই মাহে মাহে ধনেৰেও সহায় কৰিব পাৰিম।"

এই বুলি বুঢ়ীয়ে চকুলো টুকিবলৈ ধৰিলে। মই তেওঁক দুষাৰ-চাৰিষাৰ কথাৰে সান্ত্বনা দি, তেওঁৰ মাকৰ ভু উলিয়াবলৈ চেষ্টা কৰিম বুলি ক'লোঁ, তেওঁ এখন এশ টকাৰ নোট উলিয়াই মোৰ হাতত দি ক'লে 'দেউতাই যদি মই পঠিয়াই দিছো বুলি কৈ মোৰ আইক এই ৰূপ শ

দিয়ে তেন্তে বৰ কথা হয়।'

মই নোটখন নলৈ ক'লো— 'এতিয়া নোটখন আপুনি থৈ দিয়ক। মই উভতি গৈ আপোনাৰ মাকৰ ভু-বতৰা লওঁ ; তাৰ পিছত আপোনালৈ মই চিঠি লেখিলে ৰূপ শ আপুনি ডাকত পঠিয়াই দিব। পলাশবাৰীত নো আপোনালোকৰ ঘৰৰ ঠিকনা কি?'

তেওঁ ক'লে -- 'ঠিকনা পলাশবাৰী। আমাক লয়না টেকেলাৰ ঘৰ বোলে। মই গুৱাহাটীত থাকোতেই মোৰ বোপাই মৰিল।'

ইয়াৰ পিছত মই বুঢ়ীৰ পৰা বিদায় লৈ উঠোতেই বুঢ়ীয়ে ক'লে, "দেউতা! বহক আৰু এটা কথা আছে। কালি মোৰ পোটোৱে আপোনাৰ পৰা ৮ টকা ৰূপ ভিজিট বুলি আনিছিল। সেই টকাটো মই নাৰাখো। আপোনাৰ পৰা ভিজিট ল'ব নাপায়। আপুনি মোৰ অসম দেশৰ মানুহ। আপোনাক এই বিদেশত ইমান দিনৰ মূৰত দেখি মোৰ জনম সাৰ্থক হ'ল।" এইবুলি বুঢ়ীয়ে আঠ টকা ৰূপ মোৰ আগত থ'লে। ময়ো টকাকেইটা ল'ব নোখোজো, নল'লে বুঢ়ীয়েও 'নেৰে। শেষত টকাকেইটা বুঢ়ীয়ে বলেৰে মোৰ চোলাৰ মোনাত সুমাই দিলত, মই বাধ্য হৈ গুচি আহিলো।

মই গুৱাহাটীত খবৰ কৰি লয়না টেকেলাৰ ঘৰৰ কোনো ভু-বাতৰি উলিয়াব নোৱাৰি, পিছত বুঢ়ীলৈ বিলাসপুৰৰ ঠিকনাত চিঠি লেখি দিলো আৰু সেইখিনিতে সেই ঘটনাৰ ওৰ পৰিল।

[তাৰক চন্দ্ৰ শৰ্মা সঙ্কলিত 'গল্পমালা') ■

# দচ্‌মন্তৰ্‌

তেতিয়া মই মিছন বঙলাত। তাত দুবছৰ থকাৰ পিছত, যেতিয়া মিছনৰিসকলৰ ইচ্ছানুসাৰে মই সেই বঙলাৰপৰা উঠিবলগীত পৰিলো, তেতিয়াহে নিৰুপায় হৈ মই মোৰ বৰ্তমান ঘৰটো কিনি লৈ ইয়ালৈ স্থানান্তৰিত হলো। এইটো আজি সাত বছৰৰ আগৰ কথা। আজি যিটো ঘটনাৰ বিষয়ে লিখিবলৈ গৈছো, সেইটো ৯ বছৰৰ আগৰ।

ঘামকালি সম্বলপুৰত গৰমৰ কথা 'কহতব্য' নহয়। তাপমান যন্ত্ৰই এপ্ৰিলৰ শেহৰপৰা জুনৰ মাজভোখৰলৈকে ১১৪ ডিগ্ৰীতো জুখি দিয়েই, তাৰ ভিতৰতে এসপ্তাহ-দুসপ্তাহ সম্বলপুৰীয়া 'ৰবিন্দাৰ'ক দুই-তিনি ডিগ্ৰী 'ফাও' অৰ্থাৎ উপৰি লগাই দি সন্তুষ্ট কৰিও থ'বলৈ নাপাহৰে। ফাওৰ দিনকেইটাক অকল গৰম বা বৰ গৰম বুলিলেই তাৰ সঠিক বৰ্ণনা নহয়। যদি সম্বলপুৰত আখাৰ ওপৰৰ চৰু বোলা যায়, মানুহবোৰক চৰুপৰ ভিতৰত থকা আলুগুটি বোলা যায়, ৰ'দক তাপ আৰু গৰমক ভাপ (Steam) বোলা যায়, তেনেহ'লেহে বৰ্ণনাটো ৰজিতা খায়। আখাৰ চৰুত সম্বলপুৰীয়া আলুগুটীবোৰ তুলি দি সূৰ্যদেৱতাই সিজাই কি কৰে, তেখেতেহে জানে। স্বৰ্গত জাতি-বিচাৰ আৰু খাদ্যাখাদ্যৰ বিচাৰ আছেনে নাই, নাজানো। বুভুক্ষ দেৱতাসকলৰ কাৰ্যৰ সমালোচনা আৰু তাৰ সন্তোষজনক মীমাংসা নৰ-মনিচৰ দ্বাৰাই হোৱাটো সম্ভৱ নহয়। সেই অপৰিমিত ঘামৰ দিন কেইটাত, অকল যে গমন জীৱ কেইটাকে বুভুক্ষিত দেৱতাসকলে এনেকৈ ব্যৱহাৰ কৰে, এনে নহয়; উৰণ-বুৰণ আৰু গজনকো সামৰে। সৰ্বভুক্ষ কৃবিতৰ 'খানাৰ মেজ'ত মাছ-মঙহেৰে সৈতে শাক,পাচলি, আচাৰ, চাটনি থকাটো ভোজন-শাস্ত্ৰ সম্মত। চিন্তাশীলৰ চিন্তাৰ গুৰিত যোগান ধৰিবলৈ 'ছালফাৰ' অৰ্থাৎ গন্ধক লাগে , সেইটো মাছে যোগায়। বলীৰ বলবৰ্দ্ধন কৰিবলৈ মাংসপেশীৰ আৱশ্যক , সেইটোৰ যোগান ধৰে দ্বিপদ চতুষ্পদে। তাৰ উপৰি শৰীৰৰ লাৱণ্য, সৌন্দৰ্য, সুষমা আৰু শক্তিবৃদ্ধি প্ৰভৃতি কিছুমান অত্যাৱশ্যকীয় সমলৰ সকাম ; সেইবোৰ 'এ'ৰ পৰা 'টি'লৈকে ভিটামিন্ ভাববোৰা ভাৰী উদ্ভিদজাতীয় জীৱবোৰে যোগায়। এনেস্থলত দেৱতা প্ৰভুসকলৰ বৃহৎ শাসন যন্ত্ৰটো প্ৰজাৰ মঙ্গলামঙ্গলৰ অৰ্থে এই ভূমণ্ডলত সৰ্বসৰীয়া হৈ নচলিবৰ কাৰণ নাই। খাদ্যত থকা 'ভিটামিন'ৰ ভু আমি মানুহে আজি বছৰচেৰেকৰ আগৰ পৰাহে অনেক গমি-পিটিকি চাই-চিন্তি উলিয়াই জানিছো আৰু সেইবোৰ ভিটামিনৰ শাক-পাচলি, লাওটো-বেঙেনাটো হঁপাহত কেঁচাই হওঁক পকাই হওক, পাকস্থলীলৈ পঠিয়াইছো যদিও স্বভাৱৰ প্ৰেৰণাত সেইবোৰ আনি বাৰগুটিকাল পুৰণি কালৰেপৰা খায়েই আহিছো, তথাপি স্বৰ্গযাচিত মকৰন্দজত সোণ থকাটোৰ ভু গুনালত

যেনেকৈ তাক সৰহকৈ বেচ দি আজি আমি কিনি খাওঁ, সেইদৰে সেইবোৰ খাদ্যত অমুক তমুক ভিটামিন থকাৰ কথা ভু পাই সেইবোৰলৈ আমাৰ ধাউতি বাঢ়িছে। সৰ্বজ্ঞ দেৱতাসকলে কিন্তু উৰণ, বুৰণ, গজন, গমন জীৱৰ ভিতৰত থকা ভিটামিনৰ খবৰ কৌটি কালৰ আগৰে পৰা পাই সেইবোৰ মহতিয়াই মুচৰি-সামৰি ব্যৱহাৰ কৰি আহিব লাগিছে। সম্বলপুৰত জহকালি দেৱতাসকলে দুবৰি বনৰ পাত এটাত থকা ভিটামিন ফেৰাও নেবে। ক্ষুধিতৰ উপদ্ৰৱৰ পৰা আত্মৰক্ষা কৰিবৰ অৰ্থে সম্বলপুৰ নিবাসীয়ে অনেক প্ৰবন্ধ কৰে। নতুবা আজি সম্বলপুৰত, বুভুক্ষুৰ পেটত জীণ নোযোৱা শিলঘাট আৰু বালিৰ বাহিৰে আন একো অধিবাসী নাথাকিলেহেঁতেন। ঘামৰ বিৰুদ্ধে ঘোষিত সংগ্ৰামত প্ৰধানকৈ তিনিটা Tactics অৰ্থাৎ যুদ্ধকৌশল অৱলম্বন কৰা হয়। প্ৰথমটো — তিতা গামোছা এখনেৰে মূৰটো মেৰাই থোৱা , আৰু গামোছাখন শুকাই গ'লে আকৌ তিয়াই চেপি লৈ সেই কাৰ্যত পুনঃ পুনঃ প্ৰবৃত্ত, হোৱা। এইটোক ইংৰাজীত 'গেৰিলা ৱাৰফেয়াৰ' বুলিব পাৰি। উত্তমাঙ্গ দুৰ্গ সংৰক্ষণৰ এইটো প্ৰকৃষ্ট উপায়। মূৰত গণ্ডগোল লাগিলে সকলো গ'ল। দ্বিতীয়টো-- তিতা কাপোৰেৰে সৰ্বাঙ্গ ঢাকি ৰাখা। মূৰেৰে সৈতে শৰীৰৰ আনবোৰ অঙ্গকো যিজন সেনাপতিয়ে সমান চকুৰে চায়, তাৰ পক্ষে এই কৌশল অৱলম্বন কৰে। ৰ'দত বাহিৰলৈ নোলালেও চলাবোৰেও যে ঘৰৰ ভিতৰত দুৱাৰ মাৰি থাকি সেইদৰে নিজক 'ডবল' কবচাবৃত কৰি নাৰখে এনে নহয়। তেওঁলোকৰ শয়ন খাটত নহয়, হয় — ভূমিত মাদুৰিবনৰ কণ্ঠৰ ওপৰত। তেওঁলোকে সবিতা দেৱতাক সংগ্ৰামত হৰুৱালেও চেৰেপা মাখি আৰু সৰু সৰু কেৰেলুৱাৰ হাতত ব্যতিব্যস্ত নহৈ নাথাকে। বৃহৎ জীৱন-যুদ্ধত এই শ্ৰেণীৰ খণ্ডযুদ্ধও অপৰিহাৰ্য। মজলীয়া তৰপৰ মানুহে হাতেৰে বিচনী চলায়। যাৰ ধনে দুই মূৰৰ জোৰা মাৰিব পাৰে, যি ঘৰৰ ভিতৰ পাঙ্খা আৰি লগাই লৈ, পাঙ্খাটনা কুলিৰ হতুৱাই পাঙ্খা টনাই ধৰ্মযুদ্ধত প্ৰবৃত্ত হয়। বিজুলীৰ পাঙ্খা সম্বলপুৰত বিৰল। নাস্তি বুলিলেই হয়।

ওপৰত বিৱৰণ দিয়া মানুহৰ কোন শাৰীত এই লেখক পৰে ক'ব নোৱাৰো। আত্মৰক্ষাৰ নিমিত্তে সম্বলপুৰত তেওঁ ঘামকালি পাঙ্খা টনা মানুহ এটা জোৰা ফোন্দা মাৰি ৰাখ কোনোমতে দিন কটাবলগীয়াত পৰে। মোৰ এই উপাখ্যানৰ বছৰতো ঘামে খাওঁ খাওঁ কৰি মুখ মেলি অহা যেতিয়া দেখিলো, মোৰ চাপৰাচী এটাক পাঙ্খা টনা মানুহ এটা বন্দবস্ত কৰি আনিবলৈ হুকুম দিলো। পিছদিনা পুৰা ন-দহ বছৰীয়া ল'ৰা এটা সি লগত লৈ মোৰ ওচৰত উপস্থিত হ'লহি , আৰু ক'লে 'হুজুৰ! পাঙ্খাৱালা আগিয়া।' মই ল'ৰাটোক দেখি চাপৰাচীক ক'লো, 'এই ভেটগুটি ল'ৰাটো তই উমলিবলৈ আনিছ নেকি?'

যদিও মোৰ কথাষাৰ বেওঁচনীয়া তথাপি সি তাৰ মৰ্ম বুজি ক'লে — "নহয় হুজুৰ। ই ঠিক পাঙ্খা টানিব পাৰিব। ল'ৰাটো বৰ হুচিয়াৰ। দিনৰ দহ বজাৰপৰা পাঁচ বজালৈকে ই যদি একেৰাহে পাঙ্খা নাটানে, তেন্তে তাৰ বাবে মই জগৰীয়া।' তাৰ উত্তৰ শুনি মই কুমলি গৈ ল'ৰাটোক মোৰ ওচৰলৈ মাতি আনি সুধিলো, সি পাঙ্খা টানিব পাৰিবনে? সি হাতযোৰকৈ, অথচ দৃঢ়ভাৱে উত্তৰ দিলে, 'অৱশ্যে পাৰিম। মোৰ কাম দেখি মোক দৰ্মহা দিব।' মই সুধিলো, তাৰ দৰ্মহা কিমান? চাপৰাচীটোৱে উত্তৰ দিলে, চাৰি টকা। ল'ৰাটোৰ মুখখনত এটা কিবা অনিৰ্বাচনীয় আকৰ্ষণ আছিল। মই তাক কলো, 'তই যদি ভালকৈ কাম কৰ মই এমাহৰ মূৰতে

তোক আৰু এটকা দৰ্মহা বঢ়াই দিম।'

ল'ৰাটোৱে এই কথা শুনি আনন্দ মনেৰে মোক নমস্কাৰ কৰি ক'লে 'হুজুৰ, জোহাৰ।' সি মোৰ হুকুমলৈ অপেক্ষা নকৰিয়েই ততালিকে মোৰ মূৰৰ ওপৰত থকা পাঙ্খাখনৰ জৰীডালত ধৰি টানিবলৈ ধৰিলে। মই তাক হাক দি ক'লো, যে এতিয়া সিমান গৰম পৰা নাই, দহ বজাৰ পৰা পাঁচ বজালৈ টানিলেই হ'ব। 'এতিয়া তই ঘৰলৈ গৈ কিবা-কিবি খাই আহ্‌গৈ।'

সি ক'লে, হুজুৰ! মোৰ আয়ীয়ে মোলৈ পখাল আনিছে, তাকে মই খাম ; এতিয়া আৰু ঘৰলৈ নাযাওঁ।' এই ফালৰ ভাষাত আয়ী মানে বুঢ়ী আই , পখাল মানে পঁইতা ভাত।

মই সুধিলো, 'তোৰ আয়ী ক'ত আছে?'

সি ক'লে, 'হুজুৰৰ টোলৰ দুৱাৰ মুখতে থিয় হৈ আছে।'

মই তাক তাৰ আয়ীক মাতি আনিবলৈ ক'লত, সি লৰি গৈ মাতি আনিলে। দেখিলো, লাখুটিত ভৰ দি আশী কি নব্বৈ বছৰীয়া বুঢ়ী এজনী মোৰ কাষলৈ থৰকবৰককৈ আহিছে। তাইৰ পিঠিত কুঁজ, ভৰি থৰকবৰক আৰু মুখৰ ছাল শোঙোৰা-শোতোৰ হৈ ওলমি পৰিছে। মূৰৰ চুলিবোৰ মৰাপাট যেন শুকুলা, মুখ শাওবৰ্ণীয়া, কিন্তু চকু দুটা হ'লে ট-ট কৰে জ্বলা। তাই কথা কওঁতে দেখিলো, তাইৰ দাঁত এটাও সৰা নাই, কিন্তু ক্ষয় গৈ গৈ আলুৰ ওচৰ পাইছেগৈ। মই তাইক সুধিলো, "এইটো তোৰ নাতি নে?"

তাই মূৰটো দুপিয়াই মোৰ ফালে চাই ক'লে -- 'হয় হুজুৰ।'

'ই কাম কৰিব পাৰিব নে?'

'কিয় নোৱাৰিব হুজুৰ? কাম দি চাওক।'

'তোৰ ঘৰ ক'ত?'

'ইযাৰ পৰা এক ক্ৰোশ বাট হ'ব।'

'তোৰ কোন আছে?'

"কোনো নাই। এজনী জী আছিল, তিনি-চাৰি দিনীয়া দূৰণি বাটত তাইক বিয়া দি উলিয়াই দিবৰ আজি কুৰি বছৰৰ ওপৰ হ'ল, আজিলৈকে তাইক আৰু চকুৰে নেদেখিলো -- মৰিলেই নে হজিলেই ক'ব নোৱাৰো। এই ল'ৰাটোৰ বাপেক মোৰ একেটা পো আছিল। সিয়ো মৰি মোক এৰি যাবৰ আজি পাঁচ বছৰ হ'ল। সেই বৰ মাউৰৰ বছৰি মাউৰত পৰি মৰিল হজুৰ। সি মৰা দুদিনৰ পিছতে পো-বোৱাৰীজনী মোৰ ঘৰৰপৰা ওলাই গুচি গ'ল। পিছত শুনিলো, তাই আন এঠাত সোমালগৈ হেনো। তেতিয়াৰে পৰা এই ল'ৰা পোৱালিকণক মই বুকুত বান্ধি লৈ তুলি-তালি ডাঙৰ দীঘল কৰিছো।"

মই বুঢ়ীক সুধিলো -- 'তই বুঢ়ী মানুহ। ইমান বাট ইয়াৰে সৈতে আহিলি কিয়?'

তাই ক'লে -- 'কি কৰিম হজুৰ, টকটকাই নুফুৰিলে যে বুঢ়ীৰ কঁকাল পৰিব। লাওটো, বেঙেনাটো, হাঁহকণী-কুকুৰা-কণীটো গাঁৱৰ পৰা বিচাৰি-খোচাৰি আনি বজাৰত বেচি, এমুঠি চাউল আনি বজাৰত বেচি, এমুঠি চাউল লৈ গৈ এই ল'ৰাটোক এগাল ভাত খুৱাও আৰু ময়ো খাওঁ। নহ'লে জীমহঁক কেনেকৈ? ইয়াক নেদেখিলে মই থাকিবকে নোৱাৰো হজুৰ। আজি হজুৰক মই ইয়াকে গতালো। হজুৰৰ কাষত থাকিলে মোৰ আৰু ভাবনা-চিন্তা যাব। হজুৰ

মাউৰাৰ মা-বাপ। মই দিনৌ ইয়াক লগত লৈ ইয়াত থৈ যামহি আৰু বজাৰৰ ফালৰ পৰা উভতি গধূলি ইয়াক ঘৰলৈ লৈ যাম। দুখৰ কথা কতনো কম হজুৰ। মোৰ পোটো মৰিবৰ দিনৰ পৰা গএগ্রা মানুহৰ মোৰ ওপৰত খিয়াল বাঢ়িল। কিয় যে ক'ব নোৱাৰো। এবাৰ ছাগলী এজনী পুহিছিলো। ভাবিছিলো, ছাগলীজনীৰ পোৱালী হ'লে, এই ল'ৰাটোৱে গাখীৰ খাব আৰু পোৱালীবোৰ ডাঙৰ-দীঘলকৈ বজাৰত বেচি দুই-চাইটকা ৰূপ পাম। তাৰেই আমি কোনোমতে দিনদেক খাই-মেলি থাকিব পাৰিম। কিন্তু গাঁৱৰ মানুহে হিংসা কৰি ছাগলীজনীৰ ঠেং এঠা ভাঙি দিলে। ছাগলীজনী মৰি থাকিল। তাইৰ মতা পোৱালি এটা হৈছিল। মাক-মৰা পোৱালিটোক বৰ আপদাল কৰি তুলি-তালি ডাঙৰ কৰিছিলো। ই তাৰে সৈতে দিনৌ উমলি তাক বুকুত বান্ধি লৈ ফুৰিছিল। ছাগলী পোৱালিটো ডাঙৰ হ'লত, তাক কাটি খাবলৈ গাঁৱৰ ডেকা ল'ৰা কিছুমান বুধি পাঙিবলৈ ধৰিলে। প্ৰথমতে সিহঁতে মোক ধৰিলে যে সিহঁতে এটা ভোজ পাতিব খুজিছে, তালৈকে সিহঁতক এটকা ৰূপত ছাগলীটো বেচি দিব লাগে। মই কথাটো শুনি জিক্‌জিকাই উঠিলত, সিহঁতে মোক গালি পাৰি, হুমিয়াই গুচি গ'ল। এদিন মোৰ এই পোনাকণে গাঁৱৰ গঁড়া ল'ৰা এটাৰে সৈতে ধেমালি কৰি থাকোঁতে দুইৰো দন্দ লাগি মৰামৰি হ'ল। এই কথা গাঁৱত ৰাষ্ট্ৰ হ'লতে, এটাইবোৰ গএগ্রা মানুহে মোক হেঁচি ধৰি ক'লে, যে তোৰ ল'ৰাৰ জাত গ'ল আৰু তোৰও জাত গ'ল। তোৰে সৈতে আমি কোনেও ছোৱা-গজা কৰি খোৱা-লোৱা নকৰো। যদি তই একুৰি ৰূপ খৰচ কৰি আমাক ভোজ খুৱাই জাতত উঠিব খোজ, উঠিব পাৰ। কথাটো শুনি মোৰ চুলিৰ আগে জীৱ গ'ল। মই কলো মোৰ খাবলৈকে ভাত নাই; মাগি-খুজি কোনোমতে এগাল খাই দুই মা-পো জীয়াই আছো। ক'ৰপৰা মই একুৰি ৰূপ দিবলৈ পাম। সিহঁত দুখীয়াৰ দুখ পতিওৱা মানুহ নহয় হজুৰ। সিহঁতে আৰু বৰকৈ হেঁচি ধৰি মোক এঘৰীয়া কৰিলে। শেহত মই গএগ্রা মানুহৰ আগত আঁঠু লৈ কলো, যে 'মোৰ ধন নাই। ছাগলীটোকে দিছো, তাৰেই তেওঁলোকে যি ভোজ-ভাত খাব খুজিছে পিঠা-পোহা কৰি খাওক। মোৰ হাতত একুৰি ৰূপ ওলোৱাটো দূৰৰ কথা, মাক কাটিলেও কুৰি টোপা তেজ নোলায়।" সিহঁতে অনেক বোল-মাত কৰি, শেহত মোৰ কথাতে মান্তি হৈ মোৰ ছাগলী পোৱালিটো লৈ গৈ কাটি ভোজ-ভাত খাই মোক জাতত তুলিলে। মই ইমানকৈ সহি জাতত উঠিলো মাথোন এই বাবে, যে মই মৰিবৰ সময়ত মুখত পানী এটোপা পাম আৰু মৰিলে শটোৰ ওপৰত মাটি এখৰাহি পৰিব, এই বুলি।'

কথাৰ অন্তত, বুঢ়ীয়ে তাইৰ জেকা চকু মচিবলৈ ধৰিলে। তাইৰ নাতিয়েক মোৰ পাঙ্খাৱালাৰ কামত 'বাহাল হ'ল।' তাৰ নামটো কি বুলি সুধিলত ল'ৰাটোৱে ক'লে 'দচ্‌মন্তৰ'। মই নামটোৰ অৰ্থ ভেদ কৰিব নোৱাৰি ভাবিবলৈ ধৰিলো, শেহত মোৰ মনত খেলালে যে, দচ্‌মন্তৰ দুষ্মন্তৰ অপভ্ৰংশ। ইহঁতৰ মুখত পৰি দুষ্মন্ত দচ্‌মন্তৰ হৈছে। মোৰ মীমাংসা মিছাও নহয়; কাৰণ, মই দেখিছো, সম্বলপুৰৰ ফালে বিশেষকৈ গাঁৱত মানুহৰ ৰামায়ণ, মহাভাৰতৰ পৌৰাণিক নামবোৰ থোৱাটো বৰ প্ৰচলিত। গাঁৱলৈ গ'লেই তাত মানুহৰ নাম শুনিবা— যুধিষ্ঠিৰ, ভীম, নকুল, সহদেৱ, দুৰ্যোধনৰ, কৰ্ণ, সীতা, লক্ষ্মী, সাবিত্ৰী, সত্যভামা, ৰুক্মিণী, সুভদ্ৰা, দময়ন্তী ইত্যাদি। আন নালাগে মোৰ ঘৰতে মোৰ উৰিয়া কৰ্মচাৰী আৰু লগুৱাৰ নাম আছে ভূৰিশ্ৰবা, অৰ্জুন, সাত্যকী, সঞ্জয় ইত্যাদি।

ল'ৰাটোৱে সুন্দৰকৈ কাম কৰিবলৈ ধৰিলে। সাধাৰণতঃ পাঙ্খাৱালাই অলপ টানিয়েই পাঙ্খাৰ জৰীত ধৰি কলমুটিয়াবলৈ ধৰি বতাহ খোৱাজনক বৰ আমনিত পেলায়। ফলত উগ্ৰমূৰ্তিসকলৰ হাতত সি মাৰ খায় আৰু য়ুৰোপীয় কোনোৰ হাতত তাৰ কৰ খাপৰি ফাটি যায়। কিন্তু মোৰ দুষ্মন্ত পাঙ্খাচালকে দহ বজাৰ বা পাঁচ বজালৈকে একেৰাহে সমানে পাঙ্খা টানে। সি টেঙৰালি কৰাটোতো দূৰৰ কথা, ইমান অণ্ঠে-কণ্ঠে শুকুৱা ঘামতো সি এবাটি পানী খাবলৈ উঠি নাযায়। তাৰ গঢ় দেখি বৰং আমি নিজেই তাক পানী খাবলৈ পুৰ্ব-তিনিবাৰকৈ পঠিয়াই দিওঁ। সি পানী খোৱা তুৰন্তে শেষ কৰি আকৌ পাঙ্খাৰ জৰীত হাত দিয়েহি।

তাৰ বুঢ়ী মাকে দিনৌ দহ বজাত তাক আমাৰ ঘৰত থৈ যায়হি আৰু গধূলি লগত লৈ গুচি যায়গৈ। লাহে লাহে দুষ্মন্ত আৰু তাৰ বুঢ়ী মাক আমাৰ প্ৰিয়পাত্ৰ হৈ পৰিল। কোনো দিনা মোৰ মন প্ৰসন্ন থাকিলে, বুঢ়ীক ওচৰতে বহুৱাই লৈ তাইৰ মুখৰপৰা সাধুকথা শুনো। তাই ৰামায়ণৰ কথাকে সৰহকৈ কৈছিল। সীতা আইৰ দুখৰ কথা কওঁতে কওঁতে তাইৰ চকু সেমেকি পৰে। আমাৰ অসমীয়া আই-বুঢ়ীআয়ে সীতাৰ দুখ বৰ্ণাওঁতে যেনেকৈ কোতিয়াবা গায় --

"ডালৰ হনুমন্তই কান্দিব লাগিছে
সীতা আইৰে দুখ দেখি।"

সেইদৰে বুঢ়ীয়েও তাইৰ বৰ্ণনাত এফাকি-দুফাকি উড়িয়া পদ মাতি মাত জীপ্ দি লৈছিল। মুঠতে বুঢ়ীজনীক আমাৰ বৰ ভাল লাগিছিল। দুষ্মন্তও আমাৰ আগত নিঃসংকোচ হৈ উঠিছিল। এদিন সি পাঙ্খা টানোতে তাক কিবা গুণ্গুণোৱা শুনি, মই সুধিলো, 'কি গাইছ?' সি ক'লে, তাৰ দেশৰ উড়িয়া গীত। মই বৰকৈ গা শুনো বুলি কলত, সি গালে কিবা 'ভাল খাই' ইত্যাদি এটা গাঁৱলীয়া গীত। গীতটোৰ কথাবোৰ মোৰ ভাল নালাগিল বুলি তাক কলত, সি আন এটা আৰম্ভ কৰিলে --

"আস হে ৰসৰঙ্গিনী
শ্যাম সোহাগিনী,
কুঞ্চিত কুন্তলা।" ইত্যাদি

আৰু এটা গাবলৈ ক'লত সি গালে --

"দিনে বনমালী যাউছিলা খেলি,
কদম মূলৰু হেলে।
বৃষত ননিন্দনী তমাকু আসিলা
বেণী নয়নে দেখিলে।
কৃষ্ণ হৰমন।
হৰাই পাইলি ধন,
কৃষ্ণ হৰব মন।"

এদিন তাক সুধিলো, তোৰতো উড়িয়া গীত শুনিলো : বঙলা গান জাননে? সি উত্তৰ দিলে, এটা মাথোন জানো। মই সেইটোকে গা বুলি ক'লত সি গালে

"বজাৰে চিকণ তালা।

বজাৰে চিকন তালা।
মন প্ৰাণ হোৰে নিল,
পাইয়ে অবেলা।।”

মোৰ হাঁহি উঠিল। বুজিলো, যে তলত দিয়া এই গানটোৱেই তাৰ মুখত পৰি এনে আকৃতি ধৰিছে —

“বাজাতয়ে চিকণ কালা।
মন প্ৰাণ হৰে নিল,
পাইয়ে অবলা।।”

এইদৰে দুমাহমান গ'ল। সম্বলপুৰত মানুহৰ ঘৰে ঘৰে আই ওলাবলৈ ধৰিলে। বজাৰ আৰু বস্তিৰ ফালে দিনৌ দুই-চাইটাকৈ মানুহ সেই ৰোগত পৰি সিফলীয়া হ'ল। এমাহৰ ওপৰে সম্বলপুৰ চহৰখন আয়ে গৰকি, তাৰপৰা যথেষ্ট বৰঙণি তুলি লৈ, তাৰ পিছত চাৰিওফালৰ গাঁৱত সোমাল। মোৰ যিটো বহুদিনীয়া চাপৰাচীয়ে পাঙ্খাটনা ল'ৰাটো আনি দিছিল, তাৰ গাঁৱত সেই ৰোগৰ প্ৰভাৱত পৰি সিও মৰিল। দিনৌ এটা-দুটাকৈ মানুহ সেই গাঁৱত মৰিবলৈ ধৰিলে। দুষ্মন্ত আৰু তাৰ বুঢ়ীমাকৰো ঘৰ সেই গাঁৱতে। গাঁৱৰ মানুহে পূজা-পাতাল দি আইক সন্তুষ্ট কৰি গাঁৱৰপৰা উলিয়াই দিয়া চেষ্টাৰ লগে লগে আৰু এটা থিৰ কৰিলে যে সেই গাঁৱলৈ আইক মাতি অনাৰ গুৰিত হৈছে দুষ্মন্তৰ বুঢ়ীমাক। তাই ডাইনী। তাই লোকৰ অনিষ্ট কৰিবৰ মনেৰে ভূত পোহে। এইটো সন্দেহে অনেক দিনৰ পৰা সিহঁতৰ মনত ঠাই লৈছিল, এতিয়া সন্দেহটো প্ৰথমতে গলাগোপা হৈ তাৰ পিছতে প্ৰমাণিত কথা বুলি গলগলীয়াভাৱে বিয়পি পৰিল। সিদ্ধান্ত হ'ল যে, ডাইনী বুঢ়ীক মাৰি পেলোৱাটোৱেই কৰ্তব্য কাৰ্য, নতুবা গাঁও উজাৰ হ'ব। উদ্ধত ডেকা গোটাচেৰেকে এদিন ৰাতি বুঢ়ীক টঙনিয়াই মাৰি বুঢ়ীৰ ঘৰৰ ভিতৰতে গাঁত খানি তাইৰ শবটো পুথি থ'লে। দুষ্মন্তই হঠাৎ বুঢ়ীমাকৰ এনে ভয়ঙ্কৰ অৱস্থা দেখি, তাকো মাৰে বুলি ভয়ত সেই ৰাতিয়েই পলাই ওচৰৰ হাবিত সোমাই লুকাই থাকিল।

পিছদিনা দোক্‌মোকালিতে দুষ্মন্তই জিলালৈ আহি পুলিচত এই নৃশংগ কাণ্ডৰ খবৰ দিলত, পুলিচ গৈ তেতিয়াই গাঁৱত সোমাই দুষ্মন্তৰ চিনাক্তমতে চাৰিটা মানুহ ধৰি আনি হাজোতত সুমালে আৰু বুঢ়ীৰ 'লাচ'টো খান্তি আস্পাতাললৈ আনিলে। কিছু দিনৰ পিছত মানুহকেইটাৰ আদালতত চেছনৰ বিচাৰ হ'ল। বিচাৰত এটাৰ ফাঁচাৰী, দুটাৰ কলীয়াপানীৰ আৰু এঠাৰ তিনি বছৰ কঠোৰ পৰিশ্ৰমেৰে সৈতে ফাটেকৰ হুকুম হ'ল।

এই বিচাৰৰ পিছত দুষ্মন্তক তাৰ গাঁৱত আৰু সম্বলপুৰ চহৰতো কোনেও বিচাৰি নাপালে। সম্ভৱতঃ ঘৃণা আৰু মৰ্মান্তিক বেজাৰত সি দেশত্যাগী হ'ল। দুষ্মন্তৰ ওপৰত আমাৰ সকলোৰে বৰ মৰম সোমাইছিল। আজিও যদি সি কৰবাত ভালে-কুশলে থকা বাতৰি পাওঁ, বৰ সুখ পাম।”

[বাঁহী, ২০শ বছৰ, ১১শ সংখ্যা, ১৯৩১ চন] ■

# বাৰীচোৰা

কথাতে কয় বোলে, -- বুঢ়ীৰ হাতত কাম-বন নাথাকিলে, বুঢ়ীয়ে কৰে কি? কিবা এটা কৰিব লাগিবই তো! সেইদেখি বুঢ়ীয়ে শাকতে জাবৰ পেলাই লৈ বহি থাকে। মোৰো হাতত আজি বন-বাৰি একো নাই ; সেইদেখি বহি মোৰ বাৰী-চোৰাইতবে চৰিত্ৰ-অঙ্কন কাৰ্যত লাগি গলো। আগেয়ে মোৰ দ্বাৰাই ভালকৈয়েই বা বেয়াকৈয়েই ৰচিত, বিৰচিত অঙ্কীয়া-নাটৰ ভিতৰত ৰজা সোমাইছে, প্ৰজা সোমাইছে, ৰাজকন্যা সোমাইছে, ৰাজকুমাৰ সোমাইছে, উকিল, ডাক্তৰ, বেৰিষ্টাৰ, চহৰীয়া, গাঁৱলীয়া সোমাইছে ; আনকি, লগুৱা, লিগিৰী, ডাইনী বুঢ়ী আৰু কুকুৰ, মেকুৰীও সোমাইছে। তেন্তে মোৰ লগত তিনি বছৰ থাকি হাড়-মুৰ ভাঙি মোৰ ফুলনিবাৰী আৰু ফুলনিবাৰীত কাম কৰোঁতা মোৰ বাৰী-চোৰা দুটাই বা নোসোমাবৰ কাৰণ কি? বোলো থাওক সিহঁতো সোমাই। দুখীয়া প্ৰাণী দুটাৰ এটা গতিয়েই হওক। এতেকে পাঠক-পাঠিকাৰ অনুমতি লৈ আজি এই গল্পৰ চুক এটাত সিহঁতক ঠাই এফেৰা দিয়া গ'ল।

মই যতে থাকো, তাতে ফুল-ফলৰ বাগিচা এডোখৰ আদডোখৰ কৰাটো মোৰ এটা বায়ু। সেই বায়ুটো উনপঞ্চাছটা বায়ুৰ ভিতৰত কোনটো, ক'ব নোৱাৰো। কোনো কোনোৱে কয়, সেইটো হেনো ধনঞ্জয় বায়ু। যদিহে সি ধনঞ্জয়, তেন্তে মই মৰি যোৱাৰ পিছতো সি মোৰ পাছ এৰাৰ আগন্তুক নাই। বাগিচা থাকিলেই মালী লাগে, বাৰী থাকিলেই বাৰী-চোৰা লাগে। সেইদেখি দুখীৰ দুখী অৱস্থাৰে থকা মোৰ বাগিচাৰ লগতে বাৰী-চোৰাও আছে। সিহঁত লেখত দুটা। বাগিচালৈ মোৰ যিটোহে হেঁপাহ, তাৰ দীঘল-পুতৰ জোখাৰে, জোখ মিলাই চলিব লাগিলে অন্ততঃ আৰু দু-অঁৰামান মালী থকা উচিত আছিল। কথাতে কয় বোলে "মনে-মুখে থাকিলেও, ম'হৰ দৈ আৰু হাতীখুজীয়া বাটি নাই।" সেইদেখি যুগল বাৰীচোৰাতে মই সন্তুষ্ট হৈ থকাৰ বাহিৰে আৰু উপায় নাই। মোৰ মালী দুটাৰ এটা বুঢ়া আৰু আনটো ডেকা। বুঢ়াটোৰ নামটো আজিলৈকে কিন্তু মোৰ মুখস্থ নহ'ল। সেইদেখি তাক বুঢ়া মালী বুলিয়েই মাতোঁ ; আনেও মাতে। ইয়াৰ উপৰি বুঢ়াৰ নামটো খুচৰি উজাৰি বিচাৰি লৈ তাক আমনি কৰাটোও সম্বিবেচনাৰ কাৰ্য নহয় বুলি ভাবিছো। ডেকা মালীটোৰ নাম সদানন্দ। বুঢ়া ডেকা দুয়ো গণ্ডাজাতৰ মানুহ। গণ্ডা জাতটো সম্বলপুৰৰ ফালে অস্পৃশ্য জাত। একে জাতৰ দুইটা মালী নাৰাখিলে অনেক সময়ত বৰ অসুবিধা হয়। এটা গণ্ডা হৈ, আনটো আন জাতৰ হ'লে, কামত আউল লাগে -- দুয়ো এজেটা বস্তুকে নোছোৱে ; ছুলে অগণ্ডাটোৰ জাত যায়। জাতৰ বিষয়ত এই ফালৰ মানুহ ইমান পিতৃপিতীয়া যে কৈ ওৰ পেলাব নোৱাৰি। জীৱনৰ আন আন কাৰ্যতো

সেইদৰেই এই মানুহবোৰ পিতৃপিতীয়া হোৱাহেঁতেন কথাই নাছিল। তেতিয়া কিজানি তেওঁলোকৰ আগত আমি আঁঠুকে ল'ব লাগিহেঁতেন।

কৈ আহিছো যে বুঢ়া মালীটোক গতানুগতিকভাৱে ময়ো, মোৰ বৃদ্ধত্বলৈ পাহৰি, বুঢ়া বুলিয়েই মাতো। বুঢ়াই ওৰে দিনটো গৰু আৰু গাধই কাম কৰাদি মোৰ বাগিচাত কাম কৰে। কিন্তু সি উপজিবৰ পৰা আজিলৈকে কৰবাত কেনেবাকৈ এখন্তলৈকে ইণ্টেলিজেন্স অৰ্থাৎ বুদ্ধিক লগ ধৰিব পাৰিছিল বুলি মোৰ হ'লে বিশ্বাস নহয়। সঁচাকৈয়ে সেই বিষয়ত তাৰ দুৰৱস্থা দেখি মোৰ একো একোবাৰ বৰ বেয়া লাগে। মানুহটোৰ দুষ্টালি নাই, শঠতা নাই, কপটতা নাই, প্ৰবঞ্চনা নাই ; কিন্তু তাৰ মূৰৰ বুদ্ধিৰ গুটি আৰু গছী এই দুইটা ভঁৰালতে মূৰ্খামিৰ বৰ বৰ ডাঙৰীহে ঠাহ্ খাই থকা দেখিছো। প্ৰথম ডোখৰত মই তাৰ আঁচল ৰোগৰ কথাটো বুজিব নোৱাৰি তাৰ ওপৰত খং কৰিলো। আৰু কেতিয়াবা কেতিয়াবা থাকিব নোৱাৰি লপাথপাটোও তাক মাৰিছিলো। কিন্তু যেতিয়া তাৰ ৰোগ ধৰা পৰিল, সেইটো দুৰাৰোগ্য জানি, অসীম ধৈৰ্য আৰু সংযমৰ আশ্ৰয় লৈ তাৰে সৈতে বাগিচা-বাস কৰি শান্তি স্থাপন কৰিলো। এই দীঘল চৌধ বছৰত পুৰুষানুক্ৰমে অনেক মালীয়ে মোৰ বাগিচাৰ বালিত খোজৰ সাঁচ থৈ গৈছে। এই মালী দুটাও উত্তৰাধিকাৰী সূত্ৰত পূৰ্বগামী মালী-মালাৰ দুটি ফুল। কিন্তু আজি তিনি বছৰেও সিহঁত সেই মালাত মিলি যাব নোৱাৰিলে। এই মনুষ্য দুটিৰ জ্ঞান-বুদ্ধিৰ পথাৰখনৰ সীমা বাঢ়ক ছাৰি নিৰ্বুদ্ধিতাই ঠেলি তাক ঠেক কৰিহে আনিছে। আজি তিনি বছৰে সিহঁতে একে বিধৰ কামকে কৰি আহিছে, তথাপি সিহঁতৰ পাছত থিয় দি থকা চকু দুটাই অলপপৰ আনফালে চালেই দুইবো কামৰ মাটি দুপাচিত ভুল-ভ্ৰান্তিৰ কাঁকৰ খোলাকটি ভৰি পৰে। উদাহৰণস্বৰূপে সিদিনা অলপতে হোৱা কথা এটাকে কওঁ। গোলাপৰ কলম কৰোঁ বুলি মই গোলাপ গছৰ ডাল গোটাচেৰেক বুঢ়াৰ হতুৱাই কটাই ডোখৰ ডোখৰ কৰালোঁ। এনেতে কিবা এটা সকামত তাৰ কাষৰপৰা মই গুচি আহিবলগীয়ত পৰি, সেইবোৰ তাক ৰুই দিবলৈ কৈ আহিলো। আধা ঘণ্টামানৰ মূৰত উভতি গৈ দেখিলো, সি ডালবোৰ মূৰৰ ফালটো তললৈ কৰি পুতি ৰুই থৈছে। মই কলো, 'বুঢ়া, কৰিলি কি? গোলাপৰ ডালবোৰে দেখোন ওভতগোৰে নাচিব লাগিছে।' সি উত্তৰ দিলে -- 'এইদৰেইতো ৰোৱে।' মই ক'লো, 'তোৰ বুপা-ককাৰ দিনত আগেয়ে এইদৰে ৰোৱা নিয়ম আছিল যদিও, কিন্তু আজি গান্ধী মহাৰাজৰ দিনত সেই পুৰণি নিয়ম বদ হ'ল। এতেকে ডালবোৰৰ ওভতগোৰ গুচাই, তল-গোৰ ওফৰ-মূৰ কৰি নিদিলে তোৰ ওপৰত ক্ৰোধ কৰি সিহঁতে প্ৰাণত্যাগ কৰিব।' বুঢ়াৰ হতুৱায়ে টেপাৰিৰ গুটি পচাই পুলি কৰাইছিলো। সেই পুলিবোৰ তুলি আনি তাক আন এঠাইত ৰবলৈ কলত সি টেপাৰিৰ পুলিবোৰ গজা ঠাইতে এৰি, টেপাৰিৰ পুলিৰে সৈতে গজা বনৰ পুলিবোৰ আনি সেই ঠাইত ৰুই থোৱা দেখিলোগৈ। বুঢ়াক ক'লো, বুঢ়া কৰিলি কি? টেপাৰিৰ পুলিবোৰ নিজবাসভূমে পৰবাসী হৈ ৰ'ল আৰু পৰে সেইবোৰৰ ঠাই জুৰি বহিলহি।' ইয়াকে কৈ তাৰ হতুৱায়ে পৰক খেদাই দি, নিজক স্বস্থানত থপালো। মুঠতে সি নিজৰ বুদ্ধিৰে যি কৰে, সি কৰিবলৈ এৰি যোৱাবোৰ কাৰ্যহে আৱশ্যকীয় এইটো মই বুজিবলৈ বাকী নাথাকিল।

মোৰ মনত পৰিছে, তাহানি কলিকতাত কলেজত পঢ়োঁতে এজন প্ৰফেছৰলৈ। আমাৰ

লগতে এজন ছাত্ৰ সহপাঠী আছিল। প্ৰতি বছৰতে য়ুনিভাৰছিটীৰ পৰীক্ষাত তেওঁ প্ৰথম হৈ অহা ল'ৰা। আনবোৰ প্ৰফেছৰে আমাক পঢ়াওঁতে কিতাপৰ যি যি ডোখৰ বৰ important অৰ্থাৎ মন দি পঢ়িব লাগিব বুলি কয়, তাত আমি পেঞ্চিলেৰে দাগ দি থওঁ; কিন্তু সেই ছাত্ৰজনে নিদিয়ে। কিন্তু ওপৰোক্ত প্ৰফেছৰে important বুলি কোনো ডোখৰ কলেই সেইজন ভালকৈ সেই ডোখৰত দাগ দিয়ে। মই এদিন ছাত্ৰজনক ইয়াৰ কাৰণ সুধিলত তেওঁ কলে, 'চাৰ মানে যে তেওঁ important বুলি কোৱাবোৰ বাদ দি পঢ়িবলৈ মোৰ সুবিধা হ'ব দেখি, সেইদৰে দাগ দি থওঁ।' বুঢ়াৰ কামৰ ঠাইত মই থিয় হৈ নাথাকিলে, সেই কাম থিতাতে কাৰ্মৰ মোমায়েকৰ ঘৰ পায়গৈ। মোৰ তলত তাৰ সুদীৰ্ঘ চাকৰীয়া জীৱনত মাথোন আজি পূৰা স্বাধীনভাৱে সি এটা বুদ্ধিৰ কাম কৰিলে। যথা— বৰ বৰষুণত বাগিচাৰ ভিতৰৰ বাট এটাৰ পৰা পাচীচেৰেক মাটি আনি তাত দি সেই ডোখৰ বাতিলে। মই তাৰ অদৃষ্টপূৰ্ব্ব স্বাধীন বুদ্ধিৰ কাৰ্য্যৰ ফল দেখি সন্তোষ পাই, তাৰ পিঠিত চপৰিয়াই তাক কলোঁ, 'বাঃ বুঢ়া বাঃ! তোৰ ওপৰত মই বৰ সন্তুষ্ট হলোঁ। ইমানদিনে তোৰ মেৰতলীত তোৰ বুধিটো লুকাই থৈছিলি। আজি তাৰে এচিকটা উলিয়াই লৈ এই ভাল কাৰ্য্যটো কৰিলি! তোক কি বৰ লাগে ক?' সি তাৰ মানে বুজিব পাৰি নে নোৱাৰি কব নোৱাৰোঁ, মোৰ ফালে তাৰ মুখখন মেলি চাই থকা দেখি, মই কলোঁ, 'তই বৰ নামাগিলেও মই দিম। শুন। মোৰ মূৰৰ চুলিৰ সমান বছৰ তই জীয়াই থাকি, এইদৰে মোৰ বাগিচাত যেন কাম কৰি থাকিব পাৰ, এই বৰ তোক মই দিলোঁ।'

বুঢ়াই সন্তোষৰ মিচিকীয়া হাঁহি মাৰিলে; আশা কৰোঁ মোৰ বৰ পাই, সি উদ্ধত হৈ সম্বলপুৰত গৰু, ব্ৰাহ্মণৰ প্ৰলয় নকৰে। মোৰ অনুমান, বুঢ়াই যে মোৰ হুকুমৰ আঁকটোৰ বাহিৰত ভৰি নিদিয়ে এই ভয়ত যদি তাৰ পদস্খলন হয়। বেচেৰাই মোৰ হুকুম এনেকৈ 'তামিল' কৰে যে তাক যিদিনা যিটো কামত লগাই দিয়া যায়, সেইদিনা সেইটো কাম যদি পূৰা নোহোৱাকৈয়ে গধূলি হয়, আৰু সি ঘৰলৈ যাবলগীয়াত পৰে, তেন্তে পিছদিনা সেই কামৰ বাকী থকা ডোখৰত সি হাত নিদি, সি মোৰ আগত উপস্থিত হৈ, কি কাম কৰিব, নতুনকৈ তাৰ হুকুম প্ৰাৰ্থনা কৰে। এবেটা শাৰীতে দুজোপা গছ বতাহ-বৰষুণত কাতি হৈ পৰিছে। এই যদি তাক এজোপাহে পোন কৰিবলৈ আঙুলিয়াই দিওঁ, সি সেই জোপাকেহে পোন কৰি দিয়ে, তাৰ লগৰ সিজোপা আকৌ মোৰ হুকুম নাপালে নকৰে। সি যে এলাহ বা টেঙৰালি কৰি তেনে কৰে এনে নহয়। মই এদিন তাক কলোঁ, — 'বুঢ়া, তই কালি তোৰ ঘৰলৈ গৈ বাতি লঘোনে আছিলি নিশ্চয়।' সি সুধিলে 'কিয়?' মই কলোঁ, 'মইতো কালি তোক ভাত খাবলৈ হুকুম দিয়া নাছিলো।' সি মিচিকিকৈ হাঁহি আৰু একো নামাতিলে। মোৰ পেংলাইটো সি ভালকৈ বুজিছিল নে নাই, তাত মোৰ আজিও সন্দেহ আছে। বুঢ়াই মাজে মাজে এদিন-দুদিনলৈ ছুটী লয়। এদিন মই আমনি পাই, তাক কলো, যে সি তাৰ বদলি নিদিলে, তাক মই আৰু ছুটি নিদিওঁ। পিছদিনা পুৱা বুঢ়াই সাত-আঠ বছৰীয়া লৰা এটা লগত লৈ মোৰ আগত উপস্থিত। সেইটো কোন বুলি মই বুঢ়াক সুধিলত, বুঢ়াই কলে, সেইটো তাৰ নাতিয়েক। তাক সি তাৰ বদলি লাগে বোলাত বদলি আনি দিছে। মই মনে মনে থাকি, বুঢ়াৰ বদলি নোলোৱাকৈ বুঢ়াক ছুটী দিলোঁ।

বুঢ়া মোৰ 'হেড্ মালী' অৰ্থাৎ বৰমালী। দুই নম্বৰী মালীটো বুঢ়াৰ 'এছিষ্টেণ্ট' অৰ্থাৎ

সহায়ক মালী। তাৰ নাম সদানন্দ বুলি আগেয়ে কৈ আহিছোঁ। বয়সত যদিও সি কম নহয়, কিন্তু সি দেখিবলৈ লৰামতীয়া। তাক গাইমুৱা বুলিলেই হয়। মোৰ লগুৱা মহলত কোনোবাই উলিয়াই দিলে যে সদানন্দ গাইমুৱা দেখি তাৰ ঘৈনীয়েকে তাক দেখিব নোৱাৰে। মতাৰ সম্পৰ্কে সদানন্দ ঘৈনীয়েকৰ জ্ঞানটো হেনো বৰ টন্‌টনীয়া। তাই কয়, যি মতাৰ মুখত ডাঢ়ি নাই, সেই মতা মতাই নহয়। এনে গাইমুৱা মতাৰে সৈতে গৃহবাস কৰাতকৈ তাই পানীত পৰি মৰাই ভাল। এই বৌঢ়িটো বৰকৈ ফুটি ওলালত, মই এদিন বিশ্বাসতে সদানন্দক সুধিলো, কথাটো হয় নে? সি ভূমি ছুই কৰ্ণত হাত দি কলে, "হজুৰ! একেবাৰেই মিছা কথা। তাই দুজনী ছোৱালীৰ মাক হল; এনে কথানো হব পাৰেনে?" মই আৰু একো নকৈ মনে মনে থাকিলোঁ। সদানন্দই কাম কৰে বেয়া নহয়; যদিও তাৰ বুধিটো বুঢ়াৰ বুধিটোতকৈ এচুলিমানৰ ওপৰতহে। সদানন্দৰ বুধিটো থিৰ হলেও, হাতটো লৰ। মোৰ বাগিচাৰ লাওটো, কচুটো , বেঙেনাটো, সি ইফালে-সিফালে চাই হাত দি তাক তুলি তাৰ চুৰিয়াৰ কোঁচত সুমাই লৈ যাবলৈ সি বেয়া নেপায়। কত দিন সি সেই কাৰ্য্যত ধৰা পৰিছে। ধৰা পৰিলে, সদানন্দই লাজৰ ধূলি-মাকতি সোপা মহানদীৰ পানীত ধুই পৰিষ্কাৰ কৰি পেলায়। এদিন সি একোঁচকৈ মোৰ বাগিচাৰ কৰ্জ্জাটেঙা চুৰ কৰি লৈ গধূলি ঘৰলৈ যাবলৈ ওলাইছিল। বুঢ়া আগে আগে, সি পাছে পাছে যাব লাগিছে। মোৰ টৌলৰ দুৱাৰখন পাৰ হবলৈ অলপ আছে, এনেতে তাৰ কোঁচৰ পৰা টলৰ্ টলৰ্কৈ এটা এটাকৈ কৰ্জ্জাটেঙা পৰিবলৈ ধৰিলে। তাৰ চুৰিয়াৰ কোঁচ নিশ্চয় ফটা আছিল। তাৰ নিজৰ কিন্তু এই বিপৰ্য্যয়ৰ ভুৰেই নাছিল। সেই কাণ্ডটোলৈ চকু পৰা মোৰ আনবোৰ লগুৱাই যেতিয়া বৰকৈ হাঁহিবলৈ ধৰিলে, তেতিয়াহে সদানন্দই তলমন কৰি থমকি ৰল। লগুৱাইতৰ কিৰীলি শুনি ময়ো ওলাই গৈ দেখিলো, যে বেচেৰা সদানন্দৰ পক্ষে ব্যাপাৰটো সাংঘাটিক হৈ পৰিছে। তাক মই নিৰ্ভয় দি টেঙাবোৰ বুটলি লৈ তাৰ ঘৰলৈ যাবলৈ কলোঁ। আৰু কলোঁ, যে তই আগলৈ এনে নকৰিবি। সদানন্দই যদি মোৰ কথাৰ মানেটো এনেদৰে বুজিলে, যে আগলৈ সি চুৰ কৰা বস্তু ভৰোৱাৰ আগতে তাৰ কোঁচটো ফটা নে নফটা সেইটো চাই ল'ব, তেন্তে সি ভুল বুজিলে।

সদানন্দয়ো দুমাহে এমাহে মোৰ পৰা দুদিন চাই-দিনকৈ ছুটী লৈ কাম কৰিবলৈ নাহে। প্ৰত্যেকবাৰতে সি ছুটী লবৰ কাৰণটো চকুৰ পানীৰে তিয়াই লৈ মোৰ আগত উপস্থিত কৰে। সেইটো তাৰ জীয়েকৰ মৃত্যু। তাৰ এনে ভয়ানক বিপদৰ কথা শুনি মই ছুটীকে বা নিদি থাকো কোনটো সতেৰে? দিওঁ ছুটী। কিন্তু ছুটীৰ বঢ়াবঢ়ি হলত মোৰ মনত সন্দেহ উপস্থিত হল। মই "এঙ্কুৱাৰী" অৰ্থাৎ লোকৰ পৰা ভালকৈ ভু লৈ জানিব পাৰিলোঁ, যে দুবছৰৰ আগতে তাৰ দুবছৰীয়া জীয়েক এজনী, আৰু দুমহীয়া কেচুৱা ছোৱালী এজনী মাউৰত মৰিছিল, সঁচা। কিন্তু এই দুবছৰৰ পৰা প্ৰতি দুই মাহৰ ভিতৰত সেই ছোৱালী দুজনীয়ে পাল পাতি উটাপুটাকৈ ন-নকৈ মৰি, বাপেকক মোৰ হতুৱাই ছুটী দিয়াই সিহঁতৰ জন্মদাতা পিতৃ ঋণ শুজিবলৈ লাগিছে। ঋণৰ ওৰ কেতিয়া পৰিব কোনেও ক'ব নোৱাৰে। কথাটোৰ উৱাদিহ উলিয়াই মই সদানন্দৰ ছুটী বন্ধ কৰি দি তাৰ মুদাটো একেবাৰেই মাৰি দিলোঁ। ঠিক যেন পিণ্ডটো গয়াত হে পৰিল। ফলত অশান্তিত থকা তাৰ জীয়েক দুজনীয়ে শান্তি পালে, সদানন্দই লাজ পালে, আৰু তাৰ

গৰহাজিৰৰ নিমিত্তে পানীৰ অভাৱত বদত লেৰেলি থকা মোৰ বাগিচাৰ ফুলগছবোৰে পানী পালে। গোলমালটো এইদৰে মিটিল।

এবাৰ মোৰ গুৱালটোৰ জ্বৰ হোৱাত, সদানন্দক গোহালিৰ গোবৰ পেলাই গোহালিটো ছাফ কৰিবলৈ কলোঁ। যিমানখিনি সময় সেই কাৰ্য্যত ব্যয়িত হোৱা আৱশ্যক, তাতকৈও অনেক সময় সদানন্দৰ দ্বাৰাই গোহালিঘৰত ব্যয় হোৱা দেখি, সি তাত কি কৰিছে চাবলৈ মই হাততসাৰে ভৰিত-সাৰে গৈ ওলালো। দেখিলো — অ' হৰি! সদানন্দৰ কি আনন্দ লীলা! সাদানন্দই বৎসৰূপ ধৰি আঠুকাঢ়ি খীৰতী গাইজনীৰ ওহাৰৰ পাটত মুখ দি হুপি দুগ্ধপান কৰিব লাগিছে। মোক দেখি ততালিকে সি বৎসৰূপ এৰি পূৰ্ব্বৰূপে ধৰি উঠিল। কিন্তু বাকিবা নৈৰ কানৰ খাগৰিডাল পানীৰ সোঁতত কঁপাদি সি কঁপিবলৈ ধৰিলে। তাৰ দুৰ্ব্বলতাটো মই হৃদয়ঙ্গম কৰি তাক কলোঁ — 'যা ভয় নকৰিবি। মই তোক একো নকৰোঁ। কিন্তু আগলৈ এনে নকৰিবি। আজি তই ঘৰলৈ যাবৰ সময়ত তোক এবাটি গাখীৰ দিম লৈ যাবি।' দেখিলোঁ, তেতিয়াও সদানন্দৰ কোৱাৰিয়েদি গাখীৰ বৈ টোপাটোপে মাটিত পৰিছে। তাক তাৰ মুখখন মচি ওলাই যাবলৈ কৈ গুচি আহিলোঁ। তাৰ সেই দুৰ্ব্বলতাৰ কথা আজিলৈকে মই কাকো কোৱা নাছিলোঁ।

সদানন্দৰ এটা সু-গুণ আছে। সি বৰ গছুৱৈ। বান্দৰ উঠা দি সি গছত উঠিব পাৰে। আমগছত উঠি তাক পাৰিবলৈ কলে, খপ্‌খপ্‌কৈ উঠি সি পাৰি দিয়ে। সেইদৰে জামু গছতো উঠি জামু পাৰে। মোৰ বাগিচাত যদি পনীয়ল গছ থাকিলহেঁতেন, তেন্তে তাতো সি উঠি পনীয়ল পাৰি পিটিকি দি মোক খুৱালেহেঁতেন। যি হওক, নথকা বস্তুটোৰ নিমিত্তে হামৰাও কৰা অনুচিত।

মোৰ এই অমূল্য মালী দুটাৰ নিমিত্তেই হওক, বা আন কোনো কাৰণতে হওক, মোৰ বাগিচাখন সম্বলপুৰত সকলোৰে চকুত-লগা। দেশী মানুহৰ বাগিচাৰ কথাকে নকওঁ, য়ুৰোপীয় মানুহৰ বাগিচাবো পাছৰ শাৰীত তাক কোনেও ঠাই দিব নোৱাৰে। সিদিনা মই মালী দুটাৰ কাষত থিয় দি বাগিচাত সিহঁতৰ কাম চাই আছোঁ; এনেতে গৱৰ্ণমেণ্টৰ ঘৰৰ ওখ থাপৰ বিষয়া বন্ধু এজন মোৰ ওচৰ পালেহি। তেওঁ মোক কলে, -- 'আপোনাৰ মালী দুটা বৰ কাৰ্য্যদক্ষ। আপোনাৰ বাগিচাখনে সদায় হাঁহি থাকে। এনেকুৱা মালী এটা মোক আপুনি দিব পাৰিবনে?' মই কলোঁ, 'ইহঁতৰ এটাক লৈ যাওক।' তেওঁ কলে, 'সেইটো হব পাৰেনে? মই আপোনাক বঞ্চিত কৰিবলৈ নাযাওঁ।' মই তেওঁক কলোঁ, 'সম্বলপুৰত এনেকুৱা কাৰ্য্যদক্ষ মালী পোৱা নাযায়। কিন্তু মই জনাত, আৰু দুটি এঠাইত আছে। দুয়ো গিৰিয়েক ঘৈণীয়েক। দুয়ো একেলগে কাম নাপালে নকৰে। অৱশ্যে সিহঁতৰ দৰমহা অলপ সৰহ।' তেওঁ কলে, 'মালীয়ে কিমানকৈ পায়?' মই কলোঁ, 'দহ টকাকৈ।' তেওঁ কলে, 'মই এঘাৰ টকা বাৰ টকালৈকে দিবলৈ সাজু আছোঁ। সিহঁত ক'ত থাকে?' মই মোৰ ঘৰলৈ আঙুলিয়াই দিলোঁ। তেওঁ কলে, 'সিহঁতক মাতকচোন?' মই কলো, 'মাতিব নালাগে; এটা আপোনাৰ আগতে থিয় হৈ আছে। আনটোৱে ঘৰৰ ভিতৰত শাক-পাচলি কুটিছে হবলা।' তেওঁ মোৰ ধেমালিটোৰ মৰ্ম্মত তেতিয়া অৱগাহন কৰি, হাঁহি, মোৰ গাত ঘোকোটা এটা মাৰি দি কলে 'You are always naughty'

(বাঁহী, ২১শ বছৰ, ৪ৰ্থ সংখ্যা, ১৯৩২ চন) ■

# ভৈৰা

কেনেকৈ ক'ব নোৱাৰোঁ, মোৰ ঝাৰসোগোড়া বঙলাৰ মালীটোৱে জানিবলৈ পালে যে, মোৰ সম্বলপুৰীয়া মালী দুটাৰ অনুপম চৰিত্ৰ মোৰ দ্বাৰাই বিৰচিত অভিনৱ চৰিত্ৰ-পুথিখনত উঠিছে। এইবাৰ মই ঝাৰসোগোড়ালৈ যাওঁতে সি মোৰ আগত আঁঠুলৈ জনালে – "হজুৰ চাহাব! মই হজুৰৰ ঝাৰসোগোড়াৰ বঙলাত আজি পাঁচ বছৰৰ ওপৰ হ'ল, মৰিমৃজি কাম কৰি আছোঁ; তথাপি হজুৰে কৰা পুৰাণ শাস্ত্ৰত সম্বলপুৰীয়া মালী দুটা উঠিল। এই দুৰ্ভগীয়া ইয়াতে পৰি ৰ'ল। হজুৰৰ চৰণত মই কি অপৰাধ কৰিলো বুজিব নোৱাৰিলো।"

মই ঈষৎ হাস্য কৰি তাক কলো, "মোৰ ভুলতহে তই মোৰ পুৰাণৰ বাহিৰত থাকি গলি। বাৰু বেজাৰ নকৰিবি, এতিয়াও সময় আছে; তোকো তাতে এচিকটা ঠাই দিয়া যাব।"

সি মোৰ কথাত সন্তুষ্ট হৈ তাৰ কৃতজ্ঞতা প্ৰকাশ কৰিবৰ অভিপ্ৰায়েৰে, বলেৰে মোৰ ভৰি দুটা টানি নি পিটিকিবলৈ ধৰিলে। তাৰ কৃতজ্ঞতাৰ গুৰুতৰ হেঁচাত যেতিয়া মোৰ ভৰি ভাগিব লগা হ'ল, তেতিয়া মই মোৰ পাদ-পদ্ম দুটি সঙ্কুচিত কৰি লৈ তাক আন এটা কাম কৰিবলৈ পঠিয়াই দিলোঁ।

মালীটোৰ আচল নাম ভৈৰা নহয়; আন কিবা এটাহে আছিল। সি ঝাৰসোগোড়া চহৰত নামজ্বলা কলা দেখি, গোটেইখন চহৰৰ মানুহে তাক ভৈৰা বুলি মতাত, তাৰ আচল নামটোত বালি পৰি ঢাক খালে। বালিৰ দৰে তলত পোত গৈ থকা গুপ্ত নামটো এতিয়াই মই নালাগে, কোনোবা ইন্দ্ৰদ্যুম্ন হৈ ওলাই হাতত কোৰ লৈ খানিবলৈ গ'লেও তাক উলিয়াব পৰাটো উজু নহয়। ভৈৰা 'বহিৰা' শব্দৰ অপভ্ৰংশ। শৌৰসেনী নহয়, মাগধী প্ৰাকৃত কিজানি। বহিৰা মানে আমাৰ অসমীয়াত কলা। কলা মানে কদলী নহয়, কাণেৰে নুশুনাহে। ভৈৰা পৰি-মৰা বিধৰ কলা নহয় ধুমকলা। দুটা জয়ঢোল একেলগে কোবালেও তাৰ সম্মিলিত শব্দ শক্তিয়ে ভৈৰাৰ কৰ্ণযুগলৰ দুৰ্জয় দুৰ্গ সতকাই ভেদ কৰিব নোৱাৰে। মই আকাৰে-ইঙ্গিতে ঠাৰী-চিয়াঁৰী ভাষাৰ গদাৰ সহায় লৈ আজিলৈকে এই দুৰ্য্যোধন কলাটোৰ উৰুভঙ্গ কৰি কোনোমতে ঝাৰসোগোড়া হস্তিনাপুৰৰ কাম চলাই আছোঁ। কিন্তু একো একো দিনা মোৰ ধৈৰ্য্য, ঢাপৰ বাহিৰত যেতিয়া পৰেগৈ, তেতিয়াই প্ৰচণ্ড আদেশ প্ৰদান কৰি তাক বৰ্খাস্ত কৰি থওঁ। সি মোৰ হুকুমৰ ধম্‌ধমনিত এবেগমান আঁতৰি যায় আৰু অলপ পৰৰ পিছতে বাগিচাত ধুমাধুমিকৈ মাটি কুৰিবলৈ লাগি যায়। তেতিয়া তাৰ কাৰ্য্যাবলী লক্ষ্য কৰি ময়ো চেঁচা পৰি যাওঁ, আৰু মোৰ পূৰ্ব্ব হুকুম মনতে 'বদ' কৰি যথা পূৰ্বং তথাপৰভাবে চলিবলৈ ধৰোঁ।

ভৈৰা মানুহটো জুৰ, বিশ্বাসী আৰু পৰিশ্ৰমী। কামত জানিবা সি অঁকৰা-মৈত উঠা। এবাৰ কামত লাগি গ'লে, সি ভাত-পানী খাবলৈকে পাহৰে। বেলি ভাটি দিয়ে, তথাপি তাক কোনোবাই খাবলৈ নেমাতিলে নাহে। সি কাম কৰি থাকোঁতে তাৰ ওচৰতে যদি কোনোবাই থিয় দি তাক কুকুৰে-কাঁইট নোখোৱাকৈ ভাও দেখুৱাই থাকে, তাৰ সেই ফালে চকু নাযায়, — কাণতো যাবই নোৱাৰে। তাৰ অন্তেষপুৰত তেনেবোৰ খবৰৰ প্ৰবেশ নিষেধ। চোৰ গৰুৱে বাগিচাৰ দুৱাৰ, মুখেৰে হেঁচুকি মেলি তাৰ ওচৰতে মহুৰ মহুৰকৈ ঘাঁহ খাই আছে, কিন্তু ভৈৰাৰ চকু আৰু কাণে তাৰ ভু লোৱাটো আত্মসন্মানৰ হানিকাৰক বিবেচনা কৰে। ছাগলীয়ে বাগিচাৰ জেওৰা ডেই বাগিচাৰ ভিতৰত সোমাই এমূৰে ফুলগছৰ আগ কচ্‌ কচ্‌কৈ খাব লাগিছে, ভৈৰাই ওচৰতে ফুল গছৰ গুৰি খুচৰি আছে, কিন্তু তাৰ খবৰ ল'বৰ আহৰি নাই। কৰ্মযোগী সি কামৰ ধ্যানতে নিমগ্ন। তাৰ চুৰিয়াৰ পোন্ধটো গুলকি মাটিত পৰি ধূলি বা বোকাত চুঁচৰি যাব লাগিছে, বেলৰ ইঞ্জিনে তাৰ পিচত লানি-লাগি যোৱা গাড়ীবোৰলৈ মন নিদি নিশ্চিন্তমনে সেইবোৰ টানি লৈ গৈ আছে, তাৰ সেইফালে ভ্ৰুক্ষেপ নাই।

আজি পাঁচ বছৰৰ ওপৰ হ'ল, ভৈৰাই মোৰ ৰাৰ'লোগোড়াৰ বঙলাত কাম কৰিছে। মই সম্বলপুৰৰ পৰা যোৱা-অহা কৰোঁতে সদায় সি ৰেলগাড়ীৰ দ্বিতীয় শ্ৰেণীৰ খোঁটালীৰ পৰা মোক নমায় আৰু তাত তুলি মোৰ বস্তু অনা-নিয়া কৰি আছে; কিন্তু যিদিনা মই তাৰ লগে লগে গাড়ীত উঠিবলৈ নাহি অলপ আগেয়েই তাৰ হাতত মোৰ বস্তুবোৰ পঠিয়াই দি গাড়ীত তুলি থ'বলৈ কৈ পাছ পৰোঁ, সেই দিনাই সি ভিৰণ সমস্যাত পৰে। সেইদিনা নিশ্চয় সি বস্তুবোৰ তৃতীয় শ্ৰেণীৰ গাড়ী এখনত সুমাবই সুমাব। এদিন সি, বোধকৰোঁ অনেক চিন্তা কৰি মোৰ বিষয়ে কি সিদ্ধান্ত কৰি ক'ব নোৱাৰোঁ, তৃতীয় শ্ৰেণীৰ তিৰোতা মানুহৰ গাড়ীত মোৰ বস্তুবোৰ তুলি থৈছিল গৈ। ইমান দিন ইমান বাৰ সি ৰেলৰ গাড়ীৰ পৰা মোক নমাইছে, তুলিছে, কিন্তু আজিলৈকে সি প্ৰথম, দ্বিতীয়আৰু তৃতীয় শ্ৰেণীৰ পাৰ্থক্য বুজিব নোৱাৰিলে। এদিন মই তাক গাড়ীৰ ওচৰলৈ মাতি নি দ্বিতীয় শ্ৰেণীত II এটা দুটা আঁক থকা গাড়ীখন দেখুৱাই দি ভালকৈ বুজাই দিলোঁ। কিন্তু তাৰ পিছ দিনাই যেতিয়া তাৰ মহলা ললোঁ, সি 'মাৰ্ক' অৰ্থাৎ নম্বৰ পালে শূন্য। কাৰণ মই অলপ পিছতে ষ্টেচনলৈ আহি গাড়ীৰ কাষ পাই দেখিলোঁ যে সি তৃতীয় শ্ৰেণীৰ 'ফিমেল-কম্পাৰ্টমেন্টত' অৰ্থাৎ তিৰোতা যাত্ৰীৰ গাড়ীত মোৰ বস্তুবোৰ সুমাই থৈ গাড়ীখনৰ দুৱাৰৰ হাতোৰাডালত ধৰি, বুকু ফিন্দাই মোৰ ফালে এনেভাৱে চাই আছে, যে "চোৱা মই আৰু আগৰ দৰে ভুল কৰা নাই!" খোঁটালীটোৰ ভিতৰলৈ মোৰ চকু পৰিলত দেখিলোঁ, সাধাৰণ শাৰীৰ তিৰোতাবোৰে ল'ৰা-ছোৱালীৰে সৈতে তাত কোঢ়াল কৰিব লাগিছে। মই ভৈৰাক "(Thank you! You have passed with distinction)" অৰ্থাৎ তই মহলাত সন্মানেৰে সৈতে উঠিলি বুলি ধন্যবাদ দি তাৰ হতুৱাই বস্তুবোৰ দ্বিতীয় শ্ৰেণীৰ গাড়ীলৈ অনাই গাড়ীত উঠি বহি বাতৰি কাকত পঢ়িবলৈ ধৰিলোঁ।

ভৈৰাই হাঁহৰ মতা-মাইকী চিনিব নোৱাৰে, ছাগলীৰ পাঠা-পাঠী চিনিব নোৱাৰে। এদিন এযোৰ পাতিহাঁহ কিনিবলৈ তাক ধন দি আহিছিলো। উভতি গৈ দেখো — সি দুটা মতা হাঁহ কিনি থৈছে। আৰু এদিন পাঠা এটা কিনিবলৈ কৈ আহিছিলো, যবলৈ গৈ দেখোঁ, সি মাইকী

বুঢ়ী ছাগলী এজনী খুটা বান্ধি থৈ দিছে। মই তাক খং কৰি পাঠা কত বুলি সুধিলত সি মোক সেই ছাগলীজনী দেখুৱাই দিলে। মোৰ খং আৰু সৰহকৈ উঠাত সি ক'লে, "হুজুৰ! জন্তুটো মতা নহ'লে তাৰ ডাঢ়ি গজিব কিয়?" এতেকে সি ঠিক কামকে কৰিছে। মোৰ খং হাঁহিত পৰিলগৈ। ভৈৰাৰ গড়-গতি দেখি মুঠতে মোৰ ধাৰণা হৈছে যে সি দাৰ্শনিক আৰু সম্ভৱতঃ যিখন দৰ্শনৰ পৰা সি জ্ঞান আহৰণ কৰিলে, সেইখন সাংখ্য। ভৈৰাই জগতত মাথোন এজন পুৰুষৰ অস্তিত্বহে স্বীকাৰ কৰে। বাকীবোৰ তাৰ মানত প্ৰকৃতি। বৃন্দাবনত সনাতন গোস্বামীয়ে মীৰাবাইক তিৰোতা বুলি দেখা নকৰোঁ বোলাত মীৰাই তেওঁলৈ কৈ পঠিয়াইছিল যে, সনাতণ গোস্বামী কেতিয়াৰ পৰা পুৰুষ হ'ল? জগতত মাথোন পুৰুষ এজন বুলিহে মীৰাই জানে। আমাৰ ভৈৰাও কিজানি সাধনাৰ পথত এনেভাৱেই অগ্ৰসৰ হৈছে? কোনে জানে?

ভৈৰাৰ চকুত য়ুৰোপীয় মতা-তিৰোতাও সমান। দুইৰো পাৰ্থক্য এতিয়ালৈকে সি বুজিব পৰা নাই। মোৰ ঘৰলৈ অহা য়ুৰোপীয় ছাহাবক সি মেম বোলে, আৰু মেমক ছাহাব বোলে। সি ঝাসোগোডাত সৰ্বজনবিদিত আৰু সৰ্বজনপৰিচিত। সি বজাৰলৈ যাওঁতে বাটত যদি কোনোবাই তাক সেইজনৰ বই-বস্তুবোৰ কঢ়িয়াই নি ৰেলত তুলি দিবলৈ কয়, তেন্তে তাৰ বজাৰলৈ যোৱাটো কিছুকালৰ নিমিত্তে স্থগিত ৰাখি সি সেই অনুৰোধ ৰক্ষা কৰে। তাৰ পৰিশ্ৰমৰ বঁটা স্বৰূপে কোনোবাই তাক পইচা এটা দিলে যদি দিলে, নিদিলে যদি নিদিলে, তাত তাৰ কোনো দুখ নাই। তাৰ খৰচৰ হিচাপ-কিতাপৰ বাজে খৰচলৈ দিনৌ তিনি পইচা থাকিলেই হ'ল। দুপইচাৰ 'কুচ্‌না' অৰ্থাৎ ভাতৰ মদ আৰু এপইচাৰ 'বিৰি' অৰ্থাৎ কেন্দুপাতৰে মেৰোৱা চেলেউ। সি মোৰ পৰা মাহে বাৰটকাকৈ দৰ্মহা পায়। দৰ্মহাৰ টকাটো সি "ট্ৰেজেৰিত" জমা দিয়ে। তাৰ ঘৈণীয়েকেই তাৰ "ট্ৰেজেৰি"। সেই টকাৰে তাৰ, তাৰ ঘৈণীয়েকৰ আৰু তিনিজনী ছোৱালী আৰু এটা ল'ৰাৰে সংগঠিত পৰিয়ালৰ ভৰণ-পোষণ চলে। সম্প্ৰতি সি তাৰ দুজনী জীয়েকক বিয়া দি উলিয়াই দিলে আৰু ল'ৰাটোৱে পাঠশালাৰ পঢ়া সাঙ্গ কৰি টোটোৰাম কোম্পানী গঠন কৰি স্বাধীনতা অৱলম্বন কৰিলে; আৰু ঘৈণীয়েকে ওচৰৰে এঘৰত পানী কঢ়িয়াই দি মাহেকত এটকাকৈ দৰ্মহা আৰ্জিলে। গতিকে ভৈৰাৰ এতিয়া ঘৰ-সংসাৰৰ অৱস্থা স্বচ্ছল। মই শুনিছো, এই নিমিত্তেই অধুনা সি তাৰ বাজে খৰচৰ "বাজেট"ত "কুচ্‌না"ৰ ব্যয় দুই পইচাৰ পৰা চাৰি পইচালৈকে তুলি ঘৈণীয়েকৰ দ্বাৰাই "মঞ্জুৰ" কৰাই লৈছে।

মই ঝাৰসোগোড়ালৈ বাৰ দিন কি চৌধ দিনৰ অন্তৰে এদিন বা দুদিনলৈ যাওঁ। সেইদেখি মোৰ বঙলাটো সদায় ধৱহীন বিধবা হৈয়ে পৰি থাকে। গৰকাপ্তানী ডাক বঙলাৰ কাষতে মোৰ বঙলাটো। ডাক বঙলাত থাকিবলৈ যোৱা মানুহে এই সুবিধাৰ নিমিত্তে মাজে-সময়ে মোৰ বঙলাৰ ওপৰতো অনুগ্ৰহ প্ৰকাশ কৰে। অৱশ্যে অনুগ্ৰহ বিতৰণ কৰোঁতাৰ সৰহ ভাগ মোৰ চিনাকি মানুহ। কিন্তু অনুগ্ৰহৰ জোখ বাঢি অহা দেখি মই ভৈৰাক টানকৈ হুকুম দি আহিছোঁ যে মোৰ অনুমতি-পত্ৰ নেদেখুৱালে সি যেন কাকো মোৰ বঙলাত থাকিবলৈ নিদিয়ে। সকলোৱে ভৈৰাৰ বুদ্ধিৰ দীঘল-পুতল ভালকৈ জানে। সেইদেখি আলহী হৈ থাকিব খোজাবোৰে তাক কয়, "বঙলাৰ গৰাকীৰ আমি অনুমতি লৈ আহিছোঁ। চিঠিখন আমাৰ পেৰাৰ ভিতৰত আছে পিছত তোক দেখুৱাম।" "বচ্"। ভৈৰা "ঠাণ্ডা"। আৰু আগন্তুক মোৰ বঙলাত বাস নিষ্কণ্টক।

আনৰ কথাকে নালাগে, তাৰ ল'ৰা-ছোৱালীয়েও তাৰ চকুৰ আগতে তাক দগধা ফাকি দি চলি থাকে। সিহঁতৰ ফাকিৰ ভিতৰলৈ তাৰ দাঁত কেতিয়াও নোসোমায়। বাহিৰৰ মানুহে যেতিয়াই মন যায় আহি মোৰ বাগিচাৰ ফল-ফুল লৈ গুচি যায়; মাথোন ভৈৰোক ক'লেই হ'ল যে সিহঁতে গৰাকীৰ হুকুম লৈ আহিছে। অথচ হেঁচেৰা গৰাকীজন ৩২ মাইল দূৰ সম্বলপুৰত।

ঝাৰসোগোড়াৰ পৰা সম্বলপুৰলৈ অহা ৰেল-গাড়ীখন পুৱা ৬ বজাত এৰে। মই এদিন ৰাতি ভৈৰোক কলোঁ, সি কাইলৈ যেন পুৱা ৫ বজাতে মোক জগাই দি চাহপানী তপতায়, যাতে চাহ খাই মই গাড়ীখন ধৰিবগৈ পাৰোঁ। পিছদিনা পুৱা ৬ বাজিবলৈ দহ মিনিটমান আছে, এনেতে মোৰ চাঁতকৰে টোপনি ভাগিল। এইবুলি চাহ নোখোৱাকৈয়ে লৰালৰিকৈ আহি মই গাড়ীত উঠিলোঁহি। ইয়াৰ পিছৰবাৰত, ৰাতি দুই বজাতে চাহ-পানী তপতাই ভৈৰোক মোক জগাই ক'লে, "হুজুৰ, উঠক। যাবৰ হ'ল। চাহপানী তপতাই থৈছোঁ।" মই জেপ ঘড়ীটো উলিয়াই চাই দেখিলোঁ, তেতিয়া ৰাতি দুই বাজিছে। তাক গালি পাৰি দিলত, সি লৰালৰিকৈ মোৰ ভৰি দুটাত ধৰি পিটিকিবলৈ লাগিল, আৰু ক'লে, -- "হুজুৰ! আৰু অলপ শোৱক, মই ভৰি পিটিকোঁ, ৰাতি পুৱাবৰ সময়ত মই জগাই দিম; তেতিয়ালৈকে মই হুজুৰৰ ভৰি পিটিকি থাকিম।"

সি মোৰ বিছনা পাতোঁতে সদায় পশ্চিমৰ ফালে মুৰশিতান পাতি গাৰুটো দিয়ে। মই তাক কলোঁ, পশ্চিমফালে মূৰ কৰি শুব নাপায়। সি মোক ক'লে, "সিদিনা যে আবকাৰী চাহাব আমাৰ বঙলাত আছিল, তেওঁ পশ্চিমৰ ফালে মূৰ কৰি শুইছিল।"

মই তাক সুধিলোঁ, আবকাৰী চাহাব হিন্দু নে মুছলমান? সি ক'লে, পাঠান।

মই কলোঁ, মইতো পাঠান নহওঁ, মই হিন্দু। হিন্দুৱে পশ্চিমৰ ফালে মূৰ কৰি নোশোৱে।

সি ক'লে -- "সেইটো হয়, কিন্তু মই ভাবিছিলোঁ, বৰলোক পশ্চিমৰ ফালে মূৰ কৰি শোৱে, আমাৰ নিচিনা দুখীয়া সৰু মানুহে পূবফালে মূৰ কৰি শোৱে। এতিয়াহে মই বুজিলোঁ। হুজুৱে আজি মোক বৰ জ্ঞান দিলে। আজিৰ পৰা মই এই কথাটো জানি ললোঁ; আৰু কেতিয়াও দেউতাৰ মুৰশিতান পশ্চিমৰ ফালে নকৰোঁ।" এইবুলি সি গিঙিয়াই তাৰ দহ-বাৰ বছৰীয়া পুতেকটোক মাতিলে। পুতেকক ক'লে -- "মনবোধ; আজি এটা বৰ জ্ঞানৰ কথা হুজুৱে মোক শিকালে। হিন্দু মানুহে পশ্চিমৰ ফালে কেতিয়াও মূৰ কৰি শুব নাপায়। পাঠান মানুহে যি কৰে কৰক, আমাক কেলৈ লাগিছে? পাঠান আমাৰ জাতৰ নহয়, কুলৰ নহয়। তই শিক! এইটো কথা শিকিল।"

তাৰ পুতেকক সি এইদৰে দঢ়াই দঢ়াই এই অভিনৱ জ্ঞানটো প্ৰদান কৰা দেখি মোৰ হাঁহি উঠিল। কি কৰিম, মই মনে মনে থাকিলোঁ।

ভৈৰো বৰ ভোজপ্ৰিয়। তাৰ জাতৰ মানুহৰ ঘৰত বিয়া-সবাহ বা শ্ৰাধ হ'লেও তাৰ মহা আনন্দ মিলে। মানুহ মৰিলে সিহঁতৰ ভিতৰত প্ৰধান কাৰ্য ভোজ খোৱা আৰু ভোজ দিয়া। সেইদেখি তাৰ জাতৰ কোনোবা মৰিলে ভৈৰোৰ বেজাৰতকৈ আনন্দহে সৰহ হৈছে। সিহঁতৰ ভোজৰ "মেনু" অৰ্থাৎ আহাৰৰ তালিকা : ভাত, মাছৰ আঞ্জা আৰু শাক ভজা। খাহী মৰা ভোজ বৰভোজ। যদিও সি দুষ্প্ৰাপ্য, তথাপি তেনে ভোজো বে মাজে-সময়ে ভৈৰোৰ কপালত

নিমিলে এনে নহয়। তেনে ভোজৰ খবৰ ওলালে, তাৰ আগনিশাৰে পৰা সি উজাগৰে থাকি তাৰ মনতে ঘুৰাই-পকাই সেই ভোজৰ ভুৰিভোজন সি কৰি থাকে।

মাজে মাজে ভৈৰাই কাবুলীৰ পৰা মাহে টকাত দুঅনাকৈ সুত দিবলৈ বন্দবস্তু কৰি টকা ধাৰ কৰি আনি, জীয়েকহঁতৰ হাতে-কাণে অলঙ্কাৰ পিন্ধাই দিয়ে। কিন্তু 'মোমায়ে কাঠ কাটে; মায়ে পানী যেন দেখে।' জীয়েকহঁতৰ গঢ় হৈছে এনেটো। দুই-চাৰি দিন সিহঁতে সেই অলঙ্কাৰ পিন্ধি তাৰ সৌন্দৰ্য্য চাৰিউফালে ছটিয়াই দি, সিহঁতে সেই গহনা মনে মনে মিঠাইৱালাৰ দোকানত বন্ধকত দি মিঠাই খাই তাৰ সদ্ব্যৱহাৰ কৰি থয়। ভৈৰাই আকৌ কাবুলীৰ পৰা টকা ধাৰ কৰি সেই গহনা বন্ধকৰ পৰা মোকোলাই আনিব লগীয়াত পৰে।

ভূতত ভৈৰাৰ ভৰপূৰ নিৰ্ভৰ। তাৰ বৰজীয়েকজনীয়ে সেইটো ভালকৈ জানি লৈ, তাৰ সদ্ব্যৱহাৰ কৰাত ত্ৰুটী নকৰে। তাই শহুৰেকৰ ঘৰত সৰহ দিন থাকিবলৈ ভাল নাপায়। সেইদেখি তাই তাত তাইৰ গাত ভূত লম্ভাৰ বাহনা কৰে; আৰু সেই খবৰটো যাতে ভৈৰাৰ কাণত পৰেহি, তাৰো তাই দিহা নকৰি নেৰে। ফলত ভৈৰাই তাইক লৈ আহি জুৰা-ফুকা কৰা বেজ লগাই তাইৰ গাৰ পৰা ভূত খেদাবৰ দিহাত লাগি যায়। কিন্তু বাপেকৰ ঘৰ পালে তাইৰ গাৰ ভূত উদাতু খাই পলাবলৈ সৰহ পলম নালাগে।

ওচৰৰ ডাক বঙলাৰ চৌকিদাৰৰ ঘৈণীয়েকজনী আদহীয়া বুঢ়ী। তাই বৰ নোমটেঙৰী। ভৈৰাৰে সৈতে একে জাতৰ। তাই ভৈৰাক নাকী লগাই ঘূৰাই নচুৱাই লৈ ফুৰায়। ভৈৰাৰ দুৰ্গতিৰ কথা লক্ষ্য কৰি, মই এদিন তাইক আৰু ভৈৰাক মোৰ আগলৈ মাতি আনি কলো, -- "ভৈৰা! তই তোৰ চুৰিয়াখন এই বুঢ়ীক দি, তাইৰ শাৰীখন পিন্ধিলে তোক শুৱাব। মোৰ কথা তহঁত দুয়ো ৰাখ যদি এতিয়াই বজাৰৰ পৰা এসেৰ মিঠাই অনাই তহঁত দুইকো খাবলৈ দিম।"

ভৈৰাই মিঠাইৰ লোভত ক'লে, -- "কি কথা আছে, হজুৰ, হজুৰে হুকুম দিছে যেতিয়া মই পিন্ধিম তাইৰ শাৰী।"

কিন্তু চকিদাৰণী সাত বিহুৰ সৈয়াকণী। তাই মোৰ ঠাট্টাটো বুজি হাঁহি একো উত্তৰ নিদি গুচি গ'ল।

কেতিয়াবা কেতিয়াবা ভৈৰাক মোৰ গা-মূৰ হাত-ভৰি পিটিকিবলৈ দিওঁ। সি ইমান বল প্ৰয়োগ কৰি পিটিকে যে ধৃতৰাষ্ট্ৰৰ টেঁপাত লোৰ ভীম চুৰ হোৱাদি মই চুৰ হৈ পৰিবৰ উপক্ৰম হওঁ। অগত্যা তেতিয়া আত্মৰক্ষাৰ অৰ্থে তাক সেই কাৰ্য্যৰ পৰা বিৰত কৰিহে পৈতৃক প্ৰাণটো ৰক্ষা কৰোঁ। ঈশ্বৰৰ কি বিধান ক'ব নোৱাৰোঁ, তাৰ ঘৈণীয়েকজনীৰে সৈতে তাৰ ৰাজযোটক। বাস্তৱিকতে "যোৰৰো যোৰ বিপৰীত যোৰ" তায়ো ধুম কালৰী; সেইদেখি তাইৰো নাম ভৈৰী। তায়ো গিৰিয়েকৰ দৰে বুদ্ধিত বৃহস্পতি। কাউৰীয়ে তাইৰ মুখৰ পৰা ভাত কাঢ়ি খাই গুচি গলেও তাই ক'ব নোৱাৰে। ভৈৰা আৰু ভৈৰী দুয়ো যেতিয়া ঘৰ-সংসাৰৰ কথা পাতে, আমি চৰ্মচকুৰে নেদেখোঁ দেখিছে, তেতিয়া নিশ্চয় দেৱতাসকলে বিমানত উঠি সেই অপৰূপ দৃশ্য চাই থাকে। সংসাৰত সকলো কাৰ্য্যৰে অদ্ভুত গতি। দূৰলৈ যাবই নালাগে, এই ভৈৰা পৰিবাৰতে সকলো অদ্ভুত আছে। তাৰ হোৱালী কেইজনী আৰু ল'ৰাটো ইমান টেঙৰ যে সিহঁতৰ চকুত আঙুলিকে দিব নোৱাৰি।

ভৈবাৰ চৰিত্ৰৰ আৰু এটা কথা উল্লেখ কৰি এই চিত্ৰাঙ্কনৰ সামৰণি মাৰিম। সি বাগিচাত কাম কৰোঁতে যে ভুল কৰিয়েই যায় এই কথাত ভুল নাই। কিন্তু যেতিয়া তাক সেই দৰে ভুল নকৰি আনদৰে কৰিবলৈ কোৱা যায়, তেতিয়াই সি সেই সূচনিমতে কৰিলে কামটো কেনে ভাল হ'ব, সেইটোৰ গুণৰ বিষয়ে মোৰ আগতে এবকলা ব্যাখ্যা কৰি, মোকে উলটি বুজাবলৈ লাগি যায়; যেন সেই নতুন বাটটো অৱলম্বনৰ কথাটো কেৱল তাৰ মূৰৰ পৰাহে উত্তৱ হ'ল।

(বাঁহী, ২১ বছৰ, ৫ম সংখ্যা, ১৯৩২ চন) ■

# শ্বন্

মানুহজনৰ নামটো নকওঁ। কাৰণ যিটো ঘটনা আজি লিপিবদ্ধ কৰিবলৈ গৈছো, সেইটো তেওঁৰ ঘৰুৱা কথা। বেচেৰাই দাঁতত ভাত এটা লাগিলেও লৰি আহি তাৰ কথা মোৰ আগত কৈ যায়হি। তেওঁৰ সকলোবোৰ কথা মোক নক'লে, তেওঁৰ পেটত ভাত জীণ নাযায়। কিছুমান মানুহ এনেকুৱাই থাকে। পেটৰ কথা তেওঁলোকে পেটত ৰাখিব নোৱাৰে। নিতান্ত অন্তৰঙ্গ বন্ধুক তেনে কথা ক'লে অৱশ্যে হানি নাই। কিন্তু যাৰে তাৰে আগত বুকুখন উবুৰিয়াই দি লেবলেবাই ফুৰিলে, কওঁতাজনৰ মস্কিল অনিবাৰ্য। মোৰ এই বন্ধুজন অৱশ্যে একেবাৰেই তেনেকুৱা শ্ৰেণীৰ নহয়। তেওঁ নিভাজ বন্ধুৰ ওচৰতহে নিজৰ পেটৰ কথা বাকি দিয়ে। তেওঁৰ নামটো লুকাই ৰাখি আজি আমি তেওঁক 'অমুকা' বুলিয়েই বৃত্তান্তত উল্লেখ কৰি যাম।

সেই দিনা গধূলি মই হাতমুখ ধুই চিকুণটো হৈ আমাৰ 'ক্লাবলৈ' যাবলৈ ওলাইছো, এনেতে অমুকা হেলাই হেপাই আহি মোৰ আগত ওলাল। তেওঁ মোক সুধিলে –"আপুনি কৰবালৈ যাবলৈ ওলাইছে নেকি?"

মই ক'লো -"এৰা ক্লাবলৈ। কিন্তু আপোনাৰ কিবা কথা আছে যদি, বহিমেই। নগ'লেও হ'ব। ঘৰত বহি থাকি আমনি লাগিলে ক্লাবৰ ফালে যাওঁ। তাত কামৰ ভিতৰত তাচ পিটা– ব্ৰিজ খেলা।"

মোৰ উত্তৰ শুনি, মই আগবঢ়াই দিয়া চকিখনতে তেওঁ বহিল। বহিয়েই ইফালে-সিফালে চাবলৈ ধৰিলে। মই ক'লো -- "ইয়াত কোনো নাই, আপুনি নিৰ্ভয়ে কৈ যাওক।"

তেওঁ আৰম্ভ কৰিলে, "বন্ধু আজি মোৰ বৰ দুখৰ কথা এটা আপোনাক ক'বলৈ আহিছোঁ। আজি পুৰা ৯ মান বজাত আমাৰ ঘৰৰ ঘৈণীয়ে মোৰ ওপৰত খং কৰি ওফোন্দা পাতি বাপেকৰ ঘৰলৈ গুচি গ'ল। লগত সেই ক'লা কুকুৰটো। সেইটোৱেই মোৰ কাল হ'ল। তাকে লৈয়েই মোৰে সৈতে তেওঁৰ য'ত গণ্ডগোল। তেওঁ হ'ল কুকুৰ ভক্তৰ ঘৰৰ জীয়ৰী। তেওঁৰ বাপেকে কুকুৰ ভাল পায়, মাকে কুকুৰ ভাল পায়, ককায়েকে কুকুৰ ভাল পায় আৰু সেইখন ঘৰত নাপাযনো কোনে ক'ব নোৱাৰে। সেইখন ঘৰত মানুহৰ দিনে-ৰাতিয়ে কুকুৰৰ সৈতে হলিগলি। মই হলোঁ কুকুৰ বিৰাগীৰ ঘৰৰ। মোৰ বোপাককাৰ দিনতো কোনেও কুকুৰ পোহা নাছিল, আজিও নোপোহে। আজি আমাৰ আগৰ ঘৰত কোনোবাই কুকুৰ ছুলে, সি গা-ধোৱা নিয়ম আছে। এইখিনিতে মোৰ শহুৰৰ জীয়েকৰ সৈতে মোৰ ডাঙৰ অমিল। কুকুৰৰ বিষয়টো লৈয়েই আজিলৈকে তেওঁৰে সৈতে মোৰ যোৰা নাহিল। মই কি কৰিম? সদায়ে পৰা কুকুৰৰ বিৰুদ্ধে

মোৰ মনত এটা বদ্ধমূল সংস্কাৰ দকৈ বহি আছে। কুকুৰ চুব নাপায় ; কুকুৰক লাই দিব নাপায়, কুকুৰ চুলে গা ধুব লাগে। সিজনাৰ সংস্কাৰটো ইয়াৰ একেবাৰেই ওলোটা। তেওঁ কুকুৰক মৰম কৰিব, কোলাত ল'ব, গা ধুৱাই দিব, তাৰ গাৰ ওকণী বাছি দিব, তাক লগত লৈ ফুৰিব ; এনেকুৱা অলেখ কথা। বাপেকৰ ঘৰৰপৰা মাহচেৰেকৰ আগতে সেই কলা কুকুৰ পোৱালিটো আনি তেওঁ একানপতীয়াহে তাক তুলি-তালি ডাঙৰ কৰিবলৈ লাগি গৈছে। কুকুৰৰ ওপৰত তেওঁৰ আদৰৰ ওৰা দেখিলে মোৰ ভিৰ কঁপে জ্বৰ উঠে। সেহত মই ভ্ৰম বকিবলৈ ধৰোঁ। একো একোবাৰ নকৈ থাকিব নোৱাৰো যে মই তোমাৰ কুকুৰ হোৱাহেঁতেন বৰ্ত্তি গলোহেঁতেন। কলীয়াই তোমাৰ যিখিনি মৰ পাইছে, তাৰ দহ ভাগৰ এভাগো যদি এই দুৰ্কপলীয়াই পালেহেঁতেন তেন্তে তাৰ জীৱন সাৰ্থক হ'লহেঁতেন। অৱশ্যে এইখিনিতে আপোনাক বিশ্বাসতে কওঁ যে, কুকুৰৰ বিষয়ৰ বাহিৰে আন সকলো বিষয়তে তেওঁৰ মৰম মই নথৈ পাই আহিছোঁ। মোৰ নিমিত্তে তেওঁ মৰিব পাৰে বুলিলেও হয়। এইবাৰ কথা মই সৈ নাকাঢ়িলে মোক পাপে ছুব। কিন্তু কুকুৰলৈ তেওঁৰ মৰমৰ জোৰটোত মোৰ চকু পৰিলেই মই সেইবোৰ পাহৰি যাওঁ। মোৰ মনত খেলায়, তেওঁৰ কুকুৰটোৰ আগত মই কোন কটা। সঁচাকৈয়ে মোৰ মনৰ কথা আপোনাক ভাঙি কওঁ, বন্ধু কুকুৰটোৰ ওপৰত হোৱা মোৰ হিংসাই মোক খুলি খুলি খালে। এইবাৰেই সামান্য কথাতে দুইৰো দিনৌ খনে খনে দ্বন্দ্ব লাগে। আজি পুৱা খকা খুন্দাৰ জোখ সৰহলৈ চৰিছিল। কুকুৰটোক ৰাতি তেওঁ আমাৰ শোৱনি ঘৰৰ মুখতে বান্ধি থৈ শোৱে। ৰাতি সি কোনো কোনো দিনা ঠাইখন লেতেৰা কৰি থয়। তাৰ উপৰি ওচৰৰ গছৰ ডালত বাদুলি এটা উৰি আহি পৰিলেও, তাৰ ভৌ-ভৌৱনিত মোৰ কাণ ফাটি যায়। তেওঁ হ'লে এনেবোৰ কাৰ্যত আসোঁৱাহ নেদেখে। তেওঁ কয়, কুকুৰটো মানুহ নহয় যে তাৰ বাহিৰলৈ যাবলগীয়া হ'লে সি হাতত লোটাটো লৈ সদাচাৰ কৰি শুচি হৈ আহিবগৈ। আজিৰ পুৱাৰ ঘটনাৰ গুৰিও এনেকুৱাই। দুইৰো উখনা-উখনিত দুয়ো লেকাম ঢিলাই দি গৈ আছিলোঁ। ফলত তেওঁৰ দুৰ্যোৰ অভিমান আৰু পিতৃগৃহ প্ৰয়াণ। তেওঁ একেবাৰেই এচকুৱা হৈ পৰিছিল। এই কুকুৰটোক ডাবি-ভুৱা দিলেই, তেওঁ কৈছিল, "কুকুৰটো মই আনিছো দেখি তাৰ ওপৰত আপোনাৰ ইমান হিংসা।" মই কওঁ, "সেইটো নহয়। সি বৰ ঘিণ্-লগা হৈ পৰিছে দেখিছে।"

আজি মোৰ ভাত-পানী এগাল খোৱাত যে কি আলে-বিলে হৈছে, তাক মই আৰু কি কম। ঘৰৰ ঘৈণী নথকা দেখি বান্ধনি বামুণৰ ল'ৰাটোও চতুৰ্ভুজ হৈ উঠিল। সি মোৰ ভাত এমুঠি ৰান্ধি দিবলৈ গৈ, ইবাৰ বোলে চাউল নাই, সিবাৰ বোলে মাছ নাই, খৰি নাই, সি কিহেৰে ভাত ৰান্ধিব? মোৰ খং উঠি তাক কলোঁ, 'তোৰ মূৰটো আছেনে নাই? আছে যদি তাকেই ৰান্ধি দে। সি ভোৰ্তোৰাই বহি থকা দেখি, মই লওৰাটোৰ হাতত ৰূপ এটকা দি বজাৰ কৰি তাৰ ফৰ্মাচী বস্তুবোৰ আনি দিবলৈ পঠিয়াই দিলো। বেলি দুপৰত লওৰাটো বজাৰৰ পৰা উভতিল। ইমান বেলি কিয় কৰিলি বুলি সুধিলত সি ক'লে, বজাৰৰ কাষত বান্দৰ নাচ হৈছিল দেখি দোকানী পোহাৰীবোৰে উঠি আহি বান্দৰ নাচ চাই থাকি, তাক বস্তু দিয়াত পলম কৰিলে। মই বোলো, "ঠিক কৈছ, সিহঁতে নিজ নিজ দোকান-পোহাৰ এৰি বান্দৰ নাচ চাইছিলহি আৰু তই নাচৰ কাষে চকু মুদি আছিলি। বুজিলো আৰু ক'ব নেলাগে।" তাৰ পিছত সুধিলোঁ, কি কি

আনিছ কচোঁন? সি ক'লে "মাছ নাপাই হাঁহ কণী এটা আনিলো, আৰু অমুকটো নাপালোঁ। তমুকটো নাপালো সেইবোৰৰ সলনি এইবোৰ আনিলোঁ" বুলি এনে গোটাচেৰেক বস্তু দেখুৱালে যিবোৰ সেই সাজলৈ একেবাৰে অলাগতীয়া। মই মোৰ কপালকে দুষি তাক একো নকৈ মনে মনে থাকিলোঁ। কিন্তু যেতিয়া তাৰ পিছত সি ক'লে যে তাক দিয়া ৰূপ টকা ঢুকাল, সেই দেখি তাৰ উপৰি সি সিকি এটাৰ বস্তু দোকানীৰ পৰা ধাৰেহে আনিছে, তেতিয়া মোৰ খঙে মূৰৰ চুলি পালেগৈ। চম্ভালিব নোৱাৰি তাৰ গালত কাণতলীয়া চৰ এটা মাৰি দিলোঁ। চৰ খাই, "মই নাথাকোঁ" বুলি সি ওলাই গুচি গ'ল। দুইমান বজাত বামুণৰ ল'ৰাটোৱে এগাল ভাত খাবলৈ আনি দিলে। ভাত আধাফুটা, আলু আধাসিজা, আঞ্জাত নাই লোণ, যদিও পিটিকাত দি খাবলৈ তিনিগুণ লোণ পাতৰ কাষতে আছিল, কিন্তু পিটিকা-জিটিকা হ'লে একো নাছিল। সদায় মোৰ ভাত ৰন্ধা বামুণৰ ল'ৰাটোৱে আজিৰ ৰন্ধন কাৰ্য এনেকৈ সমাপন কৰিলে, দেখি ঠিক মোৰ মনত খেলাছিল যেন সি ওপজাৰে পৰা আগেয়ে কেতিয়াও আখাৰ কাষলৈ যোৱা নাছিল আৰু হেতাখনত হাত দিয়া নাছিল। এইবোৰ মোৰ দুৰ্গতিৰ কথা আপোনাক কলোঁ বন্ধু।"

তেওঁৰ কথিত বৃত্তান্ত শুনি মই অলপ পৰ টভক্ মাৰি থাকি সুধিলো, "আপোনাক যাৱজ্জীৱনলৈ ঘৰত সুখ লাগে নে অশান্তিৰ ম'হ-চেৰেপা লাগে।"

তেওঁ ক'লে -- "নিশ্চয় মোক সুখ-শান্তি লাগে। নহ'লে আপোনাক বুধি সুধিবলৈ আহিলোহেঁতেন কেলৈ?"

মই ক'লোঁ -- "তেন্তে শুনক। আজিৰ এই মুহূৰ্তৰে পৰা আপোনাক ভাব, গঢ় আৰু আচৰণৰ আমূল পৰিবৰ্তন আনিব লাগিব। শাস্ত্ৰত কৈছে --

তিৰীয়ে পুৰুষে হৈব এক মতি।
তেহে সিজিব হৰিত ভকতি।।

বিয়াৰ ৰভাৰ তলত হোমৰ কাষত আপুনি মতা মন্ত্ৰবাৰ মনত আছেনে --

তবাস্তু হৃদয়ং মম।
মমাস্তু হৃদয়ং তব।।

এতেকে আপুনি আপোনাৰ মনত থকা উভহঁাবোৰ ঘঁহি-পিহি চাঁচি-যাজি, মাৰি লৈ আজিৰ পৰা আপোনাৰ মনটোক আপোনাৰ ঘৈণীয়েকৰ মনেৰে সৈতে সুৱগা দি জোৰাই জ্বালি লওক। আপুনি তেনে কৰিলে, আপোনাৰ ঘৈণীয়েকেও তেনেকুৱা কৰিবলৈ বাধ্য হ'ব নিশ্চয়, কোনো কথাতে আৰু মঠ ধৰি নাথাকে। মানুহৰ স্বভাৱেই হৈছে -- দিলে দিয়ে; নিদিলে নিদিয়ে। আপুনি সৰু কথাবোৰত একেবাৰেই আওকাণ কৰি চলিব লাগিব। সৰু কথাকে লৈ ঘুকটি পাকটি থাকিলে তাৰেপৰা বলে নোৱাৰা ব্ৰহ্মদৈত্যৰ উদ্ভৱ হয়। ফিৰিঙতিৰ পৰা খাণ্ডৱ দাহ বুলি কয়। ঘোঁৰাৰ ভাৰ এটাৰ পৰা সূলকি পৰা গজাল এটা নোপোৱাৰ বাবেই শত্ৰুৰে সৈতে লগা এখন ডাঙৰ যুদ্ধত ইপক্ষৰ পৰাজয় হোৱা কথাটো আপুনি নিশ্চয় কিতাপত পঢ়িছে। আপুনি মোৰ বন্ধু। আপুনিও মোক বন্ধু বুলি ভাবে। আপোনাৰ বন্ধুৰ এটা পৰামৰ্শ আপুনি গ্ৰহণ কৰিব লাগিব। আজিৰ পৰা আপুনি কুকুৰ ভাল পাব লাগিব। মোৰ কথাটো শুনি আপুনি জিকাৰ খাই উঠিছে। নুঠিব। উঠিলে নচলিব। অকল ভাল পোৱাই নহয়, আপোনাৰ আজন্ম

সঞ্চিত সংস্কাৰবোৰ বিসৰ্জন দিব লাগিব। সংস্কাৰ শব্দটো ব্যৱহাৰ কৰি মই ভুলহে কৰিছোঁ, - বোলা উচিত আছিল, কু-সংস্কাৰবোৰ। মনু, পৰাশৰ প্ৰভৃতি স্মৃতিকাৰসকলে যি কৈছে সেইবোৰৰ এটাইবোৰলৈ কৰকৈ কাণ নিদিব। সেইবোৰ যি যি কাল ব্যৱস্থা, সেই সেই কাল এতিয়া নাই। কাল পৰিবৰ্তনশীল, সংসাৰো পৰিবৰ্তনশীল। গীতাত 'যদা যদাহি' শ্লোকটোত হিন্দুৰ যিটো ধাৰণা নিহিত আছে, সেইটো বিজ্ঞান সম্মত, কাৰণ কালৰ পৰিবৰ্তনৰ লগতে অৱস্থাৰো পৰিবৰ্তন ঘটে আৰু সেই পৰিবৰ্তন সেই কালৰ উপযোগীকৈ নিয়ন্ত্ৰিত কৰিবলৈ নিয়ন্তাৰ উদ্ভৱ হ'বই লাগিব। ঈশ্বৰৰ অনন্ত সৃষ্টিত Last word অৰ্থাৎ যাটাংকৈ শেষ কথা, আৰু পেট-মচা শেষ উত্তৰ Unscientific অৰ্থাৎ বিজ্ঞানসম্মত নহয়। এই সংসাৰৰ বস্তু শুচি অশুচি, স্পৃশ্য অস্পৃশ্যৰ বিভিন্নতা মাথি ছালৰ ওপৰ। মলিয়ন বস্তুক ধুই পখালি ল'লেই শুচি হয়। মানুহৰ পূৰীষতকৈ মানুহৰ মানত অস্পৃশ্য বস্তু আৰু কিবা আছেনে? তাকো দিনৌ আপুনি নিজ হাতে পৰিস্কাৰ কৰি নিজক শুচি কৰি লয়। পৃথিবীত সকলো পদাৰ্থই ঈশ্বৰৰ সৃষ্ট আৰু ঈশ্বৰ সকলোৰে জনক আৰু পিতৃ। প্ৰাচীনতকৈয়ো প্ৰাচীন এই কথাটো সদায় মনত ৰাখিব। নিগূঢ় ধৰ্মতত্ত্ব থকা শাস্ত্ৰবোৰৰ সাৰ উদ্দেশ্য কি? সমস্ত প্ৰাণীতে ঈশ্বৰ বিষ্ণু প্ৰবেশ কৰি আছে। সেই দেখি সকলো প্ৰাণীকে নিজৰ নিচিনা দেখিব লাগে।

ব্যাপক বিষ্ণু প্ৰভু চক্ৰপাণি।
সবাতো আছন্ত জগত স্বামী।।
কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মাৰাম।
জানি জানি সবাহাকে কৰিবা প্ৰণাম।।

ভগৱন্তৰ নিজ মুখৰ বাক্য :

সমস্ত ভূততে ব্যাপি আছো মই হৰি।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি।।

তেন্তে নো কুকুৰটো কেনেকৈ অস্পশ্য হ'ল? তাক ধুই পখালি চাফ-চিকুণ কৰি ল'লেই সি পবিত্ৰ ; আৰু সেই কাৰ্য আপোনাৰ ঘৈণীয়েকে নিজহাতে সদায় কৰি আছেই। পুৰণি তৰপৰ মানুহৰ ভাব আৰু আচৰণ-প্ৰণালীৰ নতুন তৰপৰ হাতত দ্ৰুত পৰিবৰ্তন ঘটিছে। এতিয়া পুৰণি খুটাটোতে আপুনি আউজি বহি থাকিলে খুটাটোৰে সৈতে কাতি হৈ পৰিব আৰু নতুন খৰতৰ সোঁতে আপোনাক কৰবালৈ উটাই লৈ গৈ শেহত শিলত আচাৰি মাৰিব। সকলো বিষয়তে দিয়া-নিয়া কৰি মিট্-মাট্ কৰি নচলিলে, মানুহৰ ঘৰসংসাৰ অশান্তিৰ বাহ হয়। এইদেখি আপুনি এই মুহূৰ্তৰ পৰা আপোনাৰ আগৰ ভাবৰ গাঠিবোৰ মুকলি কৰি লৈ আপোনাৰ গৃহিনীৰ ভাবেৰে সৈতে মিলাই ন-কৈ গাঠি বান্ধক।

"শুনক, আপোনাক মই আৰু এটা বুধি দিওঁ। মোৰ এহাল কুকুৰ আছে, আপুনি দেখিছে। কুকুৰজনীৰ পোৱালি দুটা হ'বৰ আজি দুমাহৰ হ'ল। আপুনি উঠি গৈ চাই আহক গৈ। মোৰ সৌ ভঁৰালঘৰৰ আগতে আছে। কুকুৰহাল অতি উৎকৃষ্ট জাতৰ। মই অনেক প্ৰবন্ধ কৰি ভালেমান ধন ভাঙিহে পাইছিলোঁ। দুয়োটা Pedigree dog অৰ্থাৎ সিহঁত পূৰ্ব পুৰুষৰে পৰা চলি অহা নিভাজ বংশৰ! কুকুৰ পোৱালি দুটাৰ এটা মই আপোনাক দিলোঁ। যিটোতে আপোনাৰ মন যায়

তাকে লওক। তাক এতিয়াই মোৰ লগুৱাই লৈ গৈ আপোনাৰ ঘৰত দি আহিবগৈ। আপোনাৰ গৃহিণীৰ কুকুৰটো মতা নে মাইকী? মতা যদি মোৰ মাইকী পোৱালিটো লৈ যাওক, দুয়োটা এযোৰ হ'ব। কতই মোৰ কুকুৰ পোৱালি দুটাও নিমিত্তে ধৰি আছে, মই নিদিওঁ। আপোনাক এটা দিলোঁ। আপোনাৰ আহুকাল দূৰ কৰাটো মোৰ কৰ্তব্য বুলি ভাবোঁ। আপোনাৰ পূৰ্ব সংস্কাৰ পৰিত্যাগ কৰি কুকুৰ পোৱালীটো ঘৰলৈ লৈ গৈ আপুনি নিজ হাতে তাক যত্ন কৰি পালক। আৰু এটা বুধি দিওঁ — কাইলৈ পুৱাই আপুনি আপোনাৰ বামুণৰ ল'ৰাটোক আপেনাৰ শহুৰেকৰ ঘৰলৈ পঠিয়াই দিব। তাক ভালকৈ শিকাই দিব, যেন তাক আপুনি পঠিওৱা নাই, সি নিজেই আপোনাৰ গৃহিণীৰ খবৰ কৰিবলৈ গৈছে। তাক দেখিলেই নিশ্চয় আপোনাৰ গৃহিণীয়ে ব্যস্তভাবে আপোনাৰ আৰু ঘৰৰ কথা সুধিব। সি ক'ব 'আই, আৰু কি ক'ম, কালিৰ পৰা দেউতাৰ ভাত-পানী এগাল খোৱাত বৰ দুখ হৈছে। তেখেতে যিহকে পাইছে তাকে খাইছে। সেইবুলি মনত যে আঙুকাল ভাবিছে এনেও নহয়। কালি গধূলি ক'ৰবাৰ পৰা কুকুৰ পোৱালি এটা আনিছে। শুনি আচৰি মানিব যে দেউতাই নিজ হাতে তাক ভাত খুৱাইছে, তাৰ গা ধুৱাই চাফ-চিকুণ কৰিছে আৰু নিজৰ কোলাৰ পৰা তাক ননমোৱাই হৈছে। ভিতৰে ভিতৰে কুকুৰলৈ তেখেতৰ ইমান টান আছিল আমি আগেয়ে নাজানিছিলো। আপেনাৰ কুকুৰটো নেদেখি থাকিব নোৱাৰি, কৰবাৰ পৰা এটা কুকুৰ পোৱালি দেউতাই লৈ আহিলগৈ। আই, কুকুৰ পোৱালিটো কিন্তু এনে ৰূপহ দেখিবলৈ, কি কম। একেবাৰেই বিলাতী, ভাল জাতৰ কুকুৰ। আৰু এটা কথা আই, আপোনাক নকওঁ বুলিয়েই ভাবিছিলোঁ কিন্তু মুখত ওলাই আহিছে বুলি কওঁ। দেউতাইতো আগেয়ে তেনে কাম কৰা নাছিল। সেইদেখি নজনাৰ বাবেই হ'বলা, কুকুৰ পোৱালিটোক ভাত খুৱাওঁতে সি কিবা দুখ পালে হবলা, দেউতাৰ আঙুলি এটাত কামুৰি দিলে। তেজ ওলোৱা দেখি মই গৈ তাত চেঁচা পানী ঢালি দি এডোখৰ কাপোৰ মেৰাই দিলোঁ। টিংছৰ আইডিন এটোপা আনি তাত ঢালি দিবলৈ দেউতাই মোক কৈছিল কিন্তু দৰবৰ সেই চিচাটো ক'ত আছে মই বিচাৰি নাপালোঁ।

"আপুনি আপোনাৰ আঙুলি এটা ফটাকাণি এডোখৰ কাইলৈ মেৰাই থ'ব। মোৰ বুধি মতে কাম কৰি কি ফল পায় এবাৰ মোক কৈ যাবহি।"

মোৰ কথাত মান্তি হৈ অমুকা উঠি গ'ল। পিছদিনা গধূলি আকৌ এবাৰ তেওঁ মোৰ ওচৰলৈ আহি মোৰ কাণে কাণে কৈ গ'ল যে, "আপোনাৰ বুধিটোৱে বৰ গুণ সাধিলে। আমাৰ ঘৰৰ ঘৈণীজনী বামুণৰ ল'ৰাটোৱে সৈতে উধাতু খাই অহাদি আহি ঘৰ পালে। তাৰ পিচত মোৰ আঙুলিটোৰ ওপৰত চিকিৎসা চলিল যদিও তাত কোনো ঘাৰ চিন নাছিল। আপুনি দিয়া ন কুকুৰ পোৱালিটো তেওঁৰ মূৰত থ'লে ওকণীয়ে খায়, মাটিত থ'লে পৰুৱাই খায় হৈছে। তেওঁৰ কুকুৰটোৱে সৈতে এইটো হেনো বেচ যোৰ হ'ব।"

এই গল্পটো লেখি লৈ আকৌ মোৰ 'কৃতিক' বন্ধুৰ ওচৰ চাপিলোঁ। ভাবিলোঁ এইবাৰ তেওঁ কি বোলে চাওঁ। তেওঁ গল্পটো পঢ়ি ক'লে —

"বঢ়িয়া হৈছে। ইয়াকে বোলে গল্প। 'প্লট, আৰ্ট, বিউটি' তিনিওটা ইয়াত আছে। সমাজনীতি আৰু ধৰ্ম নীতিৰতো আৰু কথাই নাই। মুঠতে কওঁ গল্পটো কেপিটেল।"

মই ভাবিলো, 'কৃতিক' বন্ধুৰ মত পালোৱেই। এতিয়া মোৰ বুকুখন সাত জৰপ জাঠ হ'ল। বন্ধুবৰ বৰবৰুৱাক এবাৰ দেখুৱাওঁচোন, তেওঁনো কি বোলে চাওঁ। অৱশ্যে বন্ধুবৰক 'কৃতিক' বন্ধুৰ মতটো নেদেখুৱাওঁ।

## বৰবৰুৱাৰ মত

"শ্ৰদ্ধাস্পদেষু,
গল্প লিখক বেজবৰুৱাদেউ।

তোমাৰ গল্পত কুকুৰ পোৱালি কৰে কেউ কেউ।। Sense of humour এ তোমাৰ কুটা ছিণ্ডি এৰিলে দেখিছো। তোমাৰ 'অমুকাই' তোমাক তেওঁৰ ঘৰুৱা কথা এবাৰ বিশ্বাসত কৈছিলহি, তুমি তাকে গল্প কৰি ঢোলপিটি দিলা। এইটো কোন দেশৰ ভদ্ৰতা? তুমি তেওঁৰ নামটো লুকাই তেওঁক অমুকা বুলিলাইবা, কিন্তু সেই অমুকাজনক কোনে নিচিনিব? অমুকাৰ ঘৰত কুকুৰৰ দিনৌ অমুকা-অমুকানীৰ মাজত লকা-বুন্দা লাগি থকা কথা, তেওঁৰ ঘৰৰ লগুৱা-লিগিৰীহঁতৰ অনুগ্ৰহত এই জিলাৰ কাৰো জানিবলৈ বাকী নাই। তোমাৰ পেটত কথা পৰিলে সি ওলাই নোযোৱালৈকে তোমাৰ পেটৰ ভিতৰত ভোট ভোট্ ভাট্ ভাট কৰি থকাটোৰ মই সম্ভেদ জানো। কিন্তু আজি এনেটো নকৰাহেঁতেনেই ভাল আছিল। তাহানি তোমাক মই কোৱা সেই সাধুটো মনত আছে নে? নাই যদি, আকৌ কওঁ শুনা —

এক দেশত এজন ৰজা আছিল। ঈশ্বৰৰ ইচ্ছাত কেনেবাকৈ ৰজাৰ মূৰত একাঙুলমান দীঘল হৈ দুটা শিং গজি ওলাল। ৰজাই লাজতে সেই কথা কাকো নকৈ, মূৰৰ চুলিখোৰ জপৰাকৈ ৰাখি শিং দুটা ঢাকি চলিছিল। পিছত বেছিকৈ জপৰা হৈ আহিলত পাত্ৰমন্ত্ৰীসকলৰ খেচ্‌খেচনিত ৰজাই এদিন এটা নাপিত মতাই আনি চুলিবোৰৰ আগবোৰ অলপকৈ কটোৱালে, যাতে শিং দুটা ওলাই নপৰে। কিন্তু ধূৰ্ত নাপিতে চুলি কাটোতে দেখিলে শিং দুটা। ৰজাই সেইটো বুজিব পাৰি, কাকো নক'বলৈ নাপিতক দঢ়াই দঢ়াই হুকুম দিলে। সি নকওঁ বুলি ৰজাৰ ওচৰত আঁঠু লৈ কৈ গুচি আহিল। কিন্তু তাৰ পেটত সেইটো খবৰ নহ'ল জানিবা টেঙা দৈ গাখীৰৰ পানীৰ ছটা কোমল চাউলহে হ'ল। দিনে-ৰাতিয়ে খবৰটোৱে তাৰ পেটত ধান বানিবলৈ ধৰিলে। খবৰটো উলিয়াই দিলেও সি ৰজাৰ দণ্ডত মৰে, পেটত ৰাখিলেও সি উৎপাতত মৰে। সি নিৰুপায় হৈ এদিন দুপৰীয়া নিজান কালত এটা পাটনাদৰ কাষলৈ গৈ, পাৰতে বহি, আঁঠুকাঢ়ি নাদৰ ভিতৰলৈ তাৰ মূৰটো অলপ ওলোমাই দি ক'লে - "শুনিছানে নাদ ককাই! আমাৰ ৰজাৰ মূৰত দুটা শিং। বাতৰিটো উলিয়াই দি সি সকাহ পাই ঘৰলৈ গুছি আহিল। দিনচেৰেকৰ পিছতে, পাটনাদৰ গৰাকীয়ে নাদৰ পৰা বোকা তুলি তাক পৰিষ্কাৰ কৰোঁতে, মুৰ গৈ তলত পৰি থকা কাঠ এডোখৰ পাই, তুলি আনি পাৰত থ'লে। কাঠডোখৰ সুকাঠী। এটা "চাবেংদাৰ" মানুহে নাদৰ পৰা পানী আনিবলৈ যাওঁতে ভাল কাঠডোখৰ তাতে পৰি থকা দেখি লৈ আহি ভাল বাঢ়ে এটাক দি সেই কাঠ ডোখৰেৰে তাক চাবেং এখন সাজি দিবলৈ কলকৈ ধৰিলে। বাঢ়ৈয়ে তাৰ কথা এবাৰ নোৱাৰি, দিলে তাক চাবেং এখন সাজি। চাবেংদাৰটো

নাচ-গানৰ ওজা। সি এজনী বাইজী অৰ্থাৎ নটীক ভালকৈ নাচ-গান শিকাই লৈ এখন ৰাজহুৱা সভাত তুলি দি নিজে চাৰেংখন লৈ পাছত থিয় দি বজাবলৈ ধৰিলে। সি ৰেপ মাৰিলতে চাৰেঙত বাজি উঠিল -- 'ৰজাৰ দুটা শিং।' যিমান ঘনাই সি ৰেপ মাৰে, সিমান ঘনাই চাৰেঙে মাতে 'ৰজাৰ দুটা শিং। ৰজাৰ দুটা শিং।' সি যি সুৰকে বজাবলৈ যায়, সেই সুৰেৰে সৈতে মিলি ওলায় -- 'ৰজাৰ দুটা শিং, ৰজাৰ দুটা শিং-ইং-ইং-ইং-ইং।' বাইজনীজনীয়েও শেহত নিৰুপায় হৈ চাৰেঙেৰে সৈতে সুৰ মিলাই গাবলৈ ধৰিলে, 'ৰজাৰ দুটা শিং।' বাইজী মাত্ৰেৰে দস্তুৰ, যে একেষাৰে কথাকে পঞ্চাছবাৰ গাই, হাতেৰে পঞ্চাছটা ভঙ্গী কৰি দেখুৱায়। তাই ৰজাৰ ভাও ধৰি দুহাতৰ দুটা আঙুলি মূৰৰ ওপৰত থিয় কৰি যেতিয়া ভঙ্গিৰ ওপৰত ভঙ্গি দি দুটা শিং দেখুৱাবলৈ ধৰিলে, সভাসদসকলৰ হাঁহিৰ গিৰ্জনিত সভাঘৰ খলক লাগিল। পিছত সকলোৱে খুচৰি খুচৰি গম ধৰি ধৰি কথাষাৰৰ পুংটো বিচাৰি উলিয়ালে আৰু দেশত ৰাষ্ট্ৰ হৈ গ'ল, যে সেই দেশৰ ৰজাৰ মূৰত দুটা শিং গজিছে।

কুকুৰৰ সপক্ষে দিয়া তোমাৰ বক্তৃতাটোও পঢ়িলোঁ। ভাৰতবৰ্ষ শ্ৰুতি স্মৃতিৰ শাসনৰ তলতীয়া দেশ। মনু পৰাশৰৰ আইনৰ ওপৰত জবৰ্দস্তি নচলে। ৰজাৰ আইন -- ভাঙিলে দণ্ড হয় কলিয়াপানী পৰ্যন্ত। সমাজৰ আইন ভাঙিলে দণ্ড হয় -- হোকা পানী পৰ্যন্ত। 'বন্দে মাতৰম' মাতিলেও যেনেকৈ প্ৰথমটোৰ পৰা নিস্তাৰ নাই, ভাগৱতৰ পদ মাতিলেও সেইদৰে দ্বিতীয়টোৰ পৰা নিস্তাৰ নাই। এতেকে এইবোৰ ভাবি চলিলে মঙ্গল।

গল্পটো নছপাই মোলৈ পঠিয়াই দিব পাৰা। পঠিয়ালে মই তাক মোৰ কাকতৰ টোপোলাৰ তলিত পেলাই থম। ইতি --

"কৃপাবৰ"

[বাঁহী, ২০শ বছৰ, ৮ম সংখ্যা, ১৯৩১ চন] ■

# মাৰ্জাৰী

তেতিয়া মই কলিকতাৰ ইংৰাজ সদাগৰ বাৰ্ড কোম্পানীৰ কামত। কোম্পানীৰ কোনো কাৰ্যৰ উপলক্ষে মই এবাৰ ৰাইপুৰলৈ গৈছিলোঁ। ৰাইপুৰ চেণ্ট্ৰেল প্ৰভিন্সৰ ভিতৰৰ এখন চহৰ। তাত মোৰ বিশেষৰূপে কোনো চিনা-জনা মানুহ নথকাত, ৰেলৰ পৰা নামিয়েই পোনবাটে ডাক-বঙলালৈ গলোঁ। মোৰ লগত মোৰ পুৰণি লগুৱা ভজহৰি। সি মোৰ অনেক বছৰীয়া লগুৱা। কলিকতাৰ পৰা মই সম্বলপুৰলৈ আহোঁতে তাক লগত লৈ আহিছিলোঁ ; ফকৰাত কোৱাৰ দৰে ভজহৰি মোৰ পক্ষে "বাবাজীকে বাবাজী, আৰু তৰ্কাৰীকে তৰ্কাৰী' হৈ পৰিছিল। জোতা বুৰুজ কৰাৰে পৰা ভাত ৰন্ধালৈকে ভজহৰিৰ হাতত। তাৰে সৈতে মই ডাক বঙলাত উঠিলোঁগৈ। সেই ডোখৰ কালত, 'বাৰটা মাহৰ তেৰটা জগৰ'ৰ এটা নহয় এটা মোৰ লগৰ পৰা নুগুচিছিল। পৈণত ৰান্ধনীয়ে জবৰ্দস্তকৈ ৰন্ধা মাছ-মঙহৰ খানা মোৰ গাত নুগুপজাত পৰিছিল দেখি, দুখীৰ দুখী অৱস্থাৰে ভজাৰ হতুৱাই 'ইক্‌মিক্ কুকাৰতে' ভাত এমুঠি, মাহৰ আঞ্জা আৰু আলুগুটি দুটা সিজোৱাই খাই মই জীৱনযাত্ৰা নিৰ্বাহ কৰিবলগীয়াত পৰিছিলো। ৰাইপুৰ বঙলাতো এইদৰে মই দুদিন আছিলো। তৃতীয় দিনৰ দিনা মই, ভজাক মোৰ আহাৰ প্ৰস্তুত কৰিবলৈ কৈ, পুৱাই মোৰ কাৰ্যোপলক্ষে ওলাই গ'লো। দুপৰীয়া বাৰটামান বজাত উভতি আহি দেখিলোঁ, যে ভজহৰি সুপকাৰে সুৰন্ধন-কুৰন্ধন একোকে নকৰি, ডাক বঙলাৰ বাৰান্দাতে আমন-জিমনকৈ বহি আছে ; আৰু তাৰ ওচৰতে, খোঁটালিৰ ভিতৰত থকা মোৰ বিছনা-পত্ৰ 'ছুটকেছ' ইত্যাদি সিঁচৰিত হৈ পৰি আছে। মোৰ বস্তুবোৰ খোঁটালিৰ পৰা উলিয়াই তেনেকুৱা কোনে কৰিলে বুলি ভজাক সোধাত, সি ক'লে, গোৰা চাহাব এটাই। গোৰাটো হেনো ডাক বঙলাত থাকিবলৈ আহিছিল , সিয়েই মোৰ বস্তুবোৰ খোটালিটোৰ ভিতৰৰ পৰা টানি উলিয়াই তেনেকৈ লটি-ঘটি কৰি থৈ গ'ল। মই কাৰণটো কি বুলি সুধিলত, ভজাই ক'লে, "চাহাবটো আহিয়েই আমাৰ খোঁটালিটোত সোমাই আমাৰ বস্তুবোৰ মোক উলিয়াই নিবলৈ ক'লে। মই কলোঁ -- 'মোৰ চাহাব বাহিৰলৈ ওলাই গৈছে ; উভতি আহিলে মোক যেনে হুকুম দিয়ে তেনে কৰিম। মোৰ কথা শুনি চাহাবটোৱে উগ্ৰমূৰ্তি ধৰি ক'লে -- 'অভি নিকালো'। মই তাৰ কথা নুশুনা দেখি সি নিজেই বস্তুবোৰ টানি টানি বাহিৰলৈ উলিয়াই পেলাই, খোঁটালিটোত তাৰ বস্তুবোৰ থ'লে ; আৰু বাহিৰতে থকা সৌ আৰাম-চকিখনত বহি চেলেউ হুপিবলৈ ধৰিলে। দহ মিনিটমান সি সেইদৰে বহি থাকি, কি ভাবি ক'ব নোৱাৰো, হঠাৎ ধপ্‌কৰে উঠি ঠিকা গাড়ী এখন মাতি আনি তাৰ বস্তুবোৰ তাত ভৰাই লৈ গুচি গ'ল।"

ভজাৰ মুখে এই কথা শুনি মই ডাক বঙলাৰ চকিদাৰক কি কথা, কি বতৰা বুলি সুধিলত, চকিদাৰে ক'লে -- 'একদম গোৰা চাহাব হুজুৰ। চাহাবকা গোছা দেখ্‌কে হামলোগ মাগজ্‌মে নাহি আয়া।' মই ক'লো, "আচ্ছা কিয়া। তোমাৰা জান বাঁচ গিয়া। আপনা জান বাঁচনেছে বাপ্‌কা নাম। — ও ঠিক জন বুল।'

চকিদাৰটোৱে ক'লে -- 'ভুল নাহি হুজুৰ, এ ঠিক বাত হেয়।"

মই বুজিলো, সি 'বুলক' ভুল বুজিলে। যাওক এই বঙলাত আৰু নাথাকোঁ। ভাগ্যে সেই সময়ত মই ইয়াত নাছিলোঁ। থকাহেঁতেন কোনে জানে কি হ'লহেঁতেন। যাওক। কাৰে সৈতে আকৌ কি 'তক্ৰাৰ' লাগে ঠিক নাই। লাভৰ ভিতৰত মোৰ কামত ব্যাঘাত ঘটিব। ইয়াকে ভাবি ভজাক লৰা-লৰিকৈ যি পাৰে বান্ধিবলৈ কলোঁ। বন্ধা হ'লত, খাই, মই ডাক বঙলাৰ পৰা মোৰ বস্তুবোৰ গাড়ী এখনত তুলি লৈ ৰেল ষ্টেচনৰ 'ৱেইটিং ৰুমলৈ' গুচি আহি সেই পৰ্বৰ সেইখিনিতে ওৰ পেলালোঁ।

একেবাৰেই গধুলি হ'বলৈ আদ ঘণ্টামান আছে। মই ষ্টেচনৰ প্লেটফৰ্মতে ভৰি চলাই ফুৰিছোঁ। এবাৰ মোৰ চকুত পৰিল যে অলপ দূৰৰ পৰা মহাৰাষ্ট্ৰীয় ভদ্ৰলোক এজনে মোৰ ফালে কেৰাহি, কেৰাহিকৈ চাব লাগিছে। মানুহজনে তেনেকৈ মোৰ ফালে চোৱা দেখি মোৰ পেটে পেটে অলপ খং উঠিছিল দেই ; তথাপি সেইফালে পোনকৈ চকু নিদি মই আগৰ দৰেই ফুৰিবলৈ ধৰিলোঁ।

এবাৰ ভদ্ৰলোকজনে হঠাৎ চোঁচামাৰি আহি খপ্‌কৰে মোৰ হাত এখনত ধৰিলে। মই চক্‌খাই গলোঁ। হাতখন ধৰাৰ লগে লগে তেওঁ ইংৰাজীৰে ক'লে 'মিষ্টাৰ বেজবৰুৱা, আপুনি মোক চিনিব পৰা নাইনে?'

মই তেওঁৰ মুখলৈ চাই ক'লোঁ — 'কতা নাই পৰা দেখোন।'

তেওঁ ক'লে — 'অমুক বছৰৰ অমুক মাহৰ অমুক তাৰিখে আপোনাৰে সৈতে বিলাসপুৰত মোৰ অমুকৰ ঘৰত ইমান চিনা-জনা আৰু আলাপ-পৰিচয় হৈছিল ; আপুনি সেইবোৰ একেবাৰেই পাহৰি পেলালেনেকি?'

মই ক'লো -- 'এবাৰ নহয়, কেবাবাৰো মই বিলাসপুৰলৈ গৈছিলোঁ ; আপুনি কোৱা সনতে বা তাৰ ওচৰা-উচৰি সনতে গৈছিলোঁ সঁচা। সন, তাৰিখবোৰ কিয়, ক'ব নোৱাৰো, মোৰ সমূলি মনত নাথাকে। অনুগ্ৰহকৈ আপোনাৰ নামটো মোক ক'বনে?

তেওঁ ক'লে -- 'মোৰ নাম —.'

'অ আপুনি আমাৰ সেই মিষ্টাৰ' এই বুলি মই জপিয়াই উঠি তেওঁৰ হাতখন জোকাৰিবলৈ ধৰিলোঁ। ইমানকৈ জোকাৰিছিলো যে, তেওঁৰ হাতৰ সৰুগাঠিৰ জোৰা লৰি যাবৰ কথা। মই তেওঁক ক'লো — 'মোক ক্ষমা কৰিব। মোৰ স্মৰণ শক্তিৰ দুৰৱস্থাৰ কথা আৰু কি ক'ম। আপুনি ৰাইপুৰতে প্ৰেক্‌টিছ্‌ কৰে নহয়?'

তেওঁ ক'লে — 'হয় কৰোঁ। কিন্তু আপুনি ইয়ালৈ কেতিয়া আহিল?'

মই ক'লো -- 'পৰহি। ডাক বঙলাত আছিলোঁ ; কিন্তু তাত অলপ অসুবিধা হোৱাৰ বাবে ইয়ালৈ গুচি আহিলো। এই ৱেইটিং ৰুমতে আছোঁ। কাইলৈ গুচি যাম।'

তেওঁৰ উত্তৰ দিলে - 'অৱশ্যে যদি মোৰ হাতৰ পৰা উদ্ধাৰ পায়।' এইবুলি তেওঁ মোৰ লগুৱাটোৰ নামটো কি সুধি লৈ ফো-ফো কৰে ৱেইটিং ৰুমৰ ভিতৰলৈ সোমাই গৈ তাক ক'লে -- 'তৎক্ষনাৎ তোৰ চাহাবৰ বস্তুবোৰ বান্ধি-কুন্ধি ঠিক কৰ। এতিয়াই ইয়াৰ পৰা যাব লাগিব।' তাক এটা হুকুম দিয়েই, ষ্টেচনৰ কাষত থকা গাড়ীখন তেওঁ মাতি আনিলে। মই অবাক হৈ চাই আছোঁ। ভজাই মোৰ অনুমতিলৈ অপেক্ষা কৰি থকা দেখি, মই তাক বস্তুবোৰ বান্ধি যাবলৈ প্ৰস্তুত হ'বলৈ কলো। মোৰ 'ডিনাৰ'ৰ নিমিত্তে ভজাই আলুগুটি দুটা আঁঠ ফাল কৰিছিল মাথোন। এনেতে তাৰ আয়োজনৰ ব্যাঘাত ঘটাত সি ক্ষুণ্ণ হোৱাটো মই লক্ষ্য কৰি তাক ক'লো, 'সেইবোৰ টিফিন বাস্কেটত ভৰাই ল। ইয়াত আৰু 'হাঙ্গাম' কৰিবৰ প্ৰয়োজন নাই।' ভদ্ৰলোকজনে মোক একেবাৰো কথা ক'বলৈ নিদি ভজাৰ হতুৱাই বস্তুবোৰ গাড়ীত তোলাই দি, মোক মোৰ হাতত ধৰ টানি লৈ গৈ গাড়ীখনৰ ভিতৰত বহুৱাই দি, তেৰোঁ মোৰ কাষতে বহিল। ভজাক তেৰেঁই কচোৱানৰ কাষত বহিবলৈ কৈ গাড়ীখন চলাই দিবলৈ কচোৱানক হুকুম দিলে। তেওঁৰ বন্ধু ব্যৱহাৰত যদিও তেতিয়া মোৰ কোনো সন্দেহ নাছিল, তথাপি একো একোবাৰ (নিশ্চয় মোৰ মনৰ দুৰ্বলতাৰ বাবে) মনত খেলাইছিল, মোক এই দূৰ বিদেশত কোনোবা জুৱাচোৰ পালে নেকি? এনেকুৱা ভয় মোৰ মনত লৈবাৎ এবাৰ ওলোৱাৰ নিমিত্তে পিছত মোৰ লাজ লাগিছিল।

তেওঁৰ ঘৰৰ দুৱাৰমুখত গাড়ীখন ৰ'লগৈ। গাড়ীৰ পৰা নামি মই কচোৱানৰ হাতত গাড়ীৰ কেৰেয়া দিবলৈ যাওঁতে, ভদ্ৰলোকজনে মোৰ হাতখনত খপ্‌কৰে এনে বলেৰে ধৰিলে যে মই হাতত টান পাই গলোঁ। তেওঁ মোক ক'লে -- 'গাড়ীখনতো আপুনি কেৰেয়ালৈ লোৱা নাছিল, মইহে লৈছিলোঁ, আপুনি কেৰেয়া দিব কি বুলি?' এই বুলি কৈ তেওঁ কচোৱানৰ হাতত ৰূপ এটকা দি পেলাই তাক গুচি যাবলৈ কলত সি আশাতীত ৰূপ টকা পাই তৎক্ষনাৎ গাড়ী লৈ গুচি গ'ল।

তেওঁৰ ঘৰটো ৰাজপ্ৰসাদ বুলিলেই হয়। চকি, মেজ, ঝাৰ লণ্ঠন, ফানুছ, বিজুলীৰ চাকি ইত্যাদিৰে তমকাৰকৈ সজোৱা। বাইপুৰত তেওঁ এজন নামজ্বলা উকিল। ওকালতিতো তেওঁৰ বিস্তৰ আয়। মোক দুদিন তেওঁৰ ঘৰত বজাৰ সুখত ৰাখি তৃতীয়দিনা বিদায় দিলে। মই যি কামত গৈছিলোঁ, সেই কামতো তেওঁ মোক বিস্তৰ সহায় কৰিলে। আহিবৰ সময়ত, মই তেওঁক মোৰ সম্বলপুৰৰ ভগা বহাত এদিন ভৰিৰ ধূলি দিবলৈ বৰকৈ মতাত, তেওঁ সম্মতি প্ৰকাশ কৰি ক'লে, যে নিশ্চয় এদিন তেওঁ সম্বলপুৰত ভটংকৰে ওলাবগৈ।

ইয়াৰ এমাহৰ পিছত সঁচাকৈয়ে তেওঁ তেওঁৰ কথা ৰাখি সম্বলপুৰত ওলালহি। মই তেওঁ অহাৰ টেলিগ্ৰাফ পাই, তেওঁক ৰেলৰ ষ্টেচনৰ পৰা লৈ আহিলোগৈ। মানুহজন বৰ ৰঙিয়াল। তেওঁ দুদিন মোৰ ঘৰত আছিল। তেওঁৰ আনন্দৰ চোঁত খলক লাগি থাকি সেই দুটা দিন মোৰ কোনো বাটেদি ক'লৈ গ'ল তৎ ধৰিব নোৱাৰিলো। বুজিলো, তেওঁ এনেবোৰ গুণৰ বাবেই লক্ষ্মী শ্ৰীয়ে তেওঁক লাগ দিছে।

সম্বলপুৰত মোৰ ঘৰত আলহী হৈ থাকোঁতে মোৰ এটা দুৰ্বলতা তেওঁৰ চকুত বৰকৈ পৰিছিল। সেইটো হৈছে এই --

মই মেকুৰীভক্ত নহওঁ। ভক্ততো মিহি কথা ; মোক দুৰ্যোৰ মেকুৰী বিৰাগী বুলিলেই হয়। একো একোটা মানুহৰ গাত একো একোটা অদ্ভুত দুৰ্বলতা থাকে। মোৰ গাতো আন আন দুৰ্বলতাৰ ভিতৰত ইয়ো এটা। আমাৰ এজনী মেকুৰী আছিল, তাইৰ নাম 'মিনি'। তাইক ছোৱালীহঁতে নিচেই পোৱালি অৱস্থাতে কৰবাৰ পৰা আনি পুহি ডাঙৰ কৰিছিল। তাই সিহঁতৰ বৰ মৰমৰ পাত্ৰ হৈ পৰিছিল ; কিন্তু মোৰ হ'লে তাই চকুৰ কুটা দাঁতৰ শাল। মই কোনোমতে মেকুৰীজনীক সহ্য কৰি চলিছিলোঁ, এইয়ে মাথোন। পিছত মেকুৰীজনীয়ে বছৰে বছৰে তিনি খেপকৈ পোৱালি দিবলৈ ধৰিলে আৰু পোৱালিবোৰ কুবেৰৰ অষ্টনিধি ভাণ্ডাৰৰ ধনৰ দৰে যেতিয়া লোকক বিলায়ো মই ওৰ পেলাব নোৱাৰা হ'লো, তেতিয়া মোৰ ধৈৰ্যচ্যুতি ঘটিল। তাইৰ আৰু এটা উৎপাতত মই বিৰক্ত হৈ পৰিছিলো। আমি ভাত খাবলৈ বহিলেই তাই যতে থাওক, তাৰে পৰা লৰি আহি মোৰ মুখৰ আগত থিয় দিয়েহি ; আৰু মুখলৈ চাই লেথেৰি নিছিগাকৈ মেও মেওকৈ মোৰ আমনি লগাই দিছিল। লাহে লাহে বহুদৰ্শিতাৰ ফলত সময়ৰ বিষয়ে মিনিৰ ইমান জ্ঞান বৃদ্ধি হ'ল যে আমি খাবলৈ বহা চাৰিও সাজিৰ সময়কেইটা তাই ঘড়ীৰ কাটাৰে সৈতে এচুলিও অমিল নোহোৱাকৈ ৰাখি চলি আমাৰ খোৱা মজিয়াত উপস্থিত হোৱাত ত্ৰুটি নকৰিছিল। ওৰে দিনটো তাই যতে থাকক, কিন্তু সেই কেইটা সময়ত তাই তাত উপস্থি হ'বই হ'ব। চন্দ্ৰ-সূৰ্যৰো গ্ৰহণ লাগে, কিন্তু মিনি ৰাহু-কেতু দুইটাৰ পৰা বিমুক্ত। যিদিনা খোৱা মেজৰ ওচৰত উপস্থিত হ'বলৈ মোৰ পাঁচ-দহ মিনিট পলম হয়, সেইদিনা তাই, মই যতে থাকো তালৈকে আহি মোৰ আগত মেও মেও কৰি মোৰ ভৰিৰ চাৰিওপিনে তাইৰ নেজডাল তাত লগাই দি খাবৰ মেজলৈ যাবলৈ মোক তাগিদা দিয়ে। মেকুৰীজনীৰ গঢ়-গতি দেখি মই হাঁহিম নে কান্দিম ঠিক কৰিব নোৱাৰা হৈছিলোঁ। তাইৰ বঢ়াবঢ়িত আমনি লাগি, শেহত মই দিনৌ মাৰি এডাল লৈ মোৰ কাষ থৈহে খাবলৈ বহিছিলো। তাৰে তাইক আটিমুটিকৈ খেদি দিলেও তাই যদিও তৎক্ষনাৎ লৰি পলাই গৈছিল, কিন্তু থিতাতে আকৌ আন এটা বাটেদি মোৰ পাছফালে থিয়দি মেও মেও লগাই দিছিল। কোনো কোনো দিনা তাইৰ তেনে উত্তাওালি সহিব নোৱাৰি, মই পাতৰ ভাত পাততে এৰি তাইক মাৰিবলৈ খেদাদি লৰি ফুৰি হাঁহিয়াতৰ পাত্ৰ হৈছিলো।

মোৰ ৰাইপুৰীয়া বন্ধুজনে মোৰ ঘৰত আতিথ্য স্বীকাৰ কৰি থকা কেইদিন মোৰ এই ভেকোভাওনাখন দেখি হাঁহি অস্থিৰ হৈ পৰিছিল। এইখিনিতে কওঁ মেকুৰীজনীক খাবলৈ দিয়াত যে মই কৃপণালি কৰিছিলো, এনে নহয়। ঘৰৰ 'বাবাণ্ড'ত আঁউজি তাইক সদায় ভাত-মাছ আৰু গাখীৰেৰে এপাত খাবলৈ দিয়াৰ ব্যৱস্থা কৰিছিলো। কিন্তু ৰাইকসীয়ে সেই পাত চকুৰে চাওঁতেই উৰাই দি, আকৌ মোৰ খোৱা মেজৰ ওচৰত হাজিৰ হৈ মেও মেও লগাই দিছিল। তাইৰ কামৰ ভিতৰত আছিল পেট ভৰাই ভাত খোৱা, গাটো আঁতাই-পিতাই ফট্টি জুৰি ৰ'দ কাচলিত শুই থকা আৰু তিনি মাহে চাৰি মাহে একোজাককৈ পোৱালি জগোৱা। নিগনি-শলিয়া ধৰা কাৰ্যত তাইৰ সম্পূৰ্ণ অৰুচি জন্মিছিল। বিনা পৰিশ্ৰমতে পেট ভৰাই মহাসুখে খাবলৈ পালে, লৰি-ঢাপৰি দুখ কৰি যে কোনেও নমৰে এই বিবেচনাটো তাইৰ আছিল। তাইৰ পোৱালি থকা কালত, তাই নিজৰ দল বলৱন্ত কৰি লৈ সপৰিবাৰে আহি ওপৰোক্ত প্ৰকাৰে

মোক 'ধাৰ দিছিলহি।' এনেবোৰ দৌৰাত্ম্যৰ উপৰিও, মোৰ খোৱা মেজৰ ওপৰত উঠি যি পায়, তাতে মুখ দি আৰু যি পাৰে তাকে মুখত লৈ বিশ্বাশবদে পলাই গুচি গৈছিল। আখাৰ কাৰত তপতোৱা গাখীৰৰ কেৰাহী, নমাই থোৱা চৰুত ভজামাছ দেখিলে আৰু তাইৰ চকুত টোপনি নোহোৱা হৈছিল। তাৰ ওপৰত ভাগ বহুৱাবলৈ তাই এশ এটা বুধি সাজি টালিবাজি কৰি ফুৰিছিল। তাইৰ গঢ়-গতি দেখি মোৰ ধাৰণা বদ্ধমূল হ'ল যে তাইৰ পেটটো অখণ্ড ভোকৰ আকৰ, আৰু মনটো অদম্য ভোগৰ সাগৰ। তাইৰ অপৰ্যাপ্ত পেটটো ভৰিবৰো নামটি নাই আৰু অখণ্ড মনটো মৰিষৰো আগন্তুক নাই। এদিন মই মোৰ কাপোৰৰ আলমাৰিটোৰ পৰা কাপোৰ উলিয়াই আলমাৰিৰ দুৱাৰ দুপাটৰ এপাট নামাৰি কেৰেচীয়াকৈ এৰি কণা আন কাম এটাৰ নিমিত্তে এখন্তেকলৈ আঁতৰি গৈছিলো। উভতি আহি আলমাৰিটো ভালকৈ বন্ধ কৰি বাদুলিসাঁচাৰ লগাই গুচি গলো। ৰাতি ভাত খাবৰ সময়ত দেখিলো মিনি উপস্থিত। আজি কি হ'ল? এই বুলি লণ্ডবাইতৰ হতুৱাই মিনিক কতো বিচাৰি নাপালো। কিয় ক'ব নোৱাৰো, মনটোত বেয়া লাগিল। ৰাতি যেতিয়া মই শোৱাপাটীত পৰিলো, মোৰ মূৰ শিতানৰ ফালে থকা সেই কাপোৰৰ আলমাৰিৰ ভিতৰৰ পৰা মিনিৰ মিহি মাত শুনিলো – 'মেও'। লৰালৰিকৈ মই উঠি সাঁচাৰকাঠিটো আনি আলমাৰিৰ দুৱাৰখন যেই মেলি দিলো, মিনি একে জাপেই তাৰপৰা ওলাই গুচি গ'ল। মোৰ মনটো মুকলি হ'ল। সেই ৰাতি মিনি নিশ্চয় লঘোণে-ভোকে থাকিবলগীয় পৰিছিল ; অৱশ্যে যদি আমাৰ চুৱা-ধোৱা ঠাইত পৰি থকা মাছৰ কাঁইট আৰু দুই-চাইটা ভাতেৰে তাই পেটৰ খজুৰতি মাৰিব পৰা নাছিল। লাহে লাহে কিন্তু মোৰ ধৈৰ্যৰ সীমা অতীত হৈ গ'ল। মই মোৰ ঘৈৱালীহঁতক বুজাই-বৰাই সন্মত কৰাই কোনো কৈকেয়ীৰ কথা নুশুনাকৈয়ে মিনিৰ বনবাস দিয়াটোকে থিৰ কৰিলো। সেই সংসৰ মতে, এদিন চাকৰ এটাৰ হতুৱাই মিনিক ধৰাই থৈলা এটাৰ ভিতৰত ভৰোৱাই, এমাইলমান দূৰৰ গাঁও এখনত মেলি থৈ আহিবলৈ চাকৰটোক হুকুম দিলো। যেনে হুকুম তেনে কাম। সি হুকুম ঠি ভাবেই চামিল কৰিলে। কিন্তু অ' হৰি। কি কম, কি শুনিবা। পিছদিনা দুপৰীয়া, কেনেকৈ ক'ব নোৱাৰো, মোৰ খাবৰ সময়ত মেজৰ তলত মাত শুনিলো – 'মেওঁ-মেওঁ। চাওঁ দেখোন মিনি। তাই মেও মেওঁ কৰি তাইৰ পুনৰাগমনৰ শুভবাৰ্তা মোক জনালে। মই মিনিৰ হাতত পৰাজিত হৈ জঁকি উঠিলো। এইবাৰ সতৰ্কতা সৰহকৈ অৱলম্বন কৰি মিনিৰ বনবাসৰ কঠোৰ বিধান কৰিলো। এইবাৰ স্বহস্তে তাইক ধৰ আগৰ দৰেই থৈলাত সুমাই মটৰ গাড়ীত তুলি লৈ মহানদীৰ সিপাৰত মই এৰি থৈ আহিলোগৈ ; আৰু কোনেও নুশুনাকৈ মনে মনে কলো – 'বাপেৰে কেনে কৰিলে পালি।' সেই দিনাৰ পৰা মাৰ্জাৰী বিদায় ভাৱনাৰ গুৰ পৰিল। আৰু দেখা-শুনাকৈ মোৰ মনত শান্তি হ'ল ; কিন্তু ভিতৰত কোনে ক'ব নোৱাৰো। – মৃদু মাতেৰে কৈছিল – "আহা। বেচেৰী মিনি। ক'লৈ গলি।"

ভাৱনাটোৰ এই শেষভোৰৰ অৱশ্যে মোৰ বাহিপুৰীয়া বন্ধুজনে দেখি থোৱা নাছিল। তেওঁ উভতি লৈ নিৰাপদে ঘৰ পোৱাৰ খবৰৰ লগতে, যেমানিকৈ মোলৈ লেখিলে – 'মিনিৰ খবৰ কি? যুদ্ধৰ অৱসান হ'ল নে নাই?' মই তেওঁৰ চিঠিৰ প্ৰাপ্তি স্বীকাৰ কৰি আন আন কথাৰ শেহত লেখিলো যে, আপদৰ শান্তি হ'ল। মিনিৰ ওপৰত কাঁচী দণ্ড বিহিত হৈছিল। শেহত

এই দণ্ড Commute অৰ্থাৎ সলাই ঢিলা কৰি দ্বীপান্তৰলৈ পৰিণত কৰি তাইক মহানদীৰ পাৰ নামৰ কলীয়া পানীত মেলি দিয়া হ'ল।

ইয়াৰ এমাহৰ পিছত মোৰ সেই বন্ধুজনৰ পৰা হঠাৎ টেলিগ্ৰাফ এখন পালো। তেওঁ খবৰ দিছে যে তেওঁৰ এজন বিশিষ্ট বন্ধুৱে সৈতে তেওঁ সম্বলপুৰলৈ যাত্ৰা কৰিলে। সম্বলপুৰত তেওঁলোকৰ অলপ সকাম আছে দেখি আহিবলগীয়াত পৰিছে। তেওঁলোক এদিন থাকিয়েই উভতি যাব। যদি মোৰ অসুবিধা নহয়, তেন্তে তেওঁলোকক মোৰ ঘৰতে থাকিবলৈ ঠাই দিলে অনুগৃহীত হ'ব।

পিছ দিনা পুৱা মই আনন্দ মনেৰে দুইকো সম্বলপুৰ ষ্টেচনৰ পৰা লৈ আহি মোৰ লগতে থকা আৰু খোৱা-বোৱাৰ দিহা কৰি দিলো। ৰাপুৰীয়া বন্ধুজনৰ বন্ধুৰ নাম আৰ, বি, কালে। অৰ্থাৎ ৰামচন্দ্ৰ বলৱন্ত কালে। তেৰোঁ মহাৰাষ্ট্ৰী। দেখিলো, মানুহজন কথাই-বাৰ্তাই সৰবৰহী। তেওঁ পৃথিৱীৰ অনেক দেশত ফুৰিছে। বিলাতলৈকো তিনি-চাৰিবাৰ গৈছিল। মুঠতে দুইজন বন্ধুকে পাই মই বৰ সুখী হ'লো।

তেতিয়া মাৰ্চ মাহৰ আগ-পখ। জাৰ গৈ ঘাম সোমাবলৈ কুল্‌কুলাইছে। বন্ধু দুজনে মোক ক'লে – 'ৰাতি আমি শোবনি ঘৰ এই বাৰাণ্ডাতে শুই থাকিমহঁক। ঘৰৰ ভিতৰত গৰম পাম। আপুনিও যদি আমাৰ কাষতে শোৱে বেয়া নহয়ন।'

মই ক'লো, 'মই বুঢ়া মানুহ দেওহে। তেজতো আৰু মোৰ গাত নাই। কেনেবাকৈ ঠাণ্ডা-ফাণ্ডা লাগিব ; মই ঘৰৰ ভিতৰতে মোৰ শোৱা খোঁটালিতে শুম। অৱশ্যে খোঁটালিটোৰ দুৱাৰ আৰু খিৰিকীবোৰ মেলি থ'ম।'

ৰাতি শুই আছোঁ। টোপনিটোও চিলমিলকৈ আহিছে। এনেতে কাণত পৰিল, মোৰ শোৱা খাটৰ তলত মেকুৰী এটাই মেও মেও কৰিছে। মেকুৰীৰ মাত শুনি মোৰ চিলমিলকৈ অহা টোপনিটো চাত কৰে ভাগি গ'ল। মই ভাবিলো, সেই আপদীয়া মিনিজনী আকৌ কেনেবাকৈ ওলালহি নেকি! মোৰ খোটালিটোত পোহৰ নাছিল। চাকিৰ পোহৰত মোৰ টোপনি নাহে দেখি, লণ্ঠনটো সদায় মই খোঁটালিৰ বাহিৰত থৈ শোওঁ। চুহ চুহ কৰি এন্ধাৰত নেদেখাকৈয়ে মেকুৰীজনীক খেদাই দি মই আকৌ পাটীত পৰি তলকা মাৰিলো। দহ মিনিটমানৰ পিছত আকৌ শুনিলো মেকুৰীৰ মাত। ঠিক মোৰ মনত হ'ল যেন মেকুৰীজনী মোৰ শোৱা খাটখনৰ তলতে। উঠি গৈ জ্বলি থকা লণ্ঠনটো লৈ আহি খাটৰ তললৈ জুমি চালো। মেকুৰী-চেকুৰী একো নাই। ভাবিলো, মই লণ্ঠন আনিবলৈ যাওঁতেই মেকুৰীজনী মুকলি খিৰিকীয়েদী ওলাই গ'ল। লণ্ঠনটো বাহিৰত থৈ আহি মই আকৌ পাটীত পৰিলো। সিফালে মোৰ বন্ধু দুজনে নাক ভকাই ফোঁচ্‌ ফোঁচ কৰে শুই আছে ; মোৰ আহকালৰ খবৰেই তেওঁলোকৰ নাই। আকৌ পাটীত পৰিলোহি। দহ মিনিটমানৰ পিছত, এইবাৰ শুনিলো, মোৰ শোৱা খোটালিৰ ছিলিঙৰ (Ceiling) ৰ ওপৰত মেকুৰীৰ মাত। চিলিং মানে ডাঠ বগা কাপোৰেৰে মোৰ শোৱা খোঁটালিটোৰ চালৰ তলি ডোখৰ ঢাকি থোৱা ব্যাপাৰ। তাৰ ওপৰৰপৰা প্ৰথমতে মিহি মাতেৰে 'মিউ মিউ' ওলাই লাহে লাহে বৰকৈ 'মেও মেও' ওলাবলৈ ধৰিলে। মোৰ কি আৰু টোপনি আহে? উঠি লাখুটি এডাল আনি, চিলিঙৰ ফালে টোৱাই আটিমুটি কৰি চুহ্‌ চুহ্‌, ৰা। ৰা। কৰি মেকুৰী

খেদিবলৈ ধৰিলো। মেকুৰী নিমাত হ'ল। ভাবিলো, আপদ গ'ল। মোৰ বন্ধু দুজন তেতিয়াও ঘোৰ নিদ্ৰাত নিমগন।

এইবাৰ ভালকৈ শোওঁ বুলি বিছনাত পৰি, প্ৰথমতে মনতে এক, দুই, তিনি, চাৰিকৈ লেখি যাবলৈ ধৰিলো। তাৰ পিছত এখন বৰ বহলবিলত চপ্‌চপীয়া হৈ থকা পানীৰ কথা ভাবিলো। তাৰ পিছত বাৰিষা খেল্‌পেল্ নিছিগা বৰষুণৰ জম্ জম্ শব্দৰ কথা ভাবি আছোঁ; এনেতে দুটা বোন্দাই মোৰ শোৱা খাটখনৰ তলতে বিকট স্বৰেৰে মাও! মাও! ফোচ্! ফোচ্! কৰি দ্বন্দ্ব কৰা শুনি বিচনাৰপৰা একেচাৰেই উঠি লৰি লণ্ঠনটো আৰু লাখুটিডাল আনিলোঁগৈ। লণ্ঠনটোৰ পোহৰ খাটৰ তললৈ পেলাই দি, লাখুটি ডাল হাতত লৈ চাই পঠিয়ালো, কিন্তু বোন্দা দুটাক নেদেখিলো। সিহঁতে কৰবাত অঃকুট মাৰিলে। গোটেইটো খোটালিত পিত পিতকৈ চাইও বোন্দাহালৰ দৰ্শন নঘটিল। এইবাৰৰ গোলমাল শুনি মোৰ বন্ধু দুজনৰ টোপনি ভাগিল। তেওঁলোকে উঠি আহি, কি হৈছে বুলি সুধিলত, মই মোৰ আহকালৰ কথা আগৰপৰা গুৰিলৈকে সোপাকে তেওঁলোকক ক'লো। তেওঁলোকে মোৰ দুঃখ পাতিয়াই, এইবাৰ মোক ঘৰৰ দুৱাৰ আৰু খিৰিকীখন মাৰি শুবলৈ কলত তাকে কৰিলো। অলপ পৰৰ পিছতে শুনিলো, মোৰ ওচৰৰ ফুলনি বাগিচাত সেই বোন্দা দুটাই সেইদৰে মাও মাও ফোচ্ ফোচ কৰি মহা সংগ্ৰাম আৰম্ভ কৰিছে। বন্ধু দুজনৰ তেতিয়াও টোপনি অহা নাছিল। মই তেওঁলোকক ক'লো, 'সেয়া শুনক। বদ্‌মাছহঁতে সেই ফুলনিত কুৰুক্ষেত্ৰ পাতিছেগে।' তেওঁলোকেও সেই ফালে চাই চুহ্ চুহ্ যা যা কৰিবলৈ ধৰিলে। বাইপুৰীয়াজনে তেতিয়াই জানালা মাৰি কৰবাৰ ভগা ইটা এডোখৰ আনি বোন্দা দুটাৰ ফালে মাৰি পঠিয়ালে। ইটা পৰাৰ পিছত বোন্দাৰ সংগ্ৰামৰ ওৰ পৰিল আৰু বোন্দা দুটা নিমাত হ'ল।

ইয়াৰ পিছত আনি তিনিও পাটীত পৰিলোহঁক। কিন্তু মই পাটীত পৰিয়েই শুনিলো, মোৰ খোঁটালিটোৰ চুক এটাত মিহি মাতেৰে মেকুৰী পোৱালি এটাই মিউ কৰিছে। মই ভাবিলো এইবাৰ মিনিৰ পোৱালি ওলালহি। মই লোকক বিলাই দিয়া পোৱালি এটা কৰবাৰ পৰা আহি, তাৰ মাক আৰু বাপেকহঁতৰে হোৱা মোৰ এই সংগ্ৰামত যোগ দিছেহি। আজিকালিৰ যুদ্ধত 'বয় স্কাউট' থাকে যেতিয়া এইখন যুদ্ধতে বা নাথাকিব কিয়? আকৌ মই উঠি লণ্ঠনটো আনি খোঁটালিটোৰ চাৰিওফালে চালো, বয়স্কাউটে দেখা নিদিলে। মোৰ আহকাল দেখি বাইপুৰীয়া বন্ধুজনে প্ৰস্তাৱ কৰিলে — 'মিষ্টাৰ বৰুৱা, আপুনি আৰু ঘৰৰ ভিতৰত নুশুব। আপোনাৰ খাটখন আমি দুয়ো ধৰি বাহিৰলৈ উলিয়াই আনো। ইয়াত আমাৰ কাষতে আপুনি শুই থাকক।' মই তেওঁৰ কথাত হয় দিয়াৰ আগেয়েই তেওঁলোক দুয়ো উঠি মোৰ খাটখন ধৰি তুলি বাৰান্দালৈ উলিয়াই নি, তেওঁলোকৰ খাটৰ শাৰীতে পাতি দিলে। মই 'যথা নিযুক্তোহস্মি তথা কৰোমি' হৈ তাতে শুলো। কিছুমান পৰৰ মূৰত সেই বাহিৰত পৰা মোৰ খাটৰ তলতো মেকুৰী পোৱালিৰ মিউ, মিউ এবাৰ কি দুবাৰ শুনিলো। মই আকৌ উঠি সেই খাটতে বহিলত, তেওঁলোক দুজনো উঠিল। বাইপুৰীয়াজনে মোক ক'লে — 'মেকুৰী পোৱালিয়ে মাতিছিল। বোলো, আপুনি তালৈ ইমানকৈ কাণ দিয়ে কি? টলকা মাৰি শুই থাকক।

মই ক'লো — 'মেকুৰীৰ মাত শুনিলে যে মোৰ ভয় লাগে এনে নহয়; কিন্তু তাল

নালাগে ; আৰু টোপনিও নাহে।' নতুন বন্ধুজনে ক'লে — "আপোনাৰ সম্বলপুৰত দেখিছো মেকুৰীৰ বৰ দৌৰাত্ম্য। যি হওক, আজিলৈ শুই থাকক।" তেওঁলোকৰ কথা শুনি মই আকৌ পাটীত পৰি টলকা মাৰিলো। লাহে লাহে মোৰ টোপনি আহিল ; আৰু সেই টোপনি পিছদিনা ৰাতিপুৱাহে ভাগিল।

পিছদিনা পুৱা বন্ধু দুজনে এই মেকুৰীৰ ব্যাপাৰ উলিয়াই মোক জোকাবলৈ ক্ৰুটি কৰা নাছিল। নতুন বন্ধুজনে ক'লে — "আপুনি মেকুৰীৰ বিষয়ে ইমান 'ছেন্সিটিভ' (Sensitive) হোৱাটো ভাল নহয়। মেকুৰীৰ ফালে মন নিদিলেই হ'ল।"

সেইদিনাই গধুলিৰ ৰেলগাড়ীত বন্ধু দুজন উভতি গ'ল। ছদিনৰ মূৰত মোৰ ৰাইপুৰীয়া বন্ধুৰপৰা এখন চিঠি পালো। তাৰ অসমীয়া ভাঙনি তলত দিয়া হ'ল —

"প্ৰিয় বন্ধু মোৰ,

মই উভতি নিৰাপদে ঘৰ পালোহি। মিষ্টাৰ কালেৰ ঘৰ নাগপুৰত। তেওঁ ইয়াত নানামি পোন বাটেৰে নাগপুৰলৈ গ'ল। আপোনাৰ আতিথ্য আৰু যত্নত আমি দুয়ো আপোনাৰ ওচৰত কৃতজ্ঞ।

এটা কাৰ্যৰ নিমিত্তে মই আপোনাৰ ওচৰত জগৰীয়া। আশাকৰো, আপুনি মোক ক্ষমা কৰিব। এইবাৰৰ আগৰবাৰ মই আপোনাৰ ঘৰত আলহী হৈ থাকোঁতে, আপোনাৰ এটা গঢ় দেখি মোৰ পেটে বৰ হাঁহি উঠিছিল। আপুনি ভাতৰ পাতত বহিও, হাতত মাৰি এডাল লৈ মেকুৰী খেদাই ফুৰিছিল। মেকুৰীৰ মাত শুনিলে আপুনি নথৈ আমনি পাইছিল। মুঠতে মোৰ ধাৰণা হ'ল যে মেকুৰীৰে সৈতে আপোনাৰ সতিনী আঁহ। লোকক, বিশেষকৈ মোৰ বন্ধু মানুহক জোকোৱাটো মোৰ স্বভাৱ আপুনি দেখিছে। সিদিনা মই নাগপুৰলৈ যাওঁতে মিষ্টাৰ কালেক লগ পালো। আপুনি তেওঁক দেখি বুজিছে যে মানুহজন শিক্ষিত, গুণী আৰু বহুদৰ্শী। বহুত দিনৰ আগৰে পৰা তেওঁৰে সৈতে মোৰ বন্ধুতা। তেওঁ Ventriloguism বিদ্যাত বৰ পাৰ্গত (নিজৰ মুখখন বন্ধ কৰি নলৰোৱাকৈ নানা মাত মাতিব পৰা বিদ্যা)। আপোনাক জোকাই ৰং চাবৰ মনেৰে, মই তেওঁক লগত লৈ তেওঁৰ হৈয়ো ৰেলৰ দ্বিতীয় শ্ৰেণীৰ কেৰেয়া দি, আপোনাৰ ঘৰ পাইছিলোগৈ। আপোনাক জোকাই ৰং পোৱাৰ বাহিৰে সম্বলপুৰত আমাৰ আন একো কাম নাছিল। ৰাতি আপুনি শুই থাকোঁতে আপোনাক আমনি কৰা মেকুৰীবোৰ অকল মোৰ বন্ধু মিষ্টাৰ কালেই। আশাকৰো, আপুনি ভালে আছে। আকৌ কেতিয়াবা সম্বলপুৰলৈ গ'লে মই কালেক লগত লৈ নাযাওঁ।

আপোনাৰ দোষী বন্ধু

শ্ৰী..............

[বাঁহী, ২০শ বছৰ, ৮ম সংখ্যা, ১৯৩১ চন] ■

# মগনিয়াৰ বুঢ়া

ৰেলগাড়ীৰ খোটালিটোত অকলে বহি কি যে ভাবি-চিন্তি আছোঁ, মই নিজেই ক'ব নোৱাৰো। মোৰ মুখত থকা চেলেউটোৰ ধোঁৱাবোৰ ওলাই পাক খাই খাই উৰি যাব লাগিছে। মোৰ মনটোও সেইবোৰেৰে সৈতে লগ লাগি পাক খাই ক'লৈ উৰি গৈছে, জানো। মই মাথোন ধোঁৱাবোৰৰ ফালে ৰ-লাগি একেথিৰে চাই আছোঁ আৰু মোৰ মনটো সেইবোৰৰ মেৰত সোমাই উমলি গৈ আছে। ধোঁৱা দৌৰৰ চকৰত ছুটী মেলি, আকৌ ঘূৰি আহি, প্ৰথমতে যৰপৰা গৈছিল, সেইখিনি পায়হি। মোৰ মন তেনেকুৱা চকৰৰ ভিতৰত সীমাবদ্ধ নহয় যদিও, সোঁৱৰণৰ ফান্দেৰে ফন্দিয়াই তাক অন্ততঃ আকৌ ঘূৰাই চপাই আনিব পাৰিম বুলি জানো। সেইদিনা সি কিন্তু ধোঁৱা-হাতী কান্ধৰ শাৰীত নাথাকি একেবাৰেই উদণ্ডীয়া ভাং-খোৱা গৰুৰে ইফালে ঢপলিয়ায় সিফালে ঢপলিয়ায়, গোহালিত সোমোৱাটোতো দূৰৰ কথা, গিৰিহঁতে তাক ধৰিবলৈ হাতত পঘা লৈ ঘূৰি ফুৰিলেও, সি গিৰিহঁতৰ চাটকে নসয় ; বৰং আৰু সৰহকৈ উচাং মাৰি লৰি গৈ খেৰণি বননিত সোমাই নেদেখা হৈ যায়। মোৰো মনৰ তেনে বিপৰ্যয় ঘটিছিল। এনেতে এটা ষ্টেচনত ৰেল গাড়ীখন হঠাৎ ৰোৱা যেন লাগিল। গাড়ী ৰখোৱা উদ্যোগপৰ্ব্বৰে সৈতে মোৰ চিনাকি ঘটিবৰ অৱসৰৰ গমকে নাপালো। যেই গাড়ীখন ৰ'ল, ততালিকে মোৰ খোটালিৰ সমুখৰ প্লেটফৰ্মৰ পৰা কোনোবাৰ মুখৰপৰা সুৰীয়া হৈ ওলোৱা এই কেইষাৰ মোৰ কাণত পৰি, মোৰ খেলি-মেলি লাগি থকা মনৰ সপোনটো ভাগি গ'ল —

"ইন্দ্ৰ বিনা নদী কোন ভৰে।
ৰাজা বিনা ছত্ৰ কোন ধৰে।।
ৰাম বিনা দুঃখ কোন হৰে।
দাতা বিনা দান কোনে কৰে।।"
'হৰি ৰাম! হৰি ৰাম! হৰি ৰাম!'

ভিৰি মেলি চাই দেখিলো, কটাকানি পিন্ধা আউল-বাউল চুলি আৰু দিঘলীয়া পকা দাড়িৰ মগনিয়াৰ বুঢ়া এটাই ক'লা কানি একোখনেৰে মেৰোৱা পীৰলীয়া কাকতৰ পুথি এটা হাতত লৈ মোৰ ফালে চাই, তাৰ গান ছন্দিত কৰি চালৰাম দি তৎক্ষণাৎ তাৰ কিবা-কিবি দুখৰ বৃত্তান্তবোৰ অতি কৰুণভাৱে কৰাই গৈছে। কিন্তু প্লেটফৰ্মৰ ইমানবোৰ মানুহ ঘূৰি ফুৰিছে, কোনেও সেই কথাবোৰ শুনিবলৈ অলপো কৌতূহল প্ৰকাশ নকৰি নিজ নিজ কামত ব্যস্ত হৈ ৰৈছে। তাৰ কথাবোৰ আৰু সেইবোৰ কোৱাৰ গঢ়ৰ পৰা স্পষ্টকৈ বুজিব পাৰি যে সেইবোৰ তাৰ

অন্তৰৰ মৰ্মস্থল ভেদি ওলোৱা উহ। তাৰ ভিতৰত পৰৰ অত্যাচাৰৰ বৰ্ণনা আছে ; তাৰ নিজৰ দুখৰ বৃত্তান্ত আছে। অত্যাচাৰীৰ ওপৰত কৰা গোচৰৰ বুৰঞ্জী আছে আৰু গোচৰৰ বিচাৰৰ ফলে আন আকাৰ নধৰি কোন আকৃতি ধৰা উচিত আছিল, তাৰ ওপৰত তাৰ নিজৰ মতামত আছে ; আৰু শেহত অত্যাচাৰীৰ প্ৰতি কেনে দণ্ডবিধান হ'ব লাগিব তাৰো ফইচলা সি কেনেকৈ কৰি থৈছে সেইটোৰো উল্লেখ সম্পূৰ্ণৰূপে আছে। তাৰ এই মোকৰ্দমাৰ 'চানি-বিচাৰৰ' ভাৰ হাতত লৈ মই তাৰপৰা যিকেইটা 'ইছু' ধাৰ্য কৰিলো, তাৰ লেখ তলত দিওঁ।

১। গুচৰীয়া গণ্ডা জাতৰ মানুহ। (গণ্ডা জাতটো সম্বলপুৰৰ ফালে অস্পৃশ্য অৰ্থাৎ ছুব নোপোৱা জাত।)

২। তাৰ অনেক মাটি-বাৰী আছিল। সম্প্ৰতি সি লাও-টোকাৰী লোৱা বাটৰ মগনিয়াৰ।

৩। তাৰ গাঁৱৰ গাঁওবুঢ়া বা গাঁওটীয়াৰ নাম ব্ৰজ গাঁওটীয়া।

৪। তাৰ গাঁৱৰ জাকৰৰ নামটো কৈছিল, (লেখকে পাহৰিলে)।

৫। তাৰ গাঁৱত বিম্বাধৰ তেলী নামেৰে এটা চহকী তেলীয়া জাতৰ মানুহ আছে।

৬। এই এটাই কেউটাই চক্ৰান্ত কৰাৰ ফলত তাৰ মাটি-বাৰীবোৰ বিম্বা তেলীৰ হাতলৈ গ'ল।

৭। সি কাছাৰিত তাৰ যথাসৰ্বস্ব ভাঙি গোচৰ কৰি একো কৰিব নোৱাৰিলে। তহচিলদাৰ, পাটোৱাৰী এইবোৰক ব্ৰজ গাঁওটীয়া আৰু বিম্বা তেলীয়ে ধন খুৱাই হাত কৰি লৈ তাক সৰ্বস্বান্ত কৰিলে। আৰু সি যে তাৰ মাটি-বাৰী নাপালেই, তাৰ উপৰি দুবৈৰ কাছাৰীলৈ অহা-যোৱা কৰি অনেক দিন বাটকুৰি বাই বাই তাৰ কাণসমনীয়া চাৰিটা পুতেক মৰি গ'ল। সেই দুখতে তাৰ এনে লৈলৈ-থৈথৈ অৱস্থা হৈছে। একালত চহকী গৃহস্থ সি, আজি গছৰ তলত থকা ডাল-দৰিদ্ৰ। — এতেকে

৮। ব্ৰজ গাঁওটীয়াক তিনি বছৰলৈ ফাটকত দিব লাগে।

৯। বিম্বা তেলীৰপৰা মাটিৰ দাম আৰু ফচলৰ 'খাজিপ দাম' স্বৰূপে সুতেৰে সৈতে সাত হাজাৰ টকা জৰিমনা কৰি 'খাচিম' কৰি তাৰ পিছত তেলীক পাঁচ বছৰলৈ ফাটকত দিব লাগে।

১০। জাকৰটোক ধৰি তাৰ টিকা চেলাই উলং টিকাত ত্ৰিছটা বেতৰ কোব মাৰি তাৰ পিছত এবছৰলৈ তাক ফাটকত দিব লাগে। এনেকুৱা নকৰিলে চৰ্কাৰৰ ঘৰৰ আইনৰ সন্মান ৰক্ষা নহয়, অৰ্থাৎ আজিকালিৰ প্ৰচলিত কথাৰ গঢ়েৰে ক'বলৈ গ'লে Law and order অভঙ্গ হৈ সুৰক্ষিত নাথাকে।

১১। সি এতিয়া বুঢ়া আৰু অকৰ্মণ্য হ'ল। সেইদেখি তাৰ মাটি-বাৰী আৰু 'খেচাৰতৰ' টকা-কড়িবোৰ তাক আৰু নালাগে। সি চৰ্কাৰৰ 'নিমখ' অনেক দিন খাইছে, সেইদেখি সেইবোৰ চৰ্কাৰে উদ্ধাৰ কৰি লৈ নিজে ভোগ-দখল কৰক। বিশেষতঃ সি জানে যে, চৰ্কাৰেহে এই বহল ভাৰতবৰ্ষখনৰ ধন-সম্পত্তি আৰু মাটি-বাৰীৰ গৰাকী। সেইদেখি চৰ্কাৰৰ বস্তু চৰ্কাৰৰ হাতলৈ যাওক ; তাত তাৰ কোনো আপত্তি নাই। কিন্তু ন্যায় বিচাৰ কৰি দোষীক যথোচিত দণ্ড দিয়াটো দেখিলেই সি সুখেৰে মৰি যাব পাৰে।

এনেতে গাড়ী এৰি দিলে। মই পইচা এটা তাৰ ফালে দলিয়াই দিলত সি অতি কৃতজ্ঞভাৱে -- "হৰি ৰাম! হৰি ৰাম!" বুলি মোৰ ফালে চাই অনেক "চালাম" কৰিলে আৰু মই তাৰ চকুৰ আঁৰ নোহোৱালৈকে সি আমাৰ ফালে চাই থকা দেখিলোঁ।

ষ্টেচনৰ নাম চাহন। এইটো এৰিয়েই পোন্ধৰ মিনিটমানৰ পিছত সম্বলপুৰ পোৱাগৈ যায়। ১৯১৭ খৃষ্টাব্দত মই হাওড়া এৰি কিছুকালৰ নিমিত্তে সম্বলপুৰ নিবাসী হ'বলৈ আহোঁতে হোৱা এইটো ঘটনা। তাৰ পিছৰপৰা আজি ১৯৩২ খৃষ্টাব্দলৈকে মই সম্বলপুৰত আছোঁ। মই কতবাৰ ঝাৰসোগোড়া আৰু কলিকতালৈ সম্বলপুৰৰ পৰা অহা-যোৱা কৰিছোঁ, প্ৰত্যেক বাৰতে এই মগনিয়াৰ বুঢ়াক তেনে অবস্থাত চাহনত পাইছোঁ। তাৰ মুখত আজিও সেই গীত, আৰু হাতত সেই নুৰা বন্ধা কাকত। নুৰাৰ কাকতবোৰ হেনো তাৰ মাটি-বাৰীৰ দলিল-পত্ৰ। আজিও তাৰ মুখত সেই গোচৰ, সেই বৃত্তান্ত আৰু সেই 'ৰায়'। মোৰ মনত কোনো সন্দেহ নাই যে সি তাৰ মনতে মোক কোনোবা এজন ডাঙৰ হাকিম বুলি ভাবি লৈছে। কিন্তু এই ইতিবৃত্ত লেখকে হে জানিছে, যে লুইতৰ পানীত তেওঁৰ বঠা কিমান দ-কৈ বহে। হাকিম হৈ কাছাৰীত, হাতোৰা লগা মাচিয়াত বহি, গোচৰৰ 'ডিগিৰি ডিছমিছ' কৰা আৰু তাৰ পিছত গধূলি ঘৰলৈ গৈ হাকিমনী গৈণীক মৰমৰ মাতেৰে মাতি, লগুৱাক কুকুৰৰ-পো কটা আৰু হাকিমৰ প্ৰতাপ দেখি স্তব্ধমূৰ্ত্তি হৈ আৰু চকিত নয়নেৰে তেওঁৰ ফাললৈ দৃষ্টিপাত কৰি থকা সৰ্বসাধাৰণৰ হুজুৰ, দেউতা ইত্যাদি কথা শুনি তেওঁ তেওঁৰ কৰ্ণকুহৰ পৰিতৃপ্ত কৰাৰ ভাগ্য তেওঁৰ কপালত এই জন্মত আৰু নঘটিল। যাওক। সেই মগনিয়াৰ বুঢ়াৰ দিনৌ একেটা গোচৰ আৰু একেটা ৰায়। তাৰ ৰায়টো যাতে এই ভণ্ড হাকিমৰ দ্বাৰাই কাৰ্যত লগোৱা হয় তাৰ চেষ্টাত সি নিমগ্ন। একো একো দিনা সি তাৰ সেই সুবিখ্যাত গানৰ সাল-সলনি কৰি নতুন গীতৰ এডোখৰ-আদডোখৰ গাই তাৰে তাৰ পুৰণি দৰ্খাস্তখনত বহল দি তাক মোৰ আগত 'পেছ' কৰে। সেই নতুন গীতবোৰৰ ভগ্নাংশবোৰ শুনি শুনি মোৰ প্ৰায় মুখস্থ হৈ গৈছে। সি এদিন গায় --

"আস হে, দুঃখীধন নীলমণি!
কনাই কনাই বুলি ডাকে তোৰ জননী।।"

আৰু এদিন --

"নন্দৰাজসুত জঞ্জাল নকৰ,
মুই বিৰি যমুনা।"

আৰু এদিন --

"তেৰে দয়া ধৰম নাহি, তনমে মুখৰা,
ক্যা দেখ দৰ্পণমে"। ইত্যাদি

একো একো দিন সি এখন ফটা বাতৰি কাকতৰ পাত এটা হাতত লৈ চকুৰ আগত ধৰি একান্ত মনেৰে ঠিক তাৰেপৰা পঢ়া যেন দেখুৱাই, তাৰ মুখস্থ থকা উৰিয়া কবিৰ ৰচিত পুৰাণৰ পদবোৰ সৰসৰকৈ মাতি যায় আৰু তাৰ পিছত সেই তাৰ পুৰণি 'নালিচ কিজু' কৰে। একো একোদিন তাৰ পুতেক কেইটাই গোচৰত লাগি থাকি অশেষ নিকাৰ ভুঞ্জি মৰি যোৱাৰ কথা কওঁতে কওঁতে তাৰ দুচকুৰেদি দুধাৰ পানী বৈ যায়। একো একো দিন ব্ৰজ গাঁওটীয়া, বিষ্ণু

তেলী আৰু জাকৰটোৰ অত্যাচাৰৰ কথা বৰ্ণাওঁতে তাৰ ইমান উখ্যা চৰে যে সি ৰিঙিয়াই ৰিঙিয়াই সিহঁতক গালি পাৰি শাও দিয়ে, ধমকি দিয়ে আৰু ষ্টেচনৰ মানুহে তাৰ কথা শুনি, তাৰ মূৰ্তি দেখি, মিচিক্ মিচিককৈ হাঁহি আঁতৰি গুচি যায়। এবাৰ মই তাৰ এই বিষয়টোৰ বিষয়ে অনুসন্ধান কৰিছিলো। জানিব পাৰিলো যে, তাৰ কোনো প্ৰতিকাৰৰ উপায় এতিয়া আৰু নাই। তাৰ যথাসৰ্বস্ব লুটি-পুতি খাই তাৰ এনে অৱস্থা কৰোতাবোৰৰ এটা মৰি গ'ল ; আৰু বাকী দুটা আৰু মৰি যোৱাটোৰ ল'ৰা-ছোৱালীবোৰে আজিও সুখেৰে তাৰ মাটি-বাৰী খাই আছে। বেচেৰাৰ গোচৰখন এই পুৰীত কোনেও নুশুনিছিল। মৃত্যুৰ বাহিৰে বেচেৰাক শান্তি দিব পৰা আন কোনো নাই। বপুৰাৰ গোচৰৰ সুবিচাৰ এই পুৰীত কাৰো দ্বাৰাই নহ'ল আৰু হ'বৰ কোনো আশাও নাই। সিপুৰীত হ'বৰ কিবা আশা আছে নে? ওলটা-ৰিঙে সুধিছে — 'আশা আছে নে? সেইদেখি মগনিয়াৰ বুঢ়াৰে সৈতে সুৰ মিলাই গোৰো গাবৰ মন গৈছে -

ইন্দ্ৰ বিনা নদী কোন ভৰে?

ৰাম বিনা দুঃখ কোন হৰে?

[বাঁহী, ২১শ বছৰ, ৭ম সংখ্যা, ১৯৩২ চন ] ■

## হৃদয়ানন্দ গগৈৰ প্ৰকাশিত গ্ৰন্থ : (১৯৯৬-২০০১)

**গল্প :**

১। সাৰে ৰ'ব সপোন দুচকুত (বীথি প্ৰকাশন, ১৯৯৬)

২। কালপুৰুষৰ ছাঁ (অসম বুক ডিপো, ১৯৯৮)

**কবিতা :**

৩। বন তুলসী (অনামিকা গ্ৰন্থালয়, পৰিবেশক : জ্যোতি প্ৰকাশন, ১৯৯৮)

**প্ৰবন্ধ :**

৪। চাৰিজন বিশিষ্ট কবি (অসম সাহিত্য সভা, ১৯৯৮)

৫। ৰ'দ আৰু জোনাকৰ ছাঁত (অভিযাত্ৰী প্ৰকাশন, ১৯৯৯)

৬। ৰামধেনুৰ ৰং নক্ষত্ৰ আৰু আকাশ (পূবেৰুণ প্ৰকাশ, ২০০০)

**জীৱনী :**

৭। ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য (অসম বুক ডিপো, ১৯৯৮)

**সম্পাদনা :**

৮। ৰামধেনুৰ শ্ৰেষ্ঠ গল্প (জ্যোতি প্ৰকাশন, প্ৰথম প্ৰকাশ : ১৯৯৭, দ্বিতীয় প্ৰকাশ : ১৯৯৯)

৯। গল্প আৰু শিল্প : ড° ভবেন্দ্ৰনাথ শইকীয়াৰ চাৰিটা দশকৰ শ্ৰেষ্ঠ গল্প (জ্যোতি প্ৰকাশন, ১৯৯৮ : অসম সাহিত্য সভাৰ মুদ্ৰণ আৰু অলংকৰণ বঁটাপ্ৰাপ্ত)

১০। ইমদাদ উল্লাহ : শ্ৰদ্ধাঞ্জলি (ৰাইটাৰচ এছ'ছিয়েচন আছাম, ১৯৯৮)

১১। জীৱন স্বপ্নৰ অনুৰণন চন্দ্ৰপ্ৰসাদ শইকীয়া (জ্যোতি প্ৰকাশন, ১৯৯৯)

১২। উত্তৰ-ৰামধেনু যুগৰ নিৰ্বাচিত গল্প (জ্যোতি প্ৰকাশন, ১৯৯৯)

১৩। এখন নিলিখা চিঠিৰ কথাৰিনি : চৈয়দ আব্দুল মালিকৰ অসংকলিত নিৰ্বাচিত গল্প (বনলতা, ২০০১)

১৪। লক্ষ্মীনাথ বেজবৰুৱাৰ গল্প সমগ্ৰ (জ্যোতি প্ৰকাশন, ২০০১)